# অশান্ত কাশ্মীৰ সমস্যাৰ পটভূমি

প্ৰফুল্ল চন্দ্ৰ বৰুৱা







জ্যোতি প্ৰকাশন
পাণবজাৰ, গুৱাহাটী-১

**ASHANTA KASHMIR SAMASHYAR PATABHUMI** : *A short historical analysis of Kashmir by Shri Profulla Chandra Borua, and Published by Sri Nagen Sarmah, on behalf of M/s. Jyoti Prakashan, Panbazar, Guwahati-781001, First Published, December, 2001.* ***Price Rupees One hundred only.***

অশান্ত কাশ্মীৰ সমস্যাৰ পটভূমি

**প্ৰকাশক ঃ**
জ্যোতি প্ৰকাশন
পাণবজাৰ ঃ গুৱাহাটী -৭৮১০০১

**প্ৰথম প্ৰকাশ ঃ**
ডিচেম্বৰ, ২০০১

**প্ৰচ্ছদ ঃ**
পদ্ম সিংহ

**মূল্য ঃ ১০০.০০ টকা**

**অক্ষৰ বিন্যাস ঃ**
ময়ূৰ ডেস্কটপ
পাণবজাৰ, গুৱাহাটী-১

**ছপা ঃ**
ত্ৰিনয়ন গ্ৰাফিক অফ্‌ছেট
গুৱাহাটী -৮

# উছৰ্গা

জম্মু-কাশ্মীৰ অশান্ত হৈ পৰাৰ পাছত সেই পৰিস্থিতিৰ বাতৰি আৰু ছবি সংগ্ৰহ কৰিবলৈ যাওঁতে যিসকল সাংবাদিকৰ অকালতে মৃত্যু ঘটিল, চিৰদিনলৈ যিসকল সাংবাদিক পংগু হ'ব লগা হ'ল সেইসকলৰ প্ৰতি আন্তৰিক শ্ৰদ্ধা জনাই উছৰ্গা কৰা হ'ল এই গ্ৰন্থখনি।

—প্ৰফুল্ল চন্দ্ৰ বৰুৱা

# এই গ্ৰন্থ লেখাৰ পটভূমি

১৯৬৫ চনত ভাৰত আৰু পাকিস্তানৰ মাজত দ্বিতীয়খন যুদ্ধ লগাৰ সময়ত মই গুৱাহাটীৰ ভৰলুমুখৰ পৰা প্ৰকাশিত তিনিদিনীয়া বাতৰি কাকত 'অসম বাতৰি'ত। তেতিয়া মই সাংবাদিক জীৱনত প্ৰৱেশ কৰাৰ কাল দুবছৰহে হৈছে মাত্ৰ। বাতৰি কাকতৰ শিৰোনামাত তেতিয়া সঘনে স্থান পাইছিল কাশ্মীৰ প্ৰসংগই। কাশ্মীৰ বিবাদৰ পটভূমি মই ভালকৈ জনা নাছিলো বাবে মোৰ সমস্যা হ'ল। কাৰণ, দেশ-বিদেশৰ বাতৰিৰ পৰ্যালোচনা লিখাৰ বাবে দায়িত্ব যেতিয়া ল'ব লগা হয়, তেতিয়া সাময়িক গুৰুত্বপূৰ্ণ ঘটনাৰূপে ভাৰত-পাকিস্তানৰ যুদ্ধ প্ৰসংগত কাশ্মীৰ প্ৰসংগ আহেই। আৰু বিষয়টো মই খৰচি মাৰি নাজানিলে, মই কাম কৰা কাকতৰ পঢ়ুৱৈসকলৰ বাবে ভালদৰে লিখিম কেনেকৈ?

গুৱাহাটী জিলা পুথিভঁৰাললৈ গৈ কাশ্মীৰৰ বুৰঞ্জীৰ বিষয়ে দুখনমান কিতাপ আনিলো। ইয়াৰ ভিতৰত এখনৰ নাম আছিল বোধহয়— 'হিষ্টৰী অব কাশ্মীৰ' বা তেনেধৰণৰ— লেখকৰ নাম মনত নাই। সাময়িক আলোচনী আৰু বাতৰি কাকতত কাশ্মীৰৰ বিষয়ে ওলোৱা প্ৰবন্ধ আৰু বাতৰিবোৰ কাটি থ'বলৈ ধৰিলো। সেইবোৰকে আলমৰূপে লৈ ছদ্মনামত 'অসম বাতৰি'ত কাশ্মীৰ সমস্যাৰ পটভূমিৰ বিষয়ে এলানি প্ৰবন্ধ লিখিলো। প্ৰবন্ধবোৰ পঢ়ি দুখনমান স্কুলৰ শিক্ষকে বোলে ছাত্ৰ-ছাত্ৰীসকলক কৈছিল— "কাশ্মীৰ সমস্যাৰ বিষয়ে জানিব খুজিলে 'অসম বাতৰি'ত ওলোৱা প্ৰবন্ধ পঢ়িবি।" বন্ধু মহলৰ কোনো কোনোৱে এই কথা মোক জনোৱাত স্বাভাৱিকতে বৰ আনন্দ পাইছিলো।

তেতিয়াও কিন্তু কাশ্মীৰ বিবাদৰ পটভূমিৰ বিষয়ে কিতাপ লিখাৰ কথা ভবা নাছিলো। ১৯৮৭ চনত 'দৈনিক অসম'ত যোগ দিয়াৰ পাছত অৱশ্যে মই সযত্নে ৰাখি থোৱা সেই প্ৰবন্ধবোৰ এখন 'এক্সাৰচাইজ বুক'ত কপি কৰি দিলে কাকতখনত কাম কৰা মোৰ অন্যতম সতীৰ্থ ৰাজীৱ শইকীয়াই। তেতিয়াও মই কিতাপ লিখাৰ কথা ভবা নাছিলো। কাৰণ, কোনো বিষয়ত বাতৰি কাকতত প্ৰবন্ধ লিখা আৰু সেই বিষয়ে এখন কিতাপ লিখা একে কথা নহয়।

কেইবছৰমান আগতে বাতৰি কাকতৰ ডেৰশ বছৰীয়া জয়ন্তীৰ সভাত যোগ দিবলৈ যাওঁতে সাপ্তাহিক 'জনমভূমি' কাকতত তাহানি মোৰ অন্যতম সতীৰ্থৰূপে কাম কৰা আৰু পৰৱৰ্তী কালত এজন বিশিষ্ট লেখক আৰু সাংবাদিকৰূপে নিজকে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হোৱা তিতাবৰৰ লক্ষী দত্তই কাশ্মীৰৰ বিষয়ে তাহানি লিখা প্ৰবন্ধলানিৰ কথা উনুকিয়াই কিতাপৰ আকাৰত প্ৰকাশৰ পৰামৰ্শ দিলে। মই গুৱাহাটীলৈ উভতি আহি পুৰণি প্ৰবন্ধবোৰ পুনৰবাৰ পঢ়ি দেখিলো যে তেনেদৰে প্ৰকাশ কৰিব নোৱাৰি— বহুবোৰ কথা যোগ দিব লাগিব। ১৯৯৭ চনত গুৱাহাটী গ্ৰন্থমেলালৈ যাওঁতে মোৰ সৰু জীয়ৰী 'পিলি' (পৰী বৰুৱা)য়ে কাশ্মীৰ বিষয়ৰ কেইবাখনো মূল্যবান গ্ৰন্থ কিনি দিয়ে। বিভিন্ন পুথিভঁৰালৰ পৰাও কেইবাখনো গ্ৰন্থ আনো। তাৰ ফলতে এই গ্ৰন্থৰ জন্ম।

আন ভালেমান ভাৰতীয় ভাষাত — বিশেষকৈ ইংৰাজী ভাষাত কাশ্মীৰৰ বিষয়ে বহুবোৰ গ্ৰন্থ আছে। কাশ্মীৰ বিবাদৰ পটভূমিৰ বিষয়ে অসমীয়া ভাষাত তথ্যসমৃদ্ধ গ্ৰন্থৰ অভাৱ অনুভৱ কৰি সেই অভাৱ আঁতৰ কৰাৰ বাবেই এই গ্ৰন্থ প্ৰণয়ন এক বিনম্ৰ প্ৰয়াস। মোৰ নিজৰ সীমাবদ্ধতা সম্পৰ্কে মই সচেতন। যি উদ্দেশ্যে আৰু যিসকলৰ উদ্দেশ্যে এই গ্ৰন্থখনি লিখা হ'ল, সেয়া আংশিকৰূপে পূৰণ হ'লেই মোৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম।

## এই গ্ৰন্থৰ বিষয়ে

নক'লেও হ'ব যে মই প্ৰকৃততে বিভিন্ন বাতৰি কাকত, আলোচনী আৰু গ্ৰন্থ পঢ়ি এজন সংকলকৰ দৰেহে কাম কৰিছো। কোনো গুৰুত্বপূৰ্ণ তথ্যৰ সমৰ্থনত গ্ৰন্থ আৰু উল্লেখযোগ্য ব্যক্তিৰ উদ্ধৃতি দিব লগা হোৱাত উদ্ধৃতিৰ সংখ্যা কমাব পৰা নগ'ল। কিছুমান উদ্ধৃতিৰ সূত্ৰৰ সবিশেষ উল্লেখ কৰিব পৰা হোৱা নাই যদিও সহায় লোৱা উল্লেখযোগ্য গ্ৰন্থবোৰ পঢ়িলে অনুসন্ধিৎসু পঢ়ুৱৈ ৰাইজৰ মনৰ খু-দুৱনি আঁতৰ হ'ব বুলি মোৰ বিশ্বাস। আনহাতে সহায় লোৱা কোনো গ্ৰন্থৰ কোনো অংশ যদি এই গ্ৰন্থত অনুবাদ কৰা যেন হৈছে, সেয়া সম্পূৰ্ণ অনিচ্ছাকৃত।

Plebiscite আৰু Referendum শব্দ দুটাৰ অৰ্থৰ ক্ষেত্ৰত সূক্ষ্ম পাৰ্থক্য আছে যদিও দুয়োটা শব্দৰ মূল কথা হ'ল গণভোট গ্ৰহণ। নিৰ্ভৰযোগ্য বুলি বিবেচিত ড° প্ৰণৱ জ্যোতি ডেকাৰ 'জ্যোতি দ্বিভাষিক অভিধান'ত এই শব্দ দুটাৰ অৰ্থ আছে এনেদৰেঃ "Plebiscite– শেষ গুৰুত্বপূৰ্ণ কাৰ্যপন্থা নিৰ্ধাৰণৰ বাবে ৰাজ্যৰ সকলো নাগৰিকে ভাগ লোৱা নিৰ্বাচন, গণভোট, গণ নিৰ্বাচন, গণ সম্মতি। Referendum– ১(ক) দেশৰ সমূহ নাগৰিকৰ অভিমত বিচৰা কাৰ্য বা প্ৰথা ঃ জনমত গ্ৰহণ। (২) ৰাজদূতে নিজ চৰকাৰৰ মতামত বা কাৰ্যপন্থা জানিব বিচাৰি পঠোৱা টোকা।"

ইতিমধ্যে অসমীয়া ভাষাৰ বাতৰি কাকতবোৰে এই দুয়োটা শব্দৰ অসমীয়া ৰূপান্তৰ 'গণভোট' বুলি কৰাত এই গ্ৰন্থতো তাকেই কৰা হৈছে। অৱশ্যে ঠাই বিশেষে উদ্ধৃতি দিওতে শব্দ দুটা বন্ধনীৰ ভিতৰত লিখি দিয়া হৈছে— যাতে উদ্ধৃতিৰ প্ৰকৃত অৰ্থ বুজাত সহায় হয়।


## কৃতজ্ঞতা

গ্ৰন্থখন লিখাৰ বাবে উৎসাহ যোগোৱাসকলৰ ভিতৰত ওপৰত উল্লেখ কৰা শ্ৰীলক্ষী দত্তৰ লগতে বিভিন্ন সংঘাতৰ সম্মুখীন হৈও স্থিৰপ্ৰতিজ্ঞ হৈ থাকি অসম আৰু অসমীয়াৰ মংগলৰ বাবে সাধ্যমতে কৰি যোৱাৰ বাবে দৃঢ়চেতা 'আজিৰ অসম' কাকতৰ শ্ৰদ্ধেয় শ্ৰীৰাধিকা মোহন ভাগৱতীৰ ওচৰত মই বিশেষভাৱে কৃতজ্ঞ। অতিশয় ব্যস্ততাৰ মাজতো শ্ৰীভাগৱতীয়ে গ্ৰন্থখনৰ খচৰা পঢ়ি দিয়া মূল্যবান পৰামৰ্শই মোক বিশেষভাৱে সহায়

কৰিছে। অন্যান্যসকলৰ ভিতৰত মোৰ দুয়োজনী ছোৱালী পিলি (পৰী), ইনু (পাপৰি) আৰু পুত্ৰ বাবলুৰ (প্ৰদীপ) লগতে দুয়োটা জোঁৱাই— ক্ৰমে প্ৰমিতাভ বৰুৱা আৰু চন্দ্ৰজিৎ শইকীয়াৰ উৎসাহ— বিশেষকৈ পিলিৰ তাগিদা মই কৃতজ্ঞচিত্তে স্মৰণ কৰিছো। পৰিবাৰ শ্ৰীমতী লাৱণ্য মোৰ সকলোবোৰ কামৰ মূল অনুপ্ৰেৰণা। মোৰ জী-সদৃশ কবৰী দত্তই (এতিয়া দাস) দিয়া উৎসাহে কিতাপখন ৰাইজৰ আগলৈ উলিয়াই দিয়াত উদগনি যোগাইছে। শ্ৰীমান জয়দত্ত ডেকাই তৎপৰতাৰে আৰু আন্তৰিকতাৰে খচৰাটোৰ প্ৰেছ কপি কৰি নিদিয়া হ'লে কিতাপখনৰ প্ৰকাশত পলম হ'লহেঁতেন। সাংবাদিক শ্ৰীশিব চৰণ কলিতা শ্ৰীউদয় শংকৰ ভূঞা আৰু ফাইজুৰ ৰহমানৰ উপৰিও শ্ৰীৰবীন দাস আৰু শ্ৰীনৰকান্ত হালৈকে ধৰি বহুজনে বিভিন্ন প্ৰকাৰে আগবঢ়োৱা সহায় আৰু উদগণিৰ বাবে সকলোটিকে মই আন্তৰিক ধন্যবাদ আৰু কৃতজ্ঞতা জনালো।

গ্ৰন্থখনে ৰাইজৰ আগলৈ উলিয়াই দিয়াৰ দায়িত্ব লোৱা বাবে মোৰ ভাতৃ-সদৃশ আৰু গ্ৰন্থ ব্যৱসায়ত একাণপতীয়াকৈ লাগি অসমীয়া ভাষা-সাহিত্যৰ সেৱা কৰা শ্ৰীনগেন শৰ্মাৰ ওচৰত মই কৃতজ্ঞতাৰ পাশত আবদ্ধ হৈ ৰ'লো।

শেষত গ্ৰন্থখনত ছপাৰ ভুলকে ধৰি অজানিতে বৈ যাব পৰা ক্ৰটি-বিচ্যুতিৰ বাবে পঢ়ুৱৈ ৰাইজৰ ওচৰত ক্ষমা বিচাৰিলো।

'প্ৰিয়ম'
ফটাশিল-আমবাৰী
শ্বহীদ দিলীপ হুজুৰী পথ
গুৱাহাটী-৭৮১০২৫
নৱেম্বৰ, ২০০১ চন

শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰুৱা

# কোন পৃষ্ঠাত কি আছে

# কাশ্মীৰ

সমুদ্ৰ পৃষ্ঠৰ পৰা পাঁচ হেজাৰ ফুট ওখত অৱস্থিত কাশ্মীৰ উপত্যকা। সৰু বৰ পৰ্বত-পাহাৰ অধিকাংশই বৰফেৰে আবৃত, সৰল, ওক, দেবদাৰু আদি সুদৃশ্য গছৰ লানি লানি শাৰী, বিভিন্ন ৰঙী ফুলেৰে সুশোভিত সমগ্ৰ উপত্যকা, নদ-নদী জান-জুৰিৰ ফটফটীয়া পানী, অ'ত ত'ত জলপ্ৰপাত আৰু সৰু-বৰ হ্ৰদ, চিৰসেউজীয়া বনভূমি, বসন্তই যেন বিৰাজ কৰিছে প্ৰতিটো ঋতুতে— এয়েই হ'ল কাশ্মীৰ।

কাশ্মীৰৰ ৰাজধানী শ্ৰীনগৰৰ কাষত বিখ্যাত শালিমাৰ বাগিচা নিৰ্মাণ কৰা মোগল সম্ৰাট জাহাংগীৰে কৈছিল— "যদিহে মৰ্ত্যভূমিত সৰগ থাকিব পাৰে, তেন্তে এয়াই,— এয়াই।" নিজৰ স্মৃতি কথা 'টুজুক-ই-জাহাংগীৰ'ত তেওঁ লিখিছিল— "কাশ্মীৰ হৈছে বসন্তৰ এখন অনন্ত বাগিচা।" কাশ্মীৰক ভাৰতৰ স্বৰ্গ বুলি অভিহিত কৰিছিল— সেই ঠাই ভ্ৰমণ কৰি ফৰাচী পৰিব্ৰাজক বাৰ্ণিয়াৰে যিজন জড়িত আছিল দিল্লীৰ মোগল দৰবাৰৰ লগত। কাশ্মীৰৰ দীপলিপ গাভৰুবোৰ দেখি তেওঁ বোলে ইমান মোহিত হৈছিল যে কন্যা বিচাৰি ফুৰা পাচী লোকৰ ভাও ধৰি তেওঁ কাশ্মীৰৰ সুন্দৰী গাভৰুবোৰৰ সৌন্দৰ্য উপভোগ কৰি ফুৰিছিল। চীনৰ বিখ্যাত পৰিব্ৰাজক হিউয়েনচাঙে সুদীৰ্ঘ দুবছৰকাল কাশ্মীৰত কটাইছিল। কাশ্মীৰৰ বাহিৰে আন কোনো ঠাইতে ইমান বেছিদিন তেওঁ থকা বুলি জনা নাযায়। কাশ্মীৰীসকলৰ দৈহিক সৌন্দৰ্যৰ প্ৰশংসা কৰাতে ক্ষান্ত নাথাকি সেইসকলৰ শিক্ষাৰ প্ৰতি থকা আগ্ৰহৰ কথাও তেওঁ লিপিবদ্ধ কৰি থৈ গৈছে।

কাশ্মীৰৰ প্ৰায় তিনি হেজাৰ বছৰৰ বুৰঞ্জী সামৰা 'ৰাজতৰংগিনী' নামৰ গ্ৰন্থখনৰ (এই গ্ৰন্থ লিখা হৈছিল সংস্কৃত ভাষাত আৰু তাকো পদ্যত) লেখক কলহনৰ মতে, "জ্ঞান অৰ্জন, ওপঙা ঘৰ, জাফ্ৰাং (এবিধ আলু), বৰফ গলা পানী আৰু আঙুৰ— এই বস্তুবোৰ আনকি সৰগতো পাবলৈ টান। অথচ এই কেইবিধ বস্তু ইয়াত সহজলভ্য।" প্ৰখ্যাত ডাল হ্ৰদৰ পাৰত মোগলসকলে পাতিছিল নাছিমবাগকে ধৰি ভালেমান ফুলৰ বাগিচা। সম্ৰাট জাহাংগীৰৰ দিনত সমগ্ৰ কাশ্মীৰ উপত্যকাত এনে বাগিচাৰ সংখ্যা বৃদ্ধি পাইছিল প্ৰায় আঠশখনলৈ। আফগান শাসনৰ সময়ত সেইবোৰৰ বেছিভাগেই ধ্বংস কৰি পেলোৱা হয়। কাশ্মীৰৰ গোলাপ ফুল আছিল বিখ্যাত। প্ৰকাশ যে কাশ্মীৰৰ গোলাপৰ পৰা সম্ৰাট জাহাংগীৰৰ শাহুয়েকে বিশেষ এবিধ আতৰ প্ৰস্তুত কৰিছিল।

কাশ্মীৰৰ অ'ত-ত'ত সিঁচৰতি হৈ থকা পকী বেৰৰ ভগ্নাংশবোৰে মনত পেলাই

দিয়ে তাহানিৰ মোগলৰ দিনৰ বাগিচাবোৰলৈ। আনহাতে নক'লেও হ'ব যে এতিয়াৰ ডাল হ্রদ হ'ল তাহানিৰ অতি বৃহৎ আকাৰৰ ডাল হ্রদৰ এক খণ্ডিত ৰূপহে। জনা যায় যে পর্যটকৰ বাবে বিশেষ আকর্ষণ এই হ্রদৰ 'হাউচ ব'ট'বোৰ উদ্ভাৱন কৰোতা সকলো আছিল তাহানিৰ সেই মোগলসকলহে।

ভাৰতৰ ঐতিহ্য, সভ্যতা আৰু সংস্কৃতি আদিৰ লগত ওতঃপ্রোতভাৱে জড়িত আছে কাশ্মীৰৰ নাম। কথিত আছে যে পঞ্চ পাণ্ডৱে চৈধ্য বছৰ বনবাস খাটোতে তেওঁলোকে অতিক্রম কৰিছিল মৰতৰ এই স্বর্গভূমিখন। কলহনৰ 'ৰাজতৰংগিনী'ত মহাভাৰতৰ যুঁজৰ বিৱৰণ নাথাকিলেও সেই সম্পৰ্কীয় দুটা কথাৰ উল্লেখ আছে। কাশ্মীৰৰ ইতিহাস বিষয়ক এখন প্রামাণ্য গ্রন্থ বুলি খ্যাত 'ৰাজতৰংগিনী'ত কলহনে উল্লেখ কৰা মতে, (১) মথুৰাৰ কাষত কৃষ্ণৰ সেনাক বাধা দিওঁতে কাশ্মীৰৰ ৰজা গুণাদাৰ (প্রথমজনা) মৃত্যু হয়। এয়া যে মহাভাৰতৰ যুঁজৰ আগৰ সময়ৰ কথা সেয়া স্পষ্ট হৈ পৰে কলহনৰ পৰৱৰ্তী বিৱৰণৰ পৰা। কলহনৰ মতে, (২) গুণাদা (প্রথমজনা) ৰাজপাটত বহিলেও তেওঁৰ বয়স অতি কম হৈ থকা বাবে কৌৰৱ আৰু পাণ্ডৱ— কোনো পক্ষই তেওঁক লোৱা নাছিল।

## আৰু কাশ্মীৰ নামটো!

কাশ্যপপুৰ, কাশীৰ, কাশ্মীৰ— এইবোৰ নামেৰেই তাহানি জানাজাত আছিল বর্তমানৰ কাশ্মীৰ। এই আটাইবোৰৰ অর্থ হ'ল— পানীৰ পৰা উদ্ধাৰ কৰা ঠাই (Reclaimed from water)। কথিত আছে যে কাশ্যপ নামৰ ঋষি এজনে ছাতিছাৰ (Satisar) নামৰ পর্বতীয়া হ্রদ এটাৰ পানী বাহিৰলৈ উলিয়াই পঠাই এই উপত্যকাটো উদ্ধাৰ কৰিছিল। সেয়ে তেতিয়া এই অঞ্চলটোক বোলা হৈছিল কাশ্যপপুৰ।

ৰোহিনী কুমাৰ কাকতিয়ে তেওঁৰ হিয়াকন্যা নামৰ গ্রন্থত লিখা মতে, "কাশ্মীৰ বহু নামেৰে জনাজাত। যেনে ঋষিভূমি, যোগীস্থান, শাৰদাপীঠ, শাৰদাস্থান। এইবোৰ ভাৰতীয়সকলে দিয়া নাম। কোনো কোনো বিশেষ কাৰণত এনেবোৰ নাম প্রচলিত আছিল। ঘোৰ তপ বা সাধনা কৰিবলৈ ভাৰতীয় ঋষি, যোগীসকলে যুগ যুগান্তৰৰ পৰা পর্বত-কন্দৰ বা নিভৃত স্থান অথবা নৈৰ পাৰ বাছনি কৰি আহিছে। কাশ্মীৰৰ বুকুত ঋষি-যোগীসকলৰ কীর্তিকলাপৰ অভাৱ নাই। সেয়ে এই ভূমিখণ্ডৰ নাম হৈছিল হৈছিল ঋষিভূমি অথবা যোগীস্থান।

উত্তৰ কাশ্মীৰৰ দুর্গম জনলোকৰ আঁতৰত এটুকুৰা মহাপীঠ আছে— নাম শাৰদা মহাপীঠ। সেই ঠাই খণ্ডৰ আধুনিক নাম শার্দি। শাৰদা দেৱীৰ মন্দিৰ আছে তাত। শাৰদা দেৱীৰ বিগ্রহৰূপে আছে মাত্র এটুকুৰা চাৰিচুকীয়া ডাঙৰ শিল। কিন্তু এই শিলখণ্ডকে লৈ কাশ্মীৰৰ অগনিত যুগৰ ইতিহাস ৰচনা হৈছে। সেয়ে কাশ্মীৰৰ এটা নাম শাৰদাপীঠ বা শাৰদাস্থান।

গ্রীক পণ্ডিত টলেমি, হেৰোদোটাছসকলে কাশ্মীৰৰ বিষয়ে ৰিপ'র্ট লিখি থৈ গৈছে। তেখেতসকলৰ কোনোৱে কাশ্মীৰক বুলিছে কাস্পেৰয়, কোনোৱে কাস্পেৰিয়া, কোনোৱে বা কাস্পাটাইৰছ, কাস্বীৰ, কাস্পীৰ।

কিন্তু কাশ্যপ মুনিৰ নামেৰে দিয়া নামেই বেছি প্রসিদ্ধি লাভ কৰিছিল। কাশ্যপ মুনিয়েই

হেনো প্ৰথমে কাশ্মীৰত থকা বিৰাট জলভূমিৰ পানী সিঁচাৰ ব্যৱস্থা কৰি এই ভূভাগ উপত্যকাত পৰিণত কৰি গৈছে।

কাশ্মীৰ উপত্যকা এসময়ত এক বিশাল সৰোবৰ আছিল। বাসিন্দাসকলে বাস কৰিছিল কেউপিনৰ পৰ্বতবোৰত, যিবোৰৰ উচ্চতা ৩৬৬০ মিঃ (১২ হেজাৰ ফুট)ৰ সৰু ৫৪৯০ মিঃ (১৮ হেজাৰ ফুট)ৰ ভিতৰত, ক্ৰমাৎ এই সৰোবৰত ঝিলম নৈৰ দ্বাৰাই পানীত পলস মাটি পৰিবলৈ ধৰিলে। পানীভাগৰ তলি উঠি আহিল। পানী গৈ জমা হ'বলৈ ধৰিলে হ্ৰদত। যুগ যুগান্তৰ এনেদৰে চলি থকাৰ পিছত কাশ্মীৰ উপত্যকা ঝিলমৰ পলস মাটিৰে গঠিত হৈ পৰিল।"

বৌদ্ধধৰ্মী মহাৰাজ অশোকে তেওঁৰ সাম্ৰাজ্য সম্প্ৰসাৰণ কৰিছিল কাশ্মীৰলৈ। 'শ্ৰীনগৰী' নামৰ এখনি সমৃদ্ধিশালী মহানগৰ তেওঁ প্ৰতিষ্ঠা কৰিছিল। এই শ্ৰীনগৰীয়েই হ'ল কালক্ৰমত শ্ৰীনগৰ— যিখন পাছত হ'ল কাশ্মীৰৰ ৰাজধানী। শ্ৰীনগৰ মানে হেনো সমৃদ্ধিৰ নগৰ। শ্ৰীনগৰ মানে বেলিৰ পোহৰৰ নগৰ বুলিও কোনো কোনোৱে কয়। আনহাতে কোনো কোনোৱে ক'ব খোজে যে 'কাশ্মীৰ' শব্দটোৰ মূল হ'ল সংস্কৃত। সংস্কৃতৰ 'কা' (পানী) আৰু 'শামিম' (নিষ্কাষণ কৰা/পানী উলিয়াই দিয়া) শব্দৰ সমাহাৰ হ'ল 'কাশ্মীৰ'।

বহুতো দিশৰ পৰা কাশ্মীৰৰ এক নিজস্ব বিশেষ বৈশিষ্ট্য আছে। কাশ্মীৰত বহু বছৰ কটোৱা এজন বিশিষ্ট পণ্ডিত হ'ল মাৰ্ক অৰেল ষ্টেইন। এই দিশটোৰ কথা উল্লেখ কৰি তেওঁ কৈছিল, "কাশ্মীৰৰ ঐতিহাসিক ঐক্য আৰু সংযোগহীনতাৰ কাৰণ সেই একেবোৰেই— যিবোৰে ইয়াৰ ভৌগোলিক অৱস্থিতিক এক সুস্পষ্ট আৰু কোনো কোনো ক্ষেত্ৰত এক বিশেষ চৰিত্ৰ প্ৰদান কৰিলে। আমি ইয়াত পাওঁ— ওখ পৰ্বতমালাই আবৰা এখন উৰ্বৰ সমতলভূমি। নিজস্বভাৱে এখন সাম্ৰাজ্য গঠনৰ বাবে আৰু এক উচ্চ সভ্যতা টিকি থকাৰ বাবে এই উপত্যকাৰ আয়তন যথেষ্ট।"

জম্মুৰ বিশিষ্ট ৰাজনীতিক বলৰাজ পুৰীয়ে লিখিছে—[১] "কাশ্মীৰৰ বৈশিষ্ট্য পাঁচ হেজাৰ বছৰীয়া পুৰণি— প্ৰাক্ বৈদিক আৰু প্ৰাক আৰ্যকাল পৰ্যন্ত।

কাশ্মীৰ হৈছে চিন্তা-চৰ্চা আৰু সংস্কৃতিৰ এক গলিত পাত্ৰ। পূৰ্বতে আহৰণ কৰাখিনি দলিয়াই নিদি, প্ৰতিটো নতুন ধৰ্মমতৰ ভাল-বেয়া বুজি কাশ্মীৰে গ্ৰহণ কৰিছিল আৰু নিজস্ব বৰঙণিৰে তাক সমৃদ্ধ কৰিছিল। জি এম ডি ছুফীয়ে তেওঁৰ প্ৰখ্যাত গ্ৰন্থ 'কাশিৰ' (Kashir)ত মন্তব্য কৰিছে, "বুদ্ধৰ উপাসনা কৰা পদ্ধতি, বেদান্তৰ শিকনি, ইছলামৰ ৰহস্যবাদ— এইবোৰে এটাৰ পিছত আন এটাকে কাশ্মীৰত এক সৌহাৰ্দ্যপূৰ্ণ গৃহভূমি পাইছিল।"

সাংস্কৃতিক সমজাতীয়তা আৰু ভৌগোলিক সংহতিৰ বাবে, তাহানি পুৰণি কালৰে পৰা কাশ্মীৰলৈ প্ৰব্ৰজন কৰাসকলে তেওঁলোকৰ ব্যক্তিগত স্বকীয়তা সামগ্ৰিক একতাৰ

১। 'কাশ্মীৰ টুৱাৰ্ডছ ইন্সাৰজেন্সী'

লগত বিলীন কৰি দিছিল। প্ৰখ্যাত কাশ্মীৰী পণ্ডিত আৰু বুৰঞ্জীবিদ মহম্মদ ফাউকৰ মতে, আনহে নেলাগে, আৰব, ইৰাণ, আফগানিস্তান আৰু টুৰ্কিস্তানৰ পৰা ছয়-সাতশ বছৰৰ আগতে অহাসকল সংস্কৃতি, সভ্যতা আৰু বিয়া-বাৰুৰ সম্পৰ্কৰ যোগেদি কাশ্মীৰী মুছলমানসকলৰ লগত এনেদৰে মিশ্ৰিত হৈ পৰিছিল যে "তেওঁলোকৰ জীৱনৰ পৰা সকলোবোৰ অনাকাশ্মীৰী চিন সম্পূৰ্ণ আঁতৰি গৈছিল।"

অঞ্চলটোৰ চৌদিশে আৱৰি থকা পৰ্বতবোৰৰ উচ্চতা হ'ল গড় হিচাপত ১৮ শৰ পৰা ৫ হেজাৰ মিটাৰ পৰ্যন্ত। ওখ ওখ পৰ্বতে আৱৰি থকা বাবে এই উপত্যকা আছিল বহিঃজগতৰ পৰা প্ৰায় বিচ্ছিন্ন, যোগাযোগৰ বাবে নাছিল কোনো সহজ পথ। ফলত, কাশ্মীৰৰ অৰ্থনীতি আছিল দুৰ্বল। উপত্যকাটোত কিন্তু ফলমূল হৈছিল প্ৰচুৰ। ভেড়াৰ সংখ্যা বেছি আছিল বাবে উলৰ উৎপাদন হৈছিল যথেষ্ট। ৰেছম শিল্পৰ বাবে আছিল যথেষ্ট উপাদান। ইয়াৰ কুটীৰ শিল্প আছিল উন্নত। সেয়ে হ'লেও, পৰিবহণ আৰু যোগাযোগ ব্যৱস্থাৰ অভাৱত দীৰ্ঘদিন ধৰি কাশ্মীৰৰ অৰ্থনীতি আছিল দুৰ্বল। মোগলৰ শাসন কালতে বহিঃজগতৰ লগত কাশ্মীৰৰ সংযোগী পথৰ চেষ্টা চলোৱা হয় যদিও, ইংৰাজৰ দিনতহে শ্ৰীনগৰৰ পৰা ৰাৱলপিণ্ডিলৈ এটা উন্নত সংযোগী পথ হৈ উঠে। অৱশ্যে, কাশ্মীৰৰ উন্নতিৰ বাবে নহয়, প্ৰতিৰক্ষাৰ বাবেহে সেই পথ নিৰ্মাণ কৰা হয়।

কাশ্মীৰৰ অৰ্থনীতিৰ উন্নয়নৰ বাবে মোগলৰ শাসন কালৰ আগলৈকে এই অঞ্চল শাসন কৰা কোনোজন ৰজাই বিশেষ গুৰুত্ব নিদিয়াৰ পৰিণামতে এই উপত্যকাটো কেইবাবাৰো দুৰ্ভিক্ষৰ কবলত পৰিব লগা হোৱাটোও মন কৰিব লগা কথা।

যি কি নহওক, বৰ্তমানে যি অঞ্চল 'জম্মু আৰু কাশ্মীৰ' নামেৰে জনাজাত, সেই নামটো কেতিয়াৰ পৰা হ'ল, সেয়াও অন্য এক কাহিনী। ১৮৪৬ চনতহে কাশ্মীৰ নামৰ লগত জম্মু নামটো কেনেকৈ যোগ হ'ল সেই বিষয়ে এই গ্ৰন্থৰ 'ডোগ্ৰাৰ শাসন' নামৰ অধ্যায়ত আলোচনা কৰা হৈছে।

এটা কথা কিন্তু মন কৰিবলগীয়া যে পুৰণি কাশ্মীৰৰ বিষয়ে তথ্যসমৃদ্ধ লিখা পোৱা যায় যদিও বৰ্তমান 'জম্মু-কাশ্মীৰ' ৰাজ্যৰ অন্তৰ্ভুক্ত জম্মু আৰু লাডাখৰ অতীতৰ বিষয়ে নিৰ্ভৰযোগ্য বুৰঞ্জীমূলক তথ্যৰ অভাৱ। আৰু মন কৰিবলগীয়া যে জম্মু আৰু লাডাখকে ধৰি বৰ্তমানৰ যিটো অঞ্চল 'জম্মু-কাশ্মীৰ' বুলি জনাজাত, সেয়া হ'ল বহুতো জাতিৰ লোক বাস কৰা এক মিলনভূমি— আৰ্য, মোগল, আফগান, পাৰ্চী আদি বিভিন্ন জাতিৰ লোকৰ ই এক সংগমস্থল। কাশ্মীৰী পণ্ডিতসকল আৰ্য গোষ্ঠীৰ। গুজ্জাৰ আৰু বেকাৰৱালসকল হ'ল বেছিভাগেই মুছলিম আৰু অঘৰী জাতিৰ। ডোগ্ৰা আৰু ৰাজপুত সকলৰ লগত পঞ্জাবীসকলৰ যথেষ্ট সাদৃশ্য আছে। লাডাখৰ লোকসকলৰ অধিকাংশই তিব্বতীয় মূলৰ। চমুতে ক'বলৈ গ'লে, বিভিন্ন ধৰ্ম, ভাষা আৰু আচাৰ-ব্যৱহাৰ আদিৰে এতিয়াৰ জম্মু-কাশ্মীৰ হ'ল এক বৈচিত্ৰ্যময় অঞ্চল। সমভূমিৰ পৰা আৰম্ভ কৰি সুউচ্চ পৰ্বতমালা হ'ল এই ৰাজ্যৰ বিশেষ ভৌগোলিক বৈশিষ্ট্য।

জম্মু আৰু কাশ্মীৰ ৰাজ্যখন আছিল ইংলেণ্ড, ৱেলছ আৰু স্কটলেণ্ড একেলগ কৰিলে

হ'ব পৰা আকাৰৰ। ই বিস্তৃত আছিল পঞ্জাবৰ সমভূমিৰ পৰা একেবাৰে মধ্য এছিয়াৰ মালভূমি পৰ্যন্ত। বিশেষত্ব কিন্তু হ'ল যে ভাষাৰ বিভিন্নতা আৰু পৰ্বত-পাহাৰবোৰে ৰাজ্যখনৰ অধিবাসীসকলক অঞ্চলবিশেষে পৃথক সত্তা দিছিল।

উপত্যকাটোত প্ৰাধান্য হৈছে ছুন্নীসকলৰ, কিন্তু অ'ত-ত'ত সিঁচৰতি হৈ আছে ছিয়াসকল। পূবফালে লাডাখ আৰু তিব্বতীয় সংস্কৃতিৰ বৌদ্ধসকল। এই সকল অধিবাসীয়ে কিন্তু দেশীয় ৰাজ্যখনৰ অংশবিশেষ বুলি কেতিয়াও গণ্য কৰা নাছিল। এশ বছৰীয়া দোগ্ৰা শাসনৰ সময়ত কোনো এজন দোগ্ৰা ৰজাই ভ্ৰমণ কৰা নাছিল লাডাখ অঞ্চল। বৰ্তমানে পাকিস্থানৰ দখলত থকা মজফৰবাদৰ পৰা মীৰপুৰলৈকে অঞ্চলটোৰ অধিবাসী হ'ল পঞ্জাবী ছুন্নী মুছলিম। তাৰ সিফালে গিলগিট, স্কাৰ্ডু আৰু কাৰগিল অঞ্চলৰ অধিকাংশ হ'ল ছিয়া মুছলিম।

পুনৰ অহা যাওক কেৱল কাশ্মীৰলৈ। অসমৰ দৰে কাশ্মীৰেও লিখিত বুৰঞ্জীৰ বাবে গৌৰৱ কৰিব পাৰে। কিন্তু বিশিষ্ট সাংবাদিক অজিত ভট্টাচাৰ্যৰ ভাষাত ক'ব লাগিলে '(কাশ্মীৰ দি ৱনণ্ডেদ ভেলী)' কাশ্মীৰৰ বুৰঞ্জী হ'ল "উৰ্বৰ উপত্যকাটোক ঘেৰি ৰখা সুউচ্চ পৰ্বতবোৰৰ ওখ অসমান গৰাৰ দৰে। সমগ্ৰ বিশ্বতে প্ৰাকৃতিক সৌন্দৰ্যৰ বাবে বিখ্যাত হৈ পৰা, ভৌগোলিকভাৱে এটি ঠেক উপত্যকাত একাষৰীয়া হৈ পৰা কিছুমান মানুহৰ ই হৈছে এখন বিৱৰ্তনৰ বুৰঞ্জী......।" কাশ্মীৰৰ প্ৰাক-ঐতিহাসিক বুৰঞ্জী জনাৰ বাবে নিৰ্ভৰযোগ্য সমল হ'ব দ্বাদশ শতিকাৰ বিখ্যাত বুৰঞ্জীবিদ কলহনৰ 'ৰাজতৰংগিনী' নামৰ বুৰঞ্জীখন। এই বুৰঞ্জীখনে সামৰিছে প্ৰায় তিনি হেজাৰ বছৰ।

কাশ্মীৰৰ বুৰঞ্জী অৱশ্যে দীঘলীয়া আৰু বিচিত্ৰ। বুৰঞ্জীয়ে ঢুকি পোৱা সময়ৰ পৰা আৰম্ভ কৰি ১৯৪৭ চনৰ শেহতীয়া পৰ্যায়লৈকে ধৰিলে কাশ্মীৰত বিভিন্ন ধৰ্ম আৰু শাসনৰ ক্ৰমশঃ এনেদৰে শ্ৰেণী বিভাগ কৰিব পাৰি— (১) হিন্দু, (২) বৌদ্ধ, (৩) মুছলমান, (৪) আফগান, (৫) শিখ, (৬) ডোগ্ৰা আৰু (৭) ১৯৪৭ চনৰ পৰা পৰৱৰ্তী পৰ্যায়। নক'লেও হ'ব যে ধৰ্মীয় ভিত্তিত ভাগ কৰোতে সেই ধৰ্মৰ ৰজা কাশ্মীৰৰ শাসনত থকাৰ কথাহে ঘাইকৈ বুজোৱা হৈছে।

কাশ্মীৰৰ বুৰঞ্জীৰ এটা বিশেষ দিশ হ'ল তাৰ জনসাধাৰণে ধৰ্ম সলনি কৰা প্ৰক্ৰিয়া। কাশ্মীৰৰ ক্ষেত্ৰতেই যে এই কথা প্ৰযোজ্য, তেনে নহয়— বিশ্বৰ বিভিন্ন প্ৰান্তত বিভিন্ন কাৰণ আৰু পৰিস্থিতিত এই প্ৰক্ৰিয়া বিৰাজমান। এই বিষয়ে বিশিষ্ট সাংবাদিক অজিত ভট্টাচাৰ্যৰ উদ্ধৃতি[2] দিয়া হ'ল।

"— কাশ্মীৰত বৌদ্ধ ধৰ্মই আকস্মিকভাৱে প্ৰৱেশ কৰা নাছিল। ৰাজকীয় পৃষ্ঠপোষকতা বা শক্তিৰ ভাবুকিত এই কাম হোৱা নাছিল। উপত্যকাটোৰ এক বিশেষ বৈশিষ্ট্য হ'ল যে তাত সামগ্ৰিকভাৱে ধৰ্মীয় ৰূপান্তৰ আছিল পৰ্যায়ক্ৰমে হোৱা এক স্বেচ্ছামূলক প্ৰক্ৰিয়া। এটা ধৰ্মই আন এটা ধৰ্মক বাট এৰি দিয়াৰ পাছতো আগৰ ধৰ্মই জনমানসত চাপ মাৰি থকা দেখা যায়। আজিও আনকি তাত নাগ পূজা উপাসনাৰ চিন পোৱা যায়। ধৰ্মান্তৰকৰণ আৰম্ভ হয় সাধাৰণতে সমাজত থকা কম সুবিধাভোগী অংশটোত। ঐতিহ্যপূৰ্ণ

২। 'কাশ্মীৰ, দ্য ৱনডেদ ভেলী'

ধৰ্মবোৰৰ বিপৰীতে, সামাজিক অন্যায়ক যুক্তিযুক্ত আৰু দৃঢ় কৰি নোতোলা কোনো বিশ্বাসক এই শ্ৰেণীৰ বাইজে আদৰণি জনায়। সেয়ে, জড়োপাসক নাগ পূজা অৰ্চনাৰ ঠাই লোৱা বৈদিক ব্ৰাহ্মণ্যবাদে যেতিয়া নিষ্ঠুৰতা আৰু দমনবাদৰ পক্ষ ল'লে, তেতিয়া ভক্তিমন্ত ভিক্ষুসকলে প্ৰচাৰ কৰা বুদ্ধৰ মানৱতাবাদী আৰু সমতাবাদী বাৰ্তাই গ্ৰহণযোগ্যতা লাভ কৰিলে। ধৰ্মীয় আৰু জটিল মতবাদত সোমাই পৰি বৌদ্ধ ধৰ্ম যেতিয়া নীতিচ্যুত হ'ল, ব্ৰাহ্মণ্যবাদ তেতিয়া পুনৰ উভতি আহিল। তাৰ পিছতে আহিল ইছলাম ধৰ্ম। বৌদ্ধ ধৰ্ম প্ৰচলিত আছিল খ্ৰীষ্টপূৰ্ব তৃতীয় শতিকাৰ পৰা খ্ৰীষ্টাব্দ দ্বাদশ শতিকালৈকে।"

বিভিন্ন ধৰ্মাৱলম্বী ৰজাই কাশ্মীৰত শাসন কৰাৰ স্মৃতি চিহ্ন আজিও বিৰাজমান ৰাজ্যখনৰ প্ৰান্তে প্ৰান্তে। মন্দিৰ, মছজিদ, বৌদ্ধ স্তূপ আদি হয় পূৰ্ণাংগ ৰূপত, নহয় সেইবোৰৰ ভগ্নাৱশেষে ৰাজ্যখনৰ বৈচিত্ৰ্যময় বুৰঞ্জী সোঁৱৰাই দি আছে।

মোগল সম্ৰাট জাহাংগীৰে শ্ৰীনগৰৰ কাষত নিৰ্মাণ কৰা প্ৰখ্যাত শালিমাৰ বাগিচা নিজ নামেই খ্যাত। নূৰজাহানৰ বাবে জাহাংগীৰে সজাইছিল এইখন বাগিচা। শালিমাৰৰ অৰ্থ প্ৰেম নিবাস। ডাল হ্ৰদৰ এটা পাৰত শালিমাৰেই নহয় আন দুখন বাগিচা আছে। এখনৰ নাম 'ছাচমা চাহি' অৰ্থাৎ নিজৰাৰ ৰজা, এইখনো সজাইছিল ছাহজাহানেই। আনখন হ'ল 'নিছাট বাগ'— যাৰ অৰ্থ হ'ল আনন্দৰ উদ্যান। সজাইছিল নুৰজাহানৰ ভাতৃ আছফ খাই। হ্ৰদৰ আনটো পাৰত আকবৰে সজোৱা আন এখন বাগিচা— নাম 'নাছিম বাগ'। এই নামটোৰ অৰ্থ হ'ল—পুৱাৰ মলয়াৰ বাগিচা।

ডাল হ্ৰদ আৰু ইয়াৰ পাৰত মোগলৰ দিনত নিৰ্মাণ কৰা ফুলৰ বাগিচাবোৰেই হ'ল শ্ৰীনগৰৰ মূল আকৰ্ষণ। এপিনে হৰি পৰ্বত আৰু আনপিনে শংকৰাচাৰ্য পৰ্বত— তাৰ মাজতেই আছে ডাল হ্ৰদ। এই ডাল হ্ৰদতে কাঠৰ চাংঘৰ সাজি অথবা ডাঙৰ ডাঙৰ নাও একোখনতে একো একোটা পৰিয়াল বাস কৰিছে। কোনো কোনোখন নাৱত আছে দোকান। যাতায়াত হয় নাৱেৰে। এই হ্ৰদৰ পানীৰ ওপৰত ঠায়ে ঠায়ে সৃষ্টি হৈছে ওপঙি থকা ফল-মূলৰ বাগিচা।

প্ৰখ্যাত মাৰ্তণ্ড মন্দিৰটো নিৰ্মাণ কৰিছিল খ্যাতিমন্ত হিন্দুৰাজ ললিতাদিত্যই। এটা টিলাৰ ওপৰত নিৰ্মাণ কৰা প্ৰখ্যাত মাৰ্তণ্ড মন্দিৰ বা সূৰ্য মন্দিৰটো জহি-খহি গৈছিল যদিও পাছত মন্দিৰটো পুনৰ নিৰ্মাণ কৰা হ'ল।

একেদৰে জনাজাত অৱন্তীপুৰ মন্দিৰ। মহাৰাজ অৱন্তীবৰ্মনে নিৰ্মাণ কৰা এই মন্দিৰৰ যি ভগ্নাৱশেষ শ্ৰীনগৰৰ পৰা প্ৰায় ওঠৰ মাইল দূৰৰ পৰা দেখা যায়, তাৰে পৰাই বুজিব পাৰি— তাহানিৰ উন্নত মানৰ ভাস্কৰ্য। এই ভাস্কৰ্যত প্ৰমাণ আছে গ্ৰীকসকলৰ প্ৰভাৱ। শিৱ আৰু বিষ্ণুৰ এই মন্দিৰ শিকন্দৰ নামৰ এজন পূজা বিৰোধীয়ে ধ্বংস কৰে বুলি কলহনে উল্লেখ কৰিছে।

প্ৰায় এহেজাৰ ফুট ওখ পাহাৰৰ ওপৰত আছে শংকৰাচাৰ্য মন্দিৰ। এই মন্দিৰৰ পৰা সমগ্ৰ শ্ৰীনগৰ মহানগৰীখন ভালকৈ দেখা যায়। খ্ৰীঃ পূঃ ২০০০ চন মানত চান্দিমানে এই মন্দিৰ নিৰ্মাণ কৰাইছিল বুলি জনা যায়। অৱশ্যে, তাৰ পাছত কেইবাবাৰো ইয়াক পুনৰ্নিৰ্মাণ কৰা হয়। এই মন্দিৰ থকা পাহাৰটোক মুছলমানসকলেও পবিত্ৰ জ্ঞান কৰে। আনহাতে বৌদ্ধ ধৰ্মাৱলম্বীসকলেও তালৈ উপাসনা কৰিবলৈ আহে।

আন এক ধৰ্মস্থান হ'ল ছাহ হামদান মছজিদ। চতুৰ্দশ শতিকাত কুতুবুদ্দিনে নিৰ্মাণ কৰা এই মছজিদটো পিছত পুনৰনিৰ্মাণ কৰা হয়। ●

# কাশ্মীৰৰ অতীত

বৰ্তমানৰ কাশ্মীৰত ইছলামধৰ্মী লোকেই সংখ্যাগৰিষ্ঠ, কিন্তু কাশ্মীৰত ইছলাম ধৰ্মৰ প্ৰৱেশ ঘটে ত্ৰয়োদশ শতিকাতহে— যেতিয়া শাসনত থকা হিন্দুধৰ্মী ৰজাসকলৰ মাজত গৃহ কন্দল হোৱাৰ লগতে দুৰ্বল আৰু অযোগ্য ৰজাৰ অধীনত এক অস্থিৰ পৰিবেশৰ সৃষ্টি হ'ল। এই পৰিবেশে কাশ্মীৰত ইছলাম ধৰ্ম প্ৰৱেশৰ পথ মুকলি কৰিলে। ইয়াৰ আগলৈকে কাশ্মীৰত আছিল হিন্দু আৰু বৌদ্ধ ধৰ্মৰ প্ৰভাৱ। হিন্দু ধৰ্মৰ প্ৰভাৱ কাল আছিল যথেষ্ট দীঘলীয়া— বৌদ্ধ ধৰ্মৰ কম।

প্ৰাক-ঐতিহাসিক কাশ্মীৰৰ বিষয়ে সবিশেষ জনা নগ'লেও যিখিনি জনা যায়, সেই মতে তেতিয়া আছিল হিন্দু ধৰ্মৰ প্ৰভাৱ। চীনা পৰিব্ৰাজক হিউৱেন চাঙে অৱশ্যে ৬৩১-৬৩৩ খ্ৰীষ্টাব্দত কাশ্মীৰ ভ্ৰমণ কৰোতে তাত বৌদ্ধ ভিক্ষু দেখিছিল। সেই সকলক কাশ্মীৰত সংস্থাপিত কৰিছিল মহাৰাজ অশোকে (খ্ৰীঃ পূঃ ২৭৪-২৩৭)। অশোকে তেওঁৰ সাম্ৰাজ্য কাশ্মীৰলৈকে সম্প্ৰাসৰণ কৰিছিল। কাশ্মীৰ শাসন কৰা তেৱেঁই আছিল প্ৰথমজন অকাশ্মীৰী। প্ৰকাশ যে অশোকে সমগ্ৰ কাশ্মীৰ উপত্যকা উপহাৰ ৰূপে দিছিল বৌদ্ধ সংঘক। পাঁচশটা বৌদ্ধ বিহাৰ তেওঁ নিৰ্মাণ কৰাইছিল। সেই সময়ত কাশ্মীৰ হৈ পৰিছিল বৌদ্ধ ধৰ্মৰ এক প্ৰধান কেন্দ্ৰ।

সম্ৰাট অশোকৰ মৃত্যুৰ পাছত বৌদ্ধ ধৰ্মৰ প্ৰভাৱ কমি কিছু বছৰ হিন্দু ধৰ্মৰ শৈৱ পন্থী ৰজাই ৰাজত্ব কৰিলেও কুশান সম্ৰাট কণিষ্কই (খ্ৰীষ্টাব্দ ৭৮-১২৩) কাশ্মীৰ তেওঁৰ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰা কালত, কাশ্মীৰত বৌদ্ধ ধৰ্ম পুনৰ প্ৰভাৱশালী হৈ পৰে। বৌদ্ধ ধৰ্মী এই ৰজাজনে কাশ্মীৰ উপত্যকাৰ বৌদ্ধ ধৰ্মৰ এটা মঠত তৃতীয় বৌদ্ধ মহাসভাৰ আয়োজন কৰিছিল। এই মহাসভাতেই বৌদ্ধ ধৰ্মৰ মহাযান পন্থাৰ সৃষ্টি হয়।

কাশ্মীৰত হিন্দু ধৰ্মৰ নামত অন্যায়-অত্যাচাৰ চলাত বৌদ্ধ ধৰ্ম জনপ্ৰিয় হ'বলৈ ধৰিলেও এই ধৰ্মৰো নীতি-নিয়মত যেতিয়া ঘূণে ধৰিলে, তেতিয়া হিন্দু ধৰ্মৰ পুনৰুত্থান ঘটিল। সম্ৰাট কণিষ্কৰ পাছত বৌদ্ধ ধৰ্মীয় উল্লেখযোগ্য ৰজা নাছিল। পৰৱৰ্তী গোনাদা ৰাজবংশ আছিল হিন্দুধৰ্মী আৰু লগতে বৌদ্ধধৰ্ম বিৰোধী।

তাৰ পাছত কাশ্মীৰ দখল কৰিছিল বহিৰাগত হুন বংশৰ মিহিৰ কোনা (মিহিৰগোলা?) নামৰ অতি অত্যাচাৰী নিষ্ঠুৰ ৰজা এজনে। প্ৰখ্যাত বুৰঞ্জীবিদ কলহনৰ মতে,[৩] এইজন ৰজাই মানুহ হত্যা কৰি পৰম আনন্দ পাইছিল— আনহে নেলাগে জীৱ-জন্তুকো বাদ নিদিছিল। কাশ্মীৰ জয় কৰাৰ পিছত গান্ধাৰ (পূব আফগানিস্তান) আক্ৰমণ কৰি তাৰ ৰাজ পৰিয়ালবৰ্গক হত্যা কৰাতেই ক্ষান্ত নাথাকি, বৌদ্ধ বিহাৰ আৰু স্তূপবোৰ ধ্বংসে

৩। 'ৰাজতৰংগিনী'

আৰু লুটপাত কৰিছিল। কাশ্মীৰলৈ উভতি আহোঁতে যিবোৰ মানুহ তেওঁ বন্দী কৰি আনিছিল, সেই সকলোবোৰকে তেওঁ সিন্ধু নৈৰ পাৰত হত্যা কৰিছিল। কোনো ঠাইলৈ তেওঁৰ আগমনৰ বিষয়ে জানিব পৰাৰ ধৰণটো আছিল অবিশ্বাস্য যেন লগা। কথিত আছে যে তেওঁৰ আগমনৰ আগে আগে আকাশত উৰিছিল শগুন, কাউৰী আদি মঙহ খোৱা চৰাইবোৰ।

কাশ্মীৰৰ পীৰপঞ্জল অঞ্চলত যিটো গিৰিপথ আছে সেইটো হস্তিভঞ্জ বা 'এলিফেন্ট পাছ' বুলি নামকৰণ হোৱাৰ মূলতে হ'ল এই অত্যাচাৰী ৰজাজন। অতি ওখ থিয় গৰাৰ পৰা তললৈ হাতী পেলাই দিলে মৃত্যু যন্ত্ৰণাত হাতীয়ে যি টেটুফলা চিঞৰ মাৰে, সেই চিঞৰত মিহিৰকোনাই পাইছিল আসুৰিক আনন্দ। সেয়ে, পীৰপঞ্জলৰ থিয় গৰাৰ ওপৰৰ পৰা এটা দুটা নহয়, এশটা হাতী তললৈ পেলাই সিবোৰৰ মৃত্যুমুখৰ চিঞৰ শুনি মিহিৰ কোনাই পৰম আসুৰিক আনন্দ লাভ কৰিছিল। তেতিয়াৰে পৰা সেই ঠাইৰ নাম হ'ল হস্তীভঞ্জ বা এলিফেন্ট পাছ।

মিহিৰকোনাৰ পাছত স্থানীয় যিজন ৰজাৰ নাম বিখ্যাত, তেওঁ হ'ল ললিতাদিত্য (খ্ৰীঃ ৭২৪-৭৬০)। তেওঁ নিজ সাম্ৰাজ্য সম্প্ৰসাৰণ কৰিছিল— এফালে মধ্য ভাৰত আৰু আনপিনে মধ্য এছিয়ালৈকে। হিন্দু আৰু বৌদ্ধ— উভয় ধৰ্মৰে তেওঁ পৃষ্ঠপোষকতা কৰিছিল। এফালে যেনেকৈ তেওঁ হিন্দু মন্দিৰ নিৰ্মাণ কৰাইছিল; আনফালে তেনেকৈ তেওঁ নিৰ্মাণ কৰাইছিল বৌদ্ধসকলৰ বিহাৰ। মাৰ্তণ্ডৰ প্ৰখ্যাত সূৰ্য মন্দিৰ তেৱেঁই নিৰ্মাণ কৰাইছিল। তেওঁৰ ৰাজসভাত বিদগ্ধ পণ্ডিতসকলৰ সমাবেশ ঘটিছিল।

তেওঁৰ পৰৱৰ্তীসকলৰ ভিতৰত, যি কেইজনৰ নাম বিখ্যাত, তেওঁলোক হ'ল - জয়াপিদা, অৱন্তী বৰ্মণ, আৰু মহাৰাণী দিদা। ললিতাদিত্যৰ নাতি জয়াপিদা আছিল সংস্কৃত ভাষাৰ এজন পণ্ডিত। আনহাতে সামৰিক দক্ষতাৰ বাবেও তেওঁ জনাজাত আছিল।

অৱন্তী বৰ্মণ (খ্ৰীষ্টাব্দ ৮৫৫) আছিল কলা সংস্কৃতিৰ পৃষ্ঠপোষক। তেওঁৰ ৰাজত্ব কালত সূৰ্য নামৰ অভিযন্তা এজনে সূৰ্যপুৰ (বৰ্তমানে ছুপুৰ) নামৰ এখন নগৰ নিৰ্মাণ কৰে। এইজনা অভিযন্তাই আন এটা বিশেষ কাম কৰি খ্যাতি আৰ্জে। কাশ্মীৰ উপত্যকাক বানপানীৰ পৰা ৰক্ষা কৰিবলৈ এক স্থায়ী ব্যৱস্থা কৰি ঝিলাম নৈখন ৱালাৰ হ্ৰদেদি বোৱাই নিয়াৰ তেওঁ ব্যৱস্থা কৰিলে।

ৰজা ক্ষেমেগুপ্ত (খ্ৰীঃ ৯৫০-৯৫৮)ৰ মৃত্যুৰ পাছত তেওঁৰ ৰাণী দিদাই প্ৰায় ৫০ বছৰ কাল সুখ্যাতিৰে ৰাজ্য শাসন কৰে।

দিদাৰ পাছত প্ৰায় তিনি শতিকা ধৰি কাশ্মীৰ ভালেকেইজন সৰুসুৰা আৰু দুৰ্বল ৰজাই ৰাজত্ব কৰে আৰু ক্ষমতাৰ বাবে হোৱা কাজিয়াত কেইবাজনো ৰজাই প্ৰাণ হেৰুৱায়। ফলত, কাশ্মীৰত যি অস্থিৰ পৰিস্থিতিয়ে বিৰাজ কৰে, তাৰ পৰিণামত হিন্দু ৰজাৰ ৰাজত্বৰ যৱনিকা পৰে। হিন্দু ৰজা সহদেৱৰ (খ্ৰীষ্টাব্দ ১৩০১-১৩২০) দিনতে কাশ্মীৰলৈ ইছলাম ধৰ্মৰ প্ৰৱেশ কেনেকৈ ঘটিল সেই কাহিনী ৰোমাঞ্চকৰ।

গোলাব সিঙৰ পাছত ৰজা হ'ল তেওঁৰ পুত্ৰ ৰণবীৰ সিং। গোড়া হিন্দু ৰণবীৰৰ বোলে ইচ্ছা আছিল বাৰাণসীত বিমান মন্দিৰ আছে— সিমান মন্দিৰ জম্মুত নিৰ্মাণ

কৰোবাটো। এই ইচ্ছা সফল নহ'লেও আঁচনিখনত তেওঁ বহুতো ধন ব্যয় কৰিছিল। ধৰ্মীয় শিক্ষা, ধৰ্মানুষ্ঠান আদিক তেওঁ উদগনি দিছিল।

তেওঁ সিংহাসন অধিকাৰ কৰাৰ বছৰটো আছিল ভাৰতৰ ইতিহাসত অতি গুৰুত্বপূৰ্ণ। সেয়া আছিল ১৮৫৭ চন। সেই বছৰতে হৈছিল ঐতিহাসিক সাতাৱন্ন চালৰ বিদ্ৰোহ। সেই বিদ্ৰোহ দমনৰ বাবে ইংৰাজক সৈন্য-সামন্ত দি সহায় কৰিছিল বাবে ভাইচৰয়ে এখন 'চনদ' দি তেওঁক সন্মানিত কৰিছিল। অমৃতসৰ চুক্তি সংশোধন কৰি তোলনীয়া পুত্ৰ লোৱাৰ ব্যৱস্থা ইংৰাজে তেওঁক কৰি দিলে। তদুপৰি তেওঁক বিভিন্ন ধৰণৰ সন্মানেৰে বিভূষিত কৰিলে।

কাশ্মীৰত হিন্দু ৰজাসকলৰ শাসনৰ অৱসান ঘটি ১৩২০ চনৰ পৰা মুছলমানৰ শাসন আৰম্ভ হয়। সেই বিষয়ে আলোচনা কৰিবলৈ যোৱাৰ আগতে হিন্দু আৰু বৌদ্ধ ধৰ্মই কাশ্মীৰত প্ৰভুত্ব বিস্তাৰ কৰি থকা কালৰ বিশেষত্বৰ বিষয়ে চমুকৈ তলত উল্লেখ কৰা হ'ল।

## চকুত লগা আছিল

ইছলাম ধৰ্মই কাশ্মীৰত প্ৰৱেশ কৰাৰ আগলৈকে সাহিত্য-সংস্কৃতি-বিজ্ঞান আদিৰ ক্ষেত্ৰত কাশ্মীৰৰ স্থিতি চকুত লগা আছিল বুলি বিশিষ্ট পৰ্যটক আলবেৰুণীকে ধৰি জনা-বুজাসকলে লিখি থৈ গৈছে। কাশ্মীৰত তেতিয়া ভালেমান বিশিষ্ট পণ্ডিতে মূল্যবান গ্ৰন্থ ৰচনা কৰিছিল। ক্ষেমেন্দ্ৰ ( Kshemendra) নামৰ এজন পণ্ডিতে বিভিন্ন বিষয়ৰ কমেও ৩০খন গ্ৰন্থ লিখিছিল। বিশিষ্ট পণ্ডিত অশ্বঘোষ আছিল তেতিয়া কাশ্মীৰত। বুদ্ধ চৰিত নামৰ গ্ৰন্থৰ লেখকৰূপে তেওঁৰ নাম বিখ্যাত। মহাৰাজ কণিষ্ক আছিল এইজন পণ্ডিতৰ পৃষ্ঠপোষক। কাশ্মীৰৰ আন উল্লেখযোগ্য সাহিত্যিক আৰু চিন্তাবিদসকলৰ ভিতৰত আছিল লাল্লুটা ছানকোকা, ভট্ট, উদ্‌ভট্ট, কুন্তলা, বিল্‌হন, মানখা, সোমদেৱ (কথা চৰিত সাগৰৰ বাবে বিখ্যাত) আদি। বুৰঞ্জীবিদৰ সংখ্যাও তেতিয়া কাশ্মীৰত কম নাছিল। তাৰ ভিতৰত বিশেষ উল্লেখযোগ্য হ'ল— কল্‌হন, জনাৰজ, শ্ৰীবৰ, প্ৰাজ্ঞভট্ট আৰু ছুক আদি।

প্ৰথম শতিকাতে ঔষধৰ ক্ষেত্ৰত বিশেষ উল্লেখযোগ্য কাম কৰা কাশ্মীৰৰ দুজন বিশিষ্ট ব্যক্তি হল চাৰক আৰু নৰহৰি। আন এজন বিশিষ্ট বৌদ্ধ পণ্ডিত নাগাৰ্জুনে তেতিয়া বাস কৰিছিল কাশ্মীৰত— যদিওবা কাশ্মীৰত তেওঁ জন্ম গ্ৰহণ কৰা নাছিল। কাশ্মীৰত জন্ম গ্ৰহণ নকৰা, কিন্তু কাশ্মীৰকে সাহিত্য সেৱাৰ কেন্দ্ৰৰূপে গ্ৰহণ কৰা আন কেইজনমান পণ্ডিত হ'ল নাগাৰ্জুন, বসুবন্ধু, ধৰ্মত্ৰত আদি। আনহাতে নাগাৰ্জুন এজন 'কেমিষ্ট'ৰূপে ইমানেই বিখ্যাত আছিল যে তেওঁক 'ভাৰতীয় কেমিষ্ট্ৰিৰ জনক' ৰূপে জ্ঞান কৰা হৈছিল।

'কাশ্মীৰ শৈৱবাদ' বা 'ত্ৰিখা' নামৰ এক নতুন ধৰ্মীয় দৰ্শনৰ (হিন্দু আৰু বৌদ্ধ ধৰ্মৰ এক মিশ্ৰিত দৰ্শন) বিষয়ে অভিনৱ গুপ্তই লিখা 'তন্ত্ৰালোক' নামৰ গ্ৰন্থখন আজিও বিখ্যাত।

মাৰ্তণ্ডৰ বিখ্যাত সূৰ্য মন্দিৰ নিৰ্মাণ কৰোতা সম্ৰাট ললিতাদিত্যই তেওঁৰ ৰাজসভালৈ যিসকল বিখ্যাত পণ্ডিতক নিমন্ত্ৰণ কৰি আনিছিল, তাৰ ভিতৰত আছিল 'মালতী মাধৱ' গ্ৰন্থৰ লিখক ভৱভূতি আৰু 'গৌৰৱ' গ্ৰন্থৰ লেখক বকপতিৰাজ আদি।

বিশিষ্ট সাংবাদিক হৰিজয় সিঙৰ মতে,[৩] "ইছলামৰ আগমনৰ আগলৈকে কাশ্মীৰ আছিল সংস্কৃতিৰ এটি বিকাশ কেন্দ্ৰ।" চীন পৰিব্ৰাজক জুৱান চুৱাঙৰ মতে, "জ্ঞান অৰ্জন আছিল উপত্যকাটোৰ ৰাইজৰ প্ৰিয়। তেওঁলোক আছিল সংস্কৃতিবান।" বিখ্যাত পৰিব্ৰাজক আলবেৰুণীয়ে একাদশ শতিকাতেই মন্তব্য কৰিছিল যে কাশ্মীৰ উপত্যকা আছিল "হিন্দু বিজ্ঞানৰ এটি উচ্চ কেন্দ্ৰ।" ঔষধ, জ্যোতিষ বিদ্যা আৰু জ্যোতিৰ্বিদ্যা আদি বিষয়ত উপত্যকাটোৱে উল্লেখযোগ্য উন্নতি কৰিছিল।

## মুছলমানৰ শাসন (১৩২০-১৮১৯)

হিন্দু ৰজা সহদেৱে কাশ্মীৰ শাসন কৰা কালত মধ্য এছিয়াৰ দুলচু নামৰ টাৰ্টাৰ এজনে কাশ্মীৰ আক্ৰমণ কৰাত ৰজাই ভয় খাই ৰাজ্য এৰি পলাল। ৰাজ্যখনৰ মন্ত্ৰী ৰামচন্দ্ৰনে ছাহমীৰ নামৰ মুছলমান এজনৰ সহায়ত দুলচুৰ সেনাক পৰাজিত কৰি ৰজা হ'ল। এই কামত তেওঁক সহায় কৰিছিল তিব্বতৰ পৰা পলাই আহি কাশ্মীৰত থকা ৰিনচিন নামৰ বৌদ্ধধৰ্মী যুৱৰাজ এজনে। ৰিনচিন আছিল উচ্চাভিলাষী। তেওঁ ৰামচন্দ্ৰক হত্যা কৰি ৰাজপাটত বহিল। ১৩২০ খ্ৰীষ্টাব্দত ৰিনচিনে ইছলাম ধৰ্ম গ্ৰহণ কৰি নাম ল'লে চুলটান ছদৰুদ্দিন বুলি। এৱেঁই হ'ল কাশ্মীৰৰ প্ৰথমজন মুছলামন শাসক।

বৌদ্ধধৰ্মী ৰিনচিন ইছলাম ধৰ্মত দীক্ষিত হোৱাৰ কাহিনী চমকপ্ৰদ। ৰিনচিন ৰাজপাটত বহাৰ আগতেই অনুভৱ কৰিলে যে কাশ্মীৰত তেওঁৰ ধৰ্মৰ লোক কম। ৰাজ্যখনত হিন্দুৰ সংখ্যা যথেষ্ট আছিল বাবে তেওঁ হিন্দু ধৰ্ম ল'বলৈ মন মেলিলে। হিন্দু ধৰ্মৰ মুৰব্বীসকলে তেওঁক জনালে যে তেওঁক হিন্দু ধৰ্মত দীক্ষা দিব নোৱাৰি। তেতিয়াহে তেওঁ ইছলাম ধৰ্মত দীক্ষিত হ'ল।

চুলটান ছদৰুদ্দিনৰ পাছত কেইবছৰমান ক্ষমতা লৈ ৰাজ পৰিয়ালত কন্দল হ'লত ওপৰত উল্লেখ কৰা ছাহমীৰে ক্ষমতা দখল (১৩৩৯ খ্ৰীঃ) কৰি চুলটান ছামছুদ্দিন নাম লয়। ইয়াৰ পাছত প্ৰায় পাঁচশ বছৰ ধৰি মুছলিম ৰজাই কাশ্মীৰ শাসন কৰে।

এওঁলোকৰ শাসনকালৰ উল্লেখযোগ্য দিশ হ'ল— ইছলাম ধৰ্মলৈ ধৰ্মান্তৰকৰণ আৰু হিন্দু মঠ-মন্দিৰ ধ্বংসৰ অভিযান। ধৰ্মান্তৰকৰণৰ বিষয়ে পৰৱৰ্তী এটা পৃথক অধ্যায়ত বহলাই আলোচনা কৰা হৈছে।

১৫৪০ চনত মোগল সাম্ৰাজ্য প্ৰতিষ্ঠাৰ আগতে কুটুবুদ্দিন (১৩৭৩-১৩৮৯), চুলটান শিকন্দৰ (১৩৮৯-১৪১৩) জয়নুল আবেদিন (১৪২০-১৪৭০) হ'ল উল্লেখযোগ্য মুছলমান ৰজা। চুলটান শিকন্দৰ আছিল ধৰ্মৰ ক্ষেত্ৰত অতি গোড়া আৰু উগ্ৰ। কাশ্মীৰত হিন্দু ধৰ্মৰ চিন-মোকাম নাইকিয়া কৰিবলৈ তেওঁ দুটা পন্থা লৈছিল। সকলো হিন্দু মঠ-মন্দিৰ ভাঙি তেওঁ চুৰমাৰ কৰিছিল। মাৰ্তণ্ড আৰু অৱন্তীপুৰৰ বিখ্যাত মন্দিৰ তেৱেঁই ধ্বংস কৰে। দ্বিতীয়তে তেওঁ মৰণৰ ভয় দেখুৱাই হিন্দুসকলক ইছলাম ধৰ্মত দীক্ষিত কৰাইছিল। বহু হিন্দুক তেওঁ হত্যা কৰিছিল আৰু তেওঁৰ অত্যাচাৰৰ পৰা হাত সাৰিবলৈ

---

৩। 'কাশ্মীৰ— এ টেল অব ছেম'

হেজাৰ-বিজাৰ হিন্দুধৰ্মী লোক কাশ্মীৰ এৰি পলাইছিল। হিন্দুৰ ওপৰত তেওঁ লগাইছিল জিজিয়া কৰ।

চুলটান শিকন্দৰৰ হিন্দুবাদী উচ্ছেদ অভিযানৰ ঘাই সহযোগী আছিল তেওঁৰ মুখ্যমন্ত্ৰী মালিক চৈফুদ্দিন। ৰহস্যজনক কথা যে এই মুখ্যমন্ত্ৰীজনে ধৰ্মান্তৰিত হৈহে এই নাম লৈছিল। হিন্দু হৈ থাকোতে তেওঁৰ নাম আছিল চুহা ভট্ট। এইজন মুখ্যমন্ত্ৰীয়ে চুলটানৰ লগত হাত মিলাই হিন্দুৰ সকলো ধৰ্মগ্ৰন্থ ডাল হ্ৰদত পেলাই ধ্বংস কৰিছিল।

ইয়াৰ পাছত স্বাভাৱিকতে কাশ্মীৰ উপত্যকাত মুছলমান সংখ্যাগৰিষ্ঠ হৈ পৰিল।

চুলটান শিকন্দৰৰ মৃত্যুৰ পিছত তেওঁৰ বৰ পুতেক আলি শ্বাহ চুলটান হৈ পিতৃৰ হিন্দুধ্বংসী অভিযান অক্ষুণ্ণ ৰাখে। হিন্দুসকলক তেওঁ ইছলাম ধৰ্ম ল'বলৈ বাধ্য কৰে আৰু তাকে নকৰিলে কাশ্মীৰৰ পৰা সেইসকলক খেদি পঠোৱাৰ ব্যৱস্থা ল'লে।

প্ৰকাশ যে চৈধ্য শতিকাৰ শেষত কাশ্মীৰ উপত্যকাত পণ্ডিতৰ পৰিয়াল আছিলগৈ মাত্ৰ এঘাৰটাহে।

পাছৰজনা চুলটান জয়নুল আবিদিন (১৪২০-১৪৭০) আছিল শিকন্দৰৰ দ্বিতীয় পুত্ৰ। আচৰিত কথা যে এওঁ আছিল দেউতাক আৰু ডাঙৰ ককায়েকৰ সম্পূৰ্ণ বিপৰীত। হিন্দুসকলৰ প্ৰতি তেওঁৰ আগৰ চুলটানসকলে যি অন্যায়-অবিচাৰ কৰিছিল, তাৰ অৱসান ঘটাই, সেইসকলৰ মৰম-শ্ৰদ্ধা-আনুগত্য আদায় কৰাৰ বাবে এইজনা চুলটানে ব্যৱস্থা ল'লে। হিন্দুৰ মঠ-মন্দিৰবোৰ তেওঁ পুনৰ নিৰ্মাণ কৰালে। আনহে নেলাগে, অমৰনাথলৈ তীৰ্থ যাত্ৰা কৰাতে ক্ষান্ত নাথাকি হিন্দুৰ আন মন্দিৰবোৰলৈকো তেওঁ গৈছিল। গো-হত্যা পৰ্যন্ত নিষিদ্ধ কৰি হিন্দুসকলৰ অন্তৰ তেওঁ জয় কৰিছিল।

জয়নুল আবিদিন আছিল সংস্কৃত আৰু পাৰ্চী উভয় ভাষাতে এজন ডাঙৰ পণ্ডিত। শিক্ষা বিস্তাৰত তেওঁ গুৰুত্ব দিছিল। মেধাবী ছাত্ৰক তেওঁ বৃত্তি দি ভাৰতৰ নামী বিশ্ববিদ্যালয়লৈ পঢ়িবলৈ পঠাইছিল। শ্বাল, কাপোৰ বনোৱা, মাটিৰ পাত্ৰ, কাঠত খোদাই কৰা আদিকে ধৰি যিবোৰৰ বাবে কাশ্মীৰ বিখ্যাত, সেই আটাইবোৰ গৃহ উদ্যোগকে এইজনা চুলটানে উৎসাহিত কৰিছিল।

কাশ্মীৰৰ বিশিষ্ট বুৰঞ্জীবিদ প্ৰেমনাথ বাজাজে[8] জয়নুল আবিদিনৰ বিষয়ে তাৎপৰ্যপূৰ্ণ কথা লিখি থৈ গৈছে। সেয়া হ'ল— "প্ৰকৃততে ক'বলৈ গ'লে, এহাতে মুছলিমসকলে তেওঁক তেওঁলোকৰ ধৰ্মৰ লোক বুলি ভাবিছিল, আৰু আনহাতে হিন্দুসকলে ভাবিছিল যে তেওঁ হ'ল 'ভাত শ্বাহ' (ব্ৰাহ্মণ ৰজা), এজন অতি উচ্চ পৰ্যায়ৰ তপস্বী যিজনে হিন্দু ধৰ্মক স্বস্থানত প্ৰতিষ্ঠা কৰিবলৈ হে চুলটানৰ ৰূপ লৈ জন্ম গ্ৰহণ কৰিছে।..."

জয়নাল আবিদিনৰ পৰৱৰ্তী চুলটানৰ দিনত পৰিস্থিতি কিন্তু পুনৰ ওলোটা হ'ল। আনহাতে ক্ষমতা দখলৰ বাবে হোৱা অৰিয়াঅৰিত কাশ্মীৰৰ ৰাইজ অতিষ্ঠ হৈ পৰিল। সেই সময়তে আগমন হ'ল মোগলৰ। অৰ্থাৎ কাশ্মীৰত আৰম্ভ হ'ল বিদেশীৰ শাসন। জম্মু-কাশ্মীৰৰ বিশিষ্ট ৰাজনীতিক বলৰাজ পুৰীৰ (কাশ্মীৰ! টুৱাৰ্ডছ ইয়াৰজেন্সী) উদ্ধৃতি দিবলৈ হ'লে— "আকবৰে

৪। 'এ হিষ্টৰী অব দ্য ষ্ট্ৰাগল ফৰ ফ্ৰিদম ইন কাশ্মীৰ'

১৫৮৬ চনত কাশ্মীৰ অধিকাৰ কৰাৰ সময়লৈকে থলুৱা মুছলমানৰ শাসন চলি আছিল। পৰৱৰ্তী চাৰিটা শতিকা (প্ৰকৃততে ৩৬১ বছৰ) কাশ্মীৰীসকলে দাসত্বৰ কাল বুলি বিবেচনা কৰে। কিয়নো, ক্ৰমে মোগল, পাঠান, শিখ আৰু ডোগ্ৰা ৰজাই কাশ্মীৰ শাসন কৰে— যিসকল মুছলমানেই হওক অমুছলমানেই হওক— সকলো বোৰ আছিল আন ঠাইৰ। হৰি সিং অমুছলমানেই নহয় তেওঁ অকাশ্মীৰীও আছিল।....."

## মোগলৰ শাসন

১৫৪০ চনত মোগল সম্ৰাট হুমায়ুনৰ সেনাপতি মিৰ্জা হাইদৰ দুঘলটে কাশ্মীৰ প্ৰৱেশ কৰি তাত মোগল সাম্ৰাজ্য প্ৰতিষ্ঠা কৰিলে। তেওঁ কোনো ধৰণৰ বাধাৰ সন্মুখীন নহ'ল— অতি সহজে তেওঁ কাশ্মীৰ অধিকাৰ কৰিলে। মোগলৰ কাশ্মীৰ অধিকাৰ তাৎপৰ্যপূৰ্ণ। কিয়নো, ভাৰতত মোগল সাম্ৰাজ্য প্ৰতিষ্ঠা কৰা বাবৰে একাধিকবাৰ কাশ্মীৰ দখল কৰিবলৈ যত্ন কৰিও বিফল হৈছিল। বাবৰৰ পুত্ৰ হুমায়ুনৰ শাসন কালৰ প্ৰথম অৱস্থাতে সেনাপতি দুঘলটে (১৫৩২ চন) কাশ্মীৰ দখলৰ চেষ্টা কৰি বিফল হৈছিল। কাশ্মীৰৰ ডা-ডাঙৰীয়াসকল মোগলৰ বিৰুদ্ধে জাগুৰ খাই উঠিছিল। কিন্তু আঠ বছৰৰ পাছত (১৫৪০ চন) সেই একেজন সেনাপতিয়ে কাশ্মীৰ আক্ৰমণ কৰোতে লেখমানো বাধা নাপালে। অথচ তেওঁৰ সৈন্য সংখ্যা আছিল তেতিয়া মাত্ৰ চাৰিশজনহে। তেওঁৰ মৃত্যুৰ পাছত পুনৰ অস্থিৰতাই বিৰাজ কৰাত কাশ্মীৰ সম্ৰাট আকবৰৰ সাম্ৰাজ্যৰ অৰ্থাৎ মোগলৰ অধীন হয়। আকবৰ নিজে কেইবাবাৰো কাশ্মীৰলৈ আহে। পৰৱৰ্তী মোগল সম্ৰাট জাহাংগীৰেও কেইবাবাৰো কাশ্মীৰ ভ্ৰমণ কৰে। কাশ্মীৰৰ প্ৰতি জাহাংগীৰৰ কিমান টান আছিল সেই কথা তেওঁৰ আত্মজীৱনী 'টুজুক-ই-জাহাংগীৰী'ত উল্লেখ আছে। পৰৱৰ্তী সম্ৰাট ছাহজাহানেও কাশ্মীৰ ভ্ৰমণ কৰিছিল। জাহাংগীৰ আৰু ছাহজাহানৰ দিনত কাশ্মীৰলৈ শান্তি আৰু সুস্থিৰতা উভতি আহিছিল। তেতিয়া পাৰ্ছী ভাষা কাশ্মীৰৰ চৰকাৰী ভাষা হৈছিল।

মোগল সম্ৰাট ঔৰংজেবৰ দিনত হিন্দুসকলেই নহয়, মুছলমানৰ ছিয়া সম্প্ৰদায়ো সম্ৰাটৰ কাশ্মীৰ শাসনকৰ্তাসকলৰ অত্যাচাৰৰ সন্মুখীন হৈছিল। কাৰণ, ধৰ্মত অতিশয় গোড়া ঔৰংজেব আছিল চুন্নী সম্প্ৰদায়ৰ। ঔৰংজেব মাত্ৰ এবাৰহে কাশ্মীৰলৈ আহিছিল। এওঁৰ দিনতে কাশ্মীৰত পুনৰ অস্থিৰতাৰ সৃষ্টি হয়। ঔৰংজেবৰ পৰৱৰ্তী সম্ৰাটসকলৰ দিনত পৰিস্থিতিৰ অৱনতি ঘটে। বিশেষকৈ দিল্লীৰ পৰা নিযুক্ত কাশ্মীৰৰ শাসনকৰ্তাসকলৰ অত্যাচাৰত জনজীৱন অতিষ্ঠ হৈ পৰাত কাশ্মীৰৰ দুজন মুখিয়াল ব্যক্তিয়ে লাহোৰলৈ গৈ (১৭৫২ চন) আফগান শাসক আহমদ ছাহ ডুৰাণীৰ সহায় বিচাৰে। ডুৰাণীৰ সৈন্যই মোগল সেনাক পৰাজিত কৰি কাশ্মীৰ দখল কৰে। ইয়াৰ লগে লগে কাশ্মীৰত ৫০ বছৰীয়া মোগল শাসনৰ অৱসান ঘটি আফগান শাসন আৰম্ভ হ'ল।

## আফগান শাসন (১৭৫৬-১৮১৯)

আফগান শাসকৰ দিনত কাশ্মীৰত অশান্তি আঁতৰ হ'ব আৰু পৰিস্থিতি উন্নত হ'ব বুলি তাৰ জনসাধাৰণে আশা কৰিছিল যদিও সেয়া নহ'ল। ৬৭ বছৰীয়া আফগান

শাসকসকলৰ দিনত কাশ্মীৰত হিন্দু আৰু ছিয়াসকলৰ ওপৰত চলিল বিভিন্ন ধৰণৰ অত্যাচাৰ। বলপূৰ্বকভাৱে কৰ-কাটল আদায় কৰি কাবুললৈ পঠোৱা হ'ল। মন্দিৰবোৰ অপবিত্ৰ কৰা হ'ল। আনকি, হিন্দু পণ্ডিতসকলক লগুণ পিন্ধা বন্ধ কৰাই নহয়, তেওঁলোকে সংস্কৃত শিকোৱা কাৰ্যও বন্ধ কৰা হ'ল।

এনে উৎপীড়নৰ বিৰুদ্ধে দুই এটা চেষ্টা চলিল। তাৰ ভিতৰত উল্লেখযোগ্য হ'ল— আফগানৰ হৈ কাশ্মীৰত গৱৰ্ণৰৰূপে নিযুক্ত ৰাজা সুখজীৱন মাল নামৰ এজনে আবুল হাছান বান্দে নামৰ এজন মুছলমান বন্ধুৰ লগ লাগি কাশ্মীৰক আফগান শাসনৰ পৰা অলপ দিন মুক্ত কৰিবলৈ সক্ষম হ'ল। কিন্তু দুয়োজন বন্ধুৰ মাজত কাজিয়া লগাত পুনৰ আহমদ শ্বাহ ডুৰাণী আহি কাশ্মীৰ দখল কৰিলে।

আফগানৰ শেষৰজন গৱৰ্ণৰ জব্বৰ খানৰ দিনত কাশ্মীৰৰ বীৰবল ধৰ নামৰ পণ্ডিত এজনে কাশ্মীৰবাসীৰ দুখ-দুৰ্গতিৰ কথা বৰ্ণাই শিখ ৰজা ৰঞ্জিত সিঙক কাশ্মীৰ দখলৰ বাবে আমন্ত্ৰণ জনালে। ৰঞ্জিত সিঙে সহজে কাশ্মীৰ অধিকাৰ কৰে (১৮১৯)। লগে লগে কাশ্মীৰত প্ৰায় পাঁচশ বছৰীয়া মুছলিম শাসনৰ যৱনিকা পৰে।

## মুছলমানৰ শাসন কালৰ বিশেষত্ব (১৩২০-১৮১৯)

প্ৰায় পাঁচশ বছৰীয়া মুছলমান শাসনৰ ভিতৰুৱা হৈছে তিনিটা পৰ্যায়— (১) থলুৱা মুছলিমৰ শাসন (২) মোগলৰ শাসন আৰু (৩) আফগানৰ শাসন। এই তিনিও শ্ৰেণী শাসনৰ বিষয়ে কৰা এই আলোচনাত কিছুমান বিশেষ বিশেষ দিশৰ কথাহে উল্লেখ কৰা হৈছে। মোগল আৰু আফগান উভয়ে আছিল বিদেশী।

বৌদ্ধ ধৰ্ম ত্যাগ কৰি ৰিনচিনে ইছলাম ধৰ্মত দীক্ষিত হৈ চুলটান ছদৰুদ্দিন নাম লোৱাৰ কথা ওপৰত উল্লেখ কৰা হৈছে। কাশ্মীৰ শাসন কৰা তেৱেঁই হ'ল প্ৰথমজন থলুৱা মুছলিম। তেওঁৰ দিনত ধৰ্মীয় উৎপীড়ন নহ'লেও, পৰৱৰ্তী চুলটানসকলৰ ভিতৰত ছিকন্দৰে (১৩৮৯-১৪১৩) হিন্দু ধৰ্ম ধূলিস্যাৎ কৰিবলৈ কেনে বৰ্বৰতাৰ আশ্ৰয় লৈছিল, তাক ওপৰত উল্লেখ কৰা হৈছে। আনহাতে ইয়াৰ সম্পূৰ্ণ বিপৰীত আছিল চুলটান জয়নুল আবিদিন। এইজন চুলটানৰ প্ৰায় ৫০ বছৰীয়া শাসনকাল আছিল কাশ্মীৰৰ বাবে শান্তিময় আৰু সুখৰ দিন। এজন বুৰঞ্জীবিদৰ মতে,[৫] "তেওঁৰ কাম-কাজে সম্পূৰ্ণভাৱে প্ৰমাণ কৰে যে তেওঁ এজন হিন্দু বা মুছলমান নাছিল তেওঁ মূলতঃ আছিল এজন কাশ্মীৰী— যিজনে হেজাৰ হেজাৰ বছৰ ধৰি তেওঁৰ সময়লৈকে গঢ় লোৱা এক মিশ্ৰিত কাশ্মীৰ সংস্কৃতিৰ আধাৰৰূপে লৈ এখন প্ৰগতিবাদী আৰু ধৰ্মনিৰপেক্ষ ৰাষ্ট্ৰ গঢ়ি তুলিছিল।" আচৰিত কথা যে চুলটান জয়নুলৰ পুত্ৰ আছিল তেওঁৰ পিতৃৰ চৰিত্ৰৰ সম্পূৰ্ণ বিপৰীত।

যি কি নহওক, থলুৱা মুছলমানৰ শাসন কালত কাশ্মীৰৰ বিশেষ প্ৰগতি নহ'ল। জয়নুলৰ দিনত কাশ্মীৰৰ সকলোবোৰ গৃহ উদ্যোগ উন্নয়নৰ বাবে ব্যৱস্থা লোৱা হৈছিল যদিও পৰৱৰ্তী চুলটানসকলৰ দিনত ৰাজ্যখনৰ অৰ্থনৈতিক উন্নয়নৰ বাবে বিশেষ

৫। প্ৰেমনাথ বাজাজৰ 'দ্য হিষ্টৰী........ প্ৰেজেণ্ট দে'

একোৱেই কৰা নহ'ল। চুলটানসকলৰ ৰাজত্বৰ শেষৰ ভাগত ক্ষমতাৰ বাবে হোৱা কন্দলত সাধাৰণ ৰাইজৰ অৱস্থাৰ অৱনতি ঘটিল। ফলত, কাশ্মীৰত মোগলৰ শাসনৰ পথ প্ৰশস্ত হ'ল।

১৫৮৬ চনত মোগল সম্ৰাট আকবৰে কাশ্মীৰ তেওঁৰ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰে। মোগলৰ প্ৰায় ৫০ বছৰীয়া শাসনৰ সময়ত কাশ্মীৰত মোগলৰ গৱৰ্ণৰ আছিল মুঠতে চৈধ্যজন।

ৰাজনৈতিক অস্থিৰতা আৰু অপশাসনৰ পৰিণামত কাশ্মীৰত ইতিমধ্যে অৰ্থনৈতিক অৱস্থাৰ অৱনতি ঘটিছিল। সম্ৰাট আকবৰে শেষৰবাৰ কাশ্মীৰ ভ্ৰমণলৈ যোৱাৰ সময়তে, তাত ডাঙৰ দুৰ্ভিক্ষ হয়। সম্ৰাটৰ লগত যোৱা এজন খ্ৰীষ্টান ধৰ্মযাজকে লিখা মতে, পৰিস্থিতি এনেকুৱা হৈছিল যে মাক-বাপেকে আলি বাটত বৈ তেওঁলোকৰ ল'ৰা-ছোৱালীক বিক্ৰী কৰাৰ বাবে যত্ন কৰিছিল। সম্ৰাটে আন ঠাইৰ পৰা কাশ্মীৰলৈ খাদ্য শস্য অনাই পৰিস্থিতি উপশম কৰিবলৈ যত্ন কৰিছিল। নক'লেও হ'ব যে আকবৰে হিন্দু-মুছলমানৰ মাজত ভেদভাৱ নাৰাখিছিল। কাশ্মীৰৰ বিখ্যাত শ্বাল উদ্যোগ পুনৰ্জীৱিত কৰি ৰাজ্যখনৰ অৰ্থনীতিক সবল কৰাৰ বাবে তেওঁ ব্যৱস্থা লৈছিল।

জাহাংগীৰ আৰু ছাহজাহানৰ শাসন কাল আছিল কাশ্মীৰবাসীৰ বাবে শান্তিৰ সময়। সেই সময়ত ৰাজ্যখনৰ অৰ্থনীতি কিছু উন্নত হৈছিল। পাৰস্যৰ পৰা ভালেমান কবি কাশ্মীৰলৈ আহিছিল। ঔৰংজেৱৰ দিনত তেওঁৰ উপৰিপুৰুষে প্ৰতিষ্ঠা কৰা ধৰ্মীয় সংহতি ক্ষতিগ্ৰস্ত হৈছিল। হিন্দুসকলৰ প্ৰতি পুনৰ বৈষম্যমূলক আচৰণ আৰম্ভ হৈছিল। সম্ৰাট ছুন্নি আছিল বাবে ছিয়াসকলৰ ওপৰতো উৎপীড়ন হৈছিল। ঔৰংজেৱৰ পাছত কাশ্মীৰত নিযুক্ত শাসক (গৱৰ্ণৰ)সকলৰ প্ৰজাৰ ওপৰত অন্যায়-অত্যাচাৰ বাঢ়িছিল।

আফগান শাসনৰ সময়ত পৰিস্থিতিৰ সলনি হ'ব আৰু শান্তিয়ে বিৰাজ কৰিব বুলি কাশ্মীৰবাসীয়ে কৰা আশা সপোন হৈয়ে থাকিল। আফগানৰ শাসন আৰম্ভ হোৱাৰ পিছতে তেওঁলোকে নিযুক্ত কৰা কাশ্মীৰৰ এজন গৱৰ্ণৰে ডকা-হকা দি ৰাইজৰ পৰা এক কোটি টকা তুলি কাবুলত থকা আফগান সম্ৰাটক উপহাৰ দিছিলগৈ। ফলত, কাশ্মীৰৰ অৰ্থনীতি শোচনীয় হৈ পৰিল। হিন্দুৰ ওপৰত অত্যাচাৰ চলিল। কাবুলত থকা আফগান সম্ৰাটে বিচৰা অতিৰিক্ত ধনৰ প্ৰতিবাদ কৰি অন্ততঃ দুজন গৱৰ্ণৰে স্বাধীনতা ঘোষণা কৰি কাশ্মীৰ শাসন কৰিছিল যদিও সেয়া আছিল ক্ষণস্থায়ী। শেষৰকিজন আফগান গৱৰ্ণৰৰ দিনত হিন্দু-মুছলমান উভয় ধৰ্মৰ ৰাইজৰ ওপৰত অত্যাচাৰ চলাত আফগানৰ শাসন অৱসানৰ পথ মুকলি হ'ল।

## ধৰ্মান্তৰকৰণ

মুছলমানসকলৰ কাশ্মীৰ শাসনৰ এটা ডাঙৰ বিশেষত্ব হ'ল— ধৰ্মান্তৰকৰণৰ যোগেদি কাশ্মীৰক মুছলমান সংখ্যাগৰিষ্ঠ ৰাজ্যলৈ ৰূপান্তৰিত কৰাটো। কাশ্মীৰৰ অধিবাসীসকল যে আদিতে হিন্দু আৰু বৌদ্ধ ধৰ্মীহে আছিল আৰু পাঁচশ বছৰীয়া মুছলিম শাসনত কিছুমানে স্বেচ্ছাই আৰু অধিকাংশক যে বলপূৰ্বকভাৱে ইছলামধৰ্মত দীক্ষিত কৰা হ'ল,

আৰু সেই সময়তে কোনো কোনো চুলটান সম্রাটৰ দিনত হিন্দুৰ মঠ-মন্দিৰেই নহয়, ধৰ্ম গ্রন্থও যে ধ্বংস কৰা হ'ল, সেই বিষয়ে ওপৰৰ আলোচনাত প্রসংগক্রমেহে আলোচনা কৰা হৈছে। এই অধ্যায়ত সেই বিষয়ে কিছু বহলাই আলোচনা কৰাৰ বাবে যত্ন কৰা হৈছে।

কাশ্মীৰ উপত্যকাৰ প্ৰথমজনা মুছলমান ৰজা চুলটান ছদৰুদ্দিনৰ আচল নাম যে ৰিনচিনহে আছিল আৰু তেওঁ যে আদিতে বৌদ্ধ ধৰ্মীহে আছিল, সেই কথাও পূৰ্বতে উল্লেখ কৰা হৈছে। ৰিনছিনে চুলটান হৈ ধৰ্ম সলনি কৰিব খোজাৰ কাৰণ আছিল যে সেই সময়ত কাশ্মীৰত বৌদ্ধধৰ্মী লোকৰ সংখ্যা আছিল কম। প্ৰজাৰ মাজত জনপ্ৰিয়তা অৰ্জন কৰিবলৈ হ'লে সংখ্যাগৰিষ্ঠ প্ৰজাৰ যি ধৰ্ম, তাক লোৱাটো প্ৰয়োজন বুলি তেওঁ ভাবিছিল। তেতিয়া কাশ্মীৰত হিন্দুধৰ্মী লোকৰ প্ৰাধান্য আছিল বাবে তেওঁৰ প্ৰথম অগ্ৰাধিকাৰ আছিল— হিন্দু ধৰ্মত দীক্ষিত হোৱাটোহে। নক'লেও হ'ব যে সেয়ে হোৱা হ'লে আজি কাশ্মীৰৰ বুৰঞ্জীয়েই সলনি হ'লহেঁতেন। কিন্তু ভাগ্যৰ কি পৰিহাস যে কাশ্মীৰত থকা হিন্দু ধৰ্মৰ মুখিয়ালসকলে তেওঁক হিন্দু ধৰ্মৰ দীক্ষা দিবলৈ অস্বীকাৰ কৰিলে। ফলত বাধ্য হৈ তেওঁ ইছলাম ধৰ্ম গ্ৰহণ কৰিলে।

উল্লেখ কৰিব লাগিব যে উপত্যকাটোত ইছলাম ধৰ্মলৈ ৰূপান্তৰকৰণ তেতিয়া আছিল সম্পূৰ্ণৰূপে এক শান্তিপূৰ্ণ প্ৰক্ৰিয়া। ছুফীসকলে এই ক্ষেত্ৰত লৈছিল এক বিশেষ ভূমিকা।

পাৰস্যৰ মহানগৰী হামদানৰ পৰা চৈয়দ আলি হামদানিৰ প্ৰায় সাতশজন শিষ্য আহিছিল কাশ্মীৰলৈ। তেওঁলোকৰ সহজ-সৰল জীৱন ধাৰণ আৰু উদাৰ ধৰ্মমতে কাশ্মীৰী ৰাইজৰ ওপৰত প্ৰভাৱ পেলালে। ধ্যানস্থ হোৱাৰ যি কথা হিন্দু আৰু বৌদ্ধ ধৰ্মত আছে, ছুফীসকলৰ ক্ষেত্ৰতো সেই একেই কথা। তদুপৰি সকলোবোৰ ধৰ্মৰ সাৰ্বজনীনতাতো ছুফীসকলে গুৰুত্ব দিছিল। এজন ছুফী ধৰ্মগুৰু হ'ল চৈয়দ বিলাল শ্বাহ। তেওঁ কাশ্মীৰত ভালেমানক ইছলাম ধৰ্মত দীক্ষিত কৰালে। তাৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য এজন হ'ল তিব্বতৰ পৰা অহা নবীন যোদ্ধা ৰিনচিন, যিজনে চুলটান ছদৰুদ্দিন নাম লৈ কাশ্মীৰত পাঁচশ বছৰীয়া মুছলমানৰ শাসন প্ৰতিষ্ঠা কৰিছিল।

ইছলাম ধৰ্ম আঁকোৱালি লোৱাত বিশেষ ভূমিকা ল'লে কিছুমান সাধক (mystics) শ্ৰেণীৰ লোকে। এই শ্ৰেণীৰ লোকসকল আছিল মূলতঃ হিন্দু আৰু বৌদ্ধ— উভয়ধৰ্মী। এওঁলোকৰ ভিতৰত বাটকটীয়া হ'ল এগৰাকী মহিলা। হিন্দু পণ্ডিত পৰিয়ালত জন্ম গ্ৰহণ কৰা এওঁৰ নাম হ'ল লালা। পৰিয়াল আৰু পাৰ্থিৱ সম্পদ পৰিহাৰ কৰি তেওঁ ভক্তি গীত গাই ঘূৰি ফুৰিছিল। শ্বাহ হামদানিৰ সম্পৰ্কলৈ আহি তেওঁৰ পৰা লালাই ইছলাম ধৰ্মৰ কথাবোৰ জানিছিল। কাশ্মীৰৰ হিন্দু আৰু মুছলমান-উভয় সম্প্ৰদায়ৰ লোকে তেওঁক আজিও স্মৰণ কৰে। হিন্দুসকলে তেওঁক 'লালেশ্বৰী' বা 'যোগেশ্বৰী' আৰু মুছলমানসকলে তেওঁক 'লালা মাজী' বুলি মাতিলেও সমগ্ৰ কাশ্মীৰ উপত্যকাতে তেওঁ 'লাল দেদ' (Lal ded) বা 'মা-লালা' বুলি খ্যাত।

এই 'মা-লালা'ৰ এজন বিখ্যাত অনুগামী হ'ল শেখ নুৰুদ্দিন— যিজন ছুফী 'নন্দ ঋষি' বুলি জনাজাত। আৰৱ আৰু পাৰ্চী সংস্কৃতিৰ ছুফীসকলৰ এটি নতুন পন্থাৰ সৃষ্টি

হ'ল— যাক কোৱা হয়, 'ঋষি' বুলি। এই পন্থাই কাশ্মীৰীসকলৰ ওপৰত ব্যাপক প্ৰভাৱ পেলালে। এই ঋষিপন্থীসকলৰ এক বিশেষ চাৰিত্ৰিক বৈশিষ্ট্য হ'ল ধৰ্মীয় সহিষ্ণুতা। 'মা-লালা'ৰ দৰে শ্বেখ নুৰুদ্দিনকো হিন্দু-মুছলমান উভয়ে শ্ৰদ্ধা কৰে।

ইয়াৰ পৰা স্পষ্ট যে প্ৰথম অৱস্থাত হিন্দু আৰু বৌদ্ধ ধৰ্মাৱলম্বী লোকে ইছলাম ধৰ্ম গ্ৰহণ কৰা কাৰ্য আছিল স্বেচ্ছামূলক আৰু শান্তিপূৰ্ণ। কাশ্মীৰৰ হিন্দুধৰ্মী লোকক মুছলমান কৰাত প্ৰথম অৱস্থাত ছুফীসকলৰ অৱদান আছিল প্ৰচুৰ।

টাইমূৰৰ আক্ৰমণৰ পাছত মধ্য এছিয়া আৰু পাৰস্যৰ পৰা ভালে সংখ্যক চৈয়দ কাশ্মীৰলৈ আহিল। ধৰ্মৰ ক্ষেত্ৰত এওঁলোক গোড়া আছিল। জনা যায় যে চৈয়দসকল হ'ল হজৰত মহম্মদৰ বংশধৰ। এওঁলোক অত্যাচাৰী হোৱাত মালিক তাজি বুটে এওঁলোকৰ ভালেমানক কাশ্মীৰৰ পৰা খেদি পঠায় যদিও কিছুমান তাতে থাকি গ'ল।

যি কি নহওক, মুছলমানৰ শাসন আৰম্ভ হোৱাৰ পাছত বলপূৰ্বকভাৱে হিন্দুধৰ্মী লোকক ইছলাম ধৰ্মলৈ দীক্ষিত কৰাৰ অভিযান আৰম্ভ হ'ল। অৱশ্যে চুলটান/সম্ৰাটসকলৰ মাজত এই ক্ষেত্ৰত ব্যতিক্ৰম আছিল যথেষ্ট।

চুলটান শিকন্দৰ (১৩৮৯-১৩১৩) ইমান বেছি ধৰ্মান্ধ আৰু হিন্দু-বিদ্বেষী আছিল যে কেৱল তেতিয়াই নহয়, এতিয়াও তেওঁ 'বুট শিকন' (Destroyer of idols) নামেৰেহে জনাজাত। কাশ্মীৰৰ অধিকাংশ মন্দিৰেই তেওঁ ধ্বংস কৰিছিল। আনহে নেলাগে, বিখ্যাত মাৰ্তণ্ড মন্দিৰটো ধ্বংস কৰাৰ বাবে তেওঁ যত্ন কৰিছিল। পৰৱৰ্তী কালৰ স্থাপত্যবিদসকলে মত প্ৰকাশ কৰিছে যে মাৰ্তণ্ড আৰু অৱন্তীপুৰৰ মন্দিৰ ভাঙিবলৈ তেওঁ বিস্ফোৰক সামগ্ৰী পৰ্যন্ত ব্যৱহাৰ কৰিছিল। তেওঁৰ অত্যাচাৰত হেজাৰ-হেজাৰ হিন্দুৱে মাতৃভূমি এৰিছিল। বহু সংখ্যক হিন্দুক তেওঁ হত্যা পৰ্যন্ত কৰিছিল। বিশিষ্ট বুৰঞ্জীবিদ জুনাৰজাৰ মতে,[৬] "কোনো এখন নগৰ, মহানগৰ, গাঁও বা কাঠনি নাছিল, য'ত হিন্দুৰ মন্দিৰ ভঙা হোৱা নাছিল। সুৰেশ্বন, বৰাহ আৰু অন্যান্যবোৰ ভাঙোতে ধৰণী কঁপিছিল, কিন্তু কঁপা নাছিল দুষ্ট ৰজাৰ মন। ৰজাৰ কৰ্তব্য তেওঁ পাহৰি গৈছিল-দিনে নিশাই মূৰ্তি ভাঙি তেওঁ আনন্দ লাভ কৰিছিল।........."

চুলটান শিকন্দৰে মদ-সেৱন আৰু জুৱা খেলক অনা-ইছলামিক কাৰ্য বুলি নিষিদ্ধ কৰাতে ক্ষান্ত নাছিল। নৃত্য কৰা আৰু সংগীতৰ যন্ত্ৰবাদ্য বাদনকো একে শ্ৰেণীৰ কাৰ্য বুলি তেওঁ নিষিদ্ধ কৰিছিল। হিন্দুৰ ওপৰত জিজিয়া নামৰ ধৰ্মীয় কৰ লগাইছিল। হিন্দুৱে কপালত তিলক লগোৱা কাৰ্যও তেওঁ নিষেধ কৰিছিল।

আন এক চূড়ান্ত ক্ষতিকৰ কাম তেওঁ কৰি গ'ল। চুলটানে তেওঁৰ মুখ্যমন্ত্ৰী মালিক চৈফুদ্দিনৰ লগ লাগি হিন্দু ধৰ্মৰ সকলোবোৰ গ্ৰন্থ ডাল হ্ৰদত পেলাই দি এই ধৰ্মৰ এক অপূৰণীয় ক্ষতি কৰিলে। মন কৰিব লগা যে এই মুখ্যমন্ত্ৰীজনে হিন্দু ধৰ্ম এৰিহে ইছলাম ধৰ্ম লৈছিল। হিন্দুধৰ্মী হৈ থাকোতে তেওঁৰ নাম আছিল সুহা ভট্ট।

ইয়াৰ পাছতেই কাশ্মীৰ উপত্যকাত মুছলমানলোক সংখ্যাগৰিষ্ঠ হৈ পৰিল। সাংবাদিক

৬। 'কিংছ অব্ কাশ্মীৰ'

অজিত ভট্টাচাৰ্যৰ মতে,[৭] "শিকন্দৰৰ শাসন শেষ হোৱাৰ পাছত কাশ্মীৰত মাত্ৰ এঘাৰটাহে হিন্দু পৰিয়াল থাকিল......।"

কাশ্মীৰৰ ধৰ্মান্তৰকৰণৰ এটা মন কৰিবলগীয়া দিশ হ'ল যে কাশ্মীৰবাসীৰ ওপৰত বিভিন্ন সময়ত বিভিন্ন শাসকে উৎপীড়ন আৰু অত্যাচাৰ চলালেও তাৰ বিৰুদ্ধে থিয় দিবলৈ তেওঁলোকৰ অভাৱ আছিল সাহস আৰু দৃঢ়তাৰ। আনহে নালাগে, সুচতুৰ বুলি জনাজাত কাশ্মিৰী পণ্ডিতসকলৰ বহুতেই অত্যাচাৰ উৎপীড়নৰ সন্মুখীন হোৱাৰ পৰিৱৰ্তে ইছলাম ধৰ্মত দীক্ষিত হোৱাৰ সহজ পন্থা গ্ৰহণ কৰিছিল।

## শিখৰ শাসন (১৮১৯-১৮৪৬)

কাশ্মীৰ শিখ সাম্ৰাজ্যৰ অধীন হোৱাৰ পাছত তাৰ জনসাধাৰণ ইমান বেছি আনন্দিত হৈছিল যে ৰাজ্যখনত তিনিদিন ধৰি বন্তি প্ৰজ্বলন কৰা হৈছিল। শিখসকলৰ আগমনত কাশ্মীৰবাসীয়ে এনেদৰে আনন্দ কৰাৰ যে কোনো কাৰণেই নাছিল, সেই কথা এওঁলোকৰ ২৭ বছৰীয়া শাসনে পাছত প্ৰতীয়মান কৰিছিল।

শিখ সাম্ৰাজ্যৰ ৰাজধানী আছিল লাহোৰ। শিখৰ শাসন কালত কাশ্মীৰত বিৰাজমান অৱস্থাৰ ইংগিত হ'ল— তেওঁলোকৰ ২৭ বছৰীয়া শাসন কালত কাশ্মীৰৰ বাবে নিযুক্ত শাসক (গৱৰ্ণৰ)ৰ সঘন সালসলনি। ২৭ বছৰত গৱৰ্ণৰৰ সংখ্যা আছিল মুঠতে দহজন। কাশ্মীৰৰ জনসাধাৰণৰ প্ৰতি কোনো ধৰণৰ দায়বদ্ধতা শিখ মহাৰজাসকলে অনুভৱ কৰা নাছিল।

মহাৰাজ ৰণজিৎ সিঙে কাশ্মীৰ কেনেকৈ দখল কৰিলে, সেই কথা আফগানৰ শাসন কালৰ অধ্যায়ত উল্লেখ কৰা হৈছে। ৰণজিৎ সিঙৰ মৃত্যুৰ লগে লগে সমগ্ৰ শিখ ৰাজ্যত অস্থিৰতাই বিৰাজ কৰিলে। কৰৰ হেঁচাত শ্বাল আৰু কাৰ্পেট — ৰাজ্যখনৰ এই দুটা ঘাই উদ্যোগৰ অৱনতি ঘটিল। কৃষিৰ উৎপাদিত সামগ্ৰী শাসকবৰ্গই বলপূৰ্বকভাৱে নিবলৈ লোৱাৰ ফলত বহু পৰিমাণৰ খেতি মাটি অনাবাদী হৈ পৰি থাকিবলৈ ধৰিলে। অপশাসন আৰু কু-শাসনৰ পৰিণামত জটিল পৰিস্থিতিৰ উদ্ভৱ হ'ল। দুৰ্ভিক্ষই দেখা দিলে। ভূতৰ ওপৰত দানহ পৰাদি দেখা দিলে প্লেগ বেমাৰে। বানপানীয়ে পৰিস্থিতি আৰু শোচনীয় কৰি তুলিলে।

এইখিনি সময় ভাৰতৰ বাবে গুৰুত্বপূৰ্ণ সময়। কাৰণ, সেই সময়তে ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ভাৰতৰ বহু অঞ্চলত ইংৰাজৰ পতাকা উৰুৱাইছিল। ইংৰাজ আৰু শিখৰ মাজত প্ৰথমখন ৰণ হয় ১৮৪৫ চনত। ইংৰাজে নিজৰ দখলত থকা অঞ্চল সুদৃঢ় কৰা দেখি নিজৰ সীমা সুৰক্ষাৰ বাবে শিখসকলে শতদ্ৰু নৈ পাৰ হওঁতেই এইখন ৰণ লাগে। জয়লাভৰ সূত্ৰে ইংৰাজে কাশ্মীৰখন অধিকাৰ কৰি নিজেই শাসন ভাৰ গ্ৰহণ কৰিব পাৰিলেহেঁতেন যদিও তাকে কৰিবলৈ তেওঁলোকে ইচ্ছা নকৰিলে। ইয়াৰ কাৰণ আছিল বহুবোৰ। শিখ আৰু আফগানৰ লগত হোৱা যুঁজত ইংৰাজৰ ধন-জনৰ বিপুল ক্ষতি

৭। 'কাশ্মীৰ দ্য ৱনদেৰ্ ভেলী'

হোৱাও আছিল অন্যতম কাৰণ। শিখসকলৰ পৰা লাভ কৰা অঞ্চলবোৰ আছিল সীমামূৰীয়া। তাত বসতি কৰা লোকসকল ইংৰাজৰ বন্ধুত্বপূৰ্ণ হ'ব নে নহয়— সেই বিষয়ে ইংৰাজ শাসকসকলৰ সন্দেহ আছিল। আন এটা দিশ আছিল দিল্লীৰ পৰা কাশ্মীৰৰ দূৰত্ব।

ইংৰাজে স্থানীয় এনে এজন প্ৰভাৱশালী কিন্তু তেওঁলোকৰ বিশ্বাসভাজন, আস্থাভাজন আৰু অনুগত লোকৰ সন্ধান কৰিলে, যিজন তেওঁলোকৰ পুতলাস্বৰূপ হ'ব পাৰে। তেওঁলোকৰ বাছনিত উঠিল ডোগ্ৰা ৰজা গোলাব সিং।

শিখসকল অতি উগ্ৰ আৰু যুঁজাৰু জাতি বুলি জনাজাত। ইংৰাজৰ শাসন চলা ভাৰতৰ চুবুৰীয়া শিখসকলক নিয়ন্ত্ৰণত ৰখাটো যে যথেষ্ট কঠিন কাম হ'ব আৰু সুযোগ পালেই যে শিখসকলে কাশ্মীৰ দখল কৰিব, সেই সন্দেহ ইংৰাজসকলৰ আছিল। গোলাব সিং আছিল ৰাজপুত। তদুপৰি তেওঁ আছিল যুঁজাৰু জাতি ডোগ্ৰা সম্প্ৰদায়ৰ। শিখসকলৰ সম্ভাব্য আক্ৰমণ বা প্ৰভাৱক বাধা দিয়াৰ বাবে ইংৰাজৰ আধিপত্য মানি লোৱা অথচ তাত তথাকথিত স্বতন্ত্ৰীয়া শাসক থকা ৰাজ্য এখনৰ প্ৰয়োজন বুলি ইংৰাজ শাসকসকলে ভাবিলে। আফগানসকলৰ সম্ভাব্য আক্ৰমণৰ ক্ষেত্ৰতো যে ডোগ্ৰা শাসকজনৰ ৰাজ্যখনে 'বাফাৰ ষ্টেট' ৰূপে কাম কৰিব— সেই কথাও ইংৰাজে ধৰি ল'লে। শিখ আৰু আফগান— এই দুয়োটা শক্তি ইংৰাজৰ বাবে বিপজ্জনক হ'ব পাৰে বুলি ৰাজনৈতিক দূৰদৰ্শিতাৰে ইংৰাজে ভবাটো অস্বাভাৱিক কথা নহয়।

এইখিনিতে গোলাব সিঙৰ বিষয়ে কিছু কথা উল্লেখ কৰাটো প্ৰসংগিত হ'ব। সাধাৰণ এজন সৈনিকৰূপে তেওঁ জীৱন আৰম্ভ কৰিছিল। ভিমবাৰ নামৰ সৰু কৰতলীয়া ৰাজ্যৰ শাসক চুলটান খানৰ অধীনত তেওঁ চাকৰি কৰিছিল। ইতিমধ্যে মহাৰজা ৰঞ্জিৎ সিং শক্তিশালী হৈ পৰাত তেওঁ ৰঞ্জিৎ সিঙৰ অধীনত চাকৰি লৈ দোপতদোপে উন্নতি কৰি মহাৰজাক এনেদৰে সন্তুষ্ট কৰিলে যে মহাৰজাই তেওঁক জম্মু আৰু কাষৰীয়া অঞ্চলৰ 'জাগীৰ' (শাসনকৰ্তা) পাতিলে। তেতিয়াৰে পৰা তেওঁ জনাজাত হ'ল 'ৰজা গোলাব সিং' বুলি। উচ্চাকাংক্ষী গোলাব সিঙে তাৰ পাছত জম্মুৰ কাষৰ সামন্ত ৰজাবোৰৰ সৰু সৰু ৰাজ্যবোৰ জয় কৰিবলৈ ধৰিলে। শিখ সাম্ৰাজ্যৰ নামত প্ৰথমে লাডাখ আৰু তাৰ কেইবছৰমানৰ পাছত বাল্টিস্থান জয় কৰিলে। তাৰ পিছত দখল কৰিলে স্কাৰ্ডু।

সুচতুৰ, দূৰদৰ্শী গোলাব সিঙে যেতিয়া দেখিলে যে ইংৰাজসকলৰ ওপৰতে অঞ্চলটোৰ ভৱিষ্যৎ নিৰ্ভৰ কৰিব, তেতিয়া তেওঁ গোপনে ইংৰাজৰ লগত সম্পৰ্ক স্থাপন কৰিলে আৰু ইংৰাজৰ সৈতে লগা যুঁজত ৰঞ্জিত সিং পৰাজিত হোৱাত এক বিশেষ ভূমিকা লৈ ইংৰাজৰ অতি বিশ্বস্ত ব্যক্তি বুলি পৰিগণিত হ'ল।

শিখসকলৰ সৈতে লগা ৰণত জয়লাভ কৰি ইংৰাজে শিখৰ ওচৰত দুটা দাবী কৰিলে। প্ৰথম-শতদ্ৰু আৰু বিপাশা নৈৰ মাজত থকা অঞ্চল আৰু দ্বিতীয়— ৰণৰ ক্ষতিপূৰণ ৰূপে ডেৰ কোটি টকা। ধন দিব নোৱৰাত শিখ মহাৰাজে ইংৰাজক দিলে শিখৰ দখলত থকা অতিৰিক্ত কিছু অঞ্চল। শিখৰ পৰা পোৱা অঞ্চল ইংৰাজৰ বিশ্বস্ত গোলাব সিঙক চৰ্তসাপেক্ষে দিয়াৰ প্ৰস্তাৱত সিং অতি আনন্দেৰে মান্তি হ'ল। শিখৰ পৰা বিচৰাৰ দৰে

গোলাব সিঙৰ পৰাও ইংৰাজে একে পৰিমাণৰ ক্ষতিপূৰণ বিচাৰিলে। ইমান বেছি টকা দিয়াৰ সামৰ্থ্য গোলাব সিঙৰ নাছিল। তেওঁ ধনৰ পৰিমাণ কমাই দিয়া দেখি ইংৰাজে কুলু, মান্দি, নুৰপুৰ আৰু কাংৰা— এই গুৰুত্বপূৰ্ণ ডিভিজনকেইটা নিজৰ হাতত ৰাখি শিখসকলৰ পৰা লোৱা আন অঞ্চলবোৰ গোলাব সিঙক দিলে। সেই মৰ্মে ১৮৪৬ চনৰ ১৬ মাৰ্চ তাৰিখে উভয় পক্ষৰ মাজত এখন চুক্তি স্বাক্ষৰিত হ'ল। এই চুক্তিয়েই 'অমৃতসৰ চুক্তি' বুলি খ্যাত। এই চুক্তি অনুসৰি ৭৫ লাখ টকা ক্ষতিপূৰণ দিয়াৰ বিনিময়ত 'স্বতন্ত্ৰীয়াকৈ অনন্ত কালৰ বাবে' কাশ্মীৰকে ধৰি শিখৰ পৰা পোৱা অঞ্চলবোৰ গোলাব সিঙে পাব। ইংৰাজে তেওঁক স্বতন্ত্ৰীয়া ৰজা বুলি স্বীকৃতি দিব। এই চুক্তিৰ জৰিয়তে যিবোৰ অঞ্চল গোলাব সিঙৰ অধীন হ'ল— সেই সমগ্ৰ অঞ্চলৰ নতুন নাম হ'ল 'জম্মু আৰু কাশ্মীৰ'। জম্মু-কাশ্মীৰত ইংৰাজৰ একাধিপত্য গোলাব সিঙে মানি ল'লে। অৰ্থাৎ, অমৃতসৰ চুক্তিৰ যোগেদিয়েই বৰ্তমান জম্মু-কাশ্মীৰ ৰাজ্যৰ সৃষ্টি হ'ল। আৰম্ভ হ'ল এই ৰাজ্যত ডোগ্ৰাৰ শাসন।

## ডোগ্ৰাৰ শাসন (১৮৪৬-১৯৫২)

দেখাতেই এই নতুন ডোগ্ৰা ৰাজ্যখন 'আৰ চুলি ছিঙি, তাৰ চুলি ছিঙি, বান্ধিলো নেঘেৰী খোপা'ৰ দৰে। এই ডোগ্ৰা ৰাজ্যখন হৈছে ভিন ভিন আঞ্চলিক, সাংস্কৃতিক আৰু ভাষাগত বৈশিষ্ট্যৰ এক জটিল সমাহাৰ। জম্মু আছিল ডোগ্ৰাই শাসন কৰা কৰতলীয়া ৰাজপুত ক্ষুদ্ৰ ৰাজ্যৰ সমষ্টি। ১৮০৮ চনত শিখসকলে জম্মুক তেওঁলোকৰ অধীনলৈ নিয়ে। কাশ্মীৰৰ অতীতৰ বিষয়ে ওপৰত বহলাই আলোচনা কৰা হৈছে। বৌদ্ধসকলে বাস কৰা লাডাখ আৰু ছিয়া মুছলমানে বাস কৰা বাল্টিস্তান শিখ সাম্ৰাজ্যৰ অধীন হোৱাৰ কথা ওপৰত প্ৰসংগক্ৰমে উল্লেখ কৰি অহা হৈছে। এই চাৰিটা অঞ্চল— জম্মু; কাশ্মীৰ, লাডাখ আৰু বাল্টিস্থানৰ চাৰিত্ৰিক বৈশিষ্ট্য মন কৰিবলগীয়া। জম্মুত হিন্দু ধৰ্মৰ লোক বেছি আৰু তেওঁলোক ঘাইকৈ আৰ্যমূলৰ। কাশ্মীৰত সংখ্যাগৰিষ্ঠ হ'ল মুছলমান— হিন্দুৰ সংখ্যা কম। লাডাখৰ অধিবাসী হ'ল বৌদ্ধধৰ্মী আৰু তেওঁলোক তিব্বতীয় সংস্কৃতিৰ অংশবিশেষ। বাল্টিস্তানৰ অধিবাসী হ'ল ঘাইকৈ ছিয়া মুছলমান আৰু তেওঁলোকৰ ভাষা হ'ল বাল্টি আৰু বিভিন্ন দোৱান।

কাশ্মীৰত শিখসকলৰ শেষৰজন শাসক আছিল শেখ ইমান— উদ-দিন। শিখ সাম্ৰাজ্যৰ প্ৰধানমন্ত্ৰী লাল সিঙে তেওঁলৈ এই বুলি বাৰ্তা পঠালে যে গোলাব সিঙক শাসনভাৰ হস্তান্তৰ কৰিব নালাগে। ফলত, ইংৰাজ আৰু গোলাব সিঙে শক্তি প্ৰয়োগ কৰিব লগা হ'ল।

পৰৱৰ্তী কালত গোলাব সিঙৰ পুত্ৰ ৰণবীৰ সিঙে চীনৰ চিনকিয়াং অঞ্চলৰ কাষৰ হুনজা, নাগৰ আৰু ইস্কুমন ৰাজ্য পিতৃ ৰাজ্যৰ লগত চামিল কৰিলে। ফলত, ভাৰতৰ দেশীয় ৰাজ্যবোৰৰ ভিতৰত জম্মু-কাশ্মীৰ হৈ পৰিল এখন সৰ্ববৃহৎ ৰাজ্য।

ডোগ্ৰাৰ শাসন চলিছিল এশ বছৰৰো অধিক কাল। এই বংশৰ মহাৰজাসকলৰ শাসন কাল হ'ল— গোলাব সিং (১৮৪৬-১৮৫৭), ৰণবীৰ সিং (১৮৫৭-১৮৮৫), প্ৰতাপ সিং (১৮৮৫-১৯২৫) আৰু হৰি সিং (১৯২৫-১৯৫২)।

প্ৰথমজনা ডোগ্ৰা মহাৰাজ গোলাব সিং আছিল দক্ষ, কিন্তু স্বেচ্ছাচাৰী। ইংৰাজক দিব লগা ৭৫ লাখ টকাৰ বাবে কৰ-কাটলকে ধৰি বিভিন্ন পন্থাৰে ধন সংগ্ৰহৰ ব্যৱস্থা লোৱাত জনসাধাৰণৰ অৱস্থা শোচনীয় হৈ পৰিল। আমদানি বা ৰপ্তানি কৰা যিকোনো সামগ্ৰীৰ ওপৰত তেওঁ অতি উচ্চ নিৰিখত কৰ লগালে। কাশ্মীৰ ভ্ৰমণ কৰা এজন[৮] পৰ্যটকে উল্লেখ কৰা মতে ৰাজ্যখনত মহাৰাজে ভ্ৰমণ কৰোতে, কোনো বিষয়ত কোনো প্ৰজাই মহাৰাজৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ হ'লে আবেদন পত্ৰৰ লগত এটকা দি মহাৰাজে দেখাকৈ দাঙি ধৰিব লাগে। লগত টকা দিয়া দেখিলেহে মহাৰজাই আবেদন গ্ৰহণ কৰে আৰু তেনেজনৰহে বক্তব্য শুনে।

অপশাসন আৰু কু-শাসনৰ ফলত কাশ্মীৰত ভালেমানবাৰ দুৰ্ভিক্ষ হয় যদিও মহাৰাজ ৰণবীৰ সিঙৰ দিনত ১৮৭৭ চনত হোৱা দুৰ্ভিক্ষই আছিল ভয়াবহ। প্ৰকাশ যে কাশ্মীৰৰ জনসাধাৰণৰ এক তৃতীয়াংশই এই দুৰ্ভিক্ষত মৃত্যু বৰণ কৰে। তাৎপৰ্যপূৰ্ণ কথা যে এই সম্পৰ্কত অতি গুৰুতৰ অভিযোগ থকা স্মাৰক পত্ৰ এখন পাই ভাইচৰয়ে এটা আয়োগ গঠন কৰি অভিযোগৰ তদন্ত কৰিবলৈ বাধ্য হয়। অভিযোগ অনা হৈছিল যে দুৰ্ভিক্ষৰ কবলত পৰা লোকক খাদ্যৰ যোগান ধৰিব নোৱৰা বাবে নাও ভৰ্তি কৰি মুছলমান লোকক মহাৰজাই পানীত ডুবাই মৰোৱাইছিল। আয়োগে তদন্ত কৰিলে যদিও এনে অভিযোগৰ সপক্ষে প্ৰমাণ নাপালে।

ৰণবীৰ সিঙৰ দিনত সামৰিক দিশৰ পৰা অতি গুৰুত্বপূৰ্ণ এটি কাম হ'ল— ৰাজ্যখনৰ সীমাৰ উত্তৰ দিশত থকা গিলগিট অধিকাৰ কৰাটো।

ৰণবীৰ সিঙৰ মৃত্যুৰ পাছত ইংৰাজে পূৰ্বৰ নীতি সলনি কৰি জম্মু-কাশ্মীৰক প্ৰত্যক্ষভাৱে শাসন কৰাৰ ব্যৱস্থা ল'লে। এই নীতি কাৰ্যকৰী কৰাৰ বাবে সুবিধা হ'ল যে ৰণবীৰৰ মৃত্যুৰ সময়ত তেওঁৰ পুত্ৰ প্ৰতাপ সিঙৰ বয়স কম আছিল। ইংৰাজে ৰাজ্যখনৰ বাবে এজন 'বৃটিছ ৰেছিডেণ্ট' নিযুক্ত কৰিলে। ইংৰাজে অনুভৱ কৰিলে যে যিবোৰ কাৰণত জম্মু-কাশ্মীৰৰ লগতে পঞ্জাবতো পৰোক্ষ শাসনৰ ব্যৱস্থা কৰিছিল, সেইবোৰৰ অৱসান ঘটিছে। ইতিমধ্যে ইংৰাজে পঞ্জাবক নিজৰ প্ৰত্যক্ষ শাসনলৈ আনিছিল। জম্মু-কাশ্মীৰৰ ক্ষেত্ৰত এনে এক ব্যৱস্থা কৰিলে যাৰ ফলত ইংৰাজৰ প্ৰত্যক্ষ শাসনৰ দায়িত্ব নাথাকিলেও ভাইচৰয়ে ৰাজ্যখনৰ প্ৰশাসনত হস্তক্ষেপ কৰিব পৰা হ'ল। ব্যৱস্থাটো হ'ল যে 'বৃটিছ ৰেছিডেণ্ট'জনৰ নিয়ন্ত্ৰণ থকা এখন 'কাউন্সিল অৱ ৰিজেন্সী' থাকিব আৰু এই 'ৰিজেন্সী'ৰ বাবে মহাৰাজ প্ৰতাপ সিঙে পদত্যাগ কৰিব (১৮৮৯ চন)। অৱশ্যে নতুন ভাইচৰয় লৰ্ড কাৰ্জনে ৰিজেন্সী ব্যৱস্থা প্ৰত্যাহাৰ কৰে (১৯০৫ চন) আৰু মহাৰজাই পুনৰ ক্ষমতা লাভ কৰে।

প্ৰতাপ সিঙৰ মৃত্যুৰ পাছতে ৰাজ্যখনৰ শাসনভাৰ লয় প্ৰয়াত মহাৰজাৰ ভাগিন হৰি সিঙে। হৰি সিঙৰ শাসনকাল অত্যন্ত ঘটনাবহুল।

---

৮। ফেদেৰিক ড্ৰু

## পৰিৱৰ্তনৰ জোৱাৰ

ইংৰাজে ভাৰতৰ শাসনভাৰ গ্ৰহণ কৰাৰ পিছত দেশৰ অন্যান্য ঠাইৰ লগতে জম্মু-কাশ্মীৰৰ পৰিস্থিতিও সলনি হ'ল। আধুনিক শিক্ষাৰ প্ৰৱৰ্তনে সচেতনতাৰ নতুন জোৱাৰ তুলিলে। ১৮৮১ চনত ৰাজ্যখনত মিছন স্কুল প্ৰতিষ্ঠা হ'ল। ১৯০৫ চনত শ্ৰীনগৰ আৰু ১৯০৮ চনত জম্মুত একোখনকৈ কলেজ প্ৰতিষ্ঠা হ'ল। ১৯২৬ চনত ক্ষমতালৈ অহাৰ পাছত মহাৰাজ হৰি সিঙে জম্মু আৰু কাশ্মীৰ দুয়োখন মহানগৰতে ল'ৰাৰ বাবে প্ৰাথমিক শিক্ষা বাধ্যতামূলক কৰিলে। অৱশ্যে উচ্চ শিক্ষাৰ বাবে মুছলিম ছাত্ৰসকলৰ অগ্ৰাধিকাৰ আছিল আলিগড়ৰ মুছলিম বিশ্ববিদ্যালয়।

শিক্ষাৰ প্ৰসাৰৰ লগে লগে জনসাধাৰণৰ সচেতনতাও বৃদ্ধি পালে। কিন্তু মন কৰিবলগীয়া যে জম্মু আৰু শ্ৰীনগৰৰ কলেজত পণ্ডিত শ্ৰেণীৰ লোকেহে বেছি সুবিধা ললে। মুছলমানসকল আঁতৰি থাকিল। বিশিষ্ট সাংবাদিক হৰি জয় সিঙৰ মতে,[৯] 'মুছলিমসকলে যেতিয়া তেওঁলোকৰ অনগ্ৰসৰতা উপলব্ধি কৰি ইংৰাজী শিক্ষাৰ সুবিধা ল'বলৈ আগ্ৰহী হ'ল, পণ্ডিতসকলে এই শিক্ষানুষ্ঠানবোৰত ইতিমধ্যে একাধিপত্য বিস্তাৰ কৰিলেই। এই কথাই মুছলিমসকলৰ মাজত ব্যাপক হতাশাৰ সৃষ্টি কৰিলে।".......

এইখিনিতে উল্লেখ কৰা উচিত হ'ব যে ডোগ্ৰাসকলক বিদেশী বুলি কাশ্মীৰৰ মুছলমানসকলে গণ্য কৰিছিল। এই বিদ্বেষপূৰ্ণ ভাৱ বৃদ্ধি হোৱাত সহায় কৰিছিল ডোগ্ৰা শাসকসকলৰ কিছুমান কাম-কাজে।

হৰি সিং নিজে ডোগ্ৰা আছিল বাবে, ডোগ্ৰাসকলৰ প্ৰতি তেওঁৰ বিশেষ দুৰ্বলতা আছিল। সেয়ে স্বাভাৱিকতে প্ৰশাসনীয় কাম-কাজত ডোগ্ৰাসকলৰ নিযুক্তি বাঢ়িল। এই কথাই অনা-ডোগ্ৰাসকলক ক্ষুণ্ণ কৰি তুলিছিল।

হৰি সিঙে আৰু এটা কাম কৰি কাশ্মীৰৰ মুছলমান ৰাইজৰ ক্ষোভ বৃদ্ধি কৰিলে। সেয়া হ'ল— ৰাজ্যখনৰ ৰাজধানী জম্মুলৈ স্থানান্তৰ। ইয়াৰ ফলত, বিভিন্ন সা-সুবিধাৰ পৰা কাশ্মীৰৰ সংখ্যাগৰিষ্ঠ মুছলমান ৰাইজ বঞ্চিত হ'ব লগা হ'ল।

বিশিষ্ট বুৰঞ্জীবিদ প্ৰেমনাথ বাজাজে[১০] এই বুলিও ক'ব খোজে যে 'ডোগ্ৰা শাসকসকলে জম্মুকহে সদায় গৃহভূমি বুলি বিবেচনা কৰিছিল— কাশ্মীৰ অঞ্চলক বিবেচনা কৰিছিল এখন বিজিত দেশৰূপে।...... তেওঁলোকে ৰাজ্যখনত এক ধৰণৰ ডোগ্ৰা সাম্ৰাজ্যবাদ প্ৰতিষ্ঠা কৰিছিল— য'ত অনা-ডোগ্ৰাসকলক নিম্ন পৰ্যায়ৰ স্থানহে দিছিল। আনহাতে ৰাজ্যখনৰ সেনা বাহিনীতো কাশ্মীৰ উপত্যকাৰ থলুৱাৰ সংখ্যা আছিল কম। গোৰ্খা আৰু শিখসকলকহে সেনা বাহিনীত নিযুক্তিত মহাৰজাই অগ্ৰাধিকাৰ দিছিল। কাৰণ, কাশ্মীৰ উপত্যকাৰ লোকসকল ভাল যোদ্ধা বুলি কোনো সুনাম নাছিল। কিন্তু তেওঁৰ এই কামে উপত্যকাটোৰ বিভিন্ন শ্ৰেণী— বিশেষকৈ মুছলমানসকলক ক্ষুণ্ণ কৰি তুলিছিল। ৰাজ্যখনত

৯। 'কাশ্মীৰ- এ টেল অব ছেম'

১০। 'দ্য হিষ্টৰী অব......প্ৰেজেণ্ট দে'

মাটিৰ মালিক বেছিভাগেই আছিল হিন্দু-মুছলমানসকল আছিল ৰায়ত। দিন যোৱাৰ লগে লগে এই কথাই মুছলমান ৰায়তসকলক অসন্তুষ্ট কৰি তুলিছিল।"

আনহাতে এই কথাৰ উল্লেখ নিষ্প্রয়োজন যে ভাৰতৰ আনবোৰ দেশীয় ৰাজ্যতকৈ জম্মু-কাশ্মীৰ শাসন কৰা ডোগ্রাসকলৰ শাসন কোনো গুণে উন্নত নাছিল। ডোগ্রাসকলৰ প্রতি ইংৰাজৰ কোনো দিনেই ভাল ভাৱ নথকাৰ কথাইও কাশ্মীৰৰ মুছলমানসকলক ডোগ্রা শাসনৰ বিৰুদ্ধে উদগনি দিছিল। কেৱল সেয়েই নহয়— তেতিয়াৰ ভাৰতৰ শাসক ইংৰাজ চৰকাৰৰ যি 'ডিভাইড এণ্ড ৰুল' নীতি, সেই নীতি কাশ্মীৰতো ইংৰাজ বিষয়াই প্রযোজ্য কৰিছিল আৰু তাৰ ফলত হিন্দুসকলৰ প্রতি মুছলমানসকলৰ বিদ্বেষত উদগনি যোগোৱা হৈছিল।

ইতিমধ্যে গান্ধীজীৰ নেতৃত্বত ভাৰতৰ স্বাধীনতা আন্দোলনে দেশে-বিদেশে যি জাগৰণৰ সৃষ্টি কৰিছিল, তাৰ প্রভাৱ জম্মু-কাশ্মীৰতো পৰিছিল। 'দাণ্ডি যাত্রা' তথা লোণ সত্যাগ্রহৰ সময়ত গান্ধীজীক গ্রেপ্তাৰ কৰোতে জম্মু-কাশ্মীৰ আৰু ৰাজ্যখনৰ অন্যান্য ঠাইত স্বতঃস্ফূর্তভাৱে হৰতাল পালন কৰা হৈছিল। আন কথাত, ৰাজ্যখনৰ ৰাইজৰ চিন্তা-চর্চাত এক পৰিৱৰ্তনৰ জোৱাৰ দেখা দিছিল।

# শ্বেখ আব্দুল্লাৰ উত্থান

আগতেই উল্লেখ কৰা হৈছে যে জম্মু-কাশ্মীৰৰ মুছলমান ছাত্ৰসকল উচ্চ শিক্ষাৰ বাবে যাইকৈ আলিগড় বিশ্ববিদ্যালয়লৈ গৈছিল। সেই বিশ্ববিদ্যালয়ত ৰাজনৈতিক সংগঠন গঢ়াত নিষেধাজ্ঞা আছিল বাবে কাশ্মীৰৰ ডেকা মুছলিম যুৱকসকলে এটা সংগঠন গঢ়ি তুলিছিল। তাৰ নাম দিয়া হৈছিল- 'কাশ্মীৰ মুছলিম ৰিডিং ৰুম'। শ্বেখ আব্দুল্লা তাত পঢ়াৰ সময়ত তেওঁ আছিল এই সংগঠনৰ নেতৃত্বত। কাশ্মীৰী মুছলমানৰ বাবে চৰকাৰী চাকৰি সংৰক্ষণ কৰাৰ দাবীত এই 'ৰিডিং ৰুম'ৰ যি দুজন যুৱ নেতাই ৰাজা চৰকাৰক অনুৰোধ কৰিছিলগৈ, তাৰে এজন আছিল শ্বেখ আব্দুল্লা। মহাৰাজ হৰি সিঙৰ চৰকাৰে কিন্তু এই দাবীৰ তাৎপৰ্য উপলব্ধি নকৰিলে। এই দাবী অগ্ৰাহ্য কৰি মহাৰাজে সংঘৰ্ষৰ পথলৈ ৰাজ্যখনক আগবঢ়াই দিলে। কাশ্মীৰী মুছলমানক চাকৰি দিয়াৰ বাহিৰে আন কোনো বিশেষ দাবী এই 'ৰিডিং ৰুম'ৰ নাথাকিলেও, কাশ্মীৰী মুছলিম ছাত্ৰসকলক একত্ৰিত কৰাত আৰু ইয়াৰ জৰিয়তে উপত্যকাটোৰ মুছলিম ৰাইজৰ দুখ-দুৰ্দশা মোচনৰ বাবে এক সম্মিলিত প্ৰচেষ্টাৰ আৱশ্যকতা উপলব্ধি কৰোৱাত এই 'ৰিডিং ৰুম' মঞ্চখনৰ ভূমিকা আছিল অতি গুৰুত্বপূৰ্ণ।

এইখিনি সময়তে আন এটা কথাই অসন্তুষ্টিৰ উমি উমি জ্বলি থকা তুঁহ জুইকুৰা জ্বলাই তোলাত সহায় কৰিলে। লাহোৰৰ পৰা প্ৰকাশিত একাংশ বাতৰি কাকতে মহাৰজা হৰি সিং আৰু তেওঁৰ শাসনৰ বিৰুদ্ধে মুখৰ হৈ উঠিছিল। এই শ্ৰেণী কাকতৰ (Anglo Indian Press) মূল কথা হ'ল যে মহাৰজাই মুছলিমসকলক চাকৰি, শিক্ষা আদি সকলো দিশতে বঞ্চিত কৰিছে, হিন্দুসকলেই ৰাজ্যখনৰ চাকৰি-বাকৰি সকলোবোৰ দখল কৰিছে, ৰাজ্যখনত মুছলিম বিপদাপন্ন হৈছে।

আন কথাত ক'বলৈ গ'লে, সকলো কথা লগ লাগি ৰাজ্যখনত এক বিস্ফোৰণমুখী পৰিস্থিতিৰ সৃষ্টি হ'ল। মুছলিমসকলে অৱহেলিত, নিপীড়িত বুলি বৰ্ধিতভাৱে অনুভৱ কৰি তাৰ প্ৰতিবাদ জনাবলৈ তেওঁলোক দৃঢ়মনা হ'ল।

অৱশ্যে তাৰ আগতেই ১৯২৪ চনত তেতিয়াৰ ভাইচৰয় আৰ. ডি. আই ৰিডিঙে শ্ৰীনগৰ ভ্ৰমণ কৰোতে তাৰ মুছলিমসকলে বিক্ষোভ প্ৰদৰ্শন কৰি তেওঁৰ হাতত এখন স্মাৰক পত্ৰ দিছিল। মহাৰজা হৰি সিঙৰ অপশাসনৰ বিৰুদ্ধে দিয়া স্মাৰক পত্ৰত মুছলিম ৰায়তসকলক মাটিৰ মালিকীস্বত্ব দিবলৈ দাবী কৰা হৈছিল। মহাৰজা হৰি সিঙে এই দাবী আৰু বিক্ষোভক গুৰুত্ব নিদি নিজৰ বিপদ নিজেই চপাই ল'লে।

কাশ্মীৰত সাধাৰণ মানুহৰ দুৰৱস্থা অব্যাহত থকাত তেতিয়া প্ৰয়োজন আছিল সংখ্যাগৰিষ্ঠ সম্প্ৰদায়টোৰ মাজৰ পৰা এনে এজন নেতাৰ— যিজনে তেওঁলোকৰ বিভিন্ন সমস্যা আৰু অসুবিধাৰ বিষয়ে ভালকৈ জানে আৰু সেইবোৰ আঁতৰ কৰিবলৈ, আপোচহীনভাৱে কাম কৰিবলৈ সদা প্ৰস্তুত।

এই অভাৱ পূৰণ কৰিবলৈ যিজন ডেকা কাশ্মীৰী নেতা ওলাই আহিল্‌, তেওঁ হ'ল শ্বেখ মহম্মদ আব্দুল্লা। ১৯০৫ চনৰ ৫ ডিচেম্বৰত জন্ম গ্ৰহণ কৰা আব্দুল্লাই মুছলিমৰ পৰম্পৰাগত ধৰ্মীয় পাঠশালা 'মকতব'তে প্ৰাথমিক শিক্ষা গ্ৰহণ কৰি দহ মাইল খোজ কাঢ়ি যাব লগা চৰকাৰী হাইস্কুলত শিক্ষা গ্ৰহণ কৰি ডাক্তৰ হ'ব খুজিছিল। চৰকাৰী বৃত্তি নোপোৱাত তেওঁৰ ডাক্তৰী পঢ়া নহ'ল। তাৰ পাছত লাহোৰৰ ইছলামীয়া কলেজৰ পৰা বি. এছ. চি. ডিগ্ৰী লৈ আলিগড় মুছলিম বিশ্ববিদ্যালয়ৰ পৰা ল'লে এম. এ. ডিগ্ৰী। আলিগড়ত পঢ়াৰ সময়তে তেওঁ মহাত্মা গান্ধীক প্ৰথমবাৰৰ বাবে দেখিছিল। গান্ধীজীৰ আচৰণ আৰু আদৰ্শই তেওঁৰ ওপৰত কিছু প্ৰভাৱ বিস্তাৰ কৰিছিল। এই বিশ্ববিদ্যালয়ৰ পৰা এই ডিগ্ৰী লোৱা তেৱেঁই আছিল প্ৰথমজন কাশ্মীৰী যুৱক। তাৰ পিছত তেওঁ ইচ্ছা কৰিছিল বিদেশলৈ পঢ়িবলৈ যাবলৈ। তাৰ বাবে চৰকাৰী বৃত্তি বিচাৰিলে, কিন্তু নাপালে। তেওঁ ধৰি ল'লে যে এয়া হৈছে তেওঁৰ তথা কাশ্মীৰৰ মুছলমানৰ প্ৰতি হিন্দুধৰ্মী মহাৰাজৰ প্ৰশাসনৰ পক্ষপাতিত্বমূলক আচৰণ।

কাশ্মীৰলৈ উভতি আহি তেওঁ শিক্ষকৰ চাকৰি ল'লে, কিন্তু দুৰ্ভাগ্যক্ৰমে অবাধ্যতামূলক কামৰ বাবে তেওঁৰ চাকৰি গ'ল। ইয়াৰ বাবেও তেওঁ মহাৰজাৰ প্ৰশাসনকে দোষী সাব্যস্ত কৰিলে।

## অসন্তুষ্টিৰ বিস্ফোৰণ

কাশ্মীৰৰ মুছলিমসকলৰ মাজত বিভিন্ন কাৰণত ব্যাপক অসন্তুষ্টি উমি উমি জ্বলি থকাৰ সময়তে ১৯৩১ চনত এক বিস্ফোৰক ঘটনা ঘটিল। ৰাজ্যখনৰ মুছলিম ৰাইজৰ অভাৱ-অভিযোগ মহাৰাজ হৰি সিঙৰ ওচৰত দাখিল কৰিবলৈ শ্ৰীনগৰত বহা ৰাজহুৱা সভাই গঠন কৰি দিয়া সাতজনীয়া প্ৰতিনিধি দলটোত শ্বেখ আব্দুল্লাকো অন্তৰ্ভুক্ত কৰা হ'ল। কিন্তু সেই সভাত অতি আপত্তিকৰ ভাষণ (হিন্দুসকলক হত্যা কৰাৰ আহ্বান) দিয়াৰ কাৰণে পুলিচে আব্দুল কাদিৰ নামৰ এজন লোকক গ্ৰেপ্তাৰ কৰিলে। কাদিৰৰ বিচাৰ আৰম্ভ হোৱাৰ দিনা (১৯৩১ চনৰ ৩১ জুলাই) কাৰাগাৰৰ সমুখত বহু মানুহ গোট খালে। তাৰ পিছত ভালেমান গ্ৰেপ্তাৰ, শিলগুটি বৰ্ষণ আৰু শেষত পুলিচৰ গুলীচালনাৰ ঘটনা ঘটিল। মৃত্যু হ'ল ২১জনৰ। তাৰ পিছত কাশ্মীৰত সাম্প্ৰাদিয়ক সংঘৰ্ষ লাগিল। তিনিজন হিন্দু মৰিল, ভালেমান আহত হ'ল। বহু দোকান-পোহাৰ লুটপাত হ'ল। কাশ্মীৰত সাম্প্ৰদায়িক সংঘৰ্ষ হ'ল প্ৰথমবাৰৰ বাবে।

ইয়াৰ পাছত কাশ্মীৰৰ পৰিস্থিতিৰ ক্ষিপ্ৰ পৰিবৰ্তন ঘটিল। পৰিস্থিতিৰ জটিলতা উপলব্ধি কৰি ভাৰত চৰকাৰে হস্তক্ষেপ কৰিলে। মুছলমানৰ বিৰুদ্ধে লোৱা কিছুমান ব্যৱস্থা প্ৰত্যাহাৰ কৰিবলৈ মহাৰজাক কোৱা হ'ল। সেইবোৰৰ ভিতৰত আছিল— গো হত্যাৰ ওপৰত থকা নিষেধাজ্ঞা 'খুটবা' (ধৰ্মীয় আলোচনা) নিষিদ্ধকৰণ, 'আজান' দিয়াটো বন্ধ কৰা আদি।

এইবোৰ দাবী মহাৰজাই মানি ল'লে। ভাৰত চৰকাৰে আৰু দুটা দাবী কৰিলে। মুছলিমসকলৰ অভাৱ-অভিযোগ আৰু দাবী সন্দৰ্ভত ইংৰাজ বিষয়া এজনে তদন্ত কৰিব

আৰু ইউৰোপীয়ান আই-ই-এছ বিষয়া এজনক মহাৰাজে প্ৰধানমন্ত্ৰীৰূপে নিযুক্ত কৰিব লাগিব। এইবোৰ দাবীও মানি লোৱাৰ বাহিৰে মহাৰাজৰ আন বিকল্প নাছিল।

সেই সময়তে জম্মুতো অশান্তি হ'ল। পঞ্জাবৰ 'অহৰৰ পাৰ্টি' (Ahrar Party) ৰ প্ৰত্যক্ষ সহযোগত জম্মুত মুছলিমসকলে কৰা অশান্তি দমন কৰিবলৈ মহাৰজাই ইংৰাজৰ সহায় ল'ব লগা হ'ল।

মুছলমানসকলৰ অভাৱ-অভিযোগৰ তদন্ত কৰিবলৈ গঠিত হ'ল গ্লান্সি আয়োগ (১৯৩১ চন)। বাৰ্টেন্দ গ্লান্সি আছিল ভাৰত চৰকাৰৰ বৈদেশিক আৰু ৰাজনৈতিক বিভাগৰ বিষয়া। এই আয়োগত ৰাজ্যখনৰ চাৰিজন লোকক সদস্যৰূপে লোৱা হ'ল। কাশ্মীৰৰ পৰা এজন হিন্দু আৰু এজন মুছলমান আৰু জম্মুৰ পৰাও এজন হিন্দু আৰু এজন মুছলমানক আয়োগৰ সদস্য কৰা হ'ল। (এজন হিন্দু সদস্যই পদত্যাগ কৰে, কিন্তু আনজনে নকৰিলে। তেওঁ হ'ল কাশ্মীৰৰ বিশিষ্ট বুৰঞ্জীবিদ প্ৰেম নাথ বাজাজ যিজনে কাশ্মীৰৰ সাম্প্ৰদায়িক ঐক্যৰ ক্ষেত্ৰত বিশেষ ভূমিকা লৈছিল)। ৰাজ্যখনৰ মুছলিম ৰাইজৰ ভালেমান যুক্তিসংগত সমস্যা চিহ্নিত কৰি আয়োগে চৰকাৰলৈ ভালমোন পৰামৰ্শ আগবঢ়ালে।

## প্ৰথমটো আঞ্চলিক ৰাজনৈতিক দল গঠন

এক নিৰ্দিষ্ট ৰাজনৈতিক কাৰ্যব্যৱস্থা গ্ৰহণৰ বাবে পৰিস্থিতি অনুকূল হৈ উঠিল। ইয়াৰ বাবে শ্বেখ আব্দুল্লাৰ লগতে ওলাই আহিল কাশ্মীৰৰ আন কেইজনমান শিক্ষিত যুৱক। গঠন হ'ল ৰাজ্যখনৰ প্ৰথমটো আঞ্চলিক ৰাজনৈতিক সংগঠন (১৯৩২ চনৰ অক্টোবৰ মাহ)। নাম দিয়া হ'ল 'জম্মু আৰু কাশ্মীৰ মুছলিম কনফাৰেন্স'। শ্বেখ আব্দুল্লাক সভাপতিৰূপে লৈ গঠিত এই সংগঠনটোৰ মূল উদ্দেশ্য ৰাজ্যখনৰ মুছলমান ৰাইজৰ কল্যাণ সাধন বুলি ঘোষণা কৰা হ'ল। 'মুছলিম কনফাৰেন্স'ৰ যিকেইটা উদ্দেশ্যৰ কথা ঘোষণা কৰা হ'ল সেইকেইটা হ'ল— (১) মুছলিমসকলক সংগঠিত কৰা আৰু তেওঁলোকৰ প্ৰাপ্য অধিকাৰ আদায় কৰা, (২) অৰ্থনৈতিক আৰু সাংস্কৃতিক উন্নয়নৰ বাবে সংগ্ৰাম কৰা আৰু (৩) তেওঁলোকে যি উৎপীড়নৰ সন্মুখীন হৈছে, তাৰ পৰা তেওঁলোকক মুক্তি দিয়া।

নক'লেও হ'ব যে এই সংগঠনটো গঠন হোৱাৰ লগে লগে কাশ্মীৰত সূচনা হ'ল এক নতুন অধ্যায়ৰ। কাশ্মীৰৰ ৰাজনীতিত পৰৱৰ্তী কেইবাটাও দশকৰ মধ্যমণি হৈ পৰিল শ্বেখ আব্দুল্লা। সেই আব্দুল্লাৰ চিন্তাধাৰাৰ বিষয়ে আৰু কিছু কথা এইখিনিতে উল্লেখ কৰা প্ৰয়োজন। 'আটিছ-ই-চিনাৰ' নামৰ তেওঁৰ আত্মজীৱনীৰ পৰা কিছু কথা তলত উল্লেখ কৰা হ'ল।

আলিগড়ত শ্বেখ আব্দুল্লা পঢ়ি থকা সময়ৰ কথা। জম্মু-কাশ্মীৰৰ মুছলিমসকলৰ প্ৰতি ৰাঢ় আচৰণ কৰা কথাক গৰিহণা দি ছাৰ এ. বেনাৰ্জী নামৰ এজনে দিয়া বিবৃতি এটাক মহাৰাজ হৰি সিঙৰ অনুগত মুছলমান কেইজনমানে প্ৰতিবাদ কৰি বিবৃতি দিলে। তেতিয়া আলিগড়ৰ বাতৰি কাকত এখনত কাশ্মীৰৰ মুছলমানৰ দুৰৱস্থাৰ বিষয়ে বৰ্ণনা কৰি দিয়া চিঠিখনেই আছিল আব্দুল্লাৰ এই বিষয়ে প্ৰথম ৰাজহুৱা মত প্ৰকাশ। এই কথা উল্লেখ কৰি তেওঁ লিখিছে "শেষত মই মোৰ কণ্ঠস্বৰ বিচাৰি পালো।"

কাশ্মীৰৰ মুছলমানসকলৰ প্ৰতি মহাৰজাৰ চৰকাৰে কৰা অসদাচৰণবোৰ দেখি তেওঁ আত্মজীৱনীৰ এঠাইত লিখিছে—

"এনে ব্যৱহাৰৰ বাবে মুছলিমসকলক কিয় বাছি লোৱা হ'ল— সেই প্ৰশ্ন মই কৰিবলৈ ধৰিলো। আমি সংখ্যাগৰিষ্ঠ আৰু ৰাজ্যখনৰ ৰাজহলৈ সৰ্বাধিক বৰঙণি আগবঢ়াওঁ। তথাপিও আমি নিপীড়িত। কিয়? কিমান দিন আমি ইয়াক সহ্য কৰিম? ইয়াৰ কাৰণ এয়ে নেকি যে সাধাৰণ ৰাইজৰ বিষয়বোৰ চোৱা-চিতা কৰা নিম্ন পৰ্যায়ৰ বিষয়াসকল হ'ল কাশ্মীৰী পণ্ডিত? মই এই সিদ্ধান্তলৈ আহিলো যে মুছলিমসকলৰ প্ৰতি কৰা অসদাচৰণ হ'ল ধৰ্মীয় বিদ্বেষৰ পৰিণাম।"

তাৎপৰ্যপূৰ্ণ কথা হৈছে যে শ্বেখ আব্দুল্লাই যি গৰাকী মহিলাক বিয়া কৰালে, তেওঁৰ পিতৃ কাশ্মীৰৰ বিখ্যাত 'নিড'জ হোটেল'ৰ (Nedou's Hotel) স্বত্বাধিকাৰ হেৰী নিদ' আছিল ইছলাম ধৰ্মলৈ দীক্ষিত হোৱা এজন ব্যক্তিহে— যিজনে বিয়া কৰাইছিল এগৰাকী গুজ্জাৰ সম্প্ৰদায়ৰ মহিলাক। অৱশ্যে নিদ'ৰ জীয়ৰী আকবৰ জাহান— যাক শ্বেখ আব্দুল্লাই বিয়া কৰাইছিল— তেওঁ আছিল অতি ধৰ্মপ্ৰাণা।

## সংবিধান সংশোধন আয়োগ

গ্লান্সি আয়োগ গঠনৰ দুবছৰৰ পাছত ইংৰাজ চৰকাৰে কৰ্ণেল ই-জে-ডিক প্ৰধানমন্ত্ৰী আৰু ৰাজ্যখনৰ তিনিটা বিভাগ— গৃহ, ৰাজহ আৰু পুলিচ বিভাগত তিনিজন ইংৰাজ আই-চি-এছ কেদাৰৰ বিষয়া নিযুক্ত কৰিলে। প্ৰধানমন্ত্ৰীয়েই নহয়, তিনিজনকৈ ইংৰাজক উচ্চ পদত নিয়োগ কৰাত মুছলিম ৰাইজ সন্তুষ্ট হৈ আন্দোলন স্থগিত ৰাখিলেও সেয়া আছিল অস্থায়ী। ইংৰাজ প্ৰধানমন্ত্ৰীয়ে গ্লান্সি আয়োগৰ অনুমোদন মতে কাম নকৰাত পুনৰ আন্দোলন আৰম্ভ হ'ল। প্ৰধানমন্ত্ৰীয়ে নিৰ্মমভাৱে এই আন্দোলন দমন কৰিলে। পৰিস্থিতি বুজি গ্লান্সিৰ নেতৃত্বতে মহাৰাজে এটা সংবিধান সংশোধন আয়োগ গঠন কৰিলে। এই আয়োগে জনোৱা অনুমোদনৰ ভিত্তিত মহাৰজাই ৰাজ্যখনৰ বাবে 'প্ৰজা সভা' নামেৰে সীমিত ক্ষমতাৰ বিধানসভা এখন গঠনত অনুমোদন জনালে। তদুপৰি, প্ৰশাসনত নিযুক্তিৰ ব্যৱস্থাকে ধৰি মুছলিমসকলৰ বাবে কিছুমান নিৰ্দিষ্ট ব্যৱস্থা কৰা হ'ল।

শ্বেখ আব্দুল্লাৰ নাম চৌদিশে ফুটি-ফাটি গ'ল আৰু তেওঁক 'শ্বেৰ-ই-কাশ্মীৰ' (কাশ্মীৰৰ সিংহ) বিশেষণেৰে অভিহিত কৰা হ'ল। ১৯৩৪ চনত 'প্ৰজা সভা'ৰ বাবে হোৱা নিৰ্বাচনত আশা কৰাৰ দৰেই মুছলিমৰ বাবে নিৰ্ধাৰিত ২১ খন আসনৰ ভিতৰত ১৯খনেই আব্দুল্লাৰ 'মুছলিম কনফাৰেন্স' দলে লাভ কৰিলে। ইতিমধ্যে কৰ্ণেল কলভিনে পদত্যাগ কৰাত, মহাৰজাই প্ৰধানমন্ত্ৰীৰূপে নিযুক্তি দিলে ছাৰ গোপালস্বামী আয়েংগাৰক।

১৯৩৬ চনৰ ৮ মে' তাৰিখে মুছলিম কনফাৰেন্সে ৰাজ্যজুৰি পালন কৰিলে 'দায়িত্বশীল চৰকাৰ দিৱস' (Responsible Government Day)। এই দিৱসৰ প্ৰতি সঁহাৰি জনাবলৈ এই দলৰ সভাপতি শ্বেখ আব্দুল্লাই সকলো ধৰ্মৰ লোকৰ প্ৰতি আবেদন জনালে। ভালেমান

হিন্দু আৰু শিখে সঁহাৰি জনালে। এয়াই আছিল 'মুছলিমকনফাৰেন্স'ৰ দুৱাৰ সকলো সম্প্ৰদায়লৈকে মুকলি কৰি দিয়াৰ পূৰ্বাভাস।

## নেচনেল কনফাৰেন্স

মুছলিম কনফাৰেন্সৰ দুৱাৰ সকলো ধৰ্মৰ লোকলৈ মুকলি কৰি এই দলৰ নাম সলনি কৰি 'নেচনেল কনফাৰেন্স' কৰাৰ বাবে শ্বেখ আব্দুল্লাই লোৱা ঐতিহাসিক সিদ্ধান্তৰ পটভূমি কি?

ইংৰাজৰ 'ডিভাইড এণ্ড ৰুল' নীতি অনুসৰি ইংৰাজৰ ঔপনিৱেশিক স্বাৰ্থ পূৰণৰ বাবে তেওঁলোকৰ বিষয়াসকলে জম্মু-কাশ্মীৰত বিভিন্ন ধৰণে হিন্দুৰ বিৰুদ্ধে মুছলিমসকলক উচটনি দিছিল। এই কৌশল প্ৰথমে ৰাজ্যখনৰ মুছলিম নেতাসকলে বুজা নাছিল। এই কথা সম্পূৰ্ণভাৱে প্ৰতীয়মান হ'ল যেতিয়া মুছলিমসকলৰ ক্ষেত্ৰত বিশেষ ৰেহাইৰ বাবে গ্লান্সি আয়োগে অনুমোদন জনোৱা সত্ত্বেও ৰাজ্যখনৰ ইংৰাজ প্ৰধানমন্ত্ৰী— যিজনক দিল্লীৰ ভাইচৰয়ে জোৰকৈ ৰাজ্যখনত জাপি দিছিল— সেইজন অৰ্থাৎ কৰ্ণেল ই. জে. ডি কলভিনে তাক কাৰ্যকৰী নকৰিলে। ইয়াৰ ফলত মুছলিমসকল ক্ষুণ্ণ হ'ল আৰু আন্দোলন আৰম্ভ কৰিলে। ইংৰাজ প্ৰধানমন্ত্ৰীজনে কিন্তু নিৰ্মমভাৱে এই আন্দোলন দমন কৰিলে। আনহাতে, বাহিৰৰ কোনো আন্দোলনকাৰীক ৰাজ্যখনত প্ৰৱেশ কৰাটো নিষিদ্ধ কৰা হ'ল। এই ঘটনাই শ্বেখ আব্দুল্লাকে ধৰি মুছলিম কনফাৰেন্স দলৰ নেতৃবৃন্দৰ চকু মুকলি কৰিলে। তেওঁলোকে উপলব্ধি কৰিলে যে আচলতে মহাৰজা হৰি সিং আৰু ইংৰাজসকল একেটা শ্ৰেণীৰ আৰু ৰাজ্যখনত সাধাৰণ ৰাইজৰ কোনো প্ৰাপ্তিৰ বাবে আন্দোলন কৰিবলৈ হ'লে অমুছলমানসকলকো আস্থাত ল'ব লাগিব।

'মুছলিম কনফাৰেন্স'ৰ যিখন সভাত এই ৰাজনৈতিক দলটোৰ নীতি আৰু নাম সলনি কৰাৰ বাবে সিদ্ধান্ত লোৱা হ'ল, সেইখন সভাত শ্বেখ আব্দুল্লাই কৈছিল[১১]—

"আমাৰ দৰেই ৰাজ্যখনৰ হিন্দু আৰু শিখৰ বহুতেই দায়িত্বহীন চৰকাৰটোৰ হাতত বিপুল যাতনা ভুগিছে। তেওঁলোকো অজ্ঞানতাৰ আন্ধাৰত ডুব গৈছে, বহু পৰিমাণৰ কৰ ভৰিবলগীয়া হৈছে, ঋণগ্ৰস্ততাত ভুগিছে আৰু ক্ষুধাত থাকিবগীয়া হৈছে। আমাৰ দৰে তেওঁলোকৰ বাবেও এটা দায়িত্বশীল চৰকাৰ গঠন সমানেই প্ৰয়োজন হৈছে। এইসকলে সোনকালেই হওক বা পলমকৈ হওক, আমাৰ সৈতে যোগ দিয়াটো নিশ্চিত। কোনো ধৰণৰ অপপ্ৰচাৰে তেওঁলোকক আমাৰ পৰা আঁতৰাই ৰাখিব নোৱাৰে।

সেয়ে আমাৰ আগত প্ৰধান সমস্যাটো হৈছে— আমাৰ লক্ষ্য সাধনৰ পথত থকা শক্তিবোৰৰ বিৰুদ্ধে যুটীয়া কাৰ্যব্যৱস্থা আৰু সংযুক্ত মৰ্চা গঢ়ি তোলা। ইয়াৰ বাবে আমাৰ সংগঠনটো এটা অসাম্প্ৰদায়িক ৰাজনৈতিক সংগঠনৰূপে নামকৰণ কৰাৰ প্ৰয়োজন হ'ব। প্ৰথমতে, আমাৰ ৰাজনৈতিক সমস্যাবোৰ আলোচনা কৰোতে মুছলিম আৰু অমুছলিম ধৰণে নাভাবি আমি সাম্প্ৰদায়িকতাৰ অৱসান ঘটাব লাগিব। দ্বিতীয়তে, যুটীয়া ভোটাৰৰ ভিত্তিত সাৰ্বজনীন ভোটাধিকাৰ থাকিব লাগিব।"

১১। 'আতিছ-ই-চিনাৰ'

ভাৰতৰ বিভিন্ন প্ৰদেশত দেখা দিয়া পৰিস্থিতিয়েও মুছলিম কনফাৰেন্সৰ নেতাসকলৰ ওপৰত প্ৰভাৱ পেলালে। সেই সময়ত অৰ্থাৎ ১৯৩৭ চনত ইংৰাজ শাসিত ভাৰতৰ বিভিন্ন প্ৰদেশত নিৰ্বাচন হৈ কংগ্ৰেছী চৰকাৰ গঠন হ'ল। অপশাসনৰ পৰা মুক্তি লাভ কৰাৰ বাবে ধৰ্মীয় পৰিসীমাৰ পৰা ওলাই আহি ৰাজ্যখনৰ অমুছলমানসকলৰ সহযোগ যে ল'ব লাগিব, সেই কথা মুছলিম কনফাৰেন্সৰ নেতৃবৰ্গই মৰ্মে মৰ্মে উপলব্ধি কৰিলে। ইয়াৰ পৰিণামত দীঘলীয়া বাক্-বিতণ্ডাৰ অন্তত এক ঐতিহাসিক সিদ্ধান্ত লোৱা হ'ল, 'মুছলিম কনফাৰেন্স'ৰ নাম সলনি কৰা হ'ল 'নেচনেল কনফাৰেন্স' লৈ (১৯৩৯ চন, ১১জুন)। অৱশ্যে গোড়া মুছলিমসকলৰ এটা অংশই এনে অসাম্প্ৰদায়িক দৃষ্টিভংগীৰ প্ৰতি সমৰ্থন জনাব নোৱাৰিলে। তেওঁলোকে পাছত দলৰ পৰা ওলাই আহি 'মুছলিম কনফাৰেন্স' পুনৰ্জীৱিত কৰিলে আৰু জিন্নাৰ নেতৃত্বত পাকিস্তান দাবী কৰা মুছলিম লীগৰ সমৰ্থক হৈ পৰিল।

উল্লেখ কৰা ভাল হ'ব যে মুছলিম লীগ প্ৰতিষ্ঠা হয় ১৯০৬ চনত। লীগ প্ৰতিষ্ঠাৰ উদ্দেশ্য আছিল— কংগ্ৰেছ দলৰ বিৰোধিতা কৰাৰ লগতে ইংৰাজক সমৰ্থন কৰা আৰু মুছলিমসকলৰ অধিকাৰ আৰু স্বাৰ্থৰ প্ৰতি চকু দিয়া। 'পাকিস্তান' নামটোৰ প্ৰস্তাৱকজনৰ নাম হ'ল কেমব্ৰীজৰ ছাত্ৰ মহম্মদ আলী। ১৯৩৩ চনত তেওঁ প্ৰস্তাৱ দিয়ে যে আছুতীয়াভাৱে কেৱল মুছলমানৰ বাবে উত্তৰ পশ্চিম ভাৰতত পাকিস্তান নামেৰে এখন পৃথক ৰাষ্ট্ৰ গঠন হওক— যিখনত কাশ্মীৰ অন্তৰ্ভুক্ত হওক।

## পিপ্‌লছ্ কনফাৰেন্স

নেচনেল কনফাৰেন্সে ভাৰতৰ স্বাধীনতাৰ বাবে ধৰ্মনিৰপেক্ষ সংগ্ৰামৰ আৰু দেশীয় ৰাজ্যবোৰত স্বশাসনৰ (Self rule) পোষকতা কৰিলে। ভাৰতৰ দেশীয় ৰাজ্যবোৰৰ মুক্তি সংগ্ৰামৰ উদ্দেশ্যে গঠিত 'অল ইণ্ডিয়া ষ্টেটছ পিপলছ্ কনফাৰেন্স'ৰ (এই সংগঠনটোৰ অন্তৰালত কংগ্ৰেছ দল থকা বুলি জনা যায়। দেশীয় ৰাজ্যবোৰৰ ৰাইজৰ আন্দোলন আগবঢ়াই নিয়াই আছিল ইয়াৰ উদ্দেশ্য। এই সংগঠনটো গঠিত হয় ১৯২৭ চনত) লগত 'নেচনেল কনফাৰেন্স' দলে সমধৰ্মিতা প্ৰকাশ কৰিলে।

ভাৰতৰ জাতীয় সংগ্ৰাম আৰু দেশীয় ৰাজ্যবোৰত চলা সংগ্ৰামৰ মাজত একাত্মবোধৰ প্ৰয়োজনীয়তাত পিপলছ্ কনফাৰেন্স নামৰ সংগঠনটোৱে গুৰুত্ব দিয়াৰ ক্ষেত্ৰত কংগ্ৰেছৰ নেতৃবৰ্গৰ মাজত মতভেদ আছিল। সেয়ে হ'লেও কংগ্ৰেছে দেশীয় ৰাজ্যবোৰত 'দায়িত্বশীল চৰকাৰ' গঠন আৰু নাগৰিক অধিকাৰ নিশ্চয়তাৰ সপক্ষে আছিল। আনহাতে জিন্নাৰ নেতৃত্বাধীন মুছলিম লীগে নিজৰ স্বাৰ্থ ৰক্ষাৰ বাবে দেশীয় ৰজাসকলক ক্ষুণ্ণ নকৰাৰ নীতি লৈ ঘোষণা কৰিছিল যে দেশীয় ৰজাসকল হ'ল সাৰ্বভৌম। তেওঁলোকৰ কৌশল আছিল, ভাৰতৰ যি প্ৰায় ৫৬০খন দেশীয় ৰাজ্য আছিল, সেইবোৰৰ মুছলিম শাসকসকলে যাতে পাকিস্তানত যোগদান কৰে। দেশীয় ৰাজ্যবোৰৰ প্ৰজাসকলৰ বিষয়ে কিন্তু মুছলিম লীগ বা জিন্নাই এষাৰো মাত মতা নাছিল। উল্লেখ কৰা প্ৰয়োজন যে 'পিপলছ কনফাৰেন্স'ৰ কাম-কাজত শ্বেখ আব্দুল্লাক জৱাহৰলাল নেহৰুৱে জড়িত কৰি তেওঁক

এই সংগঠনৰ সভাপতি পৰ্যন্ত পাতিছিল। ফলত আব্দুল্লাৰ নেতৃত্বই সৰ্বভাৰতীয় ৰূপ লৈছিল। আনহাতে কংগ্ৰেছ দলৰ কাম-কাজত আব্দুল্লাই অনুৰাগ দেখুৱাইছিল। আমন্ত্ৰণ পাই ১৯৩৯ চনত ত্ৰিপুৰাত বহা কংগ্ৰেছৰ অধিৱেশনত আব্দুল্লাই যোগ দিছিল। নেহৰুৱেও সেই বছৰেই খান আব্দুল গফৰ খানক লৈ কাশ্মীৰ ভ্ৰমণ কৰি কংগ্ৰেছ আৰু নেচনেল কনফাৰেন্সৰ মাজৰ সম্পৰ্ক ঘনিষ্ঠ কৰি তুলিছিল।

## মুছলিম কনফাৰেন্স পুনৰ্জীৱিত

মুছলিম কনফাৰেন্সৰ নাম আৰু নীতি সলনি কৰি নেচনেল কনফাৰেন্স কৰাত দলটোৰ ৰক্ষণশীলসকল আগৰে পৰাই অসন্তুষ্ট হৈ আছিল। এতিয়া দুটা ঘটনা ঘটিল। প্ৰথম, কংগ্ৰেছৰ লগত নেচনেল কনফাৰেন্সৰ সম্পৰ্ক স্থাপন। দ্বিতীয়, ১৯৪০ চনত ভাৰতৰ মুছলিম সংখ্যাগৰিষ্ঠ ৰাজ্যবোৰক লৈ পাকিস্তান নামেৰে এখন স্বাধীন ৰাষ্ট্ৰ গঠনৰ বাবে মুছলিম লীগে কৰা দাবী।

অভিযোগ অনা হ'ল যে কংগ্ৰেছ আৰু মুছলিম লীগৰ পৰা সমদূৰত্বত থকাৰ বাবে লোৱা ঘোষিত নীতি ভংগ কৰা হৈছে। আনহাতে পাকিস্তান গঠনৰ বাবে লীগে জনোৱা দাবীৰ প্ৰতি নেচনেল কনফাৰেন্সৰ ভালেমান সদস্যই বিশেষকৈ জম্মুৰ মুছলিম নেতাসকলে সমৰ্থন জনালে। তেওঁলোকৰ মতে, লীগৰ পাকিস্তান সৃষ্টিৰ প্ৰস্তাৱ গ্ৰহণ কৰিব লাগে। তেওঁলোকৰ যুক্তি হ'ল যে ৰাজ্যখনৰ মুছলমানসকল হ'ল সমগ্ৰ ভাৰতৰ মুছলমানসকলৰ অংশবিশেষ আৰু সেয়ে পাকিস্তান সৃষ্টিত এই ৰাজ্যৰ মুছলমানসকলৰ আশা-আকাংক্ষাই বাস্তৱ ৰূপ ল'ব। নেচনেল কনফাৰেন্সে এই দাবী অগ্ৰাহ্য কৰাত পাকিস্তানৰ সমৰ্থকসকল কনফাৰেন্সৰ পৰা ওলাই আহিল। তেওঁলোকৰ ভিতৰত উল্লেখযোগ্য হ'ল জম্মুৰ প্ৰভাৱশালী মুছলিম নেতা-চৌধুৰী গোলাম আব্বাছ। তেওঁ আঁতৰি আহি 'মুছলিম কনফাৰেন্স' পুনৰ্জীৱিত কৰি তুলিলে। ১৯৪১ চনৰ ১৩ জুনত মুছলিম কনফাৰেন্স পুনৰ্জীৱিত কৰা মুকলি অধিৱেশনত দলটোৰ সভাপতি নিৰ্বাচিত হৈ গোলাম আব্বাছে ৰাজ্যখনৰ মুছলমানসকলক মুছলিম লীগে পাকিস্তান গঠনৰ বাবে কৰা দাবী সমৰ্থন কৰিবলৈ আহ্বান জনালে।

মুছলিম কনফাৰেন্সৰ নেতৃবৰ্গই জিন্নাৰ মুছলিম লীগৰ লগত ঘনিষ্ঠ সম্পৰ্ক গঢ়ি তুলিলে আৰু অৱশেষত লীগৰ অংশবিশেষ হৈ পৰিল। পাকিস্তান গঠনৰ বাবেই নহয়, জম্মু আৰু কাশ্মীৰকো পাকিস্তানৰ অন্তৰ্ভুক্ত কৰাৰ বাবে মুছলিম কনফাৰেন্স দাবী কৰিলে। পৰবৰ্তীকালত এইসকল নেতা আৰু তেওঁলোকৰ সমৰ্থকে 'আজাদ কাশ্মীৰ' 'প্লেবিচাইট ফ্ৰন্ট', 'পলিটিকেল কনফাৰেন্স' আদি সংগঠন গঠন কৰিলে।

## নয়া কাশ্মীৰ

পৰিস্থিতিৰ ক্ষিপ্ৰ পৰিবৰ্তন ঘটিবলৈ আৰম্ভ কৰিলে। ১৯৪৩ চনত মহাৰজা হৰি সিঙে এটা উচ্চ ক্ষমতাসম্পন্ন আয়োগ গঠন কৰিলে। আয়োগক দায়িত্ব দিয়া হ'ল—

চৰকাৰৰ কাম-কাজৰ পৰ্যালোচনা কৰি প্ৰয়োজন ক্ষেত্ৰত সংশোধনীৰ বাবে পৰামৰ্শ দিয়া। লগতে প্ৰশাসনীয় দায়-দায়িত্ব ব্যৱস্থা প্ৰৱৰ্তন কৰা। ৰাজ্যখনৰ সকলো ৰাজনৈতিক দলকে আয়োগৰ কামত অংশ গ্ৰহণ কৰিবলৈ আহ্বান জনোৱা হ'ল। মুছলিম কনফাৰেন্সে আয়োগ বৰ্জন কৰিলে। নেচনেল কনফাৰেন্সে আয়োগক যিখন স্মাৰক পত্ৰ দিলে সেইখনকেই কনফাৰেন্সৰ চৰকাৰী ইস্তাহাৰ বুলি অভিহিত কৰি 'নয়া কাশ্মীৰ' নামেৰে সেইখন প্ৰকাশ কৰিলে।

নেচনেল কনফাৰেন্সৰ বাবে 'নয়া কাশ্মীৰ' আছিল এক উল্লেখযোগ্য আৰু গুৰুত্বপূৰ্ণ নথি। বিনামূলীয়া সাৰ্বজনীন শিক্ষা, মানৱ অধিকাৰ ৰক্ষা, কাম কৰাৰ অধিকাৰ, সম সুবিধা আৰু সকলো পৰ্যায়তে গণতান্ত্ৰিক অনুষ্ঠানৰ ব্যৱস্থা আদিৰ লগতে মহিলাৰ প্ৰতি সমঅধিকাৰত গুৰুত্ব দিয়া হৈছিল। জমিদাৰ প্ৰথাৰ বিলোপ সাধন কৰি কৃষকৰ মাজত মাটি বিতৰণ কৰা আৰু গুৰুত্বপূৰ্ণ উদ্যোগবোৰ ৰাষ্ট্ৰীয়কৰণ কৰাৰ প্ৰতিশ্ৰুতি আছিল।

১৯৪৪ চনত মহাৰজা হৰি সিঙে এটি গুৰুত্বপূৰ্ণ ঘোষণা কৰিলে। ৰাজ্যখনৰ বিধানসভা 'প্ৰজা সভা'ৰ পৰা দুজন মন্ত্ৰী নিযুক্তিৰ সিদ্ধান্ত ঘোষণা কৰা হ'ল। এজন হ'ল— প্ৰজা সভাত থকা নেচনেল কনফাৰেন্স সংসদী দলৰ উপ নেতা মিৰ্জা আফজল বেগ আৰু আনজন হ'ল জম্মুৰ ৰাজিৰ গংগা ৰাম। বেগক দিয়া হ'ল গড়কাপ্তানি আৰু গংগাৰামক শিক্ষা দপ্তৰ। এই ব্যৱস্থাই কিন্তু কাম নকৰিলে। বেগে পদত্যাগ কৰিলে।

## জিন্নাক বাধ্য কৰা হ'ল কাশ্মীৰ ত্যাগ কৰিবলৈ

১৯৪৪ চনত ৰাজ্যখনৰ বাবে আন এক গুৰুত্বপূৰ্ণ কথা হ'ল— মুছলমানসকলৰ বাবে এখন পৃথক ৰাষ্ট্ৰ গঠনৰ বাবে সঁহাৰি বিচাৰি 'ইণ্ডিয়ান মুছলিম লীগ'ৰ সভাপতি মহম্মদ আলি জিন্নাৰ দুমাহ ধৰি কৰা কাশ্মীৰ ভ্ৰমণ। এই ভ্ৰমণত অন্যান্যসকলৰ লগতে জিন্নাই শ্বেখ আব্দুল্লাকো লগ ধৰে। স্বাভাৱিকতে এই আলোচনা ফলপ্ৰসূ নহ'ল। কিয়নো, দুয়োজনৰে নীতি আৰু আদৰ্শৰ মিল নাছিল। প্ৰকাশ যে জিন্নাই 'নেচনেল কনফাৰেন্স'ক 'এটা দস্যুৰ দল' (a band of gangsters) বুলি অভিহিত কৰিলে আৰু আনহাতে জম্মু-কাশ্মীৰ ৰাজ্যৰ ৰাজনীতিত হস্তক্ষেপ নকৰিবলৈ আব্দুল্লাই জিন্নাক সতৰ্ক কৰি দিলে। এই প্ৰসংগত দুয়োজনৰে মন্তব্যৰ কিছু অংশ তলত উদ্ধৃত কৰা হ'ল।

কাশ্মীৰ ভ্ৰমণ শেষ কৰি দিয়া বিবৃতিটোত জিন্নাই অন্যান্য কথাৰ লগতে আব্দুল্লাৰ সৈতে কৰা আলোচনাৰ কথা উল্লেখ কৰি ক'লে[১২] "....যথেষ্ট বিচাৰ-বিবেচনা কৰি মই পৰামৰ্শ দিছিলো যে মুছলমানসকল এখন পতাকাৰ তলত আৰু এখন মঞ্চত সম্মিলিত হ'ব লাগে। মোৰ প্ৰস্তাৱ শ্বেখ আব্দুল্লাৰ গ্ৰহণযোগ্য যে নহ'লেই, তেওঁৰ 'ছেকেণ্ড নেচাৰ' হৈ পৰা অভ্যাস মতে, মোক সমালোচনা কৰি অতিশয় আপত্তিকৰ আৰু অশালীন সকলো ধৰণৰ ভাষা ব্যৱহাৰ কৰিলে।......"

১২। 'কাশ্মীৰ দ্য বনগেদ ভেলী'

আত্মজীৱনীত শ্বেখ আব্দুল্লাই জিন্না সম্পৰ্কে তেওঁৰ ধাৰণা কি— সেই বিষয়ে অন্যান্য কথাৰ লগতে লিখিছে—

"....নিজৰ এক পৃথক গৃহভূমিৰ বাবে অভিযান চলোৱা মৌলবাদী মুছলিমসকলৰ অবিসম্বাদী নেতাৰূপে তেওঁ পৰিগণিত হ'ল— যদিওবা তেওঁৰ পটভূমি আৰু শিক্ষা-দীক্ষা তেওঁক সমৰ্থন কৰাসকলৰ লগত একে নাছিল। আৰবী, পাৰ্চী আৰু উৰ্দু ভাষা তেওঁ ভালকৈ নাজানিছিল বা ইছলাম ধৰ্মৰ নীতি-নিয়ম অনুসৰি তেওঁ নিজৰ জীৱন যাত্ৰা কৰাৰ বাবে প্ৰস্তুত নাছিল। আনহে নেলাগে, তেওঁ নামাজ পঢ়িবলৈকে টান পাইছিল। তথাপিও পাকিস্তান প্ৰাপ্তিৰ ক্ষেত্ৰত তেওঁ হৈ পৰিল আলোকস্তম্ভ।......"

সাংবাদিক হৰি জয়সিঙৰ মতে[১৩], জিন্নাক কাশ্মীৰ এৰি যাবলৈ বাধ্য কৰোৱা হ'ল। কিয়নো, 'নেচনেল কনফাৰেন্স' দলটো বন্ধ কৰি দিবলৈ কোৱাৰ লগতে শ্বেখ আব্দুল্লাই দ্ব্যৰ্থবোধক কথা কোৱা বুলি জিন্নাই কোৱাত, শ্বেখ আব্দুল্লা খণ্ডত একো নাই হ'ল আৰু জিন্নাৰ সৈতে অধিক কথা-বতৰা নাপাতিবলৈ তেওঁ নেচনেল কনফাৰেন্সৰ কৰ্মীসকলক ক'লে। জিন্নাক কাশ্মীৰ ত্যাগ কৰিবলৈ বাধ্য কৰোৱা হ'ল।

১৯৪৬ চন ভাৰতৰ বাবে অতি গুৰুত্বপূৰ্ণ সময়। ইংৰাজে ক্ষমতা হস্তান্তৰ চূড়ান্ত কৰাৰ বাবে ভাৰতলৈ বিখ্যাত 'কেবিনেট মিছন' আহিল। এই মিছনৰ হাতত নেচনেল কনফাৰেন্সে দিয়া এখন দীঘলীয়া স্মাৰক পত্ৰত গুৰুত্বপূৰ্ণ দাবী কৰিলে। কনফাৰেন্সৰ দাবী হ'ল যে ইংৰাজ আঁতৰি গ'লে মহাৰাজালৈ নহয়, ৰাজ্যখনৰ জনসাধাৰণলৈহে ক্ষমতা হস্তান্তৰ কৰিব লাগে। কিয়নো, অমৃতসৰ চুক্তিৰ যোগেদি ডোগ্ৰাসকলে কাশ্মীৰ কিনিহে লৈছিল— তেওঁলোকৰ কোনো বৈধ অধিকাৰ এই ৰাজ্যত নাই। ভাৰতৰ সংবিধান প্ৰণয়নৰ বাবে মিছনে যি ব্যৱস্থাৰ প্ৰস্তাৱ দিছিল, তাত ৰাজ্যখনৰ ৰাইজক অংশ গ্ৰহণ কৰিবলৈ দিয়াৰ বাবেও দাবী জনোৱা হ'ল। এই স্মাৰক পত্ৰৰ প্ৰতি কিন্তু মিছনে সঁহাৰি নজনালে।

## 'কাশ্মীৰ ত্যাগ' আন্দোলন

স্বাভাৱিকতে এই স্মাৰক পত্ৰৰ পাছত নেচনেল কনফাৰেন্স মহাৰজাৰ সৈতে সংঘৰ্ষৰ পথলৈ আগবাঢ়িল। ১৯৪৬ চনৰ মে' মাহত নেচনেল কনফাৰেন্সে আৰম্ভ কৰিলে কংগ্ৰেছৰ বিয়াল্লিছ চনৰ 'ভাৰত ত্যাগ' আন্দোলনৰ আৰ্হিত 'কাশ্মীৰ ত্যাগ' আন্দোলন। পাৰ্থক্য হ'ল যে কংগ্ৰেছে আন্দোলন কৰিছিল ইংৰাজৰ বিৰুদ্ধে, কিন্তু নেচনেল কনফাৰেন্সে আন্দোলন আৰম্ভ কৰিলে ৰাজ্যখনৰ মহাৰাজৰ শাসনৰ বিৰুদ্ধে। নেচনেল কনফাৰেন্সৰ দাবী হ'ল যে ৰাজ্যখনত ডোগ্ৰা শাসনৰ অৱসান ঘটিব লাগে আৰু তাৰ জনসাধাৰণক ক্ষমতা প্ৰদান কৰিব লাগে। আৰু দাবী হ'ল যে যি চুক্তিৰ অধীনত ইংৰাজে জম্মু-কাশ্মীৰ ৰাজ্য স্থাপন কৰিছিল, সেই চুক্তিখন অৰ্থাৎ 'অমৃতসৰ চুক্তি' বাতিল কৰিব লাগে।

---

১৩। 'কাশ্মীৰ এ টেইল অব শ্বেম'

'কাশ্মীৰ ত্যাগ' আন্দোলনে বিপুল সঁহাৰি লাভ কৰিলে। শ্বেখ আব্দুল্লাকে ধৰি নেচনেল কনফাৰেন্সৰ নেতৃবৰ্গক গ্ৰেপ্তাৰ কৰা হ'ল। ৰাজ্যখনত সামৰিক আইন প্ৰযোজ্য কৰা হ'ল। ঠায়ে ঠায়ে বিক্ষোভকাৰীৰ সৈতে সেনাৰ সংঘৰ্ষ লাগিলত গুলীচালনা হ'ল।

জিন্নাই 'কাশ্মীৰ ত্যাগ' আন্দোলনক অভিহিত কৰিলে এই বুলি যে ই হৈছে "কেইজনমান অসন্তোষীয়া লোকৰ এটা আন্দোলন— যিসকলে ৰাজ্যখনত এক অৰাজক অৱস্থাৰ সৃষ্টি কৰিবলৈ বিচাৰিছে।" জিন্নাৰ এনে মন্তব্য শুনি আব্দুল্লাই আগতকৈ এতিয়া বেছিকৈ উপলব্ধি কৰিলে যে পাকিস্তানত তেওঁৰ কোনো ভৱিষ্যৎ নাই। উল্লেখ কৰিব পাৰি যে মুছলিম কনফাৰেন্স নামৰ সংগঠনটোৱে 'কাশ্মীৰ ত্যাগ' আন্দোলনত যোগদান কৰা নাছিল।

শ্বেখ আব্দুল্লাক গ্ৰেপ্তাৰ আৰু কাশ্মীৰৰ পৰিস্থিতিৰ বাতৰি পাই জৱাহৰ লাল নেহৰু কাশ্মীৰলৈ গ'ল আৰু তেওঁ আদালতত আব্দুলাৰ সপক্ষে ওকালতি কৰিব বুলি ঘোষণা কৰিলে। মহাৰাজৰ শাসন আৰু নেচনেল কনফাৰেন্সৰ মাজত হোৱা বিবাদৰ শান্তিপূৰ্ণ সমাধানৰ বাবে চেষ্টা চলাব বুলিও ঘোষণা কৰা হ'ল। কিন্তু কাশ্মীৰ প্ৰৱেশত বাধা দি নেহৰুক গ্ৰেপ্তাৰ কৰা হ'ল। গান্ধীজীয়ে নেহৰুক দিল্লীত লগ ধৰিবলৈ বিচৰাত নেহৰুক মুক্তি দিয়া হ'ল আৰু তেওঁ দিল্লীলৈ উভতি আহিল। তাৰ পাছৰ মাহত তেওঁ পুনৰ কাশ্মীৰলৈ গ'ল যদিও আব্দুল্লাক ইতিমধ্যে তিনি বছৰ কাৰাদণ্ড বিহা হ'ল। আৰু ১৯৪৭ চনৰ ২৯ ছেপ্তেম্বৰত আব্দুল্লাক যেতিয়া মুক্তি দিয়া হ'ল, তেতিয়া ইতিমধ্যে পৰিস্থিতিৰ ব্যাপক সালসলনি ঘটিছে।

# ইংৰাজৰ ভাৰত ত্যাগৰ সিদ্ধান্ত

অৱশেষত ভাৰত এৰি যাবলৈ ইংৰাজে সিদ্ধান্ত ল'লে। ১৯৪৭ চনৰ জুন মাহত ভাৰতৰ নেতৃবৰ্গই ভাৰত বিভাজনত সম্মতি জনালে। প্ৰস্তাৱ কৰা হ'ল যে ভাৰত আৰু পাকিস্তান দুখন পৃথক ডমিনিয়ন বা সাৰ্বভৌম ৰাষ্ট্ৰ হ'ব আৰু ভাৰতৰ দেশীয় ৰাজ্যবোৰৰ ক্ষেত্ৰত (সৰু বৰ এনে দেশীয় ৰাজ্যৰ সংখ্যা হ'ল ৫৬৫ খন) ইংৰাজে যি অধিকাৰ আৰু ক্ষমতা প্ৰয়োগ কৰিছিল, সেইবোৰ সেই দেশীয় ৰাজ্যবোৰক ঘূৰাই দিয়া হ'ব। এই ডমিনিয়ন দুখনৰ লগত সম্পৰ্ক নিৰ্ণয় কৰিবলৈ আৰু যিকোনো এখনৰ লগত চামিল হ'বলৈ অথবা উপযুক্ত বুলি ভবা ধৰণে ব্যৱস্থা গ্ৰহণ কৰিবলৈ দেশীয় ৰাজ্যবোৰক কোৱা হ'ল। আন কথাত ক'বলৈ গ'লে, দেশীয় ৰাজ্যবোৰক কোৱা হ'ল যে এই ৰাজ্যবোৰৰ প্ৰতি অতদিনে পালন কৰি থকা ইংৰাজ চৰকাৰৰ দায়বদ্ধতাৰ অৱসান ঘটিব আৰু ক্ষমতা হস্তান্তৰৰ বাবে নিৰ্ধাৰিত দিন ১৯৪৭ চনৰ ১৫ আগষ্টৰ আগতেই দেশীয় ৰাজ্যবোৰে ভাৰত বা পাকিস্তান— যিকোনো এখন ডমিনিয়নৰ লগত চামিল হোৱাৰ সিদ্ধান্ত ল'ব লাগিব।

ভাৰতক খণ্ডিত কৰি ইংৰাজে ক্ষমতা হস্তান্তৰ কৰা আৰু দেশীয় ৰাজ্যবোৰৰ প্ৰতি থকা দায়বদ্ধতা ত্যাগ কৰাৰ সম্ভাব্য পৰিণাম কেনে হ'ব পাৰে, সেই কথা জম্মু-কাশ্মীৰৰ মহাৰজাই অনুভৱ নকৰিলে। ভাৰত ত্যাগ কৰি ইংৰাজে ভাৰতৰ দেশীয় ৰাজ্যবোৰক অথাই সাগৰত পেলাব বুলি মহাৰজাই বিশ্বাসকে নকৰিলে। ভাৰতত থকা ইংৰাজ বিষয়া আৰু তেতিয়া ভাৰতত থকা ইংৰাজ চৰকাৰৰ ৰাজনৈতিক দপ্তৰেও তেনে ধাৰণাকে দিবলৈ চেষ্টা কৰিলে। আনহাতে মহাৰজাৰ ধ্যান-ধাৰণা যে শুদ্ধ নহয়— তাক বুজাবলৈ তেওঁৰ অনুগতসকলৰ মাজত কোনো নাছিল।

ভাৰত বা পাকিস্তানৰ লগত লগ নালাগি ইচ্ছা কৰিলে স্বতন্ত্ৰভাৱে থকাৰ অধিকাৰ দিয়া বুলি ধাৰণা কৰাৰ ফলত মহাৰজাই প্ৰথমতে স্বাধীনভাৱে তেওঁৰ ৰাজ্যখন শাসন কৰাৰ সপোন দেখিলে। কাৰণ, ভাৰতৰ দেশীয় ৰাজ্যবোৰৰ ভিতৰত জম্মু আৰু কাশ্মীৰেই আছিল সৰ্ববৃহৎ— ৮০ হেজাৰ বৰ্গমাইল এলেকাৰ ৰাজ্যখনৰ আয়তন আছিল ইংলেণ্ডতকৈ ডাঙৰ। আয়তনৰ পিনৰ পৰা এই ৰাজ্যখনে এক স্বাধীন ৰাষ্ট্ৰৰূপে কাৰ্যনিৰ্বাহ কৰিব নোৱৰাৰ কাৰণ নাই বুলি মহাৰাজে ভবাত আচৰিত হ'ব লগা নাই।

স্বাধীন হৈ থকা কথাত মহাৰজাই শেখ আব্দুল্লাৰ সমৰ্থন লাভ কৰি দুয়োজনে ৰাজ্যখনৰ বাবে এক নতুন দিগন্তৰ সূচনা কৰিব পাৰিলেহেঁতেন, কিন্তু দুয়োজনৰ মাজত আছিল সম্ভাৱৰ অভাৱ— ইজনে সিজনক চকু পাৰি দেখিব নোৱাৰিছিল। সমগ্ৰ উপমহাদেশখনতে ফেডাৰেল পদ্ধতিৰ এক ব্যৱস্থা হ'ব পাৰে বুলি ভাৰত বিভাজনৰ আগতে জৱাহ-

কল্পনা হওঁতে মহাৰাজ হৰি সিঙে ১৯৪৬ চনৰ জুলাই মাহতে এটা ঘোষণাত তেওঁৰ মনৰ কথা মুকলিকৈ প্ৰকাশ কৰিছিল। অন্যান্য কথাৰ লগতে তেওঁ কৈছিল,[১৪]...... "ভাৰতৰ নতুন সাংবিধানিক গাঁথনিত আমাৰ প্ৰাপ্য স্থান লোৱাৰ বাবে আমি বাট চাইছোঁ।...... কিন্তু ভাৰতৰ প্ৰগতিৰ বাবে আমাৰ উদ্বেগৰ কথাই ইয়াকে নুবুজায় যে আমাৰ আভ্যন্তৰীণ বিষয়ত আমি আনৰ শ্ৰুতলিপি মানি চলিম।"......

জম্মু-কাশ্মীৰৰ ভৱিষ্যৎ কি হ'ব? কাৰ লগত চামিল হ'ব এই ৰাজ্য— ভাৰত নে পাকিস্তানৰ লগত? নে থাকিব স্বতন্ত্ৰীয়া হৈ? এই সন্দৰ্ভত বিভিন্ন পক্ষৰ পৰা কি হেঁচা পৰিল, বিভিন্ন নেতৃবৰ্গই যি ভূমিকা ল'লে, সেই কথা আলোচনা কৰিলেহে ৰাজ্যখনৰ স্থিতিক লৈ পৰৱৰ্তী কালত সৃষ্টি হোৱা পৰিস্থিতি বুজাত সহজ হ'ব।

এই দেশীয় ৰাজ্যখনৰ স্থিতিৰ দুটা বিশেষ দিশ আছে। প্ৰথম, ৰাজ্যখনৰ সংখ্যাগৰিষ্ঠ জনসাধাৰণ মুছলমান, কিন্তু ৰজাজন হ'ল হিন্দু। দ্বিতীয়, ভৌগোলিকভাৱে ৰাজ্যখনৰ গুৰুত্বপূৰ্ণ স্থিতি। ৰাজ্যখনৰ সীমাই ভাৰত পাকিস্তানকে স্পৰ্শ কৰি থকা নাই— চীনৰ তিব্বত, চীনৰ চীনকিয়াং আৰু আফগানিস্তানকো স্পৰ্শ কৰিছে। আনহাতে ৰুছিয়া আৰু এই ৰাজ্যখনৰ মাজত আছে সৰু এটা ঠেক অঞ্চল।

## ৰেডক্লিফ আয়োগ

আন এটা কথা এইখিনিতে উল্লেখ কৰা প্ৰয়োজন। ইংৰাজে ভাৰতক দুভাগ কৰি এই দেশ এৰি যোৱাৰ আগে আগে দেশ দুখনৰ সীমা নিৰ্ধাৰণৰ বাবে ছাৰ ছিৰিল ৰেডক্লিফৰ নেতৃত্বত এটা সীমা আয়োগ ভাৰতলৈ আহিল। ৰেডক্লিফ আছিল ইংলেণ্ডৰ এজন আইনজ্ঞ— যিজন ভাৰতলৈ কেতিয়াও অহা নাছিল আৰু ভাৰতৰ জনসংখ্যা আৰু আন সংশ্লিষ্ট বিষয়ত বাস্তৱ জ্ঞান নাছিল। পঞ্জাব আৰু বংগৰ মানচিত্ৰত ভাৰত-পাকিস্তানৰ সীমা নিৰ্ধাৰণৰ দৰে এটা অতি জটিল আৰু স্পৰ্শকাতৰ কামৰ বাবে তেওঁক দিয়া হ'ল মাত্ৰ পাঁচটা সপ্তাহ। পঞ্জাবৰ ক্ষেত্ৰত সীমা আয়োগক কোৱা হ'ল যে মুছলমান আৰু অমুছলমানসকলৰ সংখ্যাগৰিষ্ঠ লোক বাস কৰা লগালগিকৈ থকা অঞ্চলৰ ভিত্তিত পঞ্জাবৰ দুটা অংশৰ সীমা চিহ্নিত কৰা হ'ব। ইয়াকে কৰোতে আন দিশবোৰ বিবেচনা কৰিব লাগিব বুলি ক'লেও 'আন দিশবোৰ' কি সেইবোৰ কথা কিন্তু নিৰ্দিষ্টভাৱে উল্লেখ কৰা নহ'ল। ৰেডক্লিফৰ সমস্যা হ'ল যে তেওঁক সহায় কৰিবলৈ আয়োগত যি হিন্দু আৰু মুছলমান আইনজ্ঞ নিয়োগ কৰা হৈছিল, তেওঁলোক বহু ক্ষেত্ৰত ঐকমত হ'ব পৰা নাছিল।

ৰেডক্লিফে পঞ্জাবত গুৰদাসপুৰ অঞ্চল দুভাগ কৰি পূব দিশৰ তিনিখন তেহচিল (জিলা) ভাৰতক দিলে। অথচ গুৰদাসপুৰ আছিল মুছলিম সংখ্যাগৰিষ্ঠ অঞ্চল। ৰেডক্লিফে কোনবোৰ কথা বিবেচনা কৰি সেই অঞ্চলটো ভাৰতক দিলে সেই কথা সঠিকভাৱে জনা নাযায়। বিভিন্নজনে অনুমান কৰে যে এই সিদ্ধান্ত দিওঁতে প্ৰবাহিত হৈ থকা নৈৰ

১৪। 'এ টেইল অব হেয়'

(ৰবি নৈ) পানী আৰু এই পানী বিতৰণ ব্যৱস্থাৰ কথা ৰেডক্লিফে বিবেচনা কৰিছিল। নভবাকৈ হ'লেও ৰেডক্লিফে দিয়া এই সিদ্ধান্তৰ দ্বাৰা জম্মুলৈ ভাৰতৰ পৰা পথ সংযোগৰ ব্যৱস্থা হ'ল। ৰেডক্লিফৰ এই সিদ্ধান্তই জম্মু-কাশ্মীৰৰ ভৱিষ্যৎ নিৰ্ণয় কৰাত উল্লেখযোগ্য ভূমিকা ল'লে। ৰেডক্লিফৰ ৰায় আনুষ্ঠানিকভাৱে প্ৰকাশ হোৱাৰ আগতেই গুৰদাসপুৰ ভাৰতক দিয়াৰ কথা জনাজনি হোৱাত পাকিস্তানৰ ভাবী নেতৃবৰ্গ অতিশয় ক্ষুণ্ণ হ'ল। পাছত পাকিস্তানৰ প্ৰথম প্ৰধানমন্ত্ৰীৰ আসনত বহা লিয়াকট আলী খানে ১১ আগষ্টত ভাইচৰয়ৰ চীফ অব ষ্টাফক মৌখিকভাৱে জনালে যে গুৰদাসপুৰ বা সেই ঠাইৰ অংশবিশেষ ভাৰতক দিলে ইংৰাজৰ তেনে কাৰ্য বিশ্বাস ভংগৰ কাৰ্য বুলি তেওঁ বিবেচনা কৰিব।

লৰ্ড মাউণ্টবেটেনৰ মতে,[১৫]...."তেওঁলোকক (জম্মু আৰু কাশ্মীৰৰ ৰাইজক) ভাৰতৰ লগত চামিল হোৱাটো সম্ভৱপৰ কৰি ৰেডক্লিফে আমাক অতি অশান্তিত পেলালে। তেওঁ যদি সেই সিদ্ধান্ত নিদিলেহেঁতেন, পাকিস্তানত যোগ-দিয়াৰ বাহিৰে মহাৰাজৰ আন বিকল্প নাথাকিলহেঁতেন।....... এনেদৰে কোৱাটো এক ভয়াবহ কথা, কিন্তু ই হয়তো এক সমাধান হ'লহেঁতেন।"......স্বাভাৱিকতে, মাউণ্টবেটেন আৰু নেহৰুৱে ৰেডক্লিফৰ ওপৰত প্ৰভাৱ পেলোৱা বুলি পাকিস্থানৰ নেতৃবৰ্গই তীব্ৰ সমালোচনা কৰিলে। জম্মুৰ লগত ভাৰতৰ পথ সংযোগ অক্ষুণ্ণ ৰখাৰ বাবে ভাৰতক গুৰদাসপুৰ দিয়াত জৱাহৰলাল নেহৰু আগ্ৰহী আছিল ঠিকেই, কিন্তু মাউণ্টবেটেনৰ ভূমিকা এই ক্ষেত্ৰত কিবা আছিল নেকি, এই বিষয়ে সুনিশ্চিত আৰু নিৰ্ভৰশীল তথ্যৰ অভাৱ।

গুৰদাসপুৰ হৈ জম্মুৰ সংযোগী পথটোৰ গুৰুত্ব কিমান সেই কথা প্ৰতীয়মান হয় প্ৰায় দুমাহৰ পাছত— যেতিয়া পাকিস্তান সমৰ্থিত জনজাতীয় আক্ৰমণকাৰীসকলক বাধা দিবলৈ ভাৰতীয় সৈন্যই এই পথেদি টেংক আৰু 'আৰ্মাৰ্দকাৰ' নিব লগা হয়। নহ'লে জম্মু-কাশ্মীৰলৈ অন্য বিকল্প পথ নাছিল।

মুছলিম কনফাৰেন্সৰ নেতৃবৰ্গই মহাৰজাক আহ্বান জনালে যে তেওঁ স্বাধীনতা ঘোষণা কৰিব লাগে। এই ক্ষেত্ৰত ৰাজ্যখনৰ মুছলিমসকল— যিসকল হ'ল ৰাজ্যখনৰ মুঠ জনসাধাৰণৰ ৮০ শতাংশ, তেওঁলোকৰ পূৰ্ণ সমৰ্থন প্ৰকাশ কৰি মুছলিম কনফাৰেন্সৰ সভাপতি চৌধুৰী হামিদুল্লাই ঘোষণা কৰিলে যে 'এখন গণতান্ত্ৰিক আৰু স্বাধীন কাশ্মীৰ'ৰ প্ৰথমজন সাংবিধানিক সম্ৰাটৰূপে তেওঁক ৰাজ্যখনৰ মুছলিমসকলে সমৰ্থন জনাব।

ভাৰতৰ লগত চামিল হ'বলৈ কংগ্ৰেছৰ নেতৃবৰ্গই মহাৰজাক আহ্বান জনালে। আগতেই উল্লেখ কৰা হৈছে যে মহাৰজাৰ লগত জৱাহৰলাল নেহৰুৰ সুসম্পৰ্ক নাছিল। শেখ আব্দুল্লাক গ্ৰেপ্তাৰ কৰাৰ সময়ত মহাৰজাই নেহৰুক কাশ্মীৰ ভ্ৰমণত বাধা দি গ্ৰেপ্তাৰ কৰিছিল। তাৰ উপৰি 'দেশীয় ৰাজ্যবোৰত চলা অপশাসন— অনীতিমূলক কামবোৰৰ বিৰুদ্ধে প্ৰতিবাদ কৰিবলৈ কংগ্ৰেছৰ উদ্যোগত সংগঠিত হৈছিল 'অল ইণ্ডিয়া ষ্টেটছ পিপলছ কনফাৰেন্স'— যিখনৰ অন্যতম বিশিষ্ট নেতা আছিল নেহৰু। নেহৰুৱেই আব্দুল্লাক

১৫। 'মাউণ্টবেটেন এণ্ড ইণ্ডিপেণ্ডেণ্ট ইণ্ডিয়া'

এই কনফাৰেন্সৰ মাজলৈ টানি আনিলে— যাৰ ফলত আব্দুল্লা কনফাৰেন্সৰ সভাপতিৰ দৰে সৰ্বোচ্চ আসনত অধিষ্ঠিত হ'ব পাৰিলে। কংগ্ৰেছ দলৰ কাম-কাজতো নেহৰুৱে আব্দুল্লাক জড়িত কৰাবলৈ যত্ন কৰিছিল। আব্দুল্লাৰ লগত নেহৰুৰ ঘনিষ্ঠ সম্পৰ্ক থকা বাবেই কেৱল নহয়— দেশীয় ৰজা-মহাৰজাসকলৰ সমালোচনা কৰাৰ লগতে নেহৰুৱে দেশীয় ৰাজ্যবোৰত জনপ্ৰিয় শাসনৰ পোষকতা কৰা বাবে নেহৰুৰ প্ৰতি মহাৰজা হৰি সিঙৰ সদ্ভাৱ নাছিল। কিন্তু মহাৰজাৰ সদ্ভাৱ আছিল চৰ্দাৰ বল্লভ ভাই পেটেলৰ লগত। ভাৰত বিভাজনৰ পাছত দেশীয় ৰাজ্যবোৰৰ বিষয়টো চোৱা-চিতা কৰাৰ দায়িত্ব পেটেলৰ হাতত আছিল, কিন্তু কাশ্মীৰৰ প্ৰতি থকা দুৰ্বলতাৰ বাবে নেহৰুৱে পোনপটীয়াকৈ কাশ্মীৰ বিষয়টো চোৱা-চিতা কৰাৰ দায়িত্ব লৈছিল। ফলত, কাশ্মীৰ সম্পৰ্কত দৃষ্টিভংগীৰ ভিন্নতা আহিছিল। নেহৰুৱে আব্দুল্লাক আস্থাত লোৱাৰ কথা পেটেলে পছন্দ কৰা নাছিল।

দেশীয় ৰাজ্যবোৰৰ প্ৰতি মুছলিম লীগৰ নীতিৰ কথা ওপৰত প্ৰসংগক্ৰমে উল্লেখ কৰা হৈছে। লীগৰ নীতি আছিল দেশীয় ৰাজ্যবোৰৰ ৰজা-মহাৰজাসকলক সন্তুষ্ট কৰি ৰখা। দেশীয় ৰাজ্যবোৰৰ ৰাইজৰ অসন্তুষ্টি আৰু তেওঁলোকৰ সংগ্ৰামৰ ক্ষেত্ৰত লীগে কোনো মাত মতা নাছিল। দেশীয় ৰাজ্যবোৰৰ শাসকসকল সাৰ্বভৌম বুলি লীগে ঘোষণা কৰাৰ উদ্দেশ্য আছিল এটাই। সেয়া হ'ল— ভাৰতৰ মুছলিম দেশীয় ৰাজ্যবোৰ যাতে পাকিস্তানৰ লগত চামিল হয়।

ভাৰতক দুভাগ কৰি ক্ষমতা হস্তান্তৰৰ কথা ঘোষণা কৰা হৈছিল ১৯৪৭ চনৰ ৩ জুনত। নেচনেল কনফাৰেন্সৰ শীৰ্ষ নেতা শ্বেখ আব্দুল্লা তেতিয়া কাৰাগাৰত। নেচনেল কনফাৰেন্সৰ দুজন বিশিষ্ট নেতা বক্সি গোলাম মহম্মদ আৰু জি. এম. ছাদিক আছিল তেতিয়া লাহোৰত। লীগৰ নেতৃবৃন্দক লগ ধৰি জিন্না আৰু শ্বেখ আব্দুল্লাৰ মাজত বুজাবুজিৰ সম্ভাবনা পৰীক্ষা কৰিবলৈকে তেওঁলোক তালৈ গৈছিল। লীগৰ নেতাসকলে তেতিয়াও ভাবি আছিল যে জম্মু আৰু কাশ্মীৰে পাকিস্তানত যোগ দিব। নেচনেল কনফাৰেন্সৰ নেতা দুজনে কিন্তু "আত্মনিৰ্ধাৰণৰ বাবে কাশ্মীৰী ৰাইজৰ গণতান্ত্ৰিক অধিকাৰ"ক লীগৰ নেতৃবৃন্দৰ পৰা স্বীকৃতি বিচাৰিলে। লীগৰ নেতৃবৃন্দই তেনে ধৰণৰ কোনো প্ৰতিশ্ৰুতি দিবলৈ অস্বীকাৰ কৰিলে। পাকিস্তান গঠন হোৱাৰ পিছত ১৯৪৭ চনৰ ৭ নৱেম্বৰত জি এম ছাদিক পুনৰ গৈ পাকিস্তানৰ প্ৰধানমন্ত্ৰী লিয়াকৎ আলি খানক লগ ধৰিলে। সাংবাদিক হৰি জয় সিঙৰ মতে,[১৬] "পাকিস্তানৰ নেতৃবৰ্গই কাশ্মীৰৰ বিষয়টো গণভোটৰ বিষয় কৰিবলৈ অনিচ্ছুক হ'ল। পাকিস্তানৰ লগত চামিলকৰণত নেচনেল কনফাৰেন্সে দৃঢ়ভাৱে সমৰ্থন কৰিব বুলি শ্বেখে প্ৰতিশ্ৰুতি দিলেহে কেৱল তেওঁলোকে নিৰ্বাচন পাতিবলৈ ইচ্ছা প্ৰকাশ কৰিলে।"

নেচনেল কনফাৰেন্সৰ বাবে এই চৰ্ত গ্ৰহণযোগ্য নহ'ল (কৰাচীৰ পৰা প্ৰকাশিত 'ডন' নামৰ বাতৰি কাকতখনত ১৯৪৭ চনৰ ১৭ নৱেম্বৰত প্ৰকাশিত বাতৰি)। ইয়াৰ পৰা স্পষ্ট যে শ্বেখে বিচৰাৰ দৰে ৰাজ্যখনৰ জনসাধাৰণে ভোট দিব বুলি পাকিস্তানে ভয় কৰিছিল। আৰু এই কথা জনাজাত আছিল যে শ্বেখ আছিল ভাৰতৰ সপক্ষে।

---

১৬। 'কাশ্মীৰ এ টেল অব ছেম'

## মাউণ্টবেটেনৰ ভূমিকা কি আছিল?

মাউণ্টবেটেন যিহেতু তেতিয়া ভাৰতৰ ভাইচৰয় আছিল আৰু ভাৰত বিভাজন সুকলমে কৰোৱাৰ কৌশল ৰূপায়ণত তেওঁৰ আছিল মুখ্য ভূমিকা, সেইবাবে জম্মু-কাশ্মীৰৰ দৰে সীমান্তৰ গুৰুত্বপূৰ্ণ দেশীয় ৰাজ্য এখনৰ ভৱিষ্যৎ নিৰ্ণয়ত তেওঁৰ বিশেষ ভূমিকা নথকাৰ প্ৰশ্নই নুঠে। তদুপৰি ভাৰতে স্বাধীনতা লাভ কৰাৰ পাছতো তেওঁ কিছুদিন আছিল ভাৰতৰ গৰ্ণৰ্ৰ জেনেৰেল পদত। তথাকথিত 'জনজাতীয়' লোকে ৰাজ্যখন আক্ৰমণ কৰাত সেই ৰাজ্যখনে ভাৰতৰ লগত চামিল হোৱা আৰু ভাৰতীয় সেনা বাহিনীক কাশ্মীৰলৈ প্ৰেৰণ কৰিব লগা হোৱা পৰিস্থিতি সৃষ্টি হোৱাৰ সময়তো তেওঁ ভাৰতৰ গৰ্ণৰ্ৰ জেনেৰেলৰ পদত থকাত স্বাভাৱিকতে তেওঁৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ আছিল।

জম্মু আৰু কাশ্মীৰ পাকিস্তানত অন্তৰ্ভুক্ত হোৱাটো মাউণ্টবেটেনে বিচাৰিছিল। আনহাতে জম্মু-কাশ্মীৰত গণভোট লোৱাৰ প্ৰশ্ন উত্থাপন কৰাতে ক্ষান্ত নাথাকি ৰাষ্ট্ৰসংঘলৈ বিষয়টো প্ৰেৰণ কৰাৰ ক্ষেত্ৰতো মাউণ্টবেটেনৰ বিশেষ ভূমিকা আছিল— যাৰ সুদূৰপ্ৰসাৰী প্ৰতিক্ৰিয়া পৰৱৰ্তী কালত পৰিলক্ষিত হ'ল।

ভাৰতৰ বিভাজন হৈ দুখন ৰাষ্ট্ৰ গঠনৰ আগে আগে মহাৰজা হৰি সিং ৰাজ্যখনৰ ভৱিষ্যতৰ সিদ্ধান্ত সম্পৰ্কত দোদুল্যমান অৱস্থাত থকাৰ সময়তে মহাত্মা গান্ধী আৰু জৱাহৰলাল নেহৰু কাশ্মীৰলৈ যোৱাৰ সিদ্ধান্ত কৰিলে। মাউণ্টবেটেনে কিন্তু কৌশলেৰে দুয়োজনৰ কাশ্মীৰ ভ্ৰমণ স্থগিত ৰখাই নিজেই শ্ৰীনগৰলৈ গ'ল (১৯৪৭ চনৰ জুন মাহ) মাউণ্টবেটেনৰ এই ভ্ৰমণ গুৰুত্বপূৰ্ণ আছিল। ৰাজ্যখন 'স্বাধীন' কৰাৰ চিন্তা যে অবাস্তৱ সেই কথা তেওঁ মহাৰজা হৰিসিঙক বুজাবলৈ যত্ন কৰিলে। ১৯৪৭ চনৰ ১৫ আগষ্টৰ পাছত অৰ্থাৎ ভাৰতৰ খণ্ডিতকৰণৰ পাছত তেওঁ যে নামতহে গৰ্ণৰ্ৰ জেনেৰেল হৈ থাকিব আৰু তেতিয়া সাংবিধানিক মুৰব্বীৰূপে তেওঁ যে জম্মু-কাশ্মীৰৰ ক্ষেত্ৰত একোকে কৰিব নোৱাৰিব, সেই কথাও মহাৰজাক জনালে। সেয়ে ভাৰত বা পাকিস্তান—যি কোনো এখনত যোগদান কৰিবলৈ মাউণ্টবেটেনে মহাৰজাক ক'লে। অধ্যাপক এম কে টেঙৰ মতে[১৭] অৱশ্যে তেওঁ মহাৰজাক ক'লে যে ৰাজ্যখনৰ সংখ্যাগৰিষ্ঠ ৰাইজ যিহেতু মুছলমান আৰু ইয়াৰ ভৌগোলিক অৱস্থানলৈ লক্ষ্য ৰাখি ভাৰতৰ লগত চামিলকৰণে মহাৰজাৰ স্বাৰ্থ ৰক্ষা নকৰিব। হৰি সিং তেতিয়া চক খাই উঠিল। কাৰণ, পাকিস্তানে পঞ্জাবত কি কৰিছে, সেই কথা তেওঁ দেখিছে। সাম্প্ৰদায়িক অশান্তিত মৃত্যুৰ মুখৰ পৰা ৰক্ষা পোৱা হেজাৰ হেজাৰ হিন্দু আৰু শিখে তেওঁৰ ৰাজ্যত আশ্ৰয় লৈছেহি। পাকিস্তানৰ লগত চামিল হ'বলৈ তেওঁ প্ৰস্তুত নহয়। নিজৰ ভৱিষ্যত সম্পৰ্কে মহাৰজাই কি সিদ্ধান্ত ল'লে, সেই কথা ভাইচৰয়ে জানিবলৈ বিচাৰিছিল যদিও তেওঁ (মহাৰজাই) একো নক'লে। ৰাজধানী দিল্লীলৈ উভতি অহাৰ দিনা তেওঁ মহাৰজাৰ লগত আলোচনা কৰিবলৈ বিচাৰিলে।[১৮] "মহাৰজাই অসুস্থ হোৱাৰ ভাও ধৰিলে আৰু ভাইচৰয়ৰ সৈতে কথা-বতৰা পাতিবলৈ তেওঁৰ অসমৰ্থতাৰ কথা জনালে।....."

---

১৭। 'কাশ্মীৰ, আৰ্টিকেল ৩৭০'

১৮। 'কাশ্মীৰ এ টেল অব ষ্টেইম'

অধ্যাপক হৰি জয়সিঙৰ মতেও, “মহাৰজাই পাকিস্তানৰ লগত চামিল হোৱাটো মাউণ্টবেটেনে বিচাৰিছিল (টাইম অনলি টু লুক ফৰৱাৰ্ড ঃ স্পিচেছ অব ৰিৰেল এডমিৰেল দি আৰ্ল মাউণ্টবেটেন অব বাৰ্মা, লণ্ডন ১৯৪৯-৫৬), কিন্তু তেওঁক মান্তি কৰোৱাত মাউণ্টবেটেন ব্যৰ্থ হ'ল।”

মাউণ্টবেটেনৰ এই ভ্ৰমণ সম্পৰ্কত কৰণ সিঙে 'হেয়াৰ এপাৰেণ্ট ঃ এন অট'গ্ৰাফী' নামৰ গ্ৰন্থৰ এঠাইত তলত দিয়া দৰে উল্লেখ কৰিছে—

........“এক কঠিন পৰিস্থিতিত এক বৈশিষ্ট্যপূৰ্ণ ফিউদেল প্ৰতিক্ৰিয়া হ'ল— তেনে পৰিস্থিতিৰ সন্মুখীন হোৱাটো এৰাই চলা। মোৰ পিতৃ আছিল তেনে প্ৰৱণতাৰ লোক। অৰ্থপূৰ্ণভাৱে সমগ্ৰ পৰিস্থিতি আলোচনা কৰি এক যুক্তিসংগত সিদ্ধান্তত উপনীত হোৱাৰ বাবে যত্ন কৰিবলৈ মাউণ্টবেটেনৰ ভ্ৰমণৰ সুবিধা লোৱাৰ পৰিৱৰ্তে তেওঁ প্ৰথমতে.....মাছ ধৰাৰ দীঘলীয়া ভ্ৰমণলৈ (য'ত উলংগ হৈ ছান বাথ কৰি মাউণ্টবেটেনে আমাৰ কৰ্মচাৰীক চমকিত কৰিলে) মাউণ্টবেটেনক পঠালে। আৰু তাৰ পাছত তেওঁ উভতি যোৱাৰ আগমুহূৰ্তত আলোচনাৰ দিহা কৰিলে..... কিন্তু হঠাতে পেটত বৰ বিষ হোৱা বুলি তেওঁ আলোচনাৰ পৰা ওলাই আহিল।..... এইদৰে এক সুফলপ্ৰসূ ৰাজনৈতিক সমাধান উদ্ভাৱন কৰাৰ বাস্তৱ সুবিধা এটা হেৰাই গ'ল।.....”

দেশ বিভাজনৰ আগে আগে গান্ধীজী কাশ্মীৰ ভ্ৰমণলৈ গ'ল। শ্বেখ আব্দুল্লা তেতিয়াও কাৰাগাৰত। তেওঁক মুক্তি দিবলৈ গান্ধীজীয়ে মহাৰজাক অনুৰোধ জনালে। মন কৰিবলগীয়া যে তেতিয়া প্ৰধানমন্ত্ৰীৰ পদত থকা ৰামচন্দ্ৰ কাকক আঁতৰাই শ্বেখ আব্দুল্লাৰ নেতৃত্বত এটা গণতান্ত্ৰিক চৰকাৰ প্ৰতিষ্ঠাৰ বাবে নেহৰুৱে মত প্ৰকাশ কৰিছিল।

গান্ধীজীৰ কাশ্মীৰ ভ্ৰমণৰ পাছতে ৰামচন্দ্ৰ কাকক প্ৰধানমন্ত্ৰীৰ পদৰ পৰা আঁতৰাই মহাৰজাই যিজনক সেই পদত বহুৱালে, তেওঁৰ নাম হ'ল জেনেৰেল জনক সিং। তেওঁ আছিল মহাৰজাৰ ঘনিষ্ঠ সম্পৰ্কীয়। কাকক আঁতৰ কৰাৰ দুদিনৰ পাছতে (১২ আগষ্ট, ১৯৪৭) মহাৰজাই ভাৰত আৰু পাকিস্তান উভয়ৰে ওচৰত “স্থিতাৱস্থাৰ চুক্তি”ৰ (Standstill Agreement) প্ৰস্তাৱ দিলে। ১৫ আগষ্টত পাকিস্তানে এই চুক্তিত স্বাক্ষৰ কৰিলে কিন্তু ভাৰতে এই চুক্তিত স্বাক্ষৰ বা অগ্ৰাহ্য কোনোটোকে নকৰিলে। বৰঞ্চ, ৰাজ্য চৰকাৰক কোৱা হ'ল যে এই চুক্তিৰ তাৎপৰ্য আলোচনা কৰাৰ বাবে এজন স্বীকৃতিপ্ৰাপ্ত প্ৰতিনিধি দিল্লীলৈ পঠাব লাগে।

এই চুক্তিৰ মূল কথা হ'ল— ইংৰাজ শাসিত ভাৰতত থকাৰ দৰে জম্মু আৰু কাশ্মীৰৰ ব্যৱসায়-বাণিজ্য, ভ্ৰমণ, যোগাযোগ আৰু আন সেৱাবোৰ অব্যাহত থাকিব। পশ্চিম পাকিস্তানত যিবোৰ অংশ অন্তৰ্ভুক্ত হ'ল, সেইবোৰৰ লগত জম্মু-কাশ্মীৰৰ বিভিন্ন সেৱাৰ ঘাই সংযোগ আছিল। ৰাজ্যখনৰ ডাক-তাঁৰ, বেংক সেৱা, বহিঃ বাণিজ্যৰ সিংহ ভাগ, জম্মুৰ পৰা শিয়ালকোটলৈ ৰেল সংযোগেই নহয়, ৰাৱালপিণ্ডিৰ পৰা কাশ্মীৰ উপত্যকালৈ ঘাই পথ সংযোগ ব্যৱস্থা এনেকুৱা আছিল যে উপত্যকাটোৰ অত্যাৱশ্যকীয় যোগান সেই পথেদি অনা হৈছিল। তদুপৰি, নদী পথৰ সংযোগো উল্লেখযোগ্য আছিল। কাশ্মীৰৰ কাঠ নদী পথেদি উচ্চ অঞ্চলৰ পৰা নিম্ন অঞ্চললৈ অনা হৈছিল। কাঠ আছিল ৰাজ্যখনৰ অন্যতম প্ৰধান ৰপ্তানি সামগ্ৰী।

এই স্থিতাৱস্থাৰ চুক্তি স্বাক্ষৰ কৰাত ভাৰতে গুৰুত্ব নিদিলে কিয়— সেই বিষয়ে নির্ভৰযোগ্য তথ্যৰ অভাৱ। কোনো কোনোৱে ক'ব খোজে যে ৰাজ্যখনে ভাৰতৰ লগত যোগদান কৰিবই বুলি কংগ্ৰেছৰ নেতৃবৰ্গই ধৰি লৈছিল বাবেই এনে এখন অস্থায়ী চুক্তি স্বাক্ষৰ কৰাৰ প্ৰয়োজনীয়তা উপলব্ধি কৰা হোৱা নাছিল। কাৰো কাৰো মতে, তেতিয়া ইংৰাজৰ ক্ষমতা হস্তান্তৰৰ সময় বাবে কাশ্মীৰ প্ৰসংগক গুৰুত্ব দিবলৈ তেতিয়াৰ ভাৰত চৰকাৰৰ সময়েই নাছিল।

## জুনাগড়

ইতিমধ্যে অন্যতম দেশীয় ৰাজ্য জুনাগড়ক লৈ বিশেষ এটা পৰিস্থিতিৰ সৃষ্টি হ'ল। ১৯৪৭ নচৰ ১৫ আগষ্টৰ আগতে ভাৰতৰ দেশীয় ৰাজ্যবোৰক ভাৰত বা পাকিস্তান যি কোনো এখন ৰাষ্ট্ৰত যোগ দিবলৈ কোৱা হৈছিল। যি তিনিখন দেশীয় ৰাজ্যই এই সময় সীমাৰ আগতে যিকোনো কাৰণতে সিদ্ধান্ত নলৈ বিষয়টো মুকলি কৰি ৰাখিলে, জুনাগড় আছিল তাৰে এখন। আন দুখন হ'ল হায়দৰাবাদ আৰু জম্মু-কাশ্মীৰ। সিদ্ধান্ত ল'বলৈ হায়দৰাবাদৰ নিজামক আৰু দুমাহ সময় দিয়া হ'ল। শেষত ১৯৪৮ চনত ভাৰতীয় সেনাই হায়দৰাবাদত প্ৰৱেশ কৰিলে আৰু এই দেশীয় ৰাজ্যখন ভাৰতৰ লগত চামিল হ'ল। জুনাগড়ৰ শাসক আছিল মুছলমান— নবাব ছাৰ মহাবৎখান ৰাছুল খানজী। ৰাজ্যখনৰ জনসংখ্যা আছিল চাৰে ছয় লাখমানৰ অলপ বেছি— এইসকলৰ ৮০ শতাংশই আছিল হিন্দু। এই দেশীয় ৰাজ্যখনৰ চৌদিশে আছিল ভাৰতৰ অঞ্চল। পাকিস্তানৰ লগত সংযোগৰ একমাত্ৰ পথ আছিল সাগৰেদি।

জুনাগড়ৰ নবাবে পাকিস্তানৰ লগত চামিলকৰণৰ কথা ঘোষণা কৰিছিল। পাকিস্তানে নবাবৰ এই প্ৰস্তাৱ গ্ৰহণো কৰিলে, কিন্তু সমস্যা হ'ল যে দেশীয় ৰাজ্যখনৰ বহুসংখ্যক ৰাইজে পাকিস্তানৰ সৈতে চামিলকৰণৰ বিৰোধিতা কৰি বিক্ষোভ কৰিলে। পাকিস্তানে প্ৰতিবাদ কৰিলে। পৰিস্থিতি এনে উত্তপ্ত হৈ পৰিল যে জুনাগড় প্ৰসংগত যুদ্ধ লগাৰ আশংকাই দেখা দিলে। পৰিস্থিতিৰ উপশম ঘটাবলৈ মাউণ্টবেটেনৰ উদ্যোগত নেহৰু আৰু লিয়াকট আলি খানৰ মাজত বহা সভাত ভাৰতে প্ৰস্তাৱ দিলে যে গণভোট গ্ৰহণ কৰি জুনাগড়ৰ ভৱিষ্যত নিৰ্ণয় কৰিব লাগে। জৱাহৰলাল নেহৰু আৰু লিয়াকট আলীখানৰ মাজত হোৱা আলোচনাত এই বুজাবুজি হোৱা সম্পৰ্কত গৱৰ্ণৰ জেনেৰেলৰূপে মাউণ্টবেটেনে ইংলেণ্ডৰ সম্ৰাটলৈ দিয়া প্ৰতিবেদনত তলত দিয়া দৰে উল্লেখ কৰিছিল—

....."(নেহৰুৱে) কৈছিল যে ন্যায়সংগত আৰু নিৰপেক্ষভাৱে অনুষ্ঠিত কোনো সাধাৰণ নির্বাচন, গণভোট বা জনমতৰ যোগেদি লোৱা সিদ্ধান্ত মানি ল'বলৈ ভাৰত ইচ্ছুক। পণ্ডিত নেহৰুৰ বিবৃতিৰ গুৰুত্বৰ কথা মই লিয়াকট আলীখানক কৈছিলো আৰু এই কথাৰ নিশ্চয়তা দিছিলো যে ভাৰতে ইয়াক মানি চলিব। তেওঁক আৰু কৈছিলো যে আন কোনো দেশীয় ৰাজ্যৰ ক্ষেত্ৰত এই নীতি প্ৰযোজ্য হোৱাত পণ্ডিত নেহৰু মান্তি হ'ব, কিয়নো, সংখ্যাগৰিষ্ঠ জনসাধাৰণৰ মতৰ বিৰুদ্ধে তেওঁলোকৰ ডমিনিয়নত যোগ দিবলৈ কোনো

দেশীয় ৰাজ্যক বাধ্য কৰাৰ কাম ভাৰতে কেতিয়াও নকৰিব। পণ্ডিত নেহৰুৱে দুখেৰে সৈতে সম্মতিসূচকভাৱে মূৰটো জোকাৰিলে। লিয়াকট আলী খানৰ চকু জিলিকি উঠিছিল। সন্দেহ নাই যে দুয়োজনেই কাশ্মীৰৰ কথাকেই ভাবিছিল।....."

আলোচনাত লিয়াকট আলী খানক কি কথা কৈছিল, সেই বিষয়ে নেহৰুৱে এখন প্ৰেছ বিজ্ঞপ্তি প্ৰকাশ কৰিছিল। অৱশ্যে 'সাধাৰণ নিৰ্বাচন' শব্দ দুটা তেওঁ বিজ্ঞপ্তিৰ পৰা বাদ দিছিল। প্ৰেছ বিজ্ঞপ্তিখনত কোৱা হৈছিল—

> "বৃহৎ সংখ্যক জনসাধাৰণৰ ভাগ্য জড়িত থকা কোনো সিদ্ধান্তৰ ক্ষেত্ৰত নিশ্চিতভাৱে নিৰ্ভৰ কৰিব জনসাধাৰণৰ ইচ্ছাৰ ওপৰত। এই নীতি ভাৰত চৰকাৰে সামগ্ৰিকভাৱে গ্ৰহণ কৰিছে। ভাৰত চৰকাৰে এই মত পোষণ কৰে যে কোনো অঞ্চলৰ ভাগ্য জড়িত থকা বিষয়ত বিবাদ হ'লে সংশ্লিষ্ট জনসাধাৰণৰ গণভোট বা জনমত গ্ৰহণৰ যোগেদি সেই বিষয়ে সিদ্ধান্ত লোৱা উচিত হ'ব।"

পাকিস্তানে কোনো ধৰণৰ সঁহাৰি নজনোৱাত ভাৰতীয় সেনাই ৯ নৱেম্বৰত জুনাগড়ত প্ৰৱেশ কৰিলে। পাকিস্তানে প্ৰতিবাদ কৰিলে, কিন্তু বাধা দানৰ ব্যৱস্থা নকৰিলে। ১৯৪৮ চনৰ ২০ ফেব্ৰুৱাৰীত গণভোট গ্ৰহণ কৰা হ'ল। ভোটদানত অংশ গ্ৰহণ কৰা ১,৯০,৮৭০জনৰ ভিতৰত কেৱল মাত্ৰ ৯১ জনেহে পাকিস্তানৰ সপক্ষে মত দিলে।

ভাৰতৰ লগত জুনাগড়ৰ চামিলকৰণ বিষয়টোৰ লগত জম্মু-কাশ্মীৰৰ ভৱিষ্যৎ সন্দৰ্ভত প্ৰাসংগিকতা আছে। জুনাগড় সম্পৰ্কত ভাৰতৰ স্থিতি হ'ল যে কোনো অঞ্চলৰ বৃহৎ সংখ্যক জনসাধাৰণৰ ভৱিষ্যৎ নিৰূপণৰ প্ৰশ্ন জড়িত থাকিলে, সেই অঞ্চলৰ জনসাধাৰণৰ মত গ্ৰহণ কৰা হ'ব। ইয়াৰ দ্বাৰা জম্মু আৰু কাশ্মীৰৰ ভৱিষ্যৎ নিৰ্ধাৰণৰ ক্ষেত্ৰত লিয়াকট আলী খান তথা পাকিস্তানে এপাত ডাঙৰ অস্ত্ৰ পালে— যি পাত অস্ত্ৰ পাকিস্তানে এতিয়াও ব্যৱহাৰ কৰি আছে। পৰৱৰ্তী কালত ৰাষ্ট্ৰসংঘই গণভোটৰ সপক্ষে মত দিলে, কিন্তু পাকিস্তানৰ বাবেই তাক কাৰ্যকৰী কৰিব পৰা নহ'ল আৰু এতিয়াও কৰিব পৰা হোৱা নাই। ভাৰতে কিন্তু জম্মু-কাশ্মীৰত নিৰ্বাচন পাতিলে— যিটো গণভোটৰ সমতুল্য। ভাৰতৰ এই যুক্তি কিন্তু পাকিস্তানে মানি নল'লে, এতিয়াও মানি লোৱা নাই।

## পুঞ্চৰ ঘটনা

মহাৰজাই চামিলকৰণ সম্পৰ্কত দোদুল্যমান অৱস্থাত থকা সময়ত পাকিস্তানৰ সীমাৰ কাষত থকা জম্মুৰ পুঞ্চ অঞ্চলত ঘটা ঘটনাক মহাৰজাৰ বিৰুদ্ধে অপপ্ৰচাৰৰ এপাত অস্ত্ৰৰূপে পাকিস্তানে ব্যৱহাৰ কৰিলে। মুছলিম বসতিপ্ৰধান পুঞ্চৰ বিশেষত্ব আছিল যে সেই অঞ্চলৰ ভালেমান লোক ইংৰাজৰ সৈন্য দলত আছিল। তদুপৰি ঐতিহ্যপূৰ্ণভাৱে সেই অঞ্চলৰ ৰাইজ আছিল ডোগ্ৰা শাসনৰ বিৰোধী।

দীৰ্ঘ দিন ধৰি পুঞ্চ অঞ্চলৰ ৰাইজৰ মাজত অসন্তুষ্টিয়ে দেখা দিয়াৰ কাৰণ আছিল বহুতো। মহাৰজাই তেওঁৰ সশস্ত্ৰ বাহিনীত নিযুক্তি দিয়াৰ পৰা পুঞ্চৰ লোকক বঞ্চিত

কৰা বুলি দীৰ্ঘদিন ধৰি উঠা অভিযোগে ব্যাপকতা লাভ কৰাত অঞ্চলটোৰ ৰাইজৰ মাজত ব্যাপক ক্ষোভৰ সৃষ্টি কৰিছিল। (এনে অভিযোগ অৱশ্যে শিখ আৰু জম্মুৰ ৰাজপুত ডোগ্ৰাৰ বাহিৰে ৰাজ্যখনৰ আন প্ৰায় সকলো সম্প্ৰদায়ৰ আছিল। কাৰণ, মহাৰাজে তেওঁৰ সৈন্য বাহিনীত ভৰ্তিৰ ক্ষেত্ৰত এই দুটা সম্প্ৰদায়ৰ বাহিৰে আন সম্প্ৰদায়ৰ লোকক গুৰুত্ব নিদিয়াৰ যুক্তি আছিল যে আন সম্প্ৰদায়বোৰৰ যুঁজাৰু জাতি বুলি কোনো সুনাম নাছিল।)

অঞ্চলটোৰ ৰাইজৰ ওপৰত লগোৱা কৰৰ পৰিমাণ আছিল যথেষ্ট গধুৰ। আন এটা পুৰণি ঘটনাই পুঞ্চৰ ৰাইজক বহু দিনৰ পৰা অসন্তুষ্ট কৰিছিল। এসময়ত পুঞ্চ আছিল জম্মু-কাশ্মীৰৰ প্ৰথমজন ডোগ্ৰা মহাৰাজ গোলাব সিঙৰ ভাতৃৰ জমিদাৰী। মহাৰাজ হৰি সিঙে ১৯৩৬ চনত আইনৰ আশ্ৰয় লৈ পুঞ্চ নিজৰ অধীনলৈ অনাত তাৰ জনসাধাৰণ ক্ষুণ্ণ হৈছিল।

১৯৪৭ চনত জনসাধাৰণৰ পুঞ্জীভূত ক্ষোভৰ বিস্ফোৰণ ঘটিল বা ঘটোৱা হ'ল। দ্বিতীয় মহাযুদ্ধৰ সময়ত ইংৰাজৰ সৈন্য দলত থকা সকলৰ (এওঁলোকৰ সংখ্যা প্ৰায় ৬০ হেজাৰ বুলি প্ৰকাশ) হাতত থকা অস্ত্ৰ-শস্ত্ৰ প্ৰশাসনৰ হাতত জমা দিবলৈ নিৰ্দেশ দিয়া হ'ল। সেই সময়ৰ উপ মহাদেশখনৰ পৰিস্থিতি উত্তপ্ত। মুছলিম বিৰোধী অভিযান পুঞ্চতো আৰম্ভ হ'ব বুলি আশংকা কৰি এই সকলে বিভিন্ন সূত্ৰৰ পৰা অস্ত্ৰ-শস্ত্ৰ সংগ্ৰহ কৰিলে। কৰ নিদিয়া অভিযান পুঞ্চত আৰম্ভ হ'ল। পৰিস্থিতিৰ অৱনতি ঘটিল, বিদ্ৰোহ ব্যাপক হ'ল। বিদ্ৰোহ দমন কৰিবলৈ মহাৰজাৰ সশস্ত্ৰ বাহিনী নিয়োগ কৰা হ'ল, কিন্তু এই বাহিনীত যিসকল মুছলমান সেনা আছিল, তেওঁলোকে নিজৰ সম্প্ৰদায়ৰ লোকক গুলীয়াই মৰাতকৈ নিজেই সেনা বাহিনী ত্যাগ কৰিলে। নক'লেও হ'ব যে পুঞ্চৰ বিদ্ৰোহীসকলক পাকিস্তানে সকলো প্ৰকাৰে সহায় কৰিলে। সংঘৰ্ষত উভয় পক্ষৰে ভালে সংখ্যক নিহত আৰু আহত হ'ল। অৱশ্যে মহাৰজাৰ ডোগ্ৰা সৈন্যই বিদ্ৰোহ দমন কৰিবলৈ সক্ষম হ'ল।

পাকিস্তান সক্ৰিয় সহায়-সমৰ্থন আৰু উচটনিত পুঞ্চৰ বিদ্ৰোহৰ নিতৃত্ব দিয়াজন আছিল চৰ্দাৰ মহম্মদ ইব্ৰাহিম খান।

এইজনেই সেইজন চৰ্দাৰ মহম্মদ ইব্ৰাহিম খান— যিজনে পিছত পাক অধিকৃত কাশ্মীৰত 'আজাদ' পাকিস্তান চৰকাৰ গঠন কৰিছিল। নক'লেও হ'ব যে ভাৰত বিভাজনৰ এই গুৰুত্বপূৰ্ণ সময়ত দেশৰ আন ঠাইৰ লগতে জম্মুৰ পৰাও মুছলমান লোক পাকিস্তানলৈ গৈছিল আৰু পাকিস্তানৰ পৰা হিন্দু আৰু শিখসকল জম্মুকে ধৰি ভাৰতলৈ আহিছিল। পৰিস্থিতিৰ অৱনতি ঘটালে— পাঠান জনজাতিসকলে অনুপ্ৰৱেশ কৰি বিদ্ৰোহক সহায় কৰাত। স্বাভাৱিকতে পাকিস্তানে অভিযোগ কৰিলে যে জম্মু-কাশ্মীৰত মুছলমানক আক্ৰমণ কৰা কাৰ্য আৰম্ভ হৈছে। কাশ্মীৰ চৰকাৰে ইয়াৰ তীব্ৰ প্ৰতিবাদ জনাই ক'লে,.....''অনুপ্ৰৱেশৰ যথেষ্ট প্ৰমাণ আছে। পাকিস্তান ডমিনিয়নকে ধৰি যিকোনো চৰকাৰে কৰাৰ দৰে অসামৰিক কৰ্তৃপক্ষই উপযুক্তভাৱে অশান্তি নিয়ন্ত্ৰণ কৰিব নোৱাৰিলে, সামৰিক বাহিনীয়ে ব্যৱস্থা ল'বলৈ বাধ্য হয়।....''

*এইখিনি সময়তে এক সুদূৰপ্ৰসাৰী ঘটনা ঘটিল। পাকিস্তানে কাশ্মীৰৰ ক্ষেত্ৰত অৰ্থনৈতিক অৱৰোধ আৰম্ভ কৰিলে। সীমান্তত কাশ্মীৰলৈ নিয়া বয়-বস্তু বোজাই ট্ৰাকবোৰ* ৰখাই থোৱা হ'ল। পাকিস্তানৰ এই অৰ্থনৈতিক অৱৰোধ বা পুঞ্চত সৃষ্টি কৰা অশান্তিৰ মূল উদ্দেশ্য যে পাকিস্তানত চামিল হ'বলৈ মহাৰজাক বাধ্য কৰোৱা, সেই কথা স্পষ্ট হ'বলৈ বেছি পৰ নালাগিল। কিয়নো জিন্নাই তেওঁৰ প্ৰতিনিধিৰূপে মেজৰ এ এছ বি শ্বাহক কাশ্মীৰলৈ পঠালে। তেতিয়া কাশ্মীৰৰ প্ৰধানমন্ত্ৰী আছিল মেহেৰ চান্দ মহাজন। সেই আলোচনাৰ বিষয়ে মহাজনৰ নিজা লিখনিৰ পৰা তলৰ উদ্ধৃতি দিয়া হ'ল।

.......[১৯]"তৎকালে পাকিস্তানৰ লগত চামিলকৰণৰ পৰামৰ্শ তেওঁ দিলে আৰু এই কথাত মান্তি নহ'লে অশান্তি হ'বই বুলি ক'লে।"..... প্ৰধানমন্ত্ৰী মহাজনে ক'লে যে চামিলকৰণৰ প্ৰশ্নটো বিবেচনা কৰাৰ আগতে কাশ্মীৰলৈ বয়-বস্তু অনা ট্ৰাকবোৰ আবদ্ধ কৰি ৰখা কাৰ্য প্ৰত্যাহাৰ কৰিব লাগে। কিন্তু এই ক্ষেত্ৰত জিন্নাৰ পৰা পোৱা সঁহাৰি নেতিবাচক। তাৰ পৰিৱৰ্তে মহাজনক কোৱা হ'ল— লাহোৰত জিন্নাক লগ ধৰিবলৈ। এনে কাম কৰিবলৈ মহাজন অমান্তি হ'ল। আলোচনাৰ শেষৰ পিনে মেজৰ শ্বাহ কিন্তু উগ্ৰ হৈ পৰিল আৰু "মোক ক'লে যে চামিলকৰণ সম্পৰ্কে ততালিকে সিদ্ধান্ত নল'লে, তাৰ পৰিমাণ অতি গুৰুতৰ হ'ব পাৰে।"

ইয়াৰ পাছতে জিন্নাই মহাৰাজ হৰি সিঙলৈ এখন ব্যক্তিগত তাঁৰবাৰ্তা পঠালে। তাঁৰ বাৰ্তাখনত কাশ্মীৰ চৰকাৰৰ বিৰুদ্ধে অভিযোগৰ দীঘল তালিকা এখন দিয়া হ'ল। মুছলমানক প্ৰতি ক্ষেত্ৰতে দমন কৰা আৰু ৰাজ্যখনৰ বাহিৰলৈ খেদি পঠোৱা বুলি অভিযোগ কৰি তাঁৰবাৰ্তাত জিন্নাই মহাৰাজক ক'লে যে.....'আপোনাৰ চৰকাৰৰ নীতিৰ প্ৰকৃত উদ্দেশ্য হৈছে ভাৰত ডমিনিয়নৰ হস্তক্ষেপ আৰু সহায় বিচাৰি এক ৰাজবিপ্লৱ ঘটাই সেই ডমিনিয়নত যোগদান কৰাৰ বাবে এক সুযোগ বিচৰা......।" মন কৰিবলগীয়া যে পাঠান জনজাতীয় কিছুমানে তেতিয়া ইতিমধ্যে পাকিস্তানৰ অনুপ্ৰেৰণাত অনুপ্ৰৱেশ কৰি কাশ্মীৰ দখল কৰাৰ অভিযান আৰম্ভ কৰিছিলেই।

---

১৯। 'লুকিং বেক'

# জনজাতীয়ৰ নামত পাকিস্তানৰ আক্ৰমণ

কাশ্মীৰত অৰ্থনৈতিক অৱৰোধ প্ৰযোজ্য কৰি সফলতা লাভ কৰাত স্বাভাৱিকতে পাকিস্তান উৎসাহিত হ'ল। সশস্ত্ৰ পাঠান জনজাতীয় লোকে পাকিস্তান চৰকাৰৰ সহযোগ আৰু অনুপ্ৰেৰণাত সদল-বলে অনুপ্ৰবেশ কৰি কাশ্মীৰ আক্ৰমণ কৰিলে। জম্মুৰ মীৰকুল আৰু পুঞ্চ জিলাৰ সীমান্তৰ লগতে কাশ্মীৰৰ মজফৰবাদ জিলাৰ সীমান্তইদি বিপুল সংখ্যক সশস্ত্ৰ আক্ৰমণকাৰী ৰাজ্যখনত প্ৰৱেশ কৰিলে। তথাকথিত জনজাতীয় লোকৰ আক্ৰমণত যে পাকিস্তানৰ চৰকাৰ সক্ৰিয়ভাৱে জড়িত আছিল, সেই কথা বুজিবলৈ টান নহ'ল। পাকিস্তান চৰকাৰৰ সক্ৰিয় সহযোগ নথকাহেঁতেন, ৫ হেজাৰৰো অধিক জনজাতীয় লোক পাকিস্তানী অঞ্চলৰ মাজেদি আহি কাশ্মীৰ আক্ৰমণ কৰিবহি নোৱাৰিলেহেঁতেন। তদুপৰি এনে বৃহৎ সংখ্যক আক্ৰমণকাৰীৰ বাবে খাৰ-বাৰুদ আৰু অস্ত্ৰ-শস্ত্ৰৰ লগতে পৰিবহণ আৰু খাদ্য সামগ্ৰীৰ যোগান ব্যৱস্থাৰ অন্তৰালত এক সু-সংগঠিত চৰকাৰ অবিহনে সম্ভৱ নহয়। জনজাতীয় আক্ৰমণৰ আগতে জম্মুৰ পুঞ্চত দেখা দিয়া বিদ্ৰোহত পাকিস্তানৰ সহযোগ আৰু অনুপ্ৰেৰণা এক জাজ্বল্যমান ঘটনা। ছুটীত থকা পাকিস্তানী সেনাৰ লোকে অসামৰিক পোছাক পিন্ধি এই আক্ৰমণত ভাগ ল'লে। প্ৰকৃততে এই আক্ৰমণৰ পৰিকল্পনা কৰিছিল পাকিস্তানী সেনাৰ এজন উচ্চ বিষয়াই। তেওঁ আছিল মেজৰ জেনেৰেল আকবৰ খান। এই অভিযানৰ নামকৰণ কৰা হৈছিল 'অপাৰেচন গুলমাৰ্গ' বুলি। পাকিস্তানে তেওঁলোকৰ এজেন্টৰ যোগেদি জনজাতীয়সকলৰ হতুৱাই জম্মু-কাশ্মীৰ কিয় আক্ৰমণ কৰিলে তাৰ কাৰণ বুজা সহজ। বহু যত্ন কৰা সত্ত্বেও মহাৰজাই পাকিস্তানৰ সৈতে চামিল হোৱাৰ সিদ্ধান্ত নল'লে আৰু ভৱিষ্যতেও যে ল'ব তাৰ কোনো নিশ্চয়তা পাকিস্থানে দেখা নাপালে। কাশ্মীৰৰ অতি জনপ্ৰিয় আৰু প্ৰভাৱশালী নেতা শ্বেখ আব্দুল্লাও পাকিস্তানৰ সৈতে চামিলকৰণৰ পক্ষপাতী নহয়। জৱাহৰলাল নেহৰু, মহাত্মাগান্ধী আদি ভাৰতৰ নেতৃত্বই কাশ্মীৰৰ জনসাধাৰণৰ আশা-আকাংক্ষাৰ প্ৰতি পূৰ্ণ সমৰ্থন আগবঢ়োৱাত পাকিস্তানৰ নেতৃবৰ্গ বিপাণ্ডত পৰিল। পাকিস্তানে কাশ্মীৰত ধৰ্মীয় ঐক্যৰ জোৱাৰ তুলিবলৈ কৰা চেষ্টাইও বিশেষ কাম নিদিলে। তাৰ পৰিপ্ৰেক্ষিতত শক্তি প্ৰদৰ্শন কৰি ৰাজ্যখন বলপূৰ্বকভাৱে দখল কৰাৰ বাহিৰে আন বিকল্প পাকিস্তানৰ নাছিল।

কাশ্মীৰ আক্ৰমণকাৰীক প্ৰতিহত কৰাত ভাগ লোৱা 'কৰ্পছ অব্ ছিগনেলছ'ৰ লেফ. কৰ্ণেল মৌৰিচ কহেনে 'থাণ্ডাৰ অভাৰ কাশ্মীৰ' গ্ৰন্থত উল্লেখ কৰা মতে "১৯৪৭ চনৰ ২২ অক্টোবৰত বৃহৎ সংখ্যক আক্ৰমণকাৰীয়ে পাকিস্তানৰ সীমান্ত অতিক্ৰম কৰি কাশ্মীৰ আৰু জম্মুৰ বিভিন্ন ঠাইত প্ৰৱেশ কৰিলে। তেওঁলোক মটৰ গাড়ীত আহিছিল। লগত আছিল ব্ৰেণ গান, গধুৰ মৰ্টাৰ, টেংক বিধ্বংসী ৰাইফল, গ্ৰেনেদ আৰু লেণ্ড মাইন। দেখা গৈছিল যে তেওঁলোকৰ হাতত অপৰ্যাপ্ত পৰিমাণে খাৰ-বাৰুদ আছিল। আধুনিক

কৌশল আৰু শক্তিৰ বিষয়ে সম্পূৰ্ণৰূপে জনা বিষয়াৰ দ্বাৰা তেওঁলোক পৰিচালিত হৈছিল।”

আচৰিত কথা যে কাশ্মীৰত ১৯৪৭ চনৰ ছেপ্তেম্বৰ মাহৰ আগৰ পৰাই পাঠান জনজাতীয় লোকৰ আক্ৰমণ আৰম্ভ হ'লেও ভাৰত চৰকাৰে অক্টোবৰৰ শেষৰ পিনেহে এই আক্ৰমণৰ কথা জানিব পাৰিলে। থাইলেণ্ডৰ বৈদেশিক মন্ত্ৰীৰ ভাৰত ভ্ৰমণ উপলক্ষে ভাৰতৰ প্ৰধানমন্ত্ৰীৰ বাসভৱনত ১৯৪৭ চনৰ ২৪ অক্টোবৰত এটি নৈশ ভোজসভাৰ আয়োজন কৰা হৈছিল। সেই ভোজসভাত লৰ্ড মাউণ্টবেটেনেও যোগদান কৰিছিল। অনুষ্ঠান চলি থকাৰ মাজতে জৱাহৰলাল নেহৰুৱে একাষৰীয়াকৈ মাতি নি মাউণ্টবেটেনক জনালে যে পাঠান জনজাতীয় লোকে কাশ্মীৰ আক্ৰমণ কৰাৰ বাতৰি তেওঁ পাইছে। অথচ জম্মু-কাশ্মীৰৰ ৰাজ্যিক বাহিনীৰ কমাণ্ডাৰ মেজৰ জেনেৰেল এইচ এল স্কটে ৪ ছেপ্টেম্বৰ তাৰিখেই জনজাতীয় আক্ৰমণকাৰী দেখাৰ কথা ৰাজ্য চৰকাৰক জনাইছিল। ডোগ্ৰা বাহিনী এই আক্ৰমণ ৰোধ কৰাত ব্যৰ্থ হ'ল। আক্ৰমণ চলি থাকিল। পাকিস্তানৰ নিয়মিত সেনা বাহিনীয়ে আক্ৰমণকাৰী দলত যোগদান কৰাত আক্ৰমণকাৰীসকল অতি উৎসাহিত হৈ আক্ৰমণ ব্যাপক কৰি তুলিলে। ছেপ্টেম্বৰ পাৰ হৈ অক্টোবৰ সোমাল। আক্ৰমণ চলি থাকিল। অক্টোবৰৰ মাজভাগত আক্ৰমণ আৰু বেছি হ'ল। বৃহৎ সংখ্যক আক্ৰমণকাৰীয়ে মজফৰবাদ নগৰত প্ৰৱেশ কৰি লুটপাত আৰম্ভ কৰিলে। আক্ৰমণ ৰোধ কৰাত ৰাজ্যখনৰ নিৰাপত্তা বাহিনী ব্যৰ্থ হ'ল। প্ৰকৃততে, কোনো ঠাইতেই আক্ৰমণকাৰীসকলে বিশেষ প্ৰতিৰোধ নাপালে। ডোগ্ৰাৰ সেনা বাহিনীত থকা মুছলিমসকলে নিজৰ অমুছলমান সতীৰ্থ আৰু বিষয়াক হত্যা কৰি শত্ৰু পক্ষৰ লগত হাত মিলালে। ফলত, আক্ৰমণকাৰীৰ সংখ্যা দিনে দিনে বাঢ়িবলৈ ধৰিলে। তেওঁলোকে বাটত পোৱা অমুছলমানসকলক মাৰি-কাটি আগবাঢ়িল।

ইংৰাজে নিৰাপত্তাৰ বাবে কাশ্মীৰত গঢ়ি তোলা এটা বাহিনীৰ নাম আছিল 'গিলগিট স্কাউট'। এই বাহিনীৰ কমাণ্ডাৰজন আছিল ইংৰাজ। তেওঁ স্কাউট লাইনত পাকিস্তানী পতাকা উত্তোলন কৰিলে। ফলত কাশ্মীৰৰ সমগ্ৰ উত্তৰ অংশ পাকিস্তানৰ দখললৈ আহিল। এফালে লাডাখৰ পিনে আৰু আনপিনে কাৰ্গিল দখল কৰি লেহৰ পিনে আক্ৰমণকাৰীহঁত আগবাঢ়িল। ৰেডিঅ' পাকিস্তানে ঘোষণা কৰিলে যে জম্মু-কাশ্মীৰত ছৰ্দাৰ ইব্ৰাহিমৰ নেতৃত্বত এটা অস্থায়ী চৰকাৰ গঠন কৰা হৈছে। বিজয় গৌৰৱেৰে জিন্নাই কাশ্মীৰত প্ৰৱেশ কৰাৰ বাবে আঁচনি লোৱা বুলি জনা গ'ল। পাক্-সমৰ্থিত আক্ৰমণকাৰীসকলে সদলবলে ৰাজ্যখনৰ এঠাইৰ পৰা আন ঠাই দখল কৰি ৰাজধানী শ্ৰীনগৰৰ পিনে আগুৱাই অহাত মহাৰজাৰ সেনা বাহিনীয়ে কোনো প্ৰকাৰে বাধা দিব নোৱাৰাৰ কথা স্পষ্ট হৈ পৰা সত্ত্বেও মহাৰজাই আগতে কিয় ভাৰতৰ সাহায্য নিবিচাৰিলে, তাক সঠিককৈ কোৱা টান। নেচনেল কনফাৰেন্সলৈ ক্ষমতা হস্তান্তৰ কৰাৰ বাবে নেহৰুৱে আহ্বান জনাই নথকা হ'লে বহু আগতেই ভাৰতৰ লগত চামিল হোৱাৰ বাবে মহাৰজাই মত দি [illegible] বুলি কোনো কোনোৱে ক'ব খোজে। আনহাতে, জোৰ পূৰি হাত পোৱাৰ অৱস্থা হওঁতেহে মহাৰজাই ভাৰতৰ সৈতে চামিলকৰণ আৰু সামৰিক সাহায্য বিচাৰিলে। ২৪ অক্টোবৰত

অৰ্থাৎ যিদিনা শ্ৰীনগৰৰ পৰা মাত্ৰ ৫০ মাইল দূৰৰ মহুৰা নামৰ বিদ্যুৎ কেন্দ্ৰটো অচল কৰি সমগ্ৰ অঞ্চল অন্ধকাৰ কৰি পেলোৱা হ'ল, আৰু আক্ৰমণকাৰীহঁতক বাধা দিবলৈ গৈ প্ৰবল পৰাক্ৰমেৰে যুঁজি কাশ্মীৰ ৰাজ্যিক বাহিনীৰ মুৰব্বী ৰাজিন্দৰ সিঙে প্ৰাণ বিসৰ্জন দি শ্ৰীনগৰত প্ৰৱেশ কৰাৰ পৰা আক্ৰমণকাৰীহঁতক বাধা দিলে, তেতিয়াহে মহাৰজা হৰি সিঙে সাহায্যৰ বাবে ভাৰতক আবেদন জনালে। ২৪ অক্টোবৰ তাৰিখে উপ প্ৰধানমন্ত্ৰী (বাট্টা) শ্ৰীনগৰৰ পৰা দিল্লীলৈ গ'ল। তেওঁ লগত লৈ গৈছিল চামিলকৰণ সম্পৰ্কত মহাৰজাৰ এখন চিঠি, পণ্ডিত জৱাহৰলাল নেহৰুলৈ এখন ব্যক্তিগত চিঠি আৰু মানুহ, অস্ত্ৰ-শস্ত্ৰ আৰু খাৰ-বাৰুদ বিচাৰি চৰ্দাৰ পেটেললৈ আন এখন চিঠি।".....

আনহাতে ২৫ অক্টোবৰত শ্বেখ আব্দুল্লা গ'ল দিল্লীলৈ। আক্ৰমণকাৰীহঁতক বাধা দিয়াত নেচনেল কনফাৰেন্সৰ সমৰ্থকসকলে এক গুৰুত্বপূৰ্ণ ভূমিকা লয় বুলি কোৱা কথাৰ সত্যাসত্য সন্দৰ্ভত ভিন্ন মত আছে যদিও এই কথা সঁচা যে আক্ৰমণকাৰীক বাধা দিওঁতে কনফাৰেন্সৰ এজন আগশাৰীৰ নেতা নিহত হ'ব লগা হ'ল। তেওঁৰ নাম হ'ল মকবুল শ্বেৰৱালী। তেতিয়া উপায়ন্তৰ হৈ মহাৰজা হৰি সিঙে ভাৰতত চামিল হৈ সামৰিক সাহায্য বিচাৰিবলৈ বাধ্য হ'ল। ১৯৪৭ চনৰ ২৬ অক্টোবৰত ভাৰত চৰকাৰে মহাৰজাৰ প্ৰস্তাৱ আৰু অনুৰোধ মানি ল'লে।

## নেচনেল কনফাৰেন্সৰ ভূমিকা কি আছিল?

দেশ বিভাজনৰ সময়ত শ্বেখ আব্দুল্লা আৰু নেচনেল কনফাৰেন্সৰ ভালেমান নেতা আছিল কাৰাগাৰত। তেওঁলোকক মুক্তি দি তেওঁলোকৰ সমৰ্থন আদায় কৰিবলৈ ভাৰতৰ পৰা মহাৰজাক হেঁচা দি থকা হৈছিল। ১৯৪৭ চনৰ ২৭ ছেপ্টেম্বৰত শ্বেখ আব্দুল্লাক মুক্তি দিয়া হ'ল। তেতিয়া ৰাজনৈতিক পৰিস্থিতিৰ আমূল পৰিৱৰ্তন ঘটিছে। দেশ বিভাজনৰ পিছত দেখা দিছে জম্মু-কাশ্মীৰত এক অনিশ্চিত পৰিস্থিতি। পাকিস্তানে আৰম্ভ কৰিছে নেচনেল কনফাৰেন্সৰ বিৰুদ্ধে ব্যাপক অপপ্ৰচাৰ। আনহাতে কাশ্মীৰৰ মুছলমান ৰাইজে বাট চাইছে শ্বেখ আব্দুল্লাৰ নেতৃত্বাধীন নেচনেল কনফাৰেন্সে এই গুৰুত্বপূৰ্ণ সময়ত কি সিদ্ধান্ত লয় তালৈ। তেনে সময়তে কনফাৰেন্সে দাবী কৰিলে যে তেওঁলোকলৈ ক্ষমতা হস্তান্তৰ কৰিব লাগে। ভাৰতৰ লগত ৰাজ্যখনৰ চামিলকৰণৰ ক্ষেত্ৰত কাশ্মীৰৰ মুছলমান ৰাইজৰ সমৰ্থন লাগিবই বাবে নেচনেল কনফাৰেন্সলৈ ক্ষমতা হস্তান্তৰৰ প্ৰয়োজনীয়তা ভাৰত চৰকাৰে মৰ্মে মৰ্মে অনুভৱ কৰিছিল। আনহাতে পৰিস্থিতি চম্ভালিবলৈ মহাৰাজে ভাৰতৰ লগত চামিলকৰণৰ সিদ্ধান্ত লওঁতে শ্বেখ আব্দুল্লাৰ মতামতক গুৰুত্ব দিয়া হৈছিল। বলৰাজ পুৰীয়ে 'কাশ্মীৰ : টুৱাৰ্ডছ ইনছাৰ্জেন্সী' গ্ৰন্থত উল্লেখ কৰিছে— "ৰাজ্যখন ভাৰতৰ সৈতে চামিল নহ'লে সাহায্য কৰিবলৈ গৱৰ্ণৰ জেনেৰেলে অস্বীকাৰ কৰাত মেহেৰ চান্দ মহাজন (মহাৰজাই নিযুক্ত কৰা কাশ্মীৰৰ প্ৰধানমন্ত্ৰী) ২৬ অক্টোবৰত বিমানেৰে দিল্লীলৈ আহিল। ভাৰতৰ লগত চামিল হ'বলৈ মহাৰাজে প্ৰকাশ কৰা ইচ্ছাৰ কথা তেওঁ নেহৰুক জনালে। কিন্তু এই বাৰ্তাৰ লগতে আছিল মহাৰাজ হৰি সিঙৰ এটা বিশেষ

দাবী। সেই দাবীটো হ'ল যে "আজি সন্ধিয়াই শ্ৰীনগৰলৈ বিমানেৰে সৈন্য বাহিনী যাব লাগিব। নহ'লে মই জিন্নাৰ ওচৰলৈ গৈ চৰ্ত সম্পৰ্কে আলোচনা কৰিমগৈ।"

পাকিস্তানে ৰাজ্যখনক অতখিনি কৰা সত্ত্বেও, বিকল্পৰূপে পাকিস্তানৰ কথা ভবাত নেহৰুৰ খং উঠিল। তেওঁ খান্নাক বাহিৰলৈ ওলাই যাবলৈ ক'লে। অৱশ্যে, কাষৰ কোঠাত থকা আব্দুল্লাই হস্তক্ষেপ কৰাত নেহৰু ক্ষান্ত হ'ল। পৰিস্থিতি উপলব্ধি কৰি ১৯৪৭ চনৰ ৩০ অক্টোবৰত মহাৰজাই ৰাজ্যখনত জৰুৰীকালীন প্ৰশাসন (Emergency Administration) প্ৰৱৰ্তন কৰিলে। সেই প্ৰশাসনৰ মুৰব্বী পাতিলে শ্বেখ মহম্মদ আব্দুল্লাক আৰু উপ মুখ্য প্ৰশাসক নিযুক্ত কৰিলে বক্সী গোলাম মহম্মদক। স্বাভাৱিক কাৰণতে এই ব্যৱস্থাই কাম নকৰিলে। আৰু শেষত মহাৰজাই শ্বেখ আব্দুল্লাক প্ৰধান মন্ত্ৰীৰূপে লৈ এটা অস্থায়ী (Interim) চৰকাৰ ১৯৪৮ চনৰ ৫ মাৰ্চত গঠন কৰিব লগা হ'ল।

পাকিস্তান সমৰ্থিত পাঠান জনজাতীয় আক্ৰমণকাৰীহঁতক বাধা দি তেওঁলোকক জম্মু-কাশ্মীৰৰ পৰা আঁতৰাই পঠাবলৈ মহাৰজাই জনোৱা আহ্বানৰ সময়ত উভয় দেশৰ সামৰিক শক্তি আৰু নেতৃত্ব আৰু তেওঁলোকৰ দৃষ্টিভংগী আলোচনা নকৰিলে পৰিস্থিতিৰ গতি-বিধি বুজা জটিল হ'ব।

ভাৰত তেতিয়া আনুষ্ঠানিকভাৱে বিভাজন হৈছেহে মাত্ৰ। উভয় দেশৰে সামৰিক বাহিনীৰ শীৰ্ষত আছে ইংৰাজ বিষয়া। উভয় দেশৰে তিনিওটা সশস্ত্ৰ বাহিনীৰ কমাণ্ডাৰ-ইন-চীফ আৰু অপাৰেশ্যনেল কমাণ্ডাৰ সকলো ইংৰাজ। পাকিস্তানী সেনাৰ চি-ইন-চি আছিল জেনেৰেল ছাৰ ফেংক মেছাৰভি। তেওঁৰ অনুপস্থিতিত কিছুদিন অস্থায়ী চি-ইন-চি আছিল লেফ্ জেনেৰেল ছাৰ ডুগ্‌লাছ গ্ৰেচী। আনহাতে ভাৰতত চি-ইন-চি আছিল জেনেৰেল ছাৰ ৰব লক্‌হাৰ্ট। অৱশ্যে অলপ দিনৰ পাছতে তেওঁৰ ঠাইত দায়িত্ব লয় জেনেৰেল ৰয় বাউচাৰে।

নক'লেও হ'ব যে লৰ্ড মাউণ্টবেটেনে ভাৰতৰ শেষৰজন ইংৰাজ ভাইচৰয়ৰূপে তেতিয়া কাৰ্য নিৰ্বাহ কৰিছিল। এই দায়িত্বত থকাত তেওঁ অতি গুৰুত্বপূৰ্ণ ভাৰত চৰকাৰৰ প্ৰতিৰক্ষা কমিটীত সভাপতিত্ব কৰাৰ দায়িত্বও বহন কৰিব লগা হৈছিল। কিন্তু জম্মু-কাশ্মীৰ পাকিস্তানৰ লগত চামিল হোৱাটোহে যে তেওঁ মনে-প্ৰাণে কামনা কৰিছিল সেই কথা পূৰ্বতে উল্লেখ কৰি অহা হৈছে। সাংবাদিক হৰি জয়সিঙৰ মতে ('কাশ্মীৰ এ টেল অব ছেম') "জনজাতীয় লোকৰ আক্ৰমণৰ সময়ত ইংৰাজসকলে এক ঘৃণনীয় ভূমিকা লৈছিল। ৰাজ্যখন পাকিস্তানৰ লগত চামিল হোৱাটো তেওঁলোকে বিচাৰিছিল। পশ্চিম পঞ্জাবৰ গৱৰ্ণৰ আছিল 'টৰী' দলৰ আৰু তেওঁ জনজাতীয়সকলক সকলো প্ৰকাৰৰ সমৰ্থন দিছিল। আমেৰিকা আৰু বৃটিছ কাকতবোৰে আক্ৰমণকাৰীসকলক 'মুক্তি যোদ্ধা' বুলি আখ্যা দিছিল। ছাৰ জৰ্জ কানিংহামক জিন্নাই উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশৰ গৱৰ্ণৰৰূপে পুনৰ নিযুক্তি দিলে। লৰ্ড মাউণ্টবেটেন আৰু তেওঁৰ উপদেষ্টা লৰ্ড ইছ্‌মেই জিন্নাৰ এই অনুৰোধ সমৰ্থন কৰিছিল। ট্ৰাইবেল বেল্টত আক্ৰণকাৰীসকলক সংগঠিত কৰাত কানিংহামে এটা গুৰুত্বপূৰ্ণ ভূমিকা লয় বুলি বিশ্বাস কৰা হয়।"

## তিনি দিন পলম

তাৎপৰ্যপূৰ্ণভাৱে ভাৰতৰ লগত চামিল হৈ পাক সমৰ্থিত আক্ৰমণকাৰীসকলক খেদাৰ বাবে মহাৰজাই জনোৱা অনুৰোধৰ প্ৰতি ততালিকে সঁহাৰি জনোৱাৰ পৰিবৰ্তে তিনিটা গুৰুত্বপূৰ্ণ দিন পলম কৰা হ'ল। মহাৰজাই অনুৰোধ কৰিছিল ২৪ অক্টোবৰত। ২৬ অক্টোবৰত ভাৰতৰ লগত চামিলকৰণ চুক্তিত (Instrument of Accession) মহাৰজাই চহী কৰিছিল আৰু মহাৰজাক লগ ধৰিবলৈ জম্মুলৈ যোৱা ভাৰত চৰকাৰৰ সচিব ভি. পি. মেননে সেই দিনাই এই স্বাক্ষৰিত নথি দিল্লীলৈ লৈ আনিছিল। ২৬ অক্টোবৰ তাৰিখেই কেন্দ্ৰীয় মন্ত্ৰী সভাত চামিলকৰণ বিষয়টো আলোচনা হয়। আৰু পাছ দিনা (২৭ অক্টোবৰ) পুৱাই কাশ্মীৰলৈ সেনা বাহিনী বিমানেৰে পঠোৱাৰ সিদ্ধান্ত লোৱা হয়। সাংবাদিক অজিত ভট্টাচাৰ্যৰ মতে[২০] "চামিলকৰণৰ ধৰণ সম্পৰ্কে কেবিনেট কমিটীয়ে যথেষ্ট সময় ধৰি আলোচনা কৰে। শেষত গণভোটৰ চৰ্তসহ ইয়াক গ্ৰহণ কৰিব লাগে বুলি মাউণ্টবেটেনে দিয়া সূত্ৰক আনুষ্ঠানিকভাৱে অনুমোদন জনোৱা হয়।" ভাৰতৰ গৱৰ্ণৰ জেনেৰেলৰূপে লৰ্ড মাউণ্টবেটেনে এই চুক্তিপত্ৰ আনুষ্ঠানিকভাৱে গ্ৰহণ কৰিলে ২৭ অক্টোবৰত।

তিনিদিন পলম কৰা সম্পৰ্কত অৱশ্যে বিভিন্নজনে বিভিন্ন ব্যাখ্যা দিছে। হৰি জয় সিঙে 'কাশ্মীৰ ঃ এ টেল অব ছেইম' গ্ৰন্থত লিখিছে, "ভাৰতৰ প্ৰতিৰক্ষা কমিটীখন ২৫ অক্টোবৰত বহিল, কিন্তু মাউণ্টবেটেন আৰু তিনিওটা বাহিনীৰ মুৰব্বীয়ে আক্ৰমণকাৰীহঁতৰ বিৰুদ্ধে ব্যৱস্থা লোৱাৰ বিৰোধিতা কৰিলে। তেওঁলোকৰ যুক্তি হ'ল যে উপযুক্ত পথৰ অভাৱৰ লগতে বেয়া ভৌগোলিক অৱস্থিতিৰ বাবে লোকচানৰ পৰিমাণ বহু বেছি হ'ব পাৰে। আক্ৰমণকাৰীসকলে যাতে ইতিমধ্যে হৈ যোৱা ঘটনা এটাৰ সৃষ্টি কৰিব পাৰে, তাৰ বাবে মাউণ্টবেটেনে সিদ্ধান্ত লোৱাৰ প্ৰক্ৰিয়া পলম কৰিবলৈ যত্ন কৰিলে। সেয়ে শ্বেখৰ আবেদন ফলপ্ৰসূ নিশ্চয় হ'ল। কিয়নো মাউণ্টবেটেনৰ পৰামৰ্শৰ বিপৰীতে সিদ্ধান্ত লোৱালে।".... এটা কথা কিন্তু নিশ্চিত যে আনুষ্ঠানিকভাৱে ভাৰতৰ লগত চামিল নোহোৱা এখন ৰাজ্যই আক্ৰমণকাৰীক খেদিবলৈ কৰা অনুৰোধৰ বিভিন্ন দিশ বিচাৰ-বিবেচনাৰ বাবে কিছু সময় লৈছিল। তদুপৰি চামিলকৰণ নথিত মহাৰজাই ২৬ অক্টোবৰতহে চহী কৰিছিল। কেবিনেটৰ প্ৰতিৰক্ষা কমিটীৰ বৈঠকে কাশ্মীৰলৈ সেনা কিদৰে পঠাব পাৰে সেই বিষয়ে যথেষ্ট সময় আলোচনা কৰিব লগা হ'ল। কাৰণ, স্বাধীনতা লাভ কৰাৰ পিছত ভাৰতৰ এইখনেই আছিল সৰ্বপ্ৰথম যুঁজ। ইয়াৰ আগলৈকে ভাৰতৰ প্ৰতিৰক্ষা বাহিনী আছিল ইংৰাজৰ অধীন— ইংৰাজ চৰকাৰৰ নিৰ্দেশ মতে তেওঁলোকে ইয়াৰ আগলৈকে কাম কৰিছিল। তদুপৰি চৰকাৰ চলোৱাৰ দায়িত্বত কংগ্ৰেছৰ নেতাসকল পৰিপক্ক নাছিল— বিশেষকৈ এনে এক জটিল অৱস্থাৰ সম্মুখীন হোৱাৰ সময়ত।

চামিলকৰণৰ ধৰণ সম্পৰ্কত মহাৰজাৰ সৈতে আলোচনাৰ বাবে ভি পি মেননক শ্ৰীনগৰলৈ পঠোৱা হ'ল। মেননে কাশ্মীৰৰ প্ৰধানমন্ত্ৰী মহাজনক নেহৰুৰ ওচৰলৈ আনিলে।

---

২০। 'কাশ্মীৰ দ্য ৱনদেদ ভেলী'

সেই সময়ৰ কাশ্মীৰৰ সৰ্বাধিক জনপ্ৰিয় দলৰ নেতা শ্বেখ আব্দুল্লাৰ চামিলকৰণ প্ৰক্ৰিয়াৰ প্ৰতি সক্ৰিয় সমৰ্থন নিশ্চিত কৰাটো জৱাহৰলাল নেহৰুৱে বিচাৰিলে। মহাৰজা আৰু প্ৰধান মন্ত্ৰী মহাজনৰ শ্বেখ আব্দুল্লাৰ প্ৰতি সম্ভাৱ নথকাৰ কথা জনাজাত। ভি. পি মেননে 'দি ষ্টৰী অব ইনটিগ্ৰেছন অব ইণ্ডিয়ান ষ্টেটছ' গ্ৰন্থত উল্লেখ কৰা মতে, ২৬ অক্টোবৰত তেওঁ জম্মুলৈ গৈ ৰাজপ্ৰাসাদত মহাৰজাক লগ ধৰি প্ৰতিৰক্ষা কমিটীৰ সভাত হোৱা আলোচনাৰ বিষয়ে তেওঁক জনালে। দুদিনৰ আগতে চামিলকৰণৰ বাবে চিঠি পঠাইছিল যদিও ততালিকে ভাৰতৰ লগত চামিল হ'বলৈ প্ৰস্তুত বুলি তেওঁ মেননক জনালে। মেননৰ উদ্ধৃতি দিবলৈ হ'লে, "তাৰ পিছত তেওঁ (মহাৰাজে) ৰাজ্যখনৰ পুতৌজনক অৱস্থা বৰ্ণাই আৰু সামৰিক সাহায্যৰ কথা দোহাৰি গৱৰ্ণৰ জেনেৰেললৈ এখন চিঠি লিখিলে। তেওঁ গৱৰ্ণৰ জেনেৰেলক আৰু জনালে যে ততালিকে এখন অন্তৰ্বৰ্তীকালীন চৰকাৰ গঠন কৰিবলৈ আৰু এই জৰুৰীকালীন সময়ত তেওঁৰ প্ৰধানমন্ত্ৰী মহাজনৰ সৈতে শ্বেখ আব্দুল্লাক দায়িত্ব বহন কৰিবলৈ দিয়াৰ বাবে তেওঁ ইচ্ছা কৰিছে।" তাৰ পাছ দিনা অৰ্থাৎ ২৭ অক্টোবৰত গৱৰ্ণৰ জেনেৰেলে ৰজা হৰি সিঙক জনালে যে তেওঁৰ চামিলকৰণ নথি গ্ৰহণ কৰা হৈছে। লগে লগে সেই দিনাই শ্ৰীনগৰলৈ বিমান যোগে সৈন্য বাহিনী প্ৰেৰণ কৰা হ'ল।

## জনসাধাৰণৰ মতামত গ্ৰহণৰ প্ৰতিশ্ৰুতি

চামিলকৰণত সন্মতি জনাই আনুষ্ঠানিকভাৱে স্বাক্ষৰ কৰা চৰকাৰী নথিত কাশ্মীৰত গণভোটৰ কোনো কথাৰ উল্লেখ নাই যদিও গৱৰ্ণৰ জেনেৰেল মাউণ্টবেটেনে চামিলকৰণৰ নথি স্বাক্ষৰ কৰাৰ কথা জনাই মহাৰজা হৰি সিঙলৈ দিয়া চিঠিত এনে এষাৰ কথা জনালে যিষাৰ কথা পৰৱৰ্তী কালত ভাৰতৰ বাবে হৈ পৰিল কাশ্মীৰ প্ৰশ্নত পাকিস্তানৰ বাবে, ভাৰত বিৰোধীসকলৰ বাবে এপাট পাশুপাট অস্ত্ৰস্বৰূপ। সেয়া হ'ল চালিমকৰণ সম্পৰ্কত ৰাজ্যখনৰ জনসাধাৰণৰ মতামত গ্ৰহণ। মাউণ্টবেটেনে ১৯৪৭ চনৰ ২৭ অক্টোবৰত মহাৰজালৈ দিয়া চিঠিত তেওঁৰ আবেদন অনুসৰি সেইদিনাই কাশ্মীৰলৈ সৈন্য প্ৰেৰণ কৰাৰ কথা জনাই লগতে লিখিলে,[২১] "চামিলকৰণ বিষয়টো যেতিয়া বিবাদৰ বিষয় হৈ পৰে, তেতিয়া ৰাজ্যখনৰ জনসাধাৰণৰ ইচ্ছা অনুসৰি চামিলকৰণ বিষয়ত সিদ্ধান্ত লোৱা উচিত। মোৰ চৰকাৰৰ এয়ে ইচ্ছা যে কাশ্মীৰত যেতিয়া আইন আৰু শৃংখলা পুনৰ প্ৰতিষ্ঠা হ'ব, আৰু কাশ্মীৰৰ ভূমি যেতিয়া আক্ৰমণকাৰীৰ পৰা মুক্ত হ'ব, তেতিয়া ৰাজ্যখনৰ চামিলকৰণ প্ৰশ্ন জনসাধাৰণৰ মতামতৰ ভিত্তিত সমাধান কৰা উচিত হ'ব।......" (When the issue of accession has been the subject of dispute the question of accession should be decided in accordance with the wishes of the people of the state. It is my Governments wish that as soon as law and order have been restored in Kashmir and her soil cleared

---

২১। ভি পি মেননৰ 'দ্য ষ্টৰী অব ইনটিগ্ৰেছন অব ইণ্ডিয়ান ষ্টেটছ'

of the raider; the question of states accession should be settled by reference to the people...)

দুমাহৰ আগতেহে মাত্ৰ বিভাজিত হৈ স্বাধীনতা লাভ কৰা দেশ এখনৰ প্ৰতিৰক্ষা বাহিনীৰ বাবে চুবুৰীয়া দেশৰ সক্ৰিয় সমৰ্থনপ্ৰাপ্ত জনজাতীয় আক্ৰমণকাৰীৰ পৰা এখন ৰাজ্যক ৰক্ষা কৰিবলৈ লোৱা সিদ্ধান্ত দেখাতেই এটা অতি গুৰুত্বপূৰ্ণ সিদ্ধান্ত। পৰিস্থিতি এনেকুৱা যে চৰকাৰে সিদ্ধান্ত লোৱাৰ পিছ দিনাই সেনা বাহিনী কাশ্মীৰলৈ যাব লগা হ'ল— সামৰিক দিশৰ পৰা প্ৰয়োজনীয় তথ্য আৰু কোনো ধৰণৰ পূৰ্ব প্ৰস্তুতি নথকাকৈ। সেনা পঠোৱাৰ সিদ্ধান্ত লোৱা হ'ল ২৬ অক্টোবৰৰ সন্ধিয়া। সেনাক নিৰ্দেশ দিয়া হ'ল ২৭ অক্টোবৰত- কাশ্মীৰ যাত্ৰাৰ বাবে। পৰিস্থিতি ইমানেই গুৰুতৰ যে ততালিকে ভাৰতীয় সেনা গৈ কাশ্মীৰ পাবগৈ লাগিব। নহ'লে হয়তোবা কাশ্মীৰ ভাৰতৰ হাতৰ পৰা পিছলি পৰিব পাৰে। কাশ্মীৰলৈ ভাৰতৰ পৰা পথ সংযোগ তেতিয়া বৰ দুৰ্গম। পাহাৰৰ মাজেদি কাশ্মীৰলৈ তিনিশ মাইল দীঘল একমাত্ৰ পথছোৱাইদি যান-বাহন যাব নোৱাৰে। বিকল্প হ'ল বিমান। কিন্তু তেতিয়া ভাৰতৰ বিমান বাহিনী আছিল নামতহে। অসামৰিক 'ডাকোটা' বিমানেৰে সেনা পঠোৱাৰ ব্যৱস্থা কৰা হ'ল। কিন্তু পৰিস্থিতি এনেকুৱা যে সেনা কঢ়িয়াই নিয়া বিমান ৰাজধানী শ্ৰীনগৰত গৈ অবতৰণ কৰিব লাগিব যদিও বিমানকোঠটো ইতিমধ্যে শত্ৰুপক্ষই অধিকাৰ কৰিছে যদি সেই তথ্যও অজ্ঞাত।

পৰিস্থিতি কেনেকুৱা সেই বিষয়ে বিমানেৰে সেনা কঢ়িওৱা প্ৰথম দলকিটাৰ ভিতৰত থকা তেতিয়াৰ মেজৰ এল-ই-আৰ-বি ফেৰিছে দিয়া বিৱৰণীৰ অংশবিশেষ উদ্ধৃত কৰা হ'ল।

".....কাশ্মীৰলৈ বিমান যাত্ৰা আছিল এক দুঃস্বপ্নৰ দৰে। প্ৰকৃততে কি ঘটিছে, আক্ৰমণকাৰীসকল ক'ত আছে, কাৰ্যব্যৱস্থাৰ আঁচনি কি, ব্যক্তিগত টালি-টোপোলা কি নিব লাগিব ইত্যাদিকে ধৰি আন বহুবোৰ প্ৰশ্নৰ উত্তৰ নাছিল।.....বিভিন্ন অসামৰিক বিমান সংস্থাৰ বিমান কামত লগোৱা হ'ল। বিমানত 'লাক্‌জাৰি ফিটিংছ'বোৰ ভাঙি পেলোৱা হ'ল। আৰামদায়ক চকীবোৰ এৰুৱাই পেলোৱা হ'ল। মুহূৰ্তৰ ভিতৰতে সম্পূৰ্ণৰূপে সশস্ত্ৰ সেনাই অ'ত ত'ত ধৰি বিমানৰ ভিতৰত যিমান পাৰে সিমান সোমাই পৰিল। নতুন দিল্লীৰ উইলিংদন বিমান কোঠত দিনটোৰ ভিতৰত ভালেমানবাৰ এনে দৃশ্য দেখা গ'ল।

বিমানখন প্ৰায় জম্মু পাইছেহি বুলি বাতৰি পোৱাত বিমানত থকা সকলোৰে মাজত সক্ৰিয়তা পৰিলক্ষিত হ'ল। সৈন্যসকলে অস্ত্ৰ হাতত ল'লে, নিজৰ খাৰ বাৰুদ ৰখা 'পাউচ'বোৰৰ বুতাম বন্ধ কৰিলে, সা-সঁজুলিবোৰ ঠিক ঠাক কৰিলে আৰু থিয় হৈ নামিবলৈ সাজু হ'ল।........

বিমানখন অৱতৰণ কৰাৰ পাছত আমাক কোৱা হ'ল যে আমাৰ লক্ষ্য স্থান জম্মু নহয়—শ্ৰীনগৰহে। আমি বিমানৰ পৰা নামি হাত-ভৰি পোনাই চিগাৰেট একোটা হুপি পুনৰ বিমানত উঠিলো। মানে জঁপিয়ালো। কাৰণ, তাত জখলাই নাছিল। শ্ৰীনগৰ পাবলৈ আমাৰ ৪৫ মিনিট সময় লাগিছিল। পীৰ পাঞ্জলত বৰফ পৰা আৰু বানিহল গিৰিপথত

বৰফ পৰিবলৈ ধৰা দৃশ্য মনোমুগ্ধকৰ আছিল। ডাকোতা বিমানখনৰ খিৰিকীয়েদি চাওঁতে সকলোবোৰ মনোৰম, সুস্থিৰ আৰু শান্ত যেন লাগিছিল। কুঁৱলী পৰা বাবে বিমানখন অৱতৰণত জটিল হোৱাত শ্ৰীনগৰৰ 'লেণ্ডিং ষ্ট্ৰিপ'ৰ ওপৰেদি আমাৰ বিমানখন ঘূৰি ঘূৰি উৰিবলৈ ধৰিলে।

শেষত বিমানখন অৱতৰণ কৰিলে। আমি বিমানৰ পৰা জঁপিয়াই জঁপিয়াই নামিলো। একমুহূৰ্তৰ বাবে আচৰিত হৈ আমি ভাবিলো— কথাটো কি? প্ৰশিক্ষণ নে আন কিবা প্ৰকৃততে ঘটিছে? তাৰ পাছত আমি শুনিলো অস্ত্ৰ-শস্ত্ৰ আৰু মেচিনগানৰ গুলীৰ শব্দ। আৰু দেখিলো যে উফৰি অহা গুলীয়ে আমাৰ দুই এজনক আঘাত হানিছে। আমি বুজিলো যে আমি সংকটৰ সন্মুখীন হৈছো। আমি সমবেত হৈ কৰিবলগীয়া কামৰ বিষয়ে শুনি পোনচাটেই যুদ্ধক্ষেত্ৰত নামি পৰিলো। তাৰ আগতে চৌদিশ চাবলৈ আমাৰ সময় নাছিল।"

লেফ্‌ঃ কৰ্ণেল মৌৰিচ কহেনৰ ('থাণ্ডাৰ অভাৰ কাশ্মীৰ' শীৰ্ষক গ্ৰন্থ) মতে "যুদ্ধৰ বুৰঞ্জীত ইমান কম পূৰ্ব-প্ৰস্তুতি আৰু ইমান বেছি অন্তৰায় লৈ অপাৰেশ্যন চলোৱা কমেই পোৱা যায়। যোগাযোগ ব্যৱস্থাৰ অস্তিত্ব প্ৰায় নাছিলেই, শত্ৰু পক্ষৰ শক্তি আৰু চৰিত্ৰৰ বিষয়ে গোপন সংবাদৰ আছিল সম্পূৰ্ণ অভাৱ। অঞ্চলটো আৰু তাৰ ভূ-পৃষ্ঠৰ বিষয়ে আছিল তেনেই সামান্য জ্ঞান।

কিয়নো, অঞ্চলটোৰ বিস্তৃত জৰীপৰ কাম কৰিবলৈ তেতিয়াও বাকী।

তাত অৱতৰণ কৰা প্ৰথম বেটেলিয়নটোৰ কমাণ্ডিং অফিচাৰ কৰ্ণেল ৰয়ে ক্ষিপ্ৰ সিদ্ধান্ত ল'ব লগা হ'ল। তেতিয়া মানে শত্ৰু আহি বৰামূলা পালেহি— যি ঠাই হ'ল শ্ৰীনগৰ উপত্যকা নিয়ন্ত্ৰণ কৰাৰ বাবে এক গুৰুত্বপূৰ্ণ ঠেক ঠাই। এবাৰ সেই ঠাই অতিক্ৰম কৰি শ্ৰীনগৰৰ সমভূমিত আক্ৰমণকাৰীসকলক পিয়াপি দিবলৈ এৰি দিলে, আশা প্ৰায় নাথাকিবই। মাত্ৰ চাৰিশ সেনাৰে সৈতে তেওঁ আক্ৰমণকাৰীসকলৰ বিৰুদ্ধে যুঁজিবনে— যিসকলৰ সংখ্যা হ'ব দুইৰ পৰা চাৰি হেজাৰ,— নে আৰু অধিক সৈন্য অহালৈ তেওঁ বাট চাব? পাছৰ পন্থা লোৱা হ'লে মাৰাত্মক হ'লহেঁতেন, কাৰণ, তেতিয়া শত্ৰুপক্ষ শ্ৰীনগৰ পোৱাহিৰ পূৰ্ণ সম্ভাৱনা আছিল।

বিমান কোঠটো পহৰা দিয়াৰ বাবে এটা কোম্পানী থৈ বাকী দুটা কোম্পানীৰে তেওঁ আক্ৰমণকাৰীসকলৰ সৈতে ততালিকে সংঘৰ্ষত লিপ্ত হ'ল। উভয় পক্ষৰ বহুলোক হতাহত হ'ল। নিজৰ সেনা দলক সাহসেৰে নেতৃত্ব দিওঁতে তেওঁ প্ৰাণ বিসৰ্জন দিলে। শত্ৰুপক্ষক কিন্তু পিছুৱাই দিলে, শত্ৰুপক্ষক ছেদেলি-ভেদেলি কৰি পেলালে, তেওঁলোকৰ অগ্ৰগতি ৰোধ কৰিলে আৰু কিছু সময় পোৱা গ'ল— যি সময়ত ভাৰতৰ অধিক সৈন্য আহি পালেহি। বিমানেৰে শ্ৰীনগৰলৈ অধিক সৈন্য অনা হ'ল।"

ভাৰতীয় সৈন্য গৈ পোৱাত এদিন পলম হোৱাহেঁতেন, শ্ৰীনগৰত পাকিস্তানৰ পতাকা উৰিলহেঁতেন, চিৰদিনৰ বাবে কাশ্মীৰ পাকিস্তানৰ দখললৈ গ'লহেঁতেন। মন কৰিব লগা যে আক্ৰমণকাৰীসকল গৈ কাশ্মীৰ উপত্যকাৰ উপকণ্ঠ অঞ্চলত উপস্থিত হোৱাৰ পাছত মজফৰবাদ যেতিয়া দখল কৰিলে, তেতিয়া ৰেডিঅ' পাকিস্তানে মেজৰ ইব্ৰাহিমৰ নেতৃত্বত

কাশ্মীৰত অস্থায়ী চৰকাৰ গঠনৰ কথা ঘোষণা কৰিলে। আঁচনি আছিল যে জিন্নাই বিজয় গৌৰৱেৰে শ্ৰীনগৰত প্ৰৱেশ কৰিব। কিন্তু তেনে ভাগ্য জিন্নাৰ কপালত নাছিল।

বিমানেৰে ভাৰতীয় সৈন্য শ্ৰীনগৰলৈ পঠোৱাৰ সিদ্ধান্ত লোৱাৰ সময়ত শ্ৰীনগৰ ইতিমধ্যে কাৰ দখলত— শত্ৰুপক্ষৰ দখলত নেকি — সেই গুৰুত্বপূৰ্ণ তথ্যও ভাৰতীয় সেনাৰ হাতত নথকাৰ কথা ওপৰত উল্লেখ কৰি অহা হৈছে। আনহাতে শ্ৰীনগৰৰ কাষৰ বাদগান বিমান কোঠটোত বিমান অৱতৰণৰ প্ৰাথমিক সুবিধাবোৰৰ একোৱেই নথকাৰ কথাও ওপৰত কোৱা হৈছে। তাত নাছিল যোগাযোগৰ সুবিধা, নাছিল এটা ফায়াৰ ইঞ্জিন।

নেচনেল কনফাৰেন্সৰ স্বেচ্ছাসেৱকসকলে হাতত লাঠী লৈ শ্ৰীনগৰ আৰু শ্ৰীনগৰলৈ যোৱা বাট-পথবোৰ তেতিয়া পহৰা দি থকা বুলি ভি পি মেননে উল্লেখ কৰি থৈ গৈছে। এই স্বেচ্ছাসেৱকসকলে বাছ লৈ বিমান কোঠলৈ গৈ ভাৰতীয় সেনাসকলক অহা-যোৱাত সহায় কৰি দিয়া বুলি প্ৰকাশ।

## গিলগিট স্কাউটৰ ভূমিকা

ৰাজ্যখনৰ উত্তৰ অঞ্চলৰ বুজন অংশ যাক 'নৰ্দাৰ্ণ এৰিয়াজ' বুলি এতিয়াও কোৱা হয়, সেই অংশ কিন্তু পাকিস্তানৰ দখলতে থাকিল। কাৰণ, আক্ৰমণকাৰীহঁত যেতিয়া আগবাঢ়িছিল, তেতিয়া সিহঁতক বাধা দিবলৈ 'নৰ্দাৰ্ণ এৰিয়াজ' অঞ্চলত কোনো নাছিল। হৰি জয় সিঙৰ (কাশ্মীৰ ঃ এ টেল অব ছেইম) উদ্ধৃতি দিবলৈ হ'লে, "শ্ৰীনগৰ প্ৰশাসনৰ বিৰুদ্ধে নৰ্দাৰ্ণ এৰিয়াৰ ৰাইজে বিদ্ৰোহ কৰাৰ বাবেই সেই অঞ্চলবোৰ হেৰুৱাব লগা হ'ল। তদুপৰি, ভাৰতীয় সেনাৰ বাবে সেই অঞ্চলবোৰ আছিল দুৰ্গম, সামৰিক যোগান অব্যাহত ৰাখিব নোৱাৰি। তাত থকা বৃটিছ গেৰিছনে আশা কৰাৰ দৰেই বিশ্বাসঘাতক ভূমিকা ল'লে। বিশেষকৈ নিৰাপত্তাৰ বাবে বৃটিছে গঢ়ি তোলা গিলগিট স্কাউট পাকিস্তানৰ হকে কাম কৰিবলৈ আছিল অতি ইচ্ছুক। স্কাউট লাইনত স্কাউটৰ কমাণ্ডেণ্টে পাকিস্তানী পতাকা উত্তোলন কৰিলে। সেয়ে পাকিস্তানে সমগ্ৰ নৰ্দাৰ্ণ এৰিয়া দখল কৰি লাডাখক ভাবুকি দিবলৈ সক্ষম হ'ল। পাকিস্তানৰ সেনাই কাৰ্গিল দখল কৰি জজিলা 'পাছ'লৈ লেহৰ পিনে আগবাঢ়িল। সেনা বাহিনীৰ এজন বিষয়া আৰু এজন পাইলটৰ সাহসিকতাৰ বাবেহে লেহ ৰক্ষা পৰিল।......১৯৪৮ চনৰ আগষ্ট মাহৰ ভিতৰত সমগ্ৰ নৰ্দাৰ্ণ এৰিয়া পাকিস্তানে দখল কৰিলে। সামান্য দুখ প্ৰকাশ নকৰাকৈ ভাৰতে এই ক্ষতি মানি ল'লে।"

পদাতিক বাহিনীৰ লগতে ভাৰতৰ বিমান বাহিনীয়েও প্ৰতি আক্ৰমণ চলোৱাত আক্ৰমণকাৰীসকল পিছুৱাই যাবলৈ বাধ্য হ'ল। আক্ৰমণকাৰীসকলৰ দ্বাৰা বিধ্বস্ত বৰামূলা উদ্ধাৰ কৰা হ'ল। চাৰি দিনৰ পিছত ভাৰতীয় সেনা গৈ উৰি পালেগৈ আৰু মহুৰাৰ পৰা শ্ৰীনগৰলৈ বিদ্যুৎ যোগান পুনৰ আৰম্ভ কৰা হ'ল। ভাৰতীয় সেনাৰ অগ্ৰগতি অব্যাহত থাকিল।

গিলগিট এজেন্সী প্ৰতিৰক্ষাৰ বাবে, বৃটিছে তাৰ স্থানীয় মুছলিম লোকৰ যি এক 'মিলিছিয়া (নাগৰিক সৈন্য বাহিনী) গঠন কৰিছিল, তাৰ নাম আছিল 'গিলগিট স্কাউট'।

গিলগিট স্কাউটৰ কমাণ্ডৰ আছিল এজন বৃটিছ— নাম মেজৰ উইলিয়াম ব্ৰাউন। কাশ্মীৰৰ উত্তৰ দিশৰ স্কাৰ্ডু আৰু আন ঠাইত নিযুক্ত ৰাজ্য চৰকাৰৰ বাহিনীক আক্ৰমণ কৰাত স্কাউটসকলে আক্ৰমণকাৰীহঁতৰ লগত হাত মিলালে। কেৱল সেয়ে নহয়, গিলগিট এজেন্সী পাকিস্তানৰ লগত চামিল হোৱা বুলি ঘোষণা কৰিলে। তাৰ কেইদিনমানৰ ভিতৰতে পাকিস্তানী সৈন্য গিলগিটলৈ আহিল আৰু এই মুছলিম স্কাউটসকলৰ লগ লাগি বাল্টিস্থান আৰু পশ্চিম লাডাখ আক্ৰমণ কৰিলে। ফলত সেইবোৰ অঞ্চল পাকিস্তানৰ নিয়ন্ত্ৰণলৈ গ'ল।

যি কি নহওক, ১৬ নৱেম্বৰৰ ভিতৰত কাশ্মীৰ উপত্যকা আক্ৰমণকাৰীৰ পৰা মুক্ত হ'ল। ভাৰতীয় সেনাই উৰি পুনৰ দখল কৰিলে।

# হঠাৎ যুদ্ধ বিৰতি ঃ মাউণ্টবেটেনৰ ভূমিকা

সামৰিক অৱস্থা যেতিয়া ভাৰতৰ অনুকূলে, তেতিয়া হঠাৎ যুদ্ধ বিৰতিৰ বাবে দিল্লীৰ উচ্চতম মহলৰ পৰা নিৰ্দেশ দিয়া হ'ল। কাশ্মীৰ প্ৰসংগ ৰাষ্ট্ৰসংঘৰ নিৰাপত্তা পৰিষদলৈ নিয়া হ'ল। যুদ্ধি বিৰতিৰ সিদ্ধান্ত লওঁতে আনকি কমাণ্ডাৰসকলকো আস্থাত লোৱা নহ'ল। কাশ্মীৰ বিবাদ ৰাষ্ট্ৰসংঘলৈ প্ৰেৰণ কৰাৰ সময়ত প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৱে আনহে নেলাগে কেবিনেটৰ লগতো আলোচনা নকৰিলে। কেৱল সেয়েই নহয়, বিশিষ্ট সাংবাদিক লুই ফিচাৰৰ ('লাইফ অব মহাত্মা গান্ধী' শীৰ্ষক গ্ৰন্থ) মন্তব্যৰ পৰা বুজা যায় যে নেহৰুৱে গান্ধীজীকো আনকি আস্থাত লোৱা নাছিল। ফিচাৰৰ মতে, "নেহৰুৱে ৰাষ্ট্ৰসংঘলৈ বিবাদটো প্ৰেৰণ কৰাত তেওঁ (গান্ধীজী) দুখ প্ৰকাশ কৰিছিল। শান্তি প্ৰতিষ্ঠাৰ বৃটিছ মধ্যস্থতাকাৰী এইছ আলেজজেণ্ডাৰক তেওঁ কৈছিল যে বিষয়টোৰ গুণাগুণৰ ভিত্তিত নহয়— আন্তঃৰাষ্ট্ৰীয় 'ক্ষমতাৰ ৰাজনীতি'য়েহে ৰাষ্ট্ৰসংঘত কাশ্মীৰ সন্দৰ্ভত দেশবোৰৰ দৃষ্টিভংগী নিৰ্ধাৰিত কৰিব।" নক'লেও কৰিব যে গান্ধীজীৰ এই ভৱিষ্যদ্বাণী পাছত আখৰে আখৰে ফলিয়ালে।

ৰাষ্ট্ৰসংঘলৈ বিষয়টো প্ৰেৰণ কৰাৰ সিদ্ধান্ত লোৱা হৈছিল ১৯৪৭ চনৰ ২২ ডিচেম্বৰত, কিন্তু আনুষ্ঠানিকভাৱে চিঠিখন প্ৰেৰণ কৰা হ'ল ৯ দিনৰ পিছত ১৯৪৮ চনৰ ১ জানুৱাৰীত। যুদ্ধ বিৰতি আনুষ্ঠানিকভাৱে কাৰ্যকৰী হ'ল সেই দিনাই— যদিওবা এই বিষয়ে ভাৰত আৰু পাকিস্তানৰ মাজত কৰাচীত চুক্তি স্বাক্ষৰিত হৈ যুদ্ধ বিৰতি ৰেখা নিৰ্দিষ্ট কৰা হ'ল ১৯৪৯ চনৰ জুলাই মাহত।

এইখিনিতে কেইটামান প্ৰশ্ন স্বাভাৱিকতে উদয় হয়। যুদ্ধ এখন লাগিলে, সেই যুদ্ধৰ বিৰতি বা অৱসান ঘটোৱাৰ পৰিস্থিতিৰ উদ্ভৱ হ'লে কমাণ্ডাৰসকলক আস্থাত লোৱাটো প্ৰয়োজন বুলি ভবা হয়। কিন্তু এই ক্ষেত্ৰত কি হ'ল? সামৰিকভাৱে ভাৰতৰ নিৰাপত্তা বাহিনী যেতিয়া অতি সুবিধাজনক অৱস্থাত, তেতিয়া সামৰিক লক্ষ্য পূৰণ নোহোৱাকৈ ভাৰতীয় বাহিনীক আগবাঢ়িবলৈ দিয়া নহ'ল কিয়? আনহে নালাগে জেনেৰেল থিমায়াৰ দৰে লোকে মত প্ৰকাশ কৰিছিল যে সমগ্ৰ জম্মু-কাশ্মীৰ পুনৰ দখল নকৰালৈকে ক্ষান্ত হ'ব নালাগে। কিন্তু সেইবোৰ অগ্ৰাহ্য কৰা হ'ল, যুদ্ধ ক্ষেত্ৰত থকা কমাণ্ডাৰসকলক আস্থাত নলৈ প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৱে কিয় যুদ্ধ বিৰতিৰ নিৰ্দেশ দিলে? কেৱল সেয়েই নহয়, কেবিনেটত আলোচনা নকৰি আৰু আনকি গান্ধীজীকো আস্থাত নলৈ কাশ্মীৰ বিবাদ ৰাষ্ট্ৰসংঘলৈ কিয় প্ৰেৰণ কৰিলে? সামৰিকভাৱে সুবিধাজনক অৱস্থাত থকাৰ সময়ত ভাৰতে যদি তেতিয়া সমগ্ৰ জম্মু কাশ্মীৰ নিজৰ দখললৈ আনিলেহেঁতেন, তেতিয়া হ'লে কাশ্মীৰ সমস্যাই পৰৱৰ্তী কালত অতি জটিল ৰূপ নল'লেহেঁতেন।

এই বিষয়ে বিভিন্ন ব্যাখ্যা আৰু মত আছে যদিও নেহৰুৰ সেই সিদ্ধান্ত যে ভুল আছিল— সেয়া পৰৱৰ্তী ঘটনাৱলীয়ে প্ৰমাণ কৰিলে।

## বিশেষ ভূমিকা মাউণ্টবেটেনৰ

লৰ্ড মাউণ্টবেটেনৰ ৰাষ্ট্ৰসংঘলৈ নিয়াৰ পৰমাৰ্শৰ এক বিশেষ ভূমিকা আছিল। এলেন কেম্বেল জনছনৰ মতে,[২২] "তৃতীয় পক্ষৰ ভূমিকা ল'বলৈ ৰাষ্ট্ৰসংঘক আহ্বান জনাব পাৰি বুলি পৰামৰ্শ দিয়াজন আছিল মাউণ্টবেটেন। আনহাতে একেটা পৰামৰ্শ দি নেহৰুলৈ চিঠি দিছিল (মাউণ্টবেটেনে দিয়াইছিল?) তেতিয়াৰ বৃটিছ প্ৰধানমন্ত্ৰী ক্লিমেণ্ট এট্‌লীয়ে।"

এছিয়াৰ এজন শান্তি প্ৰয়াসী নেতা বুলি নিজকে প্ৰতিষ্ঠা কৰাৰ বাবে নেহৰুৱে এই কাম কৰিছিল বুলি দাঙি ধৰা যুক্তিও অস্বীকাৰ কৰিব নোৱাৰি। কাৰণ, সেই সময়তে নেহৰুৱে 'এছিয়ান ৰিলেছনছ কনফাৰেন্স'খন আহ্বান কৰিছিল। অপ্ৰিয় সত্য যে নেহৰুৱে যি আশা কৰি বিষয়টো ৰাষ্ট্ৰসংঘলৈ নিছিল, সেই আশা পূৰণ নহ'ল। নেহৰুৱে কি আশা কৰিছিল? আশা কৰিছিল যে জনজাতীয় আক্ৰমণকাৰীসকলক সকলো প্ৰকাৰে সহায় কৰাৰ কথা ৰাষ্ট্ৰসংঘৰ মজিয়াত প্ৰতিপন্ন হ'ব, পাকিস্তানক আক্ৰমণকাৰী বুলি অভিহিত কৰা হ'ব আৰু তেনে কামৰ বাবে ৰাষ্ট্ৰসংঘই পাকিস্তানৰ গৰিহণা দিব।

ৰাষ্ট্ৰসংঘৰ নিৰাপত্তা পৰিষদত দাখিল কৰা অভিযোগত ভাৰতে কি কৈছিল? ১৯৪৮ চনৰ ১ জানুৱাৰীত দাখিল কৰা অভিযোগত ভাৰতে কৈছিল ঃ "ভাৰতৰ লগত চামিল হোৱা আৰু ভাৰতৰ অন্যতম অংশ জম্মু আৰু কাশ্মীৰৰ বিৰুদ্ধে অভিযান চলাবলৈ, পাকিস্তানৰ লোক আৰু পাকিস্তানৰ উত্তৰ-পশ্চিমৰ গাতে লাগি থকা অঞ্চলৰ জনজাতীয় লোকেৰে গঠিত আক্ৰমণকাৰীসকলক পাকিস্তানৰ পৰা দিয়া সাহায্যৰ পৰিণামত আন্তঃৰাষ্ট্ৰীয় শান্তি আৰু নিৰাপত্তাৰ প্ৰতি দেখা দিয়া ভাবুকিৰ বিষয়ে ভাৰতে পৰিষদৰ দৃষ্টি আকৰ্ষণ কৰিছে। এনে সাহায্য দিয়াৰ পৰা পাকিস্তানক পৰিষদে ততালিকে বন্ধ কৰিবলৈ ভাৰত চৰকাৰে আহ্বান জনায়— যি সাহায্য হৈছে ভাৰতৰ বিৰুদ্ধে আক্ৰমণ।" লগতে কোৱা হৈছিল "পাকিস্তানে যদিহে তাকে নকৰে, তেন্তে আত্মৰক্ষাৰ বাবে আক্ৰমণকাৰীসকলৰ বিৰুদ্ধে সামৰিক ব্যৱস্থা ল'বলৈ পাকিস্তানৰ অঞ্চলত প্ৰৱেশ কৰিবলৈ ভাৰত চৰকাৰ বাধ্য হ'ব পাৰে।"

ৰাষ্ট্ৰসংঘৰ চনদৰ ষষ্ঠ দফাৰ ঠাইত অষ্টম দফাত ভাৰতে কিয় অভিযোগ দাখিল কৰিলে? বিশিষ্ট ৰাজনীতিক সাংবাদিক বলৰাজ পুৰীকে ধৰি কিছুমানে এই প্ৰশ্ন কৰিব খোজে। কাৰণ, এখন দেশ আক্ৰমণ কৰা কাৰ্যৰ বিৰুদ্ধে ষষ্ঠ দফাত অভিযোগ দিলেহে তাৰ দ্বাৰা আক্ৰমণকাৰীৰ ক্ষেত্ৰত পৰিষদে ব্যৱস্থা লোৱাৰ সুবিধা থাকে। অষ্টম দফাত কিন্তু এনে ব্যৱস্থা নাই। অষ্টম দফা অনুসৰি "আলোচনা, তদন্ত, মধ্যস্থতা, আপোচ,

২২। 'মিছন উইথ মাউণ্টবেটেন'

চালিচী, ন্যায়িক সমাধান, আঞ্চলিক এজেন্সী বা ব্যৱস্থা গ্ৰহণ বা তেওঁলোকৰ নিজা বাছনি অনুসৰি আন শান্তিপূৰ্ণ ব্যৱস্থা গ্ৰহণৰ" যোগেদি সংশ্লিষ্ট পক্ষবোৰ বিবাদৰ সমাধান বিচাৰে। এই দফা অনুসৰি আক্ৰমণকাৰীৰ বিৰুদ্ধে ব্যৱস্থা লোৱাৰ কথা নাই।

ভাৰতে আশা কৰাৰ বিপৰীতে ৰাষ্ট্ৰসংঘত পাকিস্তানক আক্ৰমণকাৰীৰ আখ্যা নিদি ভাৰতৰ লগত সমপৰ্যায়ত ৰখা হ'ল। আক্ৰমণকাৰীসকলক সাহায্য কৰাৰ কাম বন্ধ কৰিবলৈ জনোৱা আহ্বানত কম গুৰুত্ব দিয়া হ'ল। তাৰ সলনি গণভোটৰ ব্যৱস্থা কৰা কথাতহে ৰাষ্ট্ৰসংঘই বিশেষ গুৰুত্ব দিলে।

১৯৪৮ চনৰ ১৩ আগষ্টত নিৰাপত্তা পৰিষদে গ্ৰহণ কৰা এটা প্ৰস্তাৱ যোগে ভাৰত আৰু পাকিস্তানৰ বাবে এটা আয়োগ ('ইউনাইটেড নেছনছ কমিছন ফৰ ইণ্ডিয়া এণ্ড পাকিস্তান'— ইংৰাজীত চমুকৈ এই আয়োগৰ নাম হ'ল UNICIP) গঠন কৰি দিলে। লগতে "জনসাধাৰণৰ ইচ্ছা অনুসৰি" জম্মু আৰু কাশ্মীৰৰ ভৱিষ্যৎ স্থিতি নিৰ্ধাৰণ কৰাৰ প্ৰস্তাৱ দিলে। পূৰ্বতে অস্বীকাৰ কৰিছিল যদিও ৰাজ্যখনত পাকিস্তানী সৈন্য থকাৰ কথা পাছত প্ৰমাণ হ'লত জনজাতীয় লোক, পাকিস্তানী লোক আৰু পাকিস্তানী সেনা ৰাজ্যখনৰ পৰা আঁতৰি যোৱাৰ বাবে এই আয়োগে অনুমোদন জনালে। আয়োগে ক'লে যে এই সকল আঁতৰি যোৱাৰ পাছত আয়োগৰ তদাৰকত স্থানীয় কৰ্তৃপক্ষই প্ৰশাসন চলাব। পাকিস্তানে সেনা প্ৰত্যাহাৰ কৰাৰ পিছত ভাৰতে পৰ্যায়ক্ৰমে সেনা আঁতৰাব লাগিব বুলিও কোৱা হ'ল।

ভাৰতে এসপ্তাহৰ ভিতৰতে ৰাষ্ট্ৰসংঘৰ প্ৰস্তাৱটো গ্ৰহণ কৰিলে যদিও বিভিন্ন ধৰণৰ আপত্তি তুলি প্ৰস্তাৱটো গ্ৰহণৰ দিন পাকিস্থানে পিছুৱাই নিবলৈ ধৰিলে। শেষত উপায়ান্তৰ হৈ পাকিস্তানে ২০ ডিচেম্বৰতহে (১৯৪৮) প্ৰস্তাৱটো গ্ৰহণ কৰিলে। পাকিস্তানে প্ৰস্তাৱটো গ্ৰহণ কৰিবলৈ বাধ্য হোৱাৰ কাৰণ হ'ল যে তেওঁলোকে থেৰো-গেৰো কৰি থকাৰ সময়তে আক্ৰমণকাৰীসকলে দখল কৰা ভালেমান গুৰুত্বপূৰ্ণ ঠাই ভাৰতে দখল কৰিলে। লেহ, কাৰ্গিল, পুঞ্চ নগৰ আৰু লাডাখৰ ভালেমান ঠাই দখল কৰাৰ লগতে সমগ্ৰ কাশ্মীৰ উপত্যকা শত্ৰুৰ কবলৰপৰা মুক্ত কৰা হ'ল।

ৰাষ্ট্ৰসংঘৰ হেঁচাত ১৯৪৮ চনৰ ৩১ ডিচেম্বৰৰ মাজনিশাৰ পৰা ভাৰত আৰু পাকিস্তানৰ মাজত যুদ্ধ বন্ধ হ'ল। ১৯৪৯ চনৰ ১ জানুৱাৰীৰ পৰা যুদ্ধ বিৰতি কাৰ্যকৰী হ'ল।

## নেহৰুৰ অনুশোচনা

কাশ্মীৰ প্ৰসংগ ৰাষ্ট্ৰসংঘলৈ নিয়াটো যে ভুল হ'ল সেই কথা নেহৰুৱে পলমকৈ বুজি পাইছিল। ১৯৪৮ চনৰ ২১ জুনত মাউণ্টবেটেনে ভাৰত এৰাৰ কিছুদিনৰ আগতে নেহৰুৱে এই ক্ষেত্ৰত 'তিক্ত অনুশোচনা'ৰ কথা মাউণ্টবেটেনক জনাইছিল। আনহাতে নেহৰুলৈ দিয়া এখন চিঠিত মাউণ্টবেটেনে কৈছিল[২৩] "মই প্ৰথমে যেতিয়া এই বিবাদৰ মাজলৈ ৰাষ্ট্ৰসংঘক অনাৰ পৰামৰ্শ দিছিলো তাৰ উদ্দেশ্য আছিল— যুদ্ধ বন্ধ কৰা, যিমান সোনকালে পাৰি সিমান সোনকালে বন্ধ কৰা......।"

---

২৩। হডছনৰ 'দ্য গ্ৰেট ডিভাইদ'

ৰাষ্ট্ৰসংঘত বৃটেন আৰু আমেৰিকাই ভাৰত বিৰোধী আৰু পাকিস্তানৰ সপক্ষে ভূমিকা লোৱা দেখি নেহৰু হতাশ হৈছিল। ভগ্নী বিজয়লক্ষ্মী পণ্ডিতলৈ ১৯৪৮ চনৰ ১৬ জানুৱাৰীত দিয়া চিঠিত অন্যান্য কথাৰ লগতে তেওঁ লিখিছিল "......আমেৰিকা যুক্তৰাষ্ট্ৰ আৰু বৃটেইনে এটা কদৰ্য ভূমিকা ল'লে। আৰ কাপোৰৰ আঁৰত ঘাই ভূমিকা বোধহয় বৃটেইনৰে আছিল......।" (বৃটেইন আমেৰিকাৰ স্বাৰ্থ সপৰ্কে এই গ্ৰন্থৰ এটা অধ্যায়ত বহলাই আলোচনা কৰা হৈছে)।

ৰাষ্ট্ৰসংঘলৈ বিষয়টো প্ৰেৰণ কৰাৰ আগতে সমস্যাটোৰ শান্তিপূৰ্ণ সমাধানৰ বাবে চেষ্টা চলোৱা হোৱা নাছিলনে?

হৈছিল, কিন্তু সমস্যা হ'ল যে মূলতেই আছিল কেৰোণ। প্ৰথমৰ পৰাই পাকিস্তানে ভাবি আছিল যে পাকিস্তানৰ লগতহে ৰাজ্যখন চামিল হোৱাৰ সপক্ষে মহাৰজাই মত দিব। কিন্তু মহাৰাজ হৰি সিঙে স্বাধীন কাশ্মীৰৰ সপোন দেখিছিল। তেতিয়াৰ কাশ্মীৰৰ অতিশয় প্ৰভাৱশালী নেতা শ্বেখ আব্দুল্লাইও এনে এখন কাশ্মীৰৰ সপোন দেখিছিল— যিখন হ'ব ভাৰত আৰু পাকিস্তানৰ পৰা আঁতৰি থকা কিন্তু বন্ধুত্বপূৰ্ণ সম্পৰ্ক দুয়োখন দেশৰ লগত অক্ষুণ্ণ ৰখা— যিখন হ'ব তেওঁৰ ভাষাত 'ইষ্টাৰ্ণ চুইজাৰলেণ্ড'। পাকিস্তানৰ সৈতে ৰাজ্যখন চামিলকৰণৰ সপক্ষে যে শ্বেখ আব্দুল্লা নাছিল, সেই কথা বহুদিনৰ আগতেই স্পষ্ট হৈ পৰিছিল। মুছলিম লীগৰ সভাপতিৰূপে জিন্নাই ১৮৪৪ চনত দুমাহৰ বাবে কাশ্মীৰ ভ্ৰমণ কৰিছিল। উদ্দেশ্য আছিল— সেই ৰাজ্যখনত থকা লীগৰ সমৰ্থক মুছলিম কনফাৰেন্স দললৈ ৰাজ্যখনৰ মুছলিমসকলৰ সমৰ্থন বৃদ্ধি কৰা আৰু পাৰিলে শ্বেখ আব্দুল্লাক তেওঁৰ অনুগামীসহ মুছলিম কনফাৰেন্সলৈ অনা। জিন্নাই মুছলিম ঐক্যৰ ওপৰত গুৰুত্ব দিলে, কিন্তু ধৰ্ম নিৰ্বিশেষে কাশ্মীৰীসকল ঐক্যবদ্ধ হোৱাত আব্দুল্লাই গুৰুত্ব দিয়াত জিন্নাই নিৰাশ হৈ কাশ্মীৰ এৰিব লগা হ'ল। এই কথা ওপৰত প্ৰসংগক্ৰমে উল্লেখ কৰি অহা হৈছে।

ভাৰতৰ কথা নক'লেও হ'ব। কংগ্ৰেছ নেতৃবৰ্গই সততে মহাৰজাক আহ্বান জনাই আছিল— ভাৰতৰ লগত চামিল হোৱাৰ বাবে। ৰাজ্যখনৰ সৰ্বাধিক জনপ্ৰিয় দল নেচনেল কনফাৰেন্স আৰু এই দলৰ নেতা শ্বেখ আব্দুল্লাৰ লগত জৱাহৰলাল নেহৰু আৰু চৰ্দাৰ বল্লভ ভাই পেটেল আদিৰ ঘনিষ্ঠ সম্পৰ্ক গঢ়ি উঠিছিল, নেচনেল কনফাৰেন্সৰ জনপ্ৰিয় দাবী— জনসাধাৰণলৈ ক্ষমতা হস্তান্তৰক কংগ্ৰেছ দলে পূৰ্ণ সমৰ্থন জনাইছিল।

ৰাজ্যখনৰ ভৱিষ্যত সম্পৰ্কত সংশ্লিষ্ট নেতৃবৰ্গৰ মাজত ঐকমত নথকাৰ লগতে সীমান্তৰ এই ৰাজ্যখনৰ জনগাঁথনিৰ বিশেষত্বৰ পৰিপ্ৰেক্ষিততে তেতিয়াৰ ভাৰতৰ গৱৰ্ণৰ জেনেৰেলৰ পদত থকা লৰ্ড মাউণ্টবেটেনে,পৰৱৰ্তী কালত অতি বিবদমান হৈ পৰা 'গণভোট'ৰ বিষয়টো সমস্যাৰ স্থায়ী সমাধানৰ একমাত্ৰ যুক্তিসংগত পথ বুলি ভাবিছিল নেকি? মন কৰিবলগীয়া যে ভাৰতৰ লগত ৰাজ্যখনৰ চামিলকৰণৰ বাবে যি নথি স্বাক্ষৰিত হৈছিল, তাত ক'তো গণভোটৰ কথা উল্লেখ নাছিল। ভাৰতৰ গৱৰ্ণৰ জেনেৰেলৰূপে লৰ্ড মাউণ্টবেটেনে মহাৰজাৰ চামিলকৰণ নথিপত্ৰ গ্ৰহণ কৰাৰ আনুষ্ঠানিক পত্ৰতো গণভোটৰ উল্লেখ নাছিল। এই বিষয়ে আগভাগ লোৱাজন আছিল মাউণ্টবেটেন।

অথচ মাউণ্টবেটেন আছিল জম্মু-কাশ্মীৰ পাকিস্তানৰ লগত চামিল হোৱাৰ সপক্ষে। পূৰ্বতেই উল্লেখ কৰা হৈছে যে ভাৰতৰ লগত চামিলকৰণৰ বাবে মহাৰাজ হৰি সিঙে পঠোৱা নথি গ্ৰহণ কৰি মহাৰাজলৈ ১৯৪৭ চনৰ ২৭ অক্টোবৰত দিয়া চিঠি এখনতহে মাউণ্টবেটেনে উল্লেখ কৰিছিল যে আক্ৰমণকাৰীৰ পৰা কাশ্মীৰ মুক্ত হ'লে ৰাজ্যখনৰ চামিলকৰণ বিষয়টো ৰাইজৰ মতৰ দ্বাৰা (Reference to the people) নিৰ্ধাৰণ কৰা উচিত হ'ব।

## মাউণ্টবেটেনক অত্যধিক গুৰুত্ব

উল্লেখ কৰা ভাল হ'ব যে লৰ্ড মাউণ্টবেটেনক ভাৰতৰ গৱৰ্ণৰ জেনেৰেলৰূপে অত্যধিক গুৰুত্ব দি কিছুমান বিশেষ সুবিধা দিয়া হ'ল। ইয়াৰ ফলত ভাৰতৰ স্বাৰ্থৰ যে অপূৰণীয় ক্ষতি হ'ব সেই কথা নিশ্চয় তেতিয়া ভাৰতৰ শাসনত থকাসকলে ভাবিব পৰা নাছিল। পাকিস্তানৰ সক্ৰিয় সহযোগত জনজাতীয়সকলে জম্মু-কাশ্মীৰত কৰা আক্ৰমণৰ সন্মুখীন হ'বলৈ মাউণ্টবেটেনৰ পৰামৰ্শ মতেই কেবিনেটৰ প্ৰতিৰক্ষা কমিটী এখন গঠন কৰা হ'ল। এই কমিটীৰ কাম হ'ব— আক্ৰমণ প্ৰতিৰোধৰ কৌশল উদ্ভাৱন আৰু তাৰ ৰূপায়ণ। মাউণ্টবেটেনক এই কমিটীৰ চেয়াৰমেন পতা হ'ল। প্ৰধানমন্ত্ৰী নেহৰু এই গুৰুত্বপূৰ্ণ কমিটীখনৰ চেয়াৰমেন কিয় নহ'ল বা কিয় তেওঁক পতা নহ'ল, সেই কথাৰ ব্যাখ্যা পাবলৈ নাই। মন্ত্ৰীসভাৰ যিকোনো সিদ্ধান্ত আৰু তাৰ ৰূপায়ণৰ বাবে দেশবাসীৰ ওপৰত সম্পূৰ্ণৰূপে দায়ী আৰু জবাবদিহী দেশৰ প্ৰধানমন্ত্ৰীজনহে— গৱৰ্ণৰ জেনেৰেল নহয়, তেওঁ মাত্ৰ দেশখনৰ সাংবিধানিক মুৰব্বীহে। তদুপৰি তেওঁৰ সেই পদ আছিল অস্থায়ী (১৯৪৮ চনৰ ২১ জুনত মাউণ্টবেটেনে ভাৰত এৰে)। অনুমান হয় যে দ্বিতীয় মহাযুদ্ধত মিত্ৰ শক্তিৰ হৈ অতি গুৰুত্বপূৰ্ণ পদত (মিত্ৰ পক্ষৰ ছাউথ ইষ্ট এছিয়া কমাণ্ডৰ ছুপ্ৰীম কমাণ্ডাৰ) থাকি যুদ্ধৰ কৌশল উদ্ভাৱন আৰু ৰূপায়ণত থকা অভিজ্ঞতাৰ বাবেই এই দায়িত্ব দিয়া হৈছিল। নকলেও হ'ব যে ভাৰত চৰকাৰৰ তেতিয়াৰ আন মন্ত্ৰীসকলৰ কথা বাদেই প্ৰধানমন্ত্ৰী নেহৰুও আছিল যুদ্ধৰ বিষয়ত একেবাৰে অনভিজ্ঞ। কিন্তু এই পদত থাকি সুচতুৰ এই বৃটিছ বিষয়াজনে বৃটিছৰ সাম্ৰাজ্যবাদী স্বাৰ্থৰ হকে যে কাম কৰিব পাৰে, সেই দিশটো বিবেচনা কৰিবলৈ নেহৰুকে ধৰি তেতিয়াৰ ভাৰতৰ শীৰ্ষ নেতাসকলৰ কাৰো সময় নহ'ল। তেনে চিন্তা মনলৈকে নাহিল। পৰৱৰ্তী ঘটনাৱলীয়ে স্পষ্টভাৱে প্ৰমাণ কৰে যে কাশ্মীৰ প্ৰসংগ ৰাষ্ট্ৰসংঘলৈ নিয়াৰ সিদ্ধান্ত শুদ্ধ নাছিল। যি সময়ত আক্ৰমণকাৰীৰ বিৰুদ্ধে ভাৰতৰ নিৰাপত্তা বাহিনীয়ে জম্মু-কাশ্মীৰত অগ্ৰগতি অব্যাহত ৰাখি সুবিধাজনক অৱস্থাত আছিল, সেই সময়তে যুদ্ধ বিৰতিৰ নিৰ্দেশ দি বিষয়টো ৰাষ্ট্ৰসংঘলৈ নি কাশ্মীৰক লৈ পাশা খেল খেলিবলৈ আন্তঃৰাষ্ট্ৰীয় ৰাজনীতিৰ খেলুৱৈসকলক সুবিধা কৰি দিয়া হ'ল। যুদ্ধ বিৰতিৰ সিদ্ধান্তৰ ক্ষেত্ৰতো মাউণ্টবেটেনৰ বিশেষ ভূমিকা আছিল।

ভাৰতৰ লগত জম্মু-কাশ্মীৰক চামিলকৰণৰ বাবে মহাৰাজে পঠোৱা নথি গ্ৰহণ কৰি তাৰ লগতে মহাৰাজলৈ দিয়া চিঠিত মাউণ্টবেটেনে "ৰাজ্যখন আক্ৰমণকাৰীৰ পৰা মুক্ত

হ'লে আৰু আইন-শৃংখলা প্ৰতিষ্ঠা হ'লে" চামিলকৰণ বিষয়ত "জনসাধাৰণৰ ইচ্ছা অনুসৰি" সিদ্ধান্ত লোৱাটো "মোৰ চৰকাৰে বিচাৰে" বুলি ওপৰত প্ৰসংগক্ৰমে উল্লেখ কৰা হৈছে। মহাৰাজ হৰি সিঙে নিজে আনুষ্ঠানিকভাৱে আৰু লিখিতভাৱে উল্লেখ নকৰা বিষয় এটাত মাউণ্টবেটেনে লিখিত প্ৰতিশ্ৰুতি দিয়াৰ কিবা প্ৰয়োজন আছিলনে?

এই সন্দৰ্ভত এটি চাঞ্চল্যকৰ তথ্য প্ৰকাশ কৰিছে হৰি জয়সিঙে "কাশ্মীৰ— এ টেল অব ছেইম" নামৰ গ্ৰন্থত। তাত উল্লেখ থকা মতে, চালিমকৰণৰ নথিত মহাৰজাই চহী কৰাৰ পাছত মাউণ্টবেটেনে নেহৰুক ক'লে যে তেওঁ এক চৰ্ত সাপেক্ষেহে সেই নথিত 'কাউণ্টাৰ ছাইন' কৰিব। সেয়া হৈছে যে নেহৰুৱে ৰাজ্যখনত 'গণভোট' (plebiscite)ৰ প্ৰস্তাৱ দিব লাগিব। মাউণ্টবেটেনৰ মতে নেহৰু এই চৰ্তত মান্তি হ'ল যে গণভোটৰ বাবে শান্তিপূৰ্ণ পৰিবেশৰ সৃষ্টি কৰিবলৈ আক্ৰমণকাৰী জনজাতীয়সকল আঁতৰি যাব লাগিব। নকলেও হ'ব যে আক্ৰমণকাৰীসকল কেতিয়াও আঁতৰি নগ'ল।

পাকিস্তানৰ লগত কাশ্মীৰ চামিল হোৱাৰ বাবে মহাৰজা হৰি হিঙক মাউণ্টবেটেনে বাৰম্বাৰ জোৰ দিছিল। 'মাউণ্টবেটেন এণ্ড ইণ্ডিয়া' গ্ৰন্থত উল্লেখ থকা মতে মহাৰজাক তেওঁ কৈছিল যে বৰ্তমানে থকা যিটো চৰকাৰ ভাৰতৰ ভৱিষ্যৎ চৰকাৰ হ'ব, সেই চৰকাৰৰ 'পূৰ্ণ কৰ্তৃত্ব' লৈ আহি তেওঁক ক'ব খোজে যে "আপুনি যদি পাকিস্তানৰ লগত চামিল হ'ব খোজে, তেওঁলোকে (ভাৰত চৰকাৰে) ইয়াক স্বাভাৱিক কথা বুলিয়েই ভাবিব, কাৰণ, আপোনাৰ জনসাধাৰণৰ সংখ্যাগৰিষ্ঠই হ'ল মুছলিম। ইয়াৰ বাবে কোনো বেয়া ভাব তেওঁলোকে নাৰাখিব। বৰঞ্চ, দিব পৰা সকলোখিনি সাহায্য সমৰ্থন তেওঁলোকে দিব।"

তেনেধৰণৰ প্ৰতিশ্ৰুতি দিবলৈ মাউণ্টবেটেনক কোনে কৰ্তৃত্ব দিছিল— সেই বিষয়ত সুনিশ্চিত তথ্যৰ অভাৱ।

# মহাৰজাই দেখিছিল সপোন

মহাৰজা কিন্তু মান্তি নহ'ল। কিয়? সেয়া এক দীঘলীয়া কাহিনী। চমুকৈ ক'বলৈ গ'লে, ভাৰত ত্যাগ কৰাৰ আঁচনিখন বৃটিছে ঘোষণা কৰোতে তাৰ পিছত কি জটিল পৰিস্থিতিৰ উদ্ভৱ হ'ব পাৰে, সেই কথা মহাৰজাই অনুভৱ কৰিব পৰা নাছিল। বৃটিছে ভাৰতৰ পৰা আঁতৰি গ'লেও ৰক্ষণাবেক্ষণৰ কিবা ব্যৱস্থা বৃটিছেই কৰিব বুলি থকা মহাৰজাৰ ধাৰণা যে ভুল, তাক আঙুলিয়াই দিয়া লোকো মহাৰজাৰ কাষত নাছিল। ৰাজ্যখনৰ তেতিয়াৰ প্ৰধানমন্ত্ৰী ৰামচন্দ্ৰ কাকৰ নাছিল সেই দূৰদৰ্শিতা। আনহাতে মহাৰাজে দেখিছিল— এখন স্বাধীন ৰাষ্ট্ৰৰ সপোন। প্ৰধানমন্ত্ৰী কাকে তেনে চিন্তাৰ বিভিন্ন দিশ পৰীক্ষা নকৰি মহাৰজাক তাৰ বাবে উৎসাহিত কৰিছিল। নিজা স্বাৰ্থও তেনে কৰাত জড়িত আছিল। কাৰণ, তেতিয়া তেওঁ লাভ কৰিব পাৰিব স্বাধীন ৰাষ্ট্ৰখনৰ প্ৰধানমন্ত্ৰীৰ পদ।

সেই সময়ত ৰাজ্যখনৰ জনসাধাৰণলৈ ক্ষমতা হস্তান্তৰৰ দাবীত আন্দোলন কৰি নেচনেল কনফৰেন্সৰ নেতৃবৰ্গ কাৰাগাৰলৈ গৈছিল। মুছলিম কনফাৰেন্স তেতিয়া সক্ৰিয় হৈ আছিল। এই কনফাৰেন্সৰ নেতৃত্বই মহাৰজাক আহ্বান জনালে— স্বাধীনতা ঘোষণা কৰিবলৈ। মুছলিম কনফাৰেন্সৰ সভাপতি চৌধুৰী হামিদুল্লাই জনালে যে তেনে কাম কৰিলে এই সংগঠনৰ 'সমৰ্থন আৰু সহযোগিতা' মহাৰজাই পাব। এখন 'গণতান্ত্ৰিক আৰু স্বাধীন কাশ্মীৰ'ৰ প্ৰথমজনা সাংবিধানিক ৰজাৰূপে ৰাজ্যখনৰ মুছলিম প্ৰজাসকলে তেওঁক আদৰণি জনাব বুলিও চৌধুৰী হামিদুল্লাই তেওঁক প্ৰতিশ্ৰুতি দিলে। স্বাভাৱিকতে, এনে প্ৰতিশ্ৰুতিয়ে মহাৰজাক উৎসাহিত কৰিলে।

১৯৪৭ চনৰ ১৯ জুনত মাউণ্টবেটেনে মহাৰজাক লগ ধৰিবলৈ কাশ্মীৰলৈ যোৱাৰ কথা প্ৰসংগক্ৰমে উল্লেখ কৰা হৈছে। মাউণ্টবেটেনেও জানিব পাৰিছিল যে ৰাজ্যখন স্বাধীন বুলি ঘোষণা কৰাৰ প্ৰবল ইচ্ছা মহাৰজাৰ আছে। তেনে কাম 'বাস্তৱসম্মত ব্যৱস্থা' নহ'ব বুলি মাউণ্টবেটেনে মহাৰজাক কৈছিল। সেই ভ্ৰমণত মহাৰজাক লগ পাওঁতে তেওঁ আৰু স্পষ্টভাৱে কৈছিল যে ৰাজ্যখনৰ সংখ্যাগৰিষ্ঠ লোক যিহেতু মুছলিম আৰু ৰাজ্যখনৰ যি ভৌগোলিক স্থিতি, তালৈ চাই ভাৰতৰ লগত চামিল হোৱাটো মহাৰজাৰ স্বাৰ্থৰ অনুকূলে নহ'ব। পাকিস্তানৰ লগত চামিল হ'বলৈ মাউণ্টবেটেনে পৰামৰ্শ দিলেও সেই কথাত কিন্তু তেওঁ মহাৰজাক পতিয়ন নিয়াব নোৱাৰিলে।

আনহাতে ভাৰতৰ লগত চামিল হোৱাৰ আগলৈকে পাকিস্তানৰ বাবেও তেওঁৰ মনৰ দুৱাৰ যে বন্ধ কৰা নাছিল, তাৰ জ্বলন্ত প্ৰমাণ হ'ল— চামিলকৰণৰ বাৰ্তা মহাৰজাই দিল্লীলৈ প্ৰেৰণ কৰাৰ সময়ত যিটো দাবীৰ কথা ওপৰত প্ৰসংগতঃ উল্লেখ কৰা হৈছে। ("আজি সন্ধিয়াই বিমানেৰে সৈন্য বাহিনী যাব লাগিব। নহ'লে মই জিন্নাৰ ওচৰচলৈ গৈ চৰ্ত সম্পৰ্কে আলোচনা কৰিমগৈ")

"ডকুমেণ্টছ অন্ কাশ্মীৰ প্ৰব্লেম" শীৰ্ষক গ্ৰন্থত থকা এখন উল্লেখযোগ্য নথি হ'ল ভাৰতৰ লগত চামিলকৰণৰ নথিৰ সৈতে লৰ্ড মাউণ্টবেটেনলৈ দিয়া মহাৰজাৰ চিঠিখন। কাশ্মীৰক স্বাধীন ৰাষ্ট্ৰ কৰাৰ চিন্তা যে তেওঁ কৰিছিল, সেই কথাৰ সুস্পষ্ট উল্লেখ এই চিঠিত আছে। অন্যান্য কথাৰ লগতে মহাৰাজে এই চিঠিত লিখিছিল— "কোনখন ডমিনিয়নৰ লগত মই চামিল হোৱা উচিত হ'ব, সেই কথাৰ সিদ্ধান্ত ল'বলৈ মই সময় লৈছিলো।"........ "দুয়োখন ডমিনিয়ন আৰু মোৰ ৰাজ্যৰ সৰ্বোত্তম স্বাৰ্থত স্বাধীন হৈ থকাটো উচিত নহ'বনে— অৱশ্যে দুয়োখন ডমিনিয়নৰ লগত সৌহাৰ্দ্যপূৰ্ণ সম্পৰ্ক ৰাখি"— সেই বিষয়ে সিদ্ধান্ত ল'বলৈও তেওঁ সময় ল'বলৈ বিচাৰিছিল বুলি চিঠিত উল্লেখ কৰা হৈছে। জনজাতিৰ আক্ৰমণে মহাৰজাৰ সেই আশা চূৰমাৰ কৰাত ৰাজ্যখনত যি এক গুৰুতৰ পৰিস্থিতিৰ সৃষ্টি হ'ল, তাৰ বাবে "ভাৰতীয় ডমিনিয়নৰ পৰা সাহায্য বিচৰাৰ বাহিৰে মোৰ আন বিকল্প নাই" বুলি উল্লেখ কৰি মহাৰজাই চিঠিখনত লিখিছিল— "স্বাভাৱিকতে মোৰ ৰাজ্যই ভাৰতীয় ডমিনিয়নৰ সৈতে চামিল নহ'লে তেওঁলোকে সাহায্য পঠাব নোৱাৰে। সেয়ে মই তাকে কৰিবলৈ সিদ্ধান্ত লৈছো।".....

পাকিস্তানৰ লগত চামিল হোৱাত মহাৰজাৰ দ্বিধা হ'ল কিয়? খুব সম্ভৱ দ্বি-জাতি তত্ত্বৰ ভিত্তিত পাকিস্তান সৃষ্টি হোৱাৰ পাছত সৃষ্টি হোৱা ৰক্তাক্ত পৰিস্থিতিয়ে মহাৰজাক হতাশ কৰিলে। মহাৰজা নিজেই হিন্দু যেতিয়া তেওঁৰ ৰাজ্যৰ হিন্দুসকলে পাকিস্তানত কেনে সমস্যাৰ সন্মুখীন হ'বলগীয়া হ'ব— সেই বিষয়ে মহাৰজাৰ গুৰুতৰ সন্দেহ হোৱাটো আচৰিত কথা নহয়। কিন্তু ওপৰৰ আলোচনাৰ পৰা স্পষ্ট যে ভাৰতৰ লগত চামিল হ'বলৈ পৰিস্থিতিয়ে বাধ্য কৰাৰ আগলৈকে স্বাধীন হৈ থকাৰ কথাইহে তেওঁৰ চিন্তা-চৰ্চাত সৰ্বাধিক অগ্ৰাধিকাৰ পাইছিল।

শ্বেখ আব্দুল্লাও স্বাধীনতাৰ পক্ষপাতী আছিল বাবে মহাৰজাই তেওঁৰ লগত হাত মিলোৱা হ'লে সেই কাম টান নহ'লহেঁতেন। কিন্তু দুয়োৰে মাজত সদ্ভাৱৰ কথা বাদেই বৈৰিতা ইমান বেছি আছিল যে মহাৰজাৰ বাবে তেওঁৰ লগত হাত মিলোৱাৰ কথা অসম্ভৱ আছিল।

কোনো কোনো বুৰঞ্জীবিদে আঙুলিয়াই দিব খোজে যে দেশীয় ৰাজ্যৰ ভিতৰত জম্মু-কাশ্মীৰেই যিহেতু সৰ্ববৃহৎ আছিল সেইবাবে মহাৰজাই ৰাজ্যখন স্বাধীন কৰাৰ সপোন দেখাটো অস্বাভাৱিক নাছিল। কাৰণ অঞ্চলটোৰ মাটিকালি ৮০ হেজাৰ বৰ্গমাইলৰ অধিক, যি পৰিমাণ হ'ল বৃটিছ দ্বীপপুঞ্জৰ সমান। সীমান্তত আছে ভাৰত, পাকিস্তান, চীন আৰু আফগানিস্তান। সেয়ে নহয়— ছোভিয়েট ইউনিয়নৰ সীমান্তৰ পৰাও দূৰত্ব সামান্য। এনে এক গুৰুত্বপূৰ্ণ স্থানত থকা ৰাজ্য এখনৰ স্বাধীনতা ঘোষণা যে অতি বিপজ্জনক, সেইকথা ক্ৰমশঃ মহাৰজাই বুজি উঠিছিল। আনহাতে, স্বাধীনতাৰ কথা চিন্তা কৰিলেও কিন্তু মহাৰজাৰ কোনো প্ৰস্তুতি নাছিল। আন কথা বাদেই, ৰাজ্যখনৰ দুৰ্গম পৰ্বত-পাহাৰেৰে বেষ্টিত দীঘলীয়া সীমান্তৰ উপযুক্ত ৰক্ষণাবেক্ষণৰ ব্যৱস্থা কৰা নাছিল— যাৰ ফলত পাঠান আক্ৰমণকাৰীৰ সন্মুখত মহাৰজাৰ সৈন্যদল ছেদেলি-ভেদেলি হৈ পৰিল।

পুনৰ গণভোটৰ কথালৈ উভতি আহি ক'ব লাগিব যে মাউণ্টবেটেন এই আঁচনিৰ

জনক যদিও প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৰ পূৰ্ণ সমৰ্থন এই আঁচনিত আছিল। জম্মু-কাশ্মীৰ ৰাজ্য ভাৰতৰ সৈতে আনুষ্ঠানিকভাৱে চামিল হোৱাৰ পাছত ১৯৪৭ চনৰ ২ নৱেম্বৰত এক অনাতাঁৰ ভাষণত নেহৰুৱে কৈছিল— "কাশ্মীৰৰ ভাগ্যৰ সিদ্ধান্ত শেষত গৈ জনসাধাৰণেহে কৰিব বুলি আমি সিদ্ধান্ত লৈছো। আমি দিয়া আৰু মহাৰজাই গ্ৰহণ কৰা সেই প্ৰতিশ্ৰুতি কাশ্মীৰৰ জনসাধাৰণলৈকে কেৱল নহয়— সেই প্ৰতিশ্ৰুতি বিশ্বলৈ। আমি তাৰ পৰা পশ্চাদপসৰণ নকৰো আৰু কৰিব নোৱাৰো। শান্তি আৰু আইন শৃংখলা যেতিয়া প্ৰতিষ্ঠা হ'ব, তেতিয়া ৰাষ্ট্ৰসংঘৰ দৰে আন্তঃৰাষ্ট্ৰীয় পৃষ্ঠপোষকতাত গণভোট (Referendum) অনুষ্ঠিত কৰাৰ বাবে আমি প্ৰস্তুত।"

এইখিনিতে উল্লেখ কৰা উচিত হ'ব যে নেচনেল কনফাৰেন্সৰ নেতা জি এম ছাদিক ১৯৪৭ চনত পাকিস্তানলৈ গৈ তাৰ নেতৃবৰ্গৰ সৈতে আলোচনা কৰা কালত কাশ্মীৰৰ ৰাইজৰ মতামত গ্ৰহণৰ বিষয়টো ওলাইছিল। কৰাচীৰ পৰা প্ৰকাশিত 'ডন' নামৰ প্ৰভাৱশালী বাতৰি কাকতখনত (১৯৪৭ চনৰ ১৭ নৱেম্বৰ সংখ্যা) প্ৰকাশিত বাতৰি মতে কাশ্মীৰৰ বিষয়টো গণভোটৰ (Referendum) বিষয় কৰিবলৈ পাকিস্তানৰ নেতৃবৰ্গই অনিচ্ছা প্ৰকাশ কৰিলে। জি. এম. ছাদিকৰ মতে, পাকিস্থানৰ নেতৃবৰ্গই তেওঁক ক'লে যে পাকিস্তানৰ লগত চামিল হোৱাৰ দৃঢ় প্ৰতিশ্ৰুতি দিলেহে জম্মু-কাশ্মীৰত পাকিস্তানে নিৰ্বাচন পাতিবলৈ দিব। নেচনেল কনফাৰেন্সৰ নেতৃত্বৰ বাবে এই চৰ্ত গ্ৰহণযোগ্য নহ'ল। কাশ্মীৰী ৰাইজৰ আত্মনিৰ্ধাৰণৰ গণতান্ত্ৰিক অধিকাৰ স্বীকৃতিৰ বাবে পাকিস্তানী নেতৃবৰ্গৰ মতামত জানিবলৈ নেচনেল কনফাৰেন্সৰ নেতাজন পাকিস্তানলৈ গৈছিল।

ইয়াৰ অৰ্থ এয়ে যে পাকিস্তানে গণভোট সম্পৰ্কে পৰৱৰ্তী সময়ত যিয়েই নকওক লাগিলে, ১৯৪৭ চনত সেই প্ৰস্তাৱ দিওঁতে পাকিস্তানে তাৰ প্ৰতি সঁহাৰি জনোৱা নাছিল। এটা কাৰণ হ'ল শ্বেখ আব্দুল্লা। তেওঁৰ জনপ্ৰিয়তা আৰু প্ৰভাৱ তেতিয়া শীৰ্ষত। আব্দুল্লা পাকিস্তানৰ পক্ষে নথকা অৱস্থাত পাকিস্তানে তেনে প্ৰস্তাৱ গ্ৰহণ কৰে কেনেকৈ?

অৱশ্যে কাশ্মীৰৰ 'জনসাধাৰণৰ মত' গ্ৰহণ সম্পৰ্কত বিশিষ্ট সাংবাদিক ৰাজনীতিক বলৰাজ পুৰীয়ে বেলেগ ধৰণে ভাবে। 'কাশ্মীৰ টুৱাৰ্ডছ ইনছাৰ্জেন্সী' গ্ৰন্থত তেওঁ এঠাইত লিখিছে, "এই প্ৰতিশ্ৰুতি দিয়াৰ ক্ষেত্ৰত বহুবোৰ কথা নিশ্চয় ভাৰত চৰকাৰে বিবেচনা কৰিছিল। 'সাৰ্বভৌমত্বৰ প্ৰকৃত গৰাকী শাসক নহয়— জনসাধাৰণহে' বুলি প্ৰাক-স্বাধীনতা কালৰে পৰা কংগ্ৰেছে যি স্থিতি লৈ আহিছে, ই তাৰে ধাৰাবাহিকতাহে। ভাৰতৰ লগত চামিল হোৱাত মহাৰজাৰ বাধা অতিক্ৰম কৰাৰ বাবে কাশ্মীৰৰ ক্ষেত্ৰত গণভোটৰ জোৰ দিয়াই আছিল একমাত্ৰ পথ। কাশ্মীৰৰ জনসাধাৰণৰ ওপৰত থকা ভাৰত চৰকাৰৰ আস্থা আৰু আনহাতে সেই জনসাধাৰণৰ প্ৰতি পাকিস্তানৰ আস্থাৰ কথাকে ই দাঙি ধৰিছে। তদুপৰি, এই নীতিৰ বলতে আন দুখন ৰাজ্য ভাৰতে অধিকাৰ কৰিব পাৰিলে— এখন হ'ল হায়দৰাবাদ যিখনৰ শাসকে স্বাধীনতা ঘোষণা কৰিছিল; আনখন হ'ল জুনাগড়— যিখনৰ শাসকে পাকিস্তানৰ লগত চামিল হৈছিল।".....

যুদ্ধ বিৰতিৰ অন্তৰালত থকা কেইটামান দিশ পৰ্যালোচনা কৰি চাবলগীয়া। পাকিস্তানক

সম্পূৰ্ণৰূপে পৰাজিত কৰি ভাৰতে সমগ্ৰ জম্মু-কাশ্মীৰ নিজৰ দখললৈ অনাত অন্তৰায়ৰ সৃষ্টি কৰিলে অতি কৌশলেৰে মাউণ্টবেটেন, ভাৰতত থকা বৃটিছ বিষয়াসকল আৰু বৃটিছ 'লবী'য়ে। যুদ্ধ বিৰতি কৰি কাশ্মীৰ প্ৰসংগ ৰাষ্ট্ৰসংঘলৈ নিয়াৰ সিদ্ধান্তৰো মূল মানুহজন আছিল মাউণ্টবেটেনেই। দোহৰা নিষ্প্ৰয়োজন যে মাউণ্টবেটেনে এনে কাম কৰিছিল— অঞ্চলটোত বৃটিছৰ সাম্ৰাজ্যবাদী স্বাৰ্থ ৰক্ষাৰ বাবে।

সেই স্বাৰ্থ কি?

ভাৰতৰে দুৰ্ভাগ্য যে জম্মু-কাশ্মীৰ লৈ সৃষ্টি হোৱা সমস্যাৰ আৰম্ভতে ভাৰতৰ সাংবিধানিক মুৰব্বী গৱৰ্ণৰ জেনেৰেলগৰাকীয়েই নহয়, ভাৰতৰ প্ৰতিৰক্ষা বাহিনীৰো উচ্চ পদস্থ বিষয়াসকলৰ ভালেসংখ্যকেই আছিল বৃটিছ। পাকিস্তানৰ লগত এটা বিশেষ পাৰ্থক্য আছিল যে পাকিস্তানৰ প্ৰতিৰক্ষা বাহিনীৰো উচ্চ পদস্থ বিষয়াসকলৰ ভালেসংখ্যক বৃটিছ আছিল যদিও সেই ৰাষ্ট্ৰৰ সাংবিধানিক মুৰব্বীজন ভাৰতৰ দৰে বৃটিছ নাছিল— আছিল পাকিস্তানৰ স্ৰষ্টা বুলি যিজন জনাজাত— জিন্না।

আন এটা দিশ হ'ল— বৃটিছ বিষয়াসকলে যুদ্ধৰ আঁচনি প্ৰস্তুত কৰি তাৰ ৰূপায়ণৰ ব্যৱস্থা কৰিছিল যদিও তেওঁলোকে যুদ্ধক্ষেত্ৰত সক্ৰিয় অংশ গ্ৰহণ কৰা নাছিল, আনকি যুদ্ধক্ষেত্ৰত ভ্ৰমণো কৰা নাছিল— দূৰৰ পৰাহে তেওঁলোকে পৰিস্থিতি পৰ্যবেক্ষণ কৰিছিল। তাৰ কাৰণ হ'ল দেশীয় ৰাজ্য জুনাগড়ক লৈ ভাৰত-পাকিস্তানৰ মাজত যুদ্ধ লগাৰ সম্ভাৱনা দেখা দিয়াৰ কালত বৃটেনৰ তিনিওটা সশস্ত্ৰ বাহিনীৰ মুৰব্বী 'বৃটিছ চীফ অৱ ষ্টাফ'ৰ তৰফৰ পৰা ভাৰত চৰকাৰলৈ দিয়া এটা লিখিত টোকাত জনাই দিয়া হৈছিল যে ভাৰত-পাকিস্তানৰ মাজত লগা যুদ্ধত বৃটিছ বিষয়াসকলে অংশ গ্ৰহণ কৰিব নোৱাৰিব।

আন বহু কাৰণ থাকিলেও পাকিস্তান সমৰ্থিত জনজাতীয় আক্ৰমণকাৰীৰ বিৰুদ্ধে হোৱা যুঁজখনত ভাৰতৰ অগ্ৰগতি প্ৰথম অৱস্থাত মন্থৰ হোৱাৰ প্ৰকৃত কাৰণ এয়ে বুলি এতিয়া সন্দেহ কৰিব পৰাৰ থল আছে। যুদ্ধখনৰ শেষৰ পিনে ভাৰতীয় সেনাৰ আক্ৰমণ প্ৰবল হোৱাৰ কাৰণ হ'ল— সেই সময়ত 'দিল্লী এণ্ড ইষ্ট পঞ্জাব কমাণ্ড'ৰ মুৰব্বীৰূপে লেঃ জেনেৰেল কে. এম. কেৰিয়াপ্পাৰ নিযুক্তি। এই কমাণ্ডৰ পৰিসীমা কাশ্মীৰলৈকে সম্প্ৰসাৰিত আছিল।

'কেবিনেট ডিফেন্স কমিটী'ৰ চেয়াৰমেনৰ পদত থাকি লৰ্ড মাউণ্টবেটেনে অতি কৌশলেৰে নিজৰ উদ্দেশ্য সাধন কৰিলে। মাউণ্টবেটেনৰ পৰামৰ্শমতে শ্ৰীনগৰলৈ বিমানেৰে সৈন্য পঠাই আক্ৰমণকাৰীৰ পৰা শ্ৰীনগৰ ৰক্ষা কৰা হ'ল বুলি প্ৰসংগক্ৰমে ওপৰত কৈ অহা হৈছে। কিন্তু কোনো কোনোৱে এতিয়া এই বুলিও ক'ব খোজে যে তেনে কামৰ অন্তৰালত (অৰ্থাৎ শ্ৰীনগৰলৈ বিমানেৰে সৈন্য প্ৰেৰণ) থকা মাউণ্টবেটেনৰ ঘাই উদ্দেশ্য আছিল— শ্ৰীনগৰত থকা কেইবাশ বৃটিছ নাগৰিকক আক্ৰমণকাৰীৰ হাতৰ পৰা উদ্ধাৰ কৰাহে। এই কাম সফলতাৰে সম্পন্ন হোৱাৰ পিছত ভাৰতৰ স্বাৰ্থ ৰক্ষাৰ প্ৰতি, সমগ্ৰ জম্মু কাশ্মীৰ মুক্ত কৰাৰ বাবে চিন্তা কৰিবলৈ সাম্ৰাজ্যবাদী স্বাৰ্থ ৰক্ষাৰ বিশিষ্ট হোতা মাউণ্টবেটেনৰ সময় ক'ত? যুদ্ধৰ সম্প্ৰসাৰণ ৰোধ কৰি যুদ্ধ বিৰতিৰ বাবে তেওঁ আগ্ৰহী হৈ উঠিল। নক'লেও হ'ব যে অতি কৌশলেৰে সেই কাম তেওঁ

সম্পন্ন কৰিলে। বিষয়টো ৰাষ্ট্ৰসংঘলৈ নি ভাৰতক এনেদৰে শ'ল ঠেকত পেলালে যে আজি অত বছৰে ভাৰতে তাৰ পৰা উদ্ধাৰ পাব পৰা নাই। মাউণ্টবেটেনৰ উদ্দেশ্য সাধন হ'ল, কিন্তু তেওঁ ভাৰতক চূড়ান্ত অন্যায় কৰি থৈ গ'ল।

## মহাৰজাৰ চিঠি

কাশ্মীৰ ভাৰতৰ লগত চামিল হ'বলৈ নিজৰ স্বাক্ষৰ সহ আনুষ্ঠানিক নথি প্ৰেৰণ কৰাৰ সময়তে ভাৰতৰ গৱৰ্ণৰ জেনেৰেল মাউণ্টবেটেনলৈ দিয়া চিঠিত মহাৰজা হৰি সিঙে অন্যান্য কথাৰ লগতে জনাইছিল[২৪] "ততালিকে মই এটা অন্তৰ্বৰ্তীকালীন চৰকাৰ গঠন কৰিভলৈ ইচ্ছা কৰিছো আৰু মই জৰুৰী অৱস্থাত মোৰ মোৰ প্ৰধান মন্ত্ৰীৰ সৈতে দায়িত্ব পালন কৰিবলৈ শেখ আব্দুল্লাক ক'ব খুজিছো।"...

কাশ্মীৰত ব্যাপক আন্দোলন কৰি মহাৰজাৰ বাবে জটিল সমস্যাৰ সৃষ্টি কৰি অহা শেখ আব্দুল্লাক মহাৰজাই সহ্য কৰিব নোৱাৰিলেও পৰিস্থিতিয়ে বাধ্য কৰাত তেওঁকে গুৰু দায়িত্ব দিয়াৰ বাহিৰে মহাৰজাৰ বাবে আন বিকল্প নাছিল। জৱাহৰলাল নেহৰু বা চৰ্দাৰ বল্লভভাই পেটেলৰ কথা বাদেই, গান্ধীজীয়েও আনকি শেখ আব্দুল্লাৰ ওপৰত গভীৰ আস্থা আৰোপ কৰিছিল।

চামিলকৰণৰ পাছতেই মহাৰজাই ৰাজ্যখনত জৰুৰী অৱস্থাৰ প্ৰশাসন (Emergency administration)ৰ ব্যৱস্থা কৰিলে (৩১ অক্টোবৰ, ১৯৪৭)। ইয়াৰ মুখ্য প্ৰশাসকৰ দায়িত্ব দিয়া হ'ল শেখ আব্দুল্লাক। উপ মুখ্য প্ৰশাসক পতা হ'ল বক্সী গোলাম মহম্মদক। পাকিস্তানৰ সক্ৰিয় সহযোগত পাঠান জনজাতীয় লোকাৰ আক্ৰমণকাৰীয়ে সৃষ্টি কৰা পৰিস্থিতিৰ সম্মুখীন হ'বলৈ গঠন কৰা এই প্ৰশাসনত নেচনেল কনফাৰেন্স আৰু অন্যান্য সকলৰ পৰা কেইবাজনো জৰুৰীকালীন বিষয়া নিযুক্ত কৰা হ'ল।

এই জৰুৰীকালীন প্ৰশাসনটোৰ দায়িত্ব কি, কেনেকৈ ই কাৰ্যনিৰ্বাহ কৰিব সেই বিষয়বোৰ সুস্পষ্টভাবে নিৰ্ধাৰণ কৰি নিদিয়াত জটিল সমস্যাৰ উদ্ভৱ হ'ল। মহাৰজাই ভাবিছিল যে তেওঁৰ নিৰ্দেশত আৰু তেওঁৰ মন্ত্ৰীসভাৰ অধীনত এই প্ৰশাসনে কাৰ্যনিৰ্বাহ কৰিব, কিন্তু কাৰ্যতঃ সেয়া নহ'ল। ফলত, ৰাজ্যখনৰ জটিল সমস্যাবোৰৰ সম্মুখীন হোৱাত এই প্ৰশাসন সম্পূৰ্ণ ব্যৰ্থ হ'ল।

নক'লেও হ'ব যে ভাৰতীয় সেনাৰ সন্মুখত তিষ্ঠিব নোৱাৰি আক্ৰমণকাৰী পাছ হুহকি যাবলৈ বাধ্য হোৱাৰ পৰত সেইসকলে যত যি পাৰে, সকলোবোৰ নষ্ট কৰি থৈ গ'ল। আনহাতে পাকিস্থান অধিকৃত অঞ্চলৰ পৰা হিন্দু আৰু শিখ ধৰ্মাৱলম্বীসকল দলে-বলে ভাৰতলৈ আহিবলৈ ধৰিলে। পৰিস্থিতিৰ বাবে খাদ্য সামগ্ৰীৰ যোগান প্ৰায় বন্ধ হৈ পৰাত, খাদ্যৰ বাবে ৰাইজৰ মাজত হাঁহাকাৰ অৱস্থাই দেখা দিলে। ৰাজ্যখনৰ প্ৰশাসনত অচলাবস্থাৰ সৃষ্টি হ'ল। মন্ত্ৰীসকল নিৰুপায়ত পৰিল। জৰুৰী অৱস্থাৰ প্ৰশাসকসকলৰ অৱস্থা আৰু বেয়া। কাৰণ, তেওঁলোকৰ কোনো নিৰ্দিষ্ট ক্ষমতা নাছিল,— নাছিল কাম-

---

২৪। 'ডকুমেন্টছ অন কাশ্মীৰ প্ৰব্লেম' শীৰ্ষক গ্ৰন্থ

কাজৰ নির্দিষ্ট সীমাৰেখা। নেচনেল কনফাৰেন্স দলৰ নেতৃবৃন্দই অভিযোগ কৰিলে যে কাম কৰাৰ বাবে মহাৰজাই তেওঁলোকক প্রয়োজনীয় ক্ষমতা আৰু কর্তত্ব দিয়া নাই। আনহাতে মহাৰজা আৰু তেওঁৰ মন্ত্রীসকলে অভিযোগ কৰিলে যে জৰুৰীকালীন প্রশাসকসকলে ক্ষমতা চেৰাই গৈছে।

প্রশাসনত পূর্বৰ অভিজ্ঞতা নথকাৰ বাবে নতুন দায়িত্ব লৈ শ্বেখ আব্দুল্লাৰ সমস্যা হৈছিল। তেওঁৰ এটা বিশেষ সমস্যা হৈছিল যে কাশ্মীৰ উপত্যাকাৰ ৰাইজৰ সমস্যা আৰু আশা-আকাংক্ষাৰ বিষয়ে তেওঁ অৱগত আছিল যদিও ৰাজ্যখনৰ আন দুখন প্রদেশ— জম্মু আৰু লাডাখৰ ৰাইজ, তেওঁলোকৰ সমস্যা আৰু আশা-আকাংক্ষাৰ বিষয়ে তেওঁ ভালদৰে জনা নাছিল। জম্মুৰ মুছলিম সলৰ বুজন অংশ আছিল পাকিস্থানৰ সমর্থক মুছলিম কনফাৰেন্স দলৰ সমর্থক। সেই অঞ্চলত থকা হিন্দু আৰু শিখসকলৰ মাজত শ্বেখ আব্দুল্লাৰ সমর্থকৰ সংখ্যা আছিল অতি কম। লাডাখৰ সংখ্যাগৰিষ্ঠ জনসাধাৰণ আছিল বৌদ্ধ ধর্মাৱলম্বী। সেইসকলৰ মাজত আব্দুল্লাৰ অনুগামী প্রায় নাছিলেই।

শ্বেখ আব্দুল্লা আৰু হৰি সিঙৰ মাজত থকা মতান্তৰে সোনকালেই জটিল ৰূপ ল'লে। চৰকাৰী বিভাগবোৰৰ বিতৰণ—বিশেষকৈ ৰাজ্য চৰকাৰৰ সশস্ত্র বাহিনী আৰু এটা সশস্ত্র গৃহৰক্ষী বাহিনী গঠন সম্পর্কত দয়োৰে মাজত তীব্র মতভেদ হ'ল। আব্দুল্লাই মহাৰাজক অগ্রাহ্য কৰি কাম কৰিবলৈ ধৰিলে। আনুষ্ঠানিক অর্হতা নথকা মুছলিমক আব্দুল্লাই জ্যেষ্ঠ পদত নিযুক্ত কৰা বুলি অভিযোগ উঠিল। আনহাতে নৱগঠিত গৃহৰক্ষী বাহিনীলৈ পঠোৱা অস্ত্র-শস্ত্র প্রধান মন্ত্রী মেহেৰচান্দ মহাজনে আৰু-এছ-এছ (ৰাষ্ট্রীয় স্বয়ংসেৱক সংঘ)ৰ মাজতহে বিতৰণ কৰা বুলিও অভিযোগ উঠিল। স্বয়ং মহাৰজাই অভিযোগ কৰিলে যে গৃহৰক্ষী বাহিনীক অস্ত্র-শস্ত্র দি ৰাজ্যখনত এটা প্রতিদ্বন্দ্বী সেনা বাহিনী গঠনৰ যত্ন কৰা হৈছে।

## মহীশূৰ আৰ্হিৰ চৰকাৰ

এই অভিযোগ প্রতি-অভিযোগৰ পৰিপ্রেক্ষিতত পৰিস্থিতিৰ অৱনতি ঘটা দেখি ভাৰত চৰকাৰে মহাৰজাক পৰামর্শ দিলে যে মহীশূৰৰ আৰ্হিৰে জম্মু-কাশ্মীৰতো এখন অন্তৱর্তীকালীন চৰকাৰ গঠন কৰিব লাগে। ভাৰত চৰকাৰৰ আৰু পৰামর্শ হ'ল যে সেই চৰকাৰৰ প্রধান মন্ত্রী পাতিব লাগে শ্বেখ আব্দুল্লাক।

'মহীশূৰ মডেল' বুলি খ্যাত চৰকাৰটো গঠনৰ ধৰণ হ'ল যে মহাৰজাক ওচৰত আছুতীয়াকৈ বহুবোৰ ক্ষমতা থাকিব। সেইবোৰৰ কিছুমান হ'ল— শাসনকর্তা আৰু তেওঁৰ পৰিয়াল, তেওঁৰ উত্তৰাধিকাৰী, 'প্রিভিপার্জ' আৰু শাসনকর্তাৰ বিশেষ ক্ষমতা, চৰকাৰী সেনা বাহিনী, ভাৰতৰ সৈতে সাংবিধানিক সম্পর্ক, উচ্চ ন্যায়ালয় আৰু ন্যায়াধীশ নিযুক্তি, লোক সেৱা আয়োগ, অডিটৰ জেনেৰেল, সংখ্যালঘু সংৰক্ষণ, ৰাজ্যখনৰ আইন সভা, নির্বাচন, জৰুৰী অৱস্থা আৰু 'ৰেছিডুৱেৰী' ক্ষমতা। ৰাজ্যখনৰ জনপ্রিয় দলটোৰ নেতাই এই চৰকাৰ গঠন কৰিব আৰু তেঁ নেতাজন হ'ব চৰকাৰটোৰ প্রধানমন্ত্রী। মহাৰজাৰ দেৱানজন মন্ত্রীসভাৰ সদস্য হ'ব। মন্ত্রীসভা আৰু মহাৰজাৰ মাজত সংযোগৰক্ষাকাৰীৰূপে

তেওঁ কাম কৰিব। মন্ত্ৰীসভাৰ বৈঠকত সভাপতিত্ব কৰিব এই দেৱানজনে। মহাৰজা হ'ব চৰকাৰটোৰ সাংবিধানিক মুৰব্বী।

মহাৰজৰাই 'মহীশূৰ মডেল'ৰ চৰকাৰ গঠনৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে, কিন্তু নেচনেল কনফাৰেন্সৰ নেতৃবৰ্গই এই প্ৰস্তাৱ অগ্ৰাহ্য কৰিলে। চৰ্তবিহীনভাৱে মহাৰজাই নেচনেল কনফাৰেন্সলৈ ক্ষমতা হস্তান্তৰ কৰিব লাগে— এয়ে হ'ল শেখ আব্দুল্লা নেতৃত্বাধীন দলটোৰ দাবী। আৰু দাবী হ'ল— ৰাজ্যখনৰ প্ৰধানমন্ত্ৰীৰ পদৰ পৰা মেহেৰচান্দ মহাজনক আঁতৰাব লাগে। আন এটা গুৰুত্বপূৰ্ণ দাবী হ'ল— এখন সাংবিধানিক পৰিষদ গঠন কৰা— যিখনে ৰাজ্যখনৰ বাবে সাংবিধানিক প্ৰণয়ন কৰিব। এই প্ৰস্তাৱ মহাৰজাৰ বাবে গ্ৰহণযোগ্য নহ'ল।

ইয়াৰ পৰিপ্ৰেক্ষিতত মহীশূৰ আৰ্হিৰ চৰকাৰ গঠনৰ প্ৰস্তাৱটো সংশোধন কৰি ভাৰত চৰকাৰৰ অন্যতম মন্ত্ৰী গোপালস্বামী আয়েংগাৰে এটা নতুন প্ৰস্তাৱ দিলে। ইতিমধ্যে মহাৰাজ হৰি সিং আৰু শেখ আব্দুল্লাৰ মাজৰ সম্পৰ্কৰ ইমান অৱনতি ঘটিল যে দুয়োজনৰ মাজত বুজাবুজি নহ'লে পৰিস্থিতিৰ দ্ৰুত অৱনতি ঘটিব পাৰে বুলি আশংকা কৰা হ'ল। আনহাতে পৰিস্থিতিৰ গতি-বিধিয়ে মহাৰজাক ইমান হতাশ কৰিলে যে ভাৰতৰ সৈতে জম্মু-কাশ্মীৰ চামিলকৰণ বিষয়টো 'পুনৰ বিবেচনা' কৰাৰ বাবে তেওঁক ভাবুকি দিলে। তেওঁৰ এই চিন্তাৰ কথা ভাৰতৰ গৃহ মন্ত্ৰী চৰ্দাৰ বল্লভভাই পেটেলক জানিবলৈ দিলে। ১৯৪৮ চনৰ ২৫ জানুৱাৰীত পেটেললৈ লিখা এখন চিঠিত এই কথা উল্লেখ কৰি তেনেকৈ চিন্তা কৰিবলগীয়া হোৱাৰ কাৰণ ব্যাখ্যা কৰি মহাৰাজে জনালে যে ভাৰতৰ সৈতে কাশ্মীৰৰ চামিলকৰণ তেওঁৰ বাবেই বৈধ হোৱাটো সম্ভৱ হ'ল যদিও ৰাষ্ট্ৰসংঘৰ নিৰাপত্তা পৰিষদলৈ বিষয়টো নিয়াৰ ক্ষেত্ৰত তেওঁক কিন্তু আস্থাত লোৱা নহ'ল। মহাৰাজে দাবী কৰিলে যে ৰাজ্যখনৰ প্ৰস্তাৱিত গণভোটৰ ধৰণ কেনেকুৱা হ'ব, সেই বিষয়ে সিদ্ধান্ত লোৱাৰ চূড়ান্ত কৰ্তৃত্ব কেৱল তেওঁৰহে আছে।

তেনে দাবী কৰাতেই তেওঁ ক্ষান্ত নাথাকিল। এই চিঠি দিয়াৰ ৬ দিনৰ পাছত অৰ্থাৎ ৩১ জানুৱাৰীত লিখা আন এখন চিঠিত তেওঁ অভিযোগ আনিলে যে ভাৰতীয় সেনাই জম্মু প্ৰদেশত আৰু বহু অঞ্চল পুনৰ দখল কৰিব পাৰিলেহেঁতেন যদিও সেই কাম কৰা নহ'ল। পেটেলক তেওঁ আৰু জনালে যে ভাৰত 'ইউনিয়নে তেওঁক নিৰাশ নকৰিব, ৰাজ্যখন ইউনিয়নৰ লগত চামিল হৈয়ে থাকিব আৰু মোৰ ৰাজবংশ নিৰাপদ হৈ থাকিব বুলিহে তেওঁ ভাৰতৰ লগত চামিল হৈছিল।' তাৎপৰ্যপূৰ্ণভাৱে, তেওঁ চিঠিখনত উল্লেখ কৰিলে যে আনহে নালাগে 'সেই পৰ্যায়তো পাকিস্থানৰ পৰা উন্নত চৰ্ত লাভ কৰাৰ সম্ভাৱনা আছিল।'

মহাৰজাই পেটেললৈ দিয়া এই চিঠিখনৰ আন এক গুৰুত্বপূৰ্ণ অংশবিশেষ তলত উদ্ধৃত কৰা হ'ল।

......"মাজে মাজে মই অনুভৱ কৰো যে ভাৰতীয় ইউনিয়নৰ লগত হোৱা চামিলকৰণ মই প্ৰত্যাহাৰ কৰা উচিত। ইউনিয়নে অস্থায়ীভাৱেহে চামিলকৰণ গ্ৰহণ কৰিছিল। আমাৰ অঞ্চলবোৰ যদি ইউনিয়নে উদ্ধাৰ কৰিব নোৱাৰে আৰু আমাক পাকিস্থানক চমজাই দিব লগা হ'ব পৰা নিৰাপত্তা পৰিষদৰ সিদ্ধান্তৰ প্ৰতি যদি ইউনিয়ন মান্তি হয়, তেতিয়া

হ'ল ভাৰতীয় ইউনিয়নৰ সৈতে চামিলকৰণত ধৰি থকাৰ কোনো যুক্তি নাই।...... মোৰ বাবে এক বিকল্প সম্ভৱপৰ। সেয়া হৈছে চামিলকৰণ প্ৰত্যাহাৰ কৰা। তাৰ ফলত ৰাষ্ট্ৰসংঘলৈ প্ৰেৰণ কৰা কাৰ্যৰ যৱনিকা পৰিব পাৰে। কাৰণ, চামিলকৰণ প্ৰত্যাহাৰ কৰিলে ৰাষ্ট্ৰসংঘই বিষয়টো অব্যাহত ৰখাত ভাৰতীয় ইউনিয়নৰ অধিকাৰ নাথাকিব। তাৰ ফলত চামিলকৰণৰ আগৰ অৱস্থালৈ ৰাজ্যখন উভতি যাব পাৰে।......"

পেটেললৈ দিয়া এই দীঘলীয়া চিঠিখনত তেওঁ আৰু জনালে যে একোকে নকৰি এনেয়ে বহি থকাতকৈ আক্ৰমণকাৰীহঁতক খেদি পঠাবলৈ তেওঁৰ নিজৰ বাহিনীৰ লগতে ভাৰতীয় সেনাৰ নেতৃত্ব ল'বলৈও তেওঁ প্ৰস্তুত। উল্লেখ কৰিব লাগিব যে দ্বিতীয় মহাযুদ্ধত বৃটিছক বহু পৰিমাণৰ ধন দি সহায় কৰা বাবে বৃটিছ চৰকাৰে তেওঁক 'লেফটেনেণ্ট জেনেৰেল'ৰ মৰ্যাদা দিছিল। কিন্তু একো নকৰাকৈ থাকিবলৈ তেওঁক বাধ্য কৰিলে তেওঁ নিজা 'ৰাজ্যখন এৰি (ৰাজক্ষমতা ত্যাগ নহয়) ৰাজ্যখনৰ বাহিৰত থাকিব পাৰে" বুলিও উল্লেখ কৰিলে।

এই চিঠিৰ নকল পেটেলে নেহৰুলৈ পঠালে। ১৯৪৮ চনৰ ৯ ফেব্ৰুৱাৰীত দিয়া প্ৰত্যুত্তৰত নেহৰুৱে পেটেলক[২৫] জনালে যে কাশ্মীৰ ত্যাগৰ বাবে মহাৰাজ প্ৰকাশ কৰা ইচ্ছাক তেওঁ আদৰণি জনাইছে, কিন্তু সদ্যহতে মহাৰজা কাশ্মীৰতে থাকক। নেহৰুৱে আৰু জনালে যে 'চামিলকৰণ বাতিলৰ চিন্তাধাৰা সম্পূৰ্ণ ভুল। তেনে কাম কৰিলে তেওঁৰ আৰু আমাৰ বাবে বিপদ চপাই আনিব।" অৱশ্যে চামিলকৰণ বাতিলৰ অধিকাৰ মহাৰজাৰ আছে নে নাই, সেই বিষয়ত নেহৰু একেবাৰে নিমাতে থাকিল।

এইখিনি সময়তে এনে কেইটামান ঘটনা ঘটিল— যিবোৰ মহাৰাজৰ স্থিতি দুৰ্বল কৰি তুলিলে। ৩০ জানুৱাৰীত নাথুৰাম গড়ছেৰ গুলীত গান্ধীজীয়ে প্ৰাণ হেৰুৱালে। ১৯৪৮ চনৰ মাৰ্চ মাহৰ প্ৰথম ভাগতে মহাৰজাৰ বিশ্বস্ত মেহেৰচান্দ মহাজনৰ প্ৰধান মন্ত্ৰিত্বৰ কাৰ্যকাল অন্ত পৰিল। মহাৰজাই তেওঁৰ প্ৰীতি অতি সহানুভূতিশীল বুলি ভবা চৰ্দাৰ বল্লভভাই পেটেল হৃদৰোগত আক্ৰান্ত হ'ল ৫ মাৰ্চত।

## শ্বেখ আব্দুল্লাৰ স্মাৰক পত্ৰ ঃ মহাৰজা হৰি সিঙক আঁতৰ কৰাৰ দাবী

ভাৰত আৰু পাকিস্থানৰ মাজত আনুষ্ঠানিক যুদ্ধ বিৰতি হ'ল ১৯৪৯ চনৰ ১ জানুৱাৰীত। তাৰ দুদিনৰ পিছতে শ্বেখ আব্দুল্লা নেতৃত্বাধীন চৰকাৰে ভাৰতৰ গৃহমন্ত্ৰী চৰ্দাৰ পেটেললৈ এখন দীঘলীয়া স্মাৰক পত্ৰ পঠিয়ালে। তাত কোৱা হ'ল যে প্ৰস্তাৱিত গণভোটত ভাৰতৰ বাবে সমৰ্থন বিচাৰি নেচনেল কনফাৰেন্স দল ৰাইজৰ ওচৰলৈ যাব লাগিব বাবে ৰাজ্যখনৰ ভৱিষ্যৎ সাংবিধানিক গাথনি কি হ'ব আৰু ভাৰতৰ প্ৰস্তাৱিত ফেদাৰেল গাঁথনিত ৰাজ্যখনৰ স্থিতি কি হ'ব— সেই বিষয়ে এই দলে ৰাইজক জনাব লাগিব। সেয়ে, এই বিষয়ে ভাৰত চৰকাৰে নেচনেল কনফাৰেন্সৰ নেতৃবৰ্গক অৱগত কৰিব লাগে।

মহাৰজা হৰি সিঙৰ প্ৰতি নেচনেল কনফাৰেন্স নেতৃবৰ্গৰ অনাস্থাৰ কথা জনাজাত।

২৫। দুৰ্গা দাস সম্পাদিত 'চৰ্দাৰ পেটেলছ কাৰেছ লণ্ডেছ'

স্মাৰক পত্ৰখন পাকিস্থানৰ গাত ভেজা দি মহাৰজাক ক্ষমতাচ্যুত কৰাৰ দাবী কৰা হ'ল। কোৱা হ'ল যে মহাৰজাই স্বেচ্ছাচাৰী হিন্দু শাসনৰ প্ৰতিনিধিত্ব কৰে বুলি পাকিস্থানে হৰি সিঙৰ বিৰুদ্ধে ব্যাপক প্ৰচাৰ আৰম্ভ কৰিছে। পাকিস্থানৰ তেনে প্ৰচাৰৰ উপযুক্ত প্ৰত্যুত্তৰ দি মহাৰজা আৰু মহাৰাণীক ভাৰতৰ পৰাই বাহিৰ কৰি দিয়া উচিত হ'ব। এই বুলি নেচনেল কনফাৰেন্সৰ তৰফৰ পৰা ভাৰত চৰকাৰক পৰামৰ্শ দিয়া হ'ল। স্মাৰক পত্ৰখনত কোৱা হ'ল যে ভাৰত চৰকাৰে ৰাজ্যখনৰ মুছলিমসকলক এই প্ৰতিশ্ৰুতি দিয়া উচিত হ'ব যে ভৱিষ্যতে যেতিয়া সাংবিধানিক পৰিষদ গঠন হ'ব, তেতিয়া ডোগ্ৰা শাসনৰ ভৱিষ্যৎ সেই পৰিষদে নিৰ্ধাৰণ কৰিব।

পাকিস্তানে জম্মু-কাশ্মীৰৰ মুছলিম ৰাইজক দিয়া প্ৰতিশ্ৰুতিৰ গইনা লৈ স্মাৰক পত্ৰখনত কেইবাটাও গুৰুত্বপূৰ্ণ কথা উত্থাপন কৰা হ'ল। উল্লেখ কৰা হ'ল যে ৰাজ্যখনৰ আভ্যন্তৰীণ বিষয়ত ৰাজ্যখনৰ মুছলিম ৰাইজৰ পূৰ্ণ স্বাধীনতা থাকিব বুলি পাকিস্থানে প্ৰতিশ্ৰুতি দিছে। তদুপৰি, পাকিস্থানে চৰকাৰৰ পৰা কোনো ধৰণৰ হস্তক্ষেপ নোহোৱাকৈ তেওঁলোকে ৰাজ্যখনৰ নিজা চৰকাৰৰ বাবে এখন সংবিধান ৰচনা কৰাৰ স্বাধীনতা পাব বুলিও প্ৰতিশ্ৰুতি দিয়াৰ কথা উল্লেখ কৰা হ'ল। পাকিস্থানে তেওঁলোকক ৰাজ্যখনৰ সেনা আৰু যোগাযোগ ব্যৱস্থাৰ ক্ষমতা দিবলৈকো প্ৰস্তাৱ কৰাৰ কথা উল্লেখ কৰি স্মাৰক পত্ৰত আৰু কোৱা হ'ল যে প্ৰতিৰক্ষা আৰু বৈদেশিক সম্পৰ্কৰ দৰে হস্তান্তৰ কৰা বিষয়হে কেৱল তেওঁলোকে নিজৰ হাতত ৰখাৰ প্ৰস্তাৱ দিছে। পাকিস্থানৰ এনেবোৰ প্ৰস্তাৱৰ গুৰুত্ব অগ্ৰাহ্য কৰিবলৈ আহ্বান জনাই স্মাৰক পত্ৰখনত কোৱা হ'ল যে ভাৰত চৰকাৰ এখন ঘোষণা পত্ৰ প্ৰকাশ কৰি ৰাজ্যখনৰ মুছলিম ৰাইজক এই প্ৰতিশ্ৰুতি দিব লাগে যে তেওঁলোকৰ আভ্যন্তৰীণ স্বাধীনতা সুৰক্ষিত থাকিব, ৰাজ্যখনৰ সাংবিধানিক পৰিষদে ৰাজ্যখনৰ সংবিধান প্ৰণয়ন কৰিব, তিনিটা বিষয়— বৈদেশিক পৰিক্ৰমা, প্ৰতিৰক্ষা আৰু যোগাযোগ ব্যৱস্থাতহে কেৱল চামিলকৰণ সীমিত থাকিব। তদুপৰি, ভাৰত চৰকাৰ আৰু অন্তৰৱৰ্তীকালীন চৰকাৰৰ মাজত সম্পাদিত চুক্তিৰ দ্বাৰাইহে ৰাজ্যিক সেনা বাহিনীৰ ভৱিষ্যৎ নিৰ্ধাৰিত হ'ব। সেই চুক্তি নোহোৱালৈকে ৰাজ্যিক সেনাৰ নিয়ন্ত্ৰণ থাকিব ভাৰতীয় সেনাৰ হাতত।

স্বাভাৱিকতে, ৰাজ্যবোৰৰ দায়িত্বত থকা গৃহমন্ত্ৰী পেটেলে এই দাবীবোৰ অগ্ৰাহ্য কৰিলে। তেওঁ মত প্ৰকাশ কৰিলে যে এনেবোৰ প্ৰস্তাৱ দি অন্তৰৱৰ্তীকালীন চৰকাৰখনে কৰ্তৃত্বৰ বাহিৰলৈ গৈছে। পেটেলৰ মন্তব্যত নেচনেল কনফাৰেন্স নেতৃবৰ্গ হতাশ হ'ল। চতুৰ শ্বেখ আব্দুল্লাই নতুন কৌশল ৰচনা কৰিলে। তেওঁ নেহৰুলৈ লিখিলে যে স্মাৰক পত্ৰত উল্লেখ কৰা প্ৰস্তাৱবোৰ ভাৰত চৰকাৰে গ্ৰহণ নকৰিলে ভাৰতৰ লগত চামিল হোৱাৰ সপক্ষে ৰাজ্যখনৰ মুছলিম ৰাইজৰ সমৰ্থন আদায় কৰিব পৰা নাযাব।

## আয়েংগাৰৰ প্ৰস্তাৱ

গোপালস্বামী আয়েংগাৰৰ প্ৰস্তাৱটোলৈ উভতি যোৱা যাওঁক। মহীশূৰ আৰ্হিৰ চৰকাৰ গঠনৰ প্ৰস্তাৱটোৰ ধিবোৰ সংশোধনীৰ বাবে আয়েংগাৰে প্ৰস্তাৱ কৰিলে, তাত থকা

পাঁচোটা মূল কথা হ'ল— (১) অন্তৱৰ্তীকালীন চৰকাৰ মানে হ'ব ৰাজ্যখনত এখন মন্ত্ৰী সভা গঠন; (২) শ্বেখ মহম্মদ আব্দুল্লাক প্ৰধান মন্ত্ৰীৰূপে নিযুক্তি দিয়া হ'ব। আনবোৰ মন্ত্ৰী নিযুক্তি দিয়া হ'ব তেওঁৰ পৰামৰ্শমতে; (৩) মহাৰজাৰ দেৱানক মন্ত্ৰী কৰাৰ ব্যৱস্থা নাথাকিব; (৪) মহাৰজাৰ হাতত কোনো ক্ষমতা সংৰক্ষিত হৈ নাথাকিব, কিন্তু প্ৰশাসনৰ কিছুমান বিষয়ত মন্ত্ৰীসভাৰ কাম-কাজত বাধাদান কৰাৰ বাবে তেওঁৰ ক্ষমতা থাকিব আৰু (৫) অন্তৱৰ্তীকালীন চৰকাৰটো মহাৰজাৰ ওচৰত জবাবদিহী হ'ব।

স্বাভাৱিক কাৰণতে আয়েংগাৰৰ এই প্ৰস্তাৱ গ্ৰহণ কৰিবলৈ মহাৰজাই অস্বীকাৰ কৰিলে। প্ৰস্তাৱিত অন্তৱৰ্তীকালীন চৰকাৰটোত মহাৰজাৰ হাতত কিছুমান বিষয়ত ক্ষমতা থকাৰ প্ৰস্তাৱ তেওঁ দিলে। মহীশূৰ আৰ্হিৰ চৰকাৰৰ ক্ষেত্ৰত প্ৰস্তাৱ কৰাৰ দৰে তেওঁৰ দেৱানক মন্ত্ৰীসভাত ৰখা আৰু তেৱেঁই মন্ত্ৰীসভাত সভাপতিত্ব কৰাৰ ব্যৱস্থা থাকিব লাগে বুলিও তেওঁ মত প্ৰকাশ কৰিলে। নতুনকৈ নিৰ্বাচন পাতি পূৰ্বৰ 'প্ৰজা-সভা'ক পুনৰ্জীৱিত কৰা আৰু সেই 'সভা'কেই সাংবিধানিক পৰিষদলৈ ৰূপান্তৰ কৰাৰ বাবে তেওঁ মত দিলে।

মহাৰজাৰ এই প্ৰস্তাৱ নেচনেল কনফাৰেন্স নেতৃবৰ্গৰ গ্ৰহণযোগ্য নহ'ল। ফলত আয়েংগাৰে তেওঁৰ আঁচনিখন কিছু সালসলনি কৰি মহাৰজাৰ হাতত কিছুমান বিষয় ৰখাৰ ব্যৱস্থা কৰিলে। বহু আলোচনা-বিলোচনা আৰু এৰা-ধৰাৰ পিছত উভয় পক্ষই অন্তৱৰ্তীকালীন চৰকাৰ গঠনৰ ধৰণ-কৰণত সন্মতি দিলে। মহাৰজাৰ হাতত ন্যস্ত কৰা বিষয়বোৰ হ'ল— শাসনকৰ্তা, তেওঁৰ পৰিয়াল আৰু সা-সম্পত্তি, ৰাজন্য ভাট্টা, উত্তৰাধিকাৰী, জাগিৰ, বেচৰকাৰী বিষয়া আৰু ধৰ্মীয় সা-সম্পত্তি আদি।

# মহাৰজা হৰি সিঙৰ বিদায়

১৯৪৮ চনৰ ৫ মাৰ্চত শেখ আব্দুল্লাক প্ৰধান মন্ত্ৰীৰূপে লৈ চৰকাৰ গঠনৰ কথা ঘোষণা কৰা হ'ল। এই চৰকাৰৰ ওপৰত এটা বিশেষ দায়িত্ব অৰ্পণ কৰা হ'ল। সেয়া হৈছে— নিৰ্বাচনৰ জৰিয়তে সাংবিধানিক পৰিষদ এখন গঠন হ'ব আৰু সেই পৰিষদে ৰাজ্যখনৰ বাবে এখন সাংবিধান প্ৰণয়ন কৰিব। অন্তৰ্বৰ্তীকালীন মন্ত্ৰীসভাত থকা অন্যান্য মন্ত্ৰীসকল হ'ল— বক্সী গোলাম মহম্মদ (উপ প্ৰধান মন্ত্ৰী), জি. এম. ছাদিক, মিৰ্জা আফজল বেগ, শ্যামলাল ছাৰাফ, গিৰিধাৰী লাল দোগ্ৰা, চৰ্দাৰ বুধ সিং আৰু পীৰ মহম্মদ খান।

এই চৰকাৰ গঠন কৰাৰ পিছত মহাৰাজৰ অৱস্থা আৰু শোচনীয় হ'ল। মহাৰজাৰ বাবে সংৰক্ষিত বিষয়বোৰৰ প্ৰতি কৰ্ণপাত নকৰি সকলোবোৰ বিষয়তে আব্দুল্লা চৰকাৰে হস্তক্ষেপ কৰিবলৈ ধৰিলে। মহাৰজাই নিজৰ স্থিতি ৰক্ষা কৰিবলৈ যত্ন কৰিলেও সফল নহ'ল। মহাৰজা আৰু আব্দুল্লাৰ মাজত মাতবোল বন্ধ হোৱাৰ দৰে অৱস্থা হ'ল। মহাৰজা আৰু ডোগ্ৰা সেনাৰ বিৰুদ্ধে শেখ আব্দুল্লাই কিছুমান গুৰুতৰ অভিযোগ আনিলে। মহাৰজাই আনিলে প্ৰতি-অভিযোগ। দেশীয় ৰজাৰ কৰ্তৃত্বৰ চিনৰূপে উত্তৰাধিকাৰী সূত্ৰে পোৱা প্ৰতীক চিহ্ন ৰক্ষা কৰাত মহাৰজাই গুৰুত্ব দিলে। নিজৰ আৰু পুতেকৰ জন্ম দিনতেই কেৱল নহয়— মহাৰাজ আৰু মহাৰাণী বাহিৰলৈ যোৱা আৰু উভতি অহাৰ সময়ত টোপধ্বনি কৰাৰ পূৰ্বৰ ব্যৱস্থা অব্যাহত ৰখাত গুৰুত্ব দি গৃহমন্ত্ৰী পেটেললৈ মহাৰজাই চিঠি লিখিলে।

নেচনেল কনফাৰেন্স দলৰ নেতৃবৰ্গই মহাৰজাৰ বিৰুদ্ধে তীব্ৰ সমালোচনা আৰম্ভ কৰিলে। তেওঁৰ বিৰুদ্ধে অভিযোগ অনা হ'ল যে ৰাজ্যখনৰ যিবোৰ বিভিন্ন সংস্কাৰমূলক কাম কৰিবলৈ শেখ আব্দুল্লা চৰকাৰে ইচ্ছা-কৰিছিল, তাত মহাৰজাই বাধা প্ৰদান কৰিছে। চৰ্দাৰ পেটেলৰ ওপৰত মহাৰাজৰ আস্থা থকাৰ কথা জনাজাত আছিল। সেয়ে আব্দুল্লাই পৰোক্ষভাৱে পেটেলকো ৰাজহুৱাভাৱে সমালোচনা কৰাত প্ৰবৃত্ত হ'ল। মহাৰজা হৰি সিং আৰু দিল্লীত থকা 'তেওঁৰ শক্তিশালী বন্ধুসকলে' কাশ্মীৰত সংস্কাৰ কাৰ্য সাধন কৰাত বাধা দিয়া বুলি শেখ আব্দুল্লাই সাংবাদিক মেলপাতি অভিযোগ আনিলে। মহাৰাজে তেওঁৰ পুত্ৰক দায়িত্বভাৰ দি পদত্যাগ কৰাৰ বাবেও দাবী জনোৱা হ'ল। আব্দুল্লাৰ আৰু দাবী হ'ল যে তেওঁৰ মন্ত্ৰীসভাৰ মন্ত্ৰীসকলে চোৱা-চিতা কৰা বিভিন্ন বিষয়ৰ ক্ষেত্ৰত কোনো ধৰণৰ বাধা-নিষেধ উচিত নহয়।

আনহাতে নেহৰুৱেও বিচাৰিলে যে মহাৰজা হৰি সিঙে কাশ্মীৰ এৰি আঁতৰি আহিব লাগে। কিয়নো, লেফটেনেণ্ট জেনেৰেল কেৰিয়াপ্পাই নেহৰুক জনালে যে মহাৰজা আৰু

শ্বেখ আব্দুল্লাৰ মাজত লগা বিবাদে সেনা-বাহিনীতো বিৰূপে প্ৰতিক্ৰিয়া কৰিছে। কেৱল সেয়েই নহয়, আন এটা কথাইও নেহৰুৰ ক্ষোভ বঢ়াই তুলিলে। চোৰাংচোৱা বাহিনীৰ প্ৰতিবেদনৰ পৰা নেহৰুৱে জানিব পাৰিলে যে জম্মুৰ হিন্দু সংগঠন 'প্ৰজা পৰিষদ'ক মহাৰাজে ধনৰ যোগান ধৰিছে। ইয়াৰ পৰিপ্ৰেক্ষিতত মহাৰজাই কাশ্মীৰ ত্যাগ কৰাটো নেহৰুৱে বিচাৰিলে।

এই সময়ছোৱা আছিল ভাৰতৰ বাবে অতি জটিল সময়। কাৰণ, ৰাষ্ট্ৰসংঘৰ নিৰাপত্তা পৰিষদে যুদ্ধ বিৰতি কাৰ্যকৰী কৰি ৰাজ্যখন সেনা আৰু আক্ৰমণকাৰীৰ পৰা মুক্ত কৰাৰ বাবে আহ্বান জনাইছে। তাৰ লগে লগে চামিলকৰণ সম্পৰ্কত ৰাজ্যখনত গণভোটৰ ব্যৱস্থা কৰাত উদ্যোগী হৈছে। এনে জটিল সময়ত ভাৰতৰ ভাৰসা হ'ল শ্বেখ আব্দুল্লা আৰু তেওঁৰ দল নেচনেল কনফাৰেন্স। তেওঁলোকক সন্তুষ্ট কৰি ৰখাৰ বাহিৰে ভাৰতৰ আন উপায় নাই। সেয়ে ভাৰতৰ চৰকাৰৰ নেতৃত্বই আব্দুল্লাৰ দাবী মানি লৈ যুৱৰাজ কৰণ সিঙক 'ৰিজেন্ট' ৰূপে নিযুক্তি দি ৰাজ্যখন এৰি যাবলৈ মহাৰজাক কোৱাৰ বাহিৰে আন বিকল্প নাছিল।

## মহাৰজাক পঠোৱাৰ সিদ্ধান্ত

নেচনেল কনফাৰেন্সৰ তৰফৰ পৰা উত্থাপন কৰা বিষয়বোৰ আলোচনা কৰিবলৈ দিল্লীত এখন উচ্চ পৰ্যায়ৰ বৈঠক বহিল। নেহৰু, পেটেল, মৌলানা আবুল কালাম আজাদ আৰু গোপালস্বামী আয়েংগাৰে এই বৈঠকত ভাগ ল'লে। বৈঠকে দুটা গুৰুত্বপূৰ্ণ সিদ্ধান্ত গ্ৰহণ কৰিলে। প্ৰথম, মহাৰাজ হৰি সিঙক পৰামৰ্শ দিয়া হ'ব যে কিছুদিনৰ বাবে অস্থায়ীভাৱে তেওঁ ৰাজ্যখন এৰি যাওক আৰু তেওঁৰ সকলো ক্ষমতা যুৱৰাজ কৰণ সিঙক অৰ্পণ কৰক। দ্বিতীয়, ৰাজ্যখনৰ সাংবিধানিক পৰিষদ গঠন হ'লে, সেই পৰিষদে ডোগ্ৰা শাসনৰ ভৱিষ্যৎ সম্পৰ্কে সিদ্ধান্ত ল'ব। নেহৰুৱে পেটেলক পৰামৰ্শ দিলে যে তেওঁ মহাৰজাক দিল্লীলৈ মাতি আনি কিছুদিনৰ বাবে ৰাজ্যখন এৰি যাবলৈ ক'ব লাগে।

তাৰ পাছতেই 'স্কটছমেন' নামৰ প্ৰভাৱশালী বাতৰি কাকতখনৰ ১৪ এপ্ৰিলৰ (১৯৪৯) সংখ্যাত সাংবাদিক মাইকেল ডেভিদচনক আব্দুল্লাই দিয়া সাক্ষাৎকাৰ এটাই চাঞ্চল্যৰ সৃষ্টি কৰিলে। ভাৰতৰ সৈতে চামিলকৰণৰ সপক্ষে মত দিয়া আব্দুল্লাই সাক্ষাৎকাৰত কোৱা কথাখিনিৰ অংশবিশেষ হ'ল— "দুয়ো পক্ষৰ কোনো এখনত যোগ দিলেই শান্তি আনিব নোৱাৰি। দুয়োখন ডমিনিয়নৰ সৈতে আমি শান্তিত থাকিবলৈ বিচাৰো। সম্ভৱতঃ প্ৰতিখনৰ সৈতে অৰ্থনৈতিক সহযোগিতা অক্ষুণ্ণ ৰাখি এক মধ্যম পন্থা অবলম্বন কৰাই হ'ব ইয়াৰ বাবে একমাত্ৰ পথ। কিন্তু এখন স্বাধীন কাশ্মীৰৰ নিশ্চয়তা ভাৰত আৰু পাকিস্থানেই কেৱল নহয়, সেই নিশ্চয়তা বৃটেইন, আমেৰিকা আৰু ৰাষ্ট্ৰসংঘৰ আন সদস্যসকলেও দিব লাগিব।"

প্ৰকৃততে, এই বিবৃতিৰ জৰিয়তে শ্বেখ আব্দুল্লাই ভাৰত চৰকাৰৰ সৈতে সংঘৰ্ষৰ সূচনা কৰিলে। পেটেল আৰু আয়েংগাৰৰ কথা বাদেই, আব্দুল্লাৰ প্ৰতি বিশেষ দুৰ্বলতা

থকা আৰু তেওঁৰ সমৰ্থক বুলি জনাজাত নেহৰুও আনকি এই সাক্ষাৎকাৰ পঢ়ি ক্ষুণ্ণ হ'ল। বিবৃতিটোৰ স্পষ্টীকৰণ বিচাৰি আয়েংগাৰে তেওঁৰ ব্যক্তিগত সচিব দ্বাৰকা নাথ কাছৰুক আব্দুল্লাৰ ওচৰলৈ পঠালে। এনে বিবৃতি এক 'কাল্পনিক চিন্তা' (loud thinking) বুলি আব্দুল্লাই কাছৰুক ক'লে। বিবৃতিটো প্ৰত্যাহাৰ কৰিবলৈ কোৱাত কিন্তু তেনে কাম কৰিবলৈ আব্দুল্লা অমান্তি হ'ল।

## হৰি সিং মুম্বাইত, তাৰা দেৱী কশৌলিত

উচ্চ পৰ্যায়ৰ বৈঠকে লোৱা সিদ্ধান্তৰ পৰিপ্ৰেক্ষিতত মহাৰজা হৰি সিঙক দিল্লীলৈ মাতি পঠোৱা হ'ল। যুৱৰাজ কৰণ সিঙে তেওঁৰ পিতৃ-মাতৃ দিল্লীলৈ গৈ নিশাৰ আহাৰৰ বাবে চৰ্দাৰ পেটেলে জনোৱা আমন্ত্ৰণ গ্ৰহণ কৰি আহাৰ খোৱাৰ পিছৰ কথাখিনি এনেদৰে লিখিছে [২৬]আহাৰ খোৱাৰ পিছত "মোৰ পিতৃ-মাতৃ আৰু চৰ্দাৰ পেটেল আন এটা কোঠালৈ গ'ল। চৰ্দাৰে মোৰ পিতৃক নম্ৰভাৱে কিন্তু দৃঢ়তাৰে ক'লে যে তেওঁ সিংহাসন ত্যাগ কৰাৰ বাবে শেখ আব্দুল্লাই হেঁচা দি থাকিলেও, ভাৰত চৰকাৰে অনুভৱ কৰে যে তেওঁ আৰু মোৰ মাতৃ কেইমাহমান ৰাজ্যখনত নথকাই ভাল হ'ব।...তেওঁৰ অনুপস্থিতিত তেওঁৰ দায়িত্ব আৰু কৰ্তব্য পালন কৰাৰ বাবে পিতৃয়ে মোক 'ৰিজেণ্ট' ৰূপে নিযুক্ত কৰা উচিত হ'ব।...." দিনটো আছিল ১৯৪৯ চনৰ ২৯ এপ্ৰিল।

তাৰ পিছত হৰি সিং মুম্বাইতে থাকিল— কাশ্মীৰলৈ আৰু উভতি নগ'ল। মহাৰাজৰ পত্নী তাৰা দেৱীয়ে থাকিবলৈ ল'লে ছিমলাৰ কাষৰ কশৌলিত। আনহাতে যুৱৰাজ কৰণ সিং মহাৰজাৰূপে নহয়— 'ৰিজেণ্ট'ৰূপেহে কাশ্মীৰলৈ গ'ল। কাশ্মীৰত 'মহাৰজা' উপাধি আৰু ডোগ্ৰা ৰাজৰ অৱসান ঘটিল।

ৰাজ্যখনৰ বাহিৰত থকাটো 'এক অস্থায়ী পৰ্যায়হে' হ'ব আৰু ৰাজ্যখনৰ গণভোটৰ বিষয়ে চূড়ান্ত সমাধান হোৱাৰ পিছতে তেওঁ ৰাজ্যখনলৈ উভতি আহিব পাৰিব বুলি পেটেলে মহাৰজাক প্ৰতিশ্ৰুতি দিছিল যদিও বাস্তৱত সেয়া নহ'ল। নক'লেও হ'ব যে কংগ্ৰেছ নেতাসকলৰ ভিতৰত একমাত্ৰ পেটেলকহে মহাৰজাই আস্থা-বিশ্বাসত লৈছিল আৰু সেয়ে পেটেলৰ প্ৰতিশ্ৰুতিত বিশ্বাস কৰিহে তেওঁৰ কথা মানি লৈছিল।

আলোচনাৰ পিছত মহাৰজাই পেটেললৈ এখন দীঘলীয়া চিঠি লিখিলে। চিঠিখনত পেটেলৰ ওপৰত তেওঁৰ সম্পূৰ্ণ আস্থা থকাৰ কথা উল্লেখ কৰি লিখিলে "ৰাষ্ট্ৰসংঘলৈ বিষয়টো প্ৰেৰণ কৰা আৰু গণভোট প্ৰসংগত সৃষ্টি হোৱা জটিলতাৰ কথা বিবেচনা কৰি আৰু আপুনি প্ৰকাশ কৰা ইচ্ছা অনুসৰি মই তিনি বা চাৰি মাহ ৰাজ্যখনৰ পৰা আঁতৰি থাকিম।" এই কাম 'ৰাজ সিংহাসন ত্যাগ' বুলি যাতে ধৰি লোৱা নহয়, তাৰ বাবে চিঠিখনত তেওঁ পেটেলৰ পৰা প্ৰতিশ্ৰুতি বিচাৰিলে। লগতে তেওঁৰ ৰাজ সিংহাসন ত্যাগৰ উদ্দেশ্যে আব্দুল্লা আৰু তেওঁৰ অনুগামীসকলে তেওঁৰ বিৰুদ্ধে যি অপযশ ৰটনাৰ অভিযান চলাইছে, তাক বন্ধ কৰিবলৈ কোৱাৰ বাবেও একেখন চিঠিতে পেটেলক অনুৰোধ জনালে।

---

২৬। 'হেয়াৰ এপাৰেণ্ট' শীৰ্ষক গ্ৰন্থ

ইয়াৰ উত্তৰত 'ৰাজ সিংহাসন ত্যাগ কৰাৰ প্ৰশ্ন নুঠে' বুলি উল্লেখ কৰি পেটেলে মহাৰজাক আৰু জনালে যে ৰাজ্যখনৰ নিৰ্বাচিত সাংবিধানিক পৰিষদেহে ৰাজ্যখনৰ ভৱিষ্যৎ সাংবিধানিক ব্যৱস্থা নিৰ্ধাৰণ কৰিব।

মহাৰাজ হৰি সিঙক আঁতৰ কৰাৰ পিছত ৰাজ্যখনৰ ভৱিষ্যৎ সাংবিধানিক গাঁথনি সন্দৰ্ভত চূড়ান্ত সিদ্ধান্ত লোৱাৰ প্ৰয়োজন হ'ল। ইতিমধ্যে দেশখনৰ বিভিন্ন ৰাজ্যৰ প্ৰধান মন্ত্ৰীসকলৰ (মুখ্যমন্ত্ৰী বুলি নামকৰণ পাছতহে হয়) সন্মিলনে এই বুলি সিদ্ধান্ত ল'লে যে ৰাজ্যবোৰে পৃথকে পৃথকে সাংবিধানিক পৰিষদ গঠন কৰি ৰাজ্যিক সংবিধান প্ৰণয়ন কৰাৰ পৰিৱৰ্তে ভাৰতৰ সাংবিদানিক পৰিষদেই ৰাজ্যবোৰৰ বাবে একেখন সংবিধান ৰচনা কৰিব। ৰাজ্যবোৰৰ প্ৰধান মন্ত্ৰীসকলৰ এই সিদ্ধান্ত নেচনেল কনফাৰেন্সে গ্ৰহণ নকৰিলে। ফলত, জম্মু-কাশ্মীৰ ৰাজ্য আৰু ভাৰত চৰকাৰৰ মাজত পৃথক ব্যৱস্থা কৰাৰ প্ৰয়োজন হৈ পৰিল। সেয়ে, ১৯৪৯ চনৰ মে' মাহত নেচনেল কনফাৰেন্স আৰু ভাৰত চৰকাৰৰ মাজত এই সন্দৰ্ভত দিল্লীত এক আলোচনাৰ ব্যৱস্থা কৰা হ'ল। এই আলোচনা আছিল অতি গুৰুত্বপূৰ্ণ। কিয়নো, ভাৰতৰ ভিতৰত থাকিলেও জম্মু-কাশ্মীৰে বিশেষ মৰ্যাদা লাভ কৰাৰ বাবে এই আলোচনাতে ভাৰত চৰকাৰৰ তৰফৰ পৰা কিছুমান বিশেষ প্ৰতিশ্ৰুতি দিয়া হয়।

# নেচনেল কনফাৰেন্সৰ দাবী ঃ বিশেষ ব্যৱস্থা

নেচনেল কনফাৰেন্সৰ তৰফৰ পৰা উত্থাপন কৰা দাবীবোৰ চমুকৈ উল্লেখ কৰিলে হ'ব এনে ধৰণৰ ঃ

(১) সাৰ্বজনীন সাবালক ভোটাধিকাৰৰ ভিত্তিত ৰাজ্যখনৰ বাবে এখন পৃথক সাংবিধানিক পৰিষদ গঠন কৰা হ'ব— যিখন পৰিষদে ৰাজ্যখনৰ বাবে এখন সংবিধান প্ৰণয়ন কৰিব।

(২) ডোগ্ৰাৰ শাসন প্ৰত্যাহাৰ হ'ব আৰু মহাৰজাৰ ঠাইত থাকিব এজন মুখ্য কাৰ্যবাহী— যিজনক সম্প্ৰতি মনোনীত কৰিব ৰাজ্যখনৰ অন্তৰ্বৰ্তীকালীন চৰকাৰে।

(৩) মহাৰজাৰ বাবে সংৰক্ষিত বিশেষ ক্ষমতাবোৰকে ধৰি মহাৰজাৰ সকলোবোৰ ক্ষমতা অন্তৰ্বৰ্তীকালীন চৰকাৰলৈ হস্তান্তৰিত হ'ব।

(৪) ডমিনিয়ন (ভাৰত চৰকাৰ) আৰু ৰাজ্য চৰকাৰৰ মাজত ক্ষমতাৰ বিভাজন আৰু ৰাজ্য আৰু ইউনিয়নৰ মাজত সাংবিধানিক সম্পৰ্ক সীমিত হ'ব— চামিলকৰণ নথিত থকাৰ দৰে আৰু তাৰ এনে সংশোধনীত—যিবোৰ অন্তৰ্বৰ্তীকালীন চৰকাৰে নিৰ্দিষ্ট কৰি দিব।

(৫) 'ৰেছিডুৱেৰী' ক্ষমতা ৰাজ্য চৰকাৰৰ ওপৰত ন্যস্ত হ'ব।

(৬) চামিলকৰণৰ চুক্তিত নিৰ্দিষ্ট কৰি দিয়া বিষয়ৰ লগত জড়িত বুলি বিবেচনা কৰা বিষয়বোৰৰ বাহিৰে ভাৰতৰ সংবিধানৰ ব্যৱস্থাবোৰ জম্মু-কাশ্মীৰত প্ৰযোজ্য নহ'ব।

(৭) ৰাজ্যিক সেনাৰ (state army) নিয়ন্ত্ৰণ ৰাজ্য চৰকাৰৰ ওপৰত ন্যস্ত থাকিব।

(৮) ৰাজ্যখন আৰু ডমিনিয়ন চৰকাৰৰ সৈতে থকা বৰ্তমানৰ বিত্তীয় সম্পৰ্ক অব্যাহত থাকিব।

নেচনেল কনফাৰেন্স দলৰ নেতৃবৰ্গই লোৱা এই স্থিতি কেন্দ্ৰীয় চৰকাৰৰ নেতৃবৰ্গই মানি ল'বলৈ টান পালে। ভাৰতৰ আঞ্চলিক (territorial) কৰ্তৃত্ব, নাগৰিকত্ব, মৌলিক অধিকাৰ আৰু সংশ্লিষ্ট আইনগত নিশ্চয়তা, ফেদাৰেল ন্যায়পালিকা আৰু ৰাষ্ট্ৰীয় নীতিৰ সূত্ৰবোৰ জম্মু-কাশ্মীৰ ৰাজ্যত প্ৰযোজ্য হোৱাত কেন্দ্ৰীয় চৰকাৰে গুৰুত্ব দিলে। জৱাহৰলাল নেহৰুৱে কনফাৰেন্সৰ নেতৃবৰ্গক ক'লে যে যেনেকুৱা পৰিস্থিতিয়েই নহওক কিয়, ভাৰতৰ কোনোজনকে দেশখনৰ সংবিধানত থকা অধিকাৰ আৰু ৰক্ষণাবেক্ষণৰ পৰা বঞ্চিত কৰা নহ'ব। এনে অধিকাৰ আৰু ৰক্ষণাবেক্ষণ সীমিত কৰিবলৈ বা বাধা দিবলৈ জম্মু আৰু কাশ্মীৰকে ধৰি কোনো ৰাজ্য চৰকাৰক কৰ্তৃত্ব দিয়া নহ'ব। ভাৰতৰ সংবিধানত থকা ৰাষ্ট্ৰীয় নীতিৰ সূত্ৰবোৰ জম্মু-কাশ্মীৰত কাৰ্যকৰী কৰাও নেহৰুৱে গুৰুত্ব দিলে। নেহৰুৰ মতে, ভাৰতৰ সাংবিধানিক পৰিষদে অতিশয় গৌৰৱেৰে এইবোৰ নীতি উদ্ভাৱন কৰিছিল— যিবোৰৰ জৰিয়তে সামাজিক ন্যায়, ক্ষুধাৰ পৰা মুক্তি, শোষণৰ পৰা

ৰক্ষণাবেক্ষণ, শিক্ষাৰ প্ৰচাৰ, অস্পৃশ্যতা নিৰ্মূলকৰণ, শিক্ষাৰ ৰক্ষণাবেক্ষণ আৰু জীৱন ধাৰণৰ উন্নত মানদণ্ডৰ বাবে ভাৰতবাসীক প্ৰতিশ্ৰুতি দিছিল। ৰাজ্যিক সেনাবাহিনীৰ নিয়ন্ত্ৰণৰ দায়িত্ব সম্পৰ্কে কনফাৰেন্সৰ নেতৃবৰ্গই কৰা দাবী কেন্দ্ৰীয় চৰকাৰৰ নেতৃবৰ্গই মানি নল'লে। তেওঁলোকক কোৱা হ'ল যে চামিলকৰণ চুক্তিৰ জৰিয়তে ৰাজ্যিক সেনা বাহিনীৰ দায়িত্ব ইতিমধ্যে কেন্দ্ৰীয় চৰকাৰৰ হাতলৈ গৈছে।। তদুপৰি ৰাজ্যখনৰ প্ৰতিৰক্ষাৰ দায়িত্ব হ'ল কেন্দ্ৰীয় চৰকাৰৰ। বৰ্তমানৰ জৰুৰীকালীন অৱস্থাৰ অৱসান ঘটিলেও কোনো পৰিস্থিতিতে ৰাজ্যিক সেনা বাহিনীত দায়িত্ব ৰাজ্যিক চৰকাৰক দিব নোৱাৰি। ৰাজ্যিক সেনা বাহিনীৰ নিযুক্তিত ৰাজ্যখনৰ মুছলিম ৰাইজৰ প্ৰতি বৈষম্য আচৰণ কৰা বুলি নেচনেল কনফাৰেন্সৰ নেতৃবৰ্গই অনা অভিযোগ সম্পৰ্কত নেহৰুৱে এই বুলি প্ৰতিশ্ৰুতি দিলে যে জম্মু-কাশ্মীৰকে ধৰি ভাৰতৰ সকলো ৰাইজে ভাৰতৰ সংবিধানে দিয়া সুবিধাৰ সম অধিকাৰ লাভ কৰিব। সেয়ে, ৰাজ্যিক সেনা বাহিনীৰ নিযুক্তিৰ ক্ষেত্ৰত জম্মু-কাশ্মীৰৰ মুছলমানসকলৰ প্ৰতি বৈষম্য আচৰণ কৰাৰ প্ৰশ্ন নুঠে।

## বুজাবুজিৰ সবিশেষ

সুদীৰ্ঘ আলোচনাৰ শেষত উভয় পক্ষৰ মাজত যি বুজাবুজি হ'ল, সেয়া হ'ল এনেকুৱা ঃ[২৭] (১) ভাৰতৰ সংবিধানত ৰাজ্যবোৰৰ ক্ষেত্ৰত যিবোৰ ব্যৱস্থা আছে, সেইবোৰ জম্মু-কাশ্মীৰ ৰাজ্যৰ ক্ষেত্ৰত প্ৰযোজ্য নহ'ব।

(২) ৰাজ্যখনৰ সংবিধান প্ৰস্তুত কৰিব— এখন ৰাজ্যিক সাংবিধানিক পৰিষদে— যিখন পৰিষদে ৰাজ্যখনৰ জনসাধাৰণৰ প্ৰতিনিধিত্ব কৰিব।

(৩) মহাৰাজা হৰি সিঙৰ পৰিয়ালটোৰ ভৱিষ্যৎ নিৰ্ধাৰণ কৰিব ৰাজ্যখনৰ সাংবিধানিক পৰিষদে।

(৪) চামিলকৰণৰ নথিত নিৰ্দিষ্ট কৰাৰ দৰে জম্মু-কাশ্মীৰ ৰাজ্যখন আৰু কেন্দ্ৰীয় চৰকাৰৰ মাজত ক্ষমতাৰ বিভাজন হ'ব। চামিলকৰণৰ নথিৰ যোগেদি ডমিনিয়ন চৰকাৰে যিবোৰ বিষয়ত ক্ষমতা লৈছিল, সেইবোৰলৈহে কেন্দ্ৰীয় চৰকাৰৰ কৰ্তৃত্ব সম্প্ৰসাৰিত হ'ব।

(৫) ইউনিয়নলৈ (ভাৰত চৰকাৰলৈ) আন কোনবোৰ বিষয় হস্তান্তৰিত হ'ব— যিবোৰ বিষয়ত ৰাজ্যখনত ইউনিয়নৰ কৰ্তৃত্ব থাকিব,— সেই বিষয়ে ৰাজ্যখনৰ সাংবিধানিক পৰিষদে সিদ্ধান্ত ল'ব।

(৬) ভাৰতৰ সংবিধানত থকা ইউনিয়নৰ কৰ্তৃত্ব, ইউনিয়নৰ নাগৰিকত্ব, মৌলিক অধিকাৰ আৰু সংশ্লিষ্ট আইনগত ৰক্ষণাবেক্ষণ, ৰাষ্ট্ৰীয় নীতিৰ (state policy) সূত্ৰ, আৰু ফেডাৰেল ন্যায়পালিকাৰ কৰ্তৃত্ব চৰ্তসাপেক্ষে ৰাজ্যখনলৈ সম্প্ৰসাৰিত হ'ব। চৰ্ত হ'ল যে সালসলনি কৰোতে ৰাজ্যখনত স্থায়ী বাসিন্দাৰ বিশেষ অধিকাৰ ভংগ কৰিব নালাগিব।

(৭) ৰাজ্যিক সেনাবাহিনীৰ প্ৰশাসন আৰু নিয়ন্ত্ৰণ ভাৰতীয় সেনাৰ হাতত থাকিব।

---

২৭। "চৰ্দাৰ পেটেলৰ্ছ কাৰেচপণ্ডেন্স"

(৮) ৰাজ্যখনৰ সাংবিধানিক পৰিষদৰ অনুমোদন ক্ৰমে জম্মু-কাশ্মীৰ ৰাজ্যত প্ৰযোজ্য ভাৰতৰ সংবিধানৰ সুনিৰ্দিষ্ট ব্যৱস্থাবোৰ সলনি কৰা বা সেইবোৰৰ ৰূপায়ণ অন্ত পেলোৱাৰ কৰ্তৃত্ব ভাৰতৰ ৰাষ্ট্ৰপতিৰ ওপৰত ন্যস্ত থাকিব।

আলোচনাত এই বুলিও ঐক্যমত হোৱা গ'ল যে মহাৰজাই মহাৰাণীৰ সৈতে অস্থায়ীভাৱে ৰাজ্যখনৰ পৰা আঁতৰি যাব আৰু তেওঁৰ ঠাইত ৰাজ্যখনৰ ৰিজেণ্টৰূপে যুৱৰাজ কৰণ সিঙক নিযুক্তি দিয়া হ'ব। লগতে আৰু সিদ্ধান্ত লোৱা হ'ল যে কনফাৰেন্সৰ নেতৃবৰ্গ আৰু কেন্দ্ৰীয় নেতৃবৰ্গৰ সৈতে ৰাজ্যখনৰ সাংবিধানিক গাঁথনি সম্পৰ্কে হোৱা আলোচনাৰ আনুষ্ঠানিক চুক্তিত মহাৰজাৰ বিষয়ে কোনো কথা উল্লেখ নাথাকিব। আনহাতে ভাৰতৰ সাংবিধানিক পৰিষদত ৰাজ্যখনৰ প্ৰতিনিধি সম্পৰ্কেও আলোনাত ঐক্যমত প্ৰকাশ কৰা হ'ল। ৰাজ্যসমূহৰ বাবে নিৰ্দিষ্ট কৰা ৯৩খন আসনৰ ভিতৰত জম্মু-কাশ্মীৰক দিয়া হ'ল ৪খন আসন। এই ৪খন প্ৰতিনিধি বাছনি কৰিব অন্তৰ্বৰ্তীকালীন চৰকাৰে আৰু আনুষ্ঠানিকভাৱে মনোনয়ন দিব মহাৰজাই।

## এদিনৰ পাছতে স্পষ্টীকৰণ বিচাৰিলে

দীঘলীয়া আলোচনা-বিলোচনাৰ পাছত এই গুৰুত্বপূৰ্ণ বুজাবুজিত উপনীত হোৱা গ'ল যদিও এদিনৰ পাছতে আব্দুল্লাই নেহৰুলৈ দীঘলীয়া চিঠি এখন লিখিলে। ৰাজ্যখনৰ যি সংবিধানিক গাঁথনিত ঐক্যমত হোৱা গৈছিল, সেইবোৰৰ কেইবাটাও বিষয়ত তেওঁ নেহৰুৰ পৰা স্পষ্টীকৰণ বিচাৰিলে। আব্দুল্লাৰ চিঠি পাই নেহৰু হতাশ হ'ল। তেওঁ আব্দুল্লালৈ তলত দিয়া দৰে লিখিলে।[২৮]

"১। চৰ্দাৰ পেটেলৰ বাসভৱনত ১৯৪৯ চনৰ ১৫ আৰু ১৬ মে' তাৰিখে মই আৰু মোৰ কেইজনমান সতীৰ্থ আৰু আপুনি আৰু আপোনাৰ কেইজনমান সতীৰ্থৰ মাজত হোৱা আলোচনাত জম্মু আৰু কাশ্মীৰৰ ভৱিষ্যৎ সম্পৰ্কে আপোনালোকে গুৰুত্বপূৰ্ণ বিষয় কিছুমান উত্থাপন কৰিছিল।

২। আলোচনা পৰা বিষয়বোৰৰ ভিতৰত আছিল

(ক) ৰাজ্যখনৰ সংবিধান প্ৰণয়ন

(খ) ভাৰতীয় ইউনিয়নৰ সৈতে কোনবোৰ বিষয়ত চামিল হোৱা উচিত।

(গ) ৰাজ্যখনত ৰজাই শাসন কৰা চৰকাৰ প্ৰসংগ

(ঘ) ৰাজ্যিক বাহিনীৰ (State Forces) নিয়ন্ত্ৰণ; আৰু

(ঙ) ৰাজ্যিক সেনা বাহিনীত (state army) চাকৰি কৰাৰ বাবে ৰাজ্যখনৰ জনসাধাৰণৰ সমান সুবিধাৰ অধিকাৰ

৩। (ক) আৰু (খ) সম্পৰ্কত ভাৰত চৰকাৰৰ যি নিৰ্দিষ্ট নীতি সেই বিষয়ে বিভিন্ন সময়ত চৰ্দাৰ পেটেল আৰু মই দুয়োজনে কৈ আহিছো। সেয়া হৈছে যে জম্মু আৰু কাশ্মীৰৰ বাবে সংবিধানৰ ব্যৱস্থা কৰাৰ দায়িত্ব হ'ল ৰাজ্যখনৰ জনসাধাৰণক প্ৰতিনিধিত্ব

২৮। 'চৰ্দাৰ পেটেলছ কাৰেচপণ্ডেন্স'

কৰা সাংবিধানিক পৰিষদৰ। জম্মু আৰু কাশ্মীৰ ৰাজ্যখনৰ বিশেষ পৰিস্থিতিৰ পটভূমিত এক সাংবিধানিক ৰাজকীয় শাসনৰ ব্যৱস্থাৰে ৰাজ্যখন চলি থকাৰ বিষয়টো ৰাজ্যখনৰ সাংবিধানিক পৰিষদে বিবেচনা কৰাত ভাৰত চৰকাৰৰ আপত্তি নাই।

৪। (গ) সম্পৰ্কত কও যে বৈদেশিক পৰিক্ৰমা, প্ৰতিৰক্ষা আৰু যোগাযোগ— এই তিনিটা বিষয়ত বৰ্তমানে জম্মু আৰু কাশ্মীৰ ৰাজ্য ভাৰতীয় ইউনিয়নৰ লগত চামিল হৈছে। আন কোনবোৰ বিষয়ত ৰাজ্যখন চামিল হ'ব পাৰে, সেই কথা ৰাজ্যখনৰ সাংবিধানিক পৰিষদে নিৰ্ধাৰণ কৰিব।

৫। (ঘ) সম্পৰ্কত জনাও যে জম্মু আৰু কাশ্মীৰ চৰকাৰৰ সন্মতিক্ৰমে ৰাজ্যিক বাহিনীৰ (state forces) কাম-কাজ আৰু প্ৰশাসনীয় নিয়ন্ত্ৰণ ভাৰতীয় সৈন্য বাহিনীয়ে লৈছে। সাম্প্ৰতিক জৰুৰী অৱস্থাৰ ফলত সংশ্লিষ্ট ব্যয়কে ধৰি বিত্তীয় দায়িত্ব সম্পৰ্কত চূড়ান্ত ব্যৱস্থাৰ বিষয়ে ১৬ তাৰিখৰ আলোচনাত আমি মান্তি হৈছো।

৬। (ঙ) বিষয়ত কও যে ভাৰতীয় সৈন্য বাহিনীৰ চাকৰিৰ ক্ষেত্ৰত ৰাজ্যখনৰ নাগৰিকে সমান সুবিধা পাব। ভাৰতৰ সাংবিধানিক পৰিষদে নতুন সংবিধানৰ যি খচৰা গ্ৰহণ কৰিছে, তাৰ ১০নং অনুচ্ছেদ মতে ভাৰতৰ সকলো নাগৰিকৰ বাবে ঘোষিত মৌলিক অধিকাৰবোৰৰ ভিতৰত ভাৰতীয় সৈন্য বাহিনীকে ধৰি ৰাজ্যখনৰ চাকৰিত সমান সুবিধা থাকিব।

৭। মই বিশ্বাস কৰো যে ওপৰত উল্লেখ কৰা ভাৰত চৰকাৰৰ স্থিতিয়ে আপুনি বিচৰা স্পষ্টীকৰণ দিব।"

## নেহৰুৰ অতিৰিক্ত প্ৰতিশ্ৰুতি

মে' মাহৰ শেষত নেহৰু শ্ৰীনগৰলৈ গৈ আব্দুল্লা আৰু নেচনেল কনফাৰেন্সৰ নেতৃবৰ্গৰ সৈতে পুনৰ আলোচনাত মিলিত হওতে নেহৰুৱে তেওঁলোকক প্ৰতিশ্ৰুতি দিলে যে ভাৰতৰ সংবিধানত জম্মু আৰু কাশ্মীৰ বিশেষ স্থিতিৰ ৰাজ্যৰূপে থাকিব। তেওঁলোকক আৰু প্ৰতিশ্ৰুতি দিয়া হ'ল যে চামিলকৰণ নথিত নথকা বিষয় ভাৰতৰ সংবিধানত অন্তৰ্ভুক্ত কৰা নহয়। ভাৰতৰ সংবিধানে সামৰি নোলোৱা বিষয়বোৰৰ ক্ষেত্ৰত সাংবিধানিক ব্যৱস্থা লোৱাৰ দায়িত্ব ৰাজ্যখনৰ সংবিধান পৰিষদলৈ এৰি দিয়া হ'ব বুলিও প্ৰতিশ্ৰুতি দিয়া হ'ল। কিন্তু নেহৰুৱে এই কথাও স্পষ্ট কৰি দিলে যে ভাৰতৰ লগত চামিল হোৱাৰ স্বাভাৱিক পৰিণতিত ভালেমান বিষয় ভাৰতৰ সংবিধানে সামৰি ল'ব— যিবোৰ ৰাজ্যখনত প্ৰযোজ্য হ'ব। তেনে বিষয় কিছুমান হ'ল— ভাৰতৰ সীমা সম্পৰ্কীয় কৰ্তৃত্ব (Territorial Jurisdiction), ভাৰতীয় নাগৰিকত্ব, ভাৰতীয় জনসাধাৰণৰ অধিকাৰ আৰু দায়িত্ব তথা সংশ্লিষ্ট আইনগত নিশ্চয়তা, নিৰ্দেশিকা নীতি, ৰাজ্য আৰু কেন্দ্ৰীয় চৰকাৰৰ মাজত বিবাদ সমাধানৰ ক্ষেত্ৰত ফেদাৰেল কৰ্টৰ কৰ্তৃত্ব, সাংবিধানিক অধিকাৰ ৰূপায়ণ, যুদ্ধ, আক্ৰমণ আৰু জৰুৰী পৰিস্থিতিৰ উদ্ভৱ হ'লে, তেনে ক্ষেত্ৰত ব্যৱস্থা লোৱাৰ বাবে ভাৰত চৰকাৰৰ কৰ্তৃত্ব আদি।

নেচনেল কনফাৰেন্সৰ নেতৃবৰ্গৰ সৈতে হোৱা বুজাবুজিৰ বিষয়ে মহাৰজা হৰি সিঙক

জনাবলৈ নেহৰুৱে চৰ্দাৰ পেটেলক ক'লে। অৱশ্যে, নেচনেল কনফাৰেন্সৰ নেতৃবৰ্গৰ সৈতে আলোচনা কৰা কালত নেহৰু আৰু তেওঁৰ সতীৰ্থসকলে মহাৰজাৰ মতামত লোৱা নাছিল।

পেটেললৈ দিয়া চিঠি এখনত নেহৰুৱে লিখিলে যে মহাৰজা আৰু মহাৰাণী কেইমাহমান বাহিৰত থাকক। তেওঁলোকে দুই বা তিনি মাহ দেশৰ বাহিৰলৈ গ'লে ভাল হয় বুলিও নেহৰুৱে চিঠিত উল্লেখ কৰিলে। "শ্বেখ আব্দুল্লা আৰু তেওঁৰ সতীৰ্থসকলৰ আৰু আমাৰ মাজত হোৱা বুজাবুজি মহাৰজা, মহাৰাণীৰ লগতে যুৱৰাজকো আপুনি বুজাই ক'ব বুলি আশা কৰিলো। লিখিত চুক্তিখনত মহাৰজা ৰাজ্যখনৰ বাহিৰলৈ যোৱাৰ কথা নাই। কিন্তু এয়া হৈছে আমি দিয়া এক অলিখিত প্ৰতিশ্ৰুতি। স্বাভাৱিকতে আমি তাক মানি চলিব লাগিব।"

ইতিমধ্যে ভাৰতৰ সাংবিধানিক পৰিষদলৈ জম্মু আৰু কাশ্মীৰ ৰাজ্যৰ পৰা সদস্য মনোনয়ন দিয়া হ'ল। তেওঁলোকক ১৯৪৯ চনৰ ৬ জুনত ভাৰতৰ সাংবিধানিক পৰিষদত যোগদান কৰিলে। তাৰ তিনি দিনৰ পাছত অৰ্থাৎ ৯ জুন তাৰিখে মহাৰজাই ৰাজ্যখন এৰি যোৱাৰ আৰু যুৱৰাজ কৰণ সিঙক ৰাজ্যখনৰ ৰিজেন্টৰূপে নিযুক্তি দিয়াৰ সিদ্ধান্ত ঘোষণা কৰা হ'ল।

## শ্বেখ আব্দুল্লা হৈ পৰিল সৰ্বেসৰ্বা ঃ নতুন প্ৰস্তাৱ

এই ঘোষণাৰ লগে লগে শ্বেখ আব্দুল্লা আৰু তেওঁৰ দল নেচনেল কনফাৰেন্স ৰাজ্যখনত সৰ্বেসৰ্বা হৈ উঠিল। মে' মাহত সম্পাদিত দিল্লী চুক্তিখনৰ বিৰুদ্ধে তেওঁলোকে মত প্ৰকাশ কৰিবলৈ আৰম্ভ কৰিলে। কনফাৰেন্সৰ নেতৃবৰ্গই পতা গোপন সভাবোৰলৈ পাকিস্থানৰ সমৰ্থক মুছলিম নেতৃবৰ্গক আমন্ত্ৰণ জনোৱা হ'ল। এইদৰে আলোচনা-বিলোচনা কৰি শেষত কনফাৰেন্সৰ নেতৃবৰ্গই মে' মাহত সম্পাদিত চুক্তিখন অগ্ৰাহ্য কৰি নতুন প্ৰস্তাৱ দিলে। এই নতুন প্ৰস্তাৱবোৰেই জম্মু-কাশ্মীৰ আৰু ভাৰতৰ মাজত সাংবিধানিক সম্পৰ্কৰ ভিত্তি হ'ব বুলি ঘোষণা কৰা হ'ল। নতুন প্ৰস্তাৱবোৰ হ'ল এনেকুৱা ঃ

(১) প্ৰস্তাৱিত ভাৰত ইউনিয়ন বা তেওঁলোকৰ সাংবিধানিক গাঁথনিৰ ভৌগোলিক কৰ্তৃত্বৰ (Territorial Jurisdiction) অধীনলৈ ৰাজ্যখনক অনা নহ'ব।

(২) প্ৰস্তাৱিত ভাৰত ইউনিয়ন আৰু ৰাজ্যখনৰ সাংবিধানিক সম্পৰ্কৰ ভিত্তি হ'ব চামিলকৰণ নথিৰ চৰ্তসমূহ।

(৩) ৰাজ্যিক বাহিনীটো (state forces) পুনৰ সংগঠিত কৰাৰ পিছত আৰু এই বাহিনীৰ কাম-কাজৰ নিয়ন্ত্ৰণ ৰাজ্যখনে ল'ব পৰা অৱস্থা হ'লে বাহিনীটোৰ প্ৰশাসনীয় নিয়ন্ত্ৰণ ৰাজ্যখনক দিয়া হ'ব।

(৪) ৰাজ্যখন আৰু ভাৰতৰ মাজত থকা বৰ্তমানৰ সাংবিধানিক সম্পৰ্ক সলনি বা সংশোধন কৰাৰ কোনো সাংবিধানিক ক্ষমতা জম্মু আৰু কাশ্মীৰ সাংবিধানিক পৰিষদকে ধৰি কাকো দিয়া নহ'ব।

(৫) ৰাজ্যখনৰ সাংবিধানিক পৰিষদে ৰাজ্যখনৰ বাবে এনে এখন সংবিধান প্ৰণয়ন কৰাৰ ক্ষমতা অৰ্পণ কৰিব— য'ত ন্যায়িক পৰ্যালোচনাৰ মান সম্পৰ্কীয় ব্যৱস্থা, ব্যক্তিৰ

স্বাধীনতাৰ পৰিমাণ আৰু সংশ্লিষ্ট আইনগত ৰক্ষণাবেক্ষণ, ৰাষ্ট্ৰীয় নীতিৰ সূত্ৰ, আৰু সাংবিধানিক নিৰ্ধাৰণ কৰা প্ৰতিনিধিমূলক সংস্থালৈ নিৰ্বাচনৰ ব্যৱস্থা থাকিব।

## বিশেষ ব্যৱস্থা

ইতিমধ্যে ভাৰতৰ সাংবিধানিক পৰিষদত জম্মু আৰু কাশ্মীৰ ৰাজ্যৰ বাবে বিশেষ ব্যৱস্থা কৰি খচৰা প্ৰস্তুত কৰা হ'ল আৰু এই খচৰা অনুমোদনৰ বাবে কনফাৰেন্সৰ নেতৃবৰ্গলৈ পঠোৱা হ'ল। তাৰ আগলৈকে কিন্তু ওপৰত উল্লেখ কৰা নেচনেল কনফাৰেন্সৰ নতুন প্ৰস্তাৱবোৰৰ কথা কেন্দ্ৰীয় নেতৃবৰ্গক জনোৱা হোৱা নাছিল তথা অনুমোদনৰ বাবে প্ৰেৰণ কৰা হোৱা নাছিল। আনহাতে সংবিধানৰ খচৰাত জম্মু আৰু কাশ্মীৰ ৰাজ্যৰ বাবে যিবোৰ বিশেষ ব্যৱস্থা কৰিব খোজা হ'ল, সেইবোৰৰ ভিত্তি হ'ল ইতিমধ্যে আলোচনাবোৰত উপনীত হোৱা বুজাবুজি আৰু চুক্তি। এই বিশেষ ব্যৱস্থাবোৰ ৩০৬ (ক) নং অনুচ্ছেদত অন্তৰ্ভুক্ত হ'ল। (পৰৱৰ্তী কালত এই অনুচ্ছেদৰ নম্বৰ সলনি কৰি ৩৭০ কৰা হ'ল)।

৩৬০ (ক) খচৰা অনুচ্ছেদত থকা ব্যৱস্থাবোৰ আছিল এনেকুৱা ঃ

(১) ভাৰতৰ সংবিধানৰ খ অংশত অন্তৰ্ভুক্ত ৰাজ্যবোৰৰ ক্ষেত্ৰত প্ৰযোজ্য ভাৰতৰ সংবিধানৰ ব্যৱস্থাবোৰ জম্মু আৰু কাশ্মীৰ ৰাজ্যৰ ক্ষেত্ৰত প্ৰযোজ্য নহ'ব।

(২) ৰাজ্যখনৰ সংবিধানৰ খচৰা প্ৰস্তুত কৰিবলৈ এখন সাংবিধানিক বিধান পৰিষদ গঠন কৰা হ'ব।

(৩) ভাৰতৰ অঞ্চল, ভাৰতীয় নাগৰিকত্ব, মৌলিক অধিকাৰ আৰু সংশ্লিষ্ট আইনগত ৰক্ষণাবেক্ষণ তথা ৰাজ্যিক নীতিৰ নিৰ্দেশিকা সূত্ৰ (Directive Principles of state policy) ৰাজ্যখনত প্ৰযোজ্য হ'ব।

(৪) যিবোৰ ব্যতিক্ৰম সম্পৰ্কত ভাৰত চৰকাৰ আৰু ৰাজ্য চৰকাৰ পাৰস্পৰিকভাৱে মান্তি হ'ব তাৰ বাহিৰে ভাৰতৰ সংবিধানৰ আন ব্যৱস্থাবোৰ ৰাজ্যখনত প্ৰযোজ্য হ'ব।

(৫) চামিলকৰণ নথিত ডমিনিয়ন চৰকাৰলৈ হস্তান্তৰ কৰা বিষয়বোৰৰ সম্পৰ্কীয় যিবোৰ বিষয় ৰাজ্য চৰকাৰৰ সৈতে আলোচনা কৰি ভাৰতৰ ৰাষ্ট্ৰপতিয়ে নিৰ্দিষ্ট কৰি দিব আৰু আন যিবোৰ বিষয় ৰাজ্য চৰকাৰৰ সম্মতিক্ৰমে ভাৰতৰ ৰাষ্ট্ৰপতিয়ে নিৰ্দিষ্ট কৰি দিব, তেনেবোৰ বিষয়ত ইউনিয়নে ক্ষমতা প্ৰয়োগ কৰিব।

(৬) জম্মু আৰু কাশ্মীৰ সাংবিধানিক পৰিষদে জনোৱা অনুমোদনৰ ভিত্তিত ৩০৬ (ক) অনুচ্ছেদৰ ব্যৱস্থাবোৰৰ কাৰ্যকৰীকৰণ, সংশোধন, সীমিত বা স্থগিত ৰখাৰ ক্ষমতা ৰাষ্ট্ৰপতিক দিয়া হ'ব।

স্বাভাৱিকতে এই ব্যৱস্থা নেচনেল কনফাৰেন্সৰ বাবে গ্ৰহণযোগ্য নহ'ল। ভাৰতীয় সংবিধানৰ এই বিশেষ অনুচ্ছেদটোৰ প্ৰস্তাৱনাত থকা কথাখিনিও কনফাৰেন্সে অগ্ৰাহ্য কৰিলে। প্ৰস্তাৱনাত উল্লেখ কৰা আছিল যে এই অনুচ্ছেদ অস্থায়ী আৰু ৰাজ্যখনৰ সাংবিধানিক পৰিষদে ইয়াক সলনি কৰিব পাৰিব।

## আয়েংগাৰৰ নতুন খচৰা

কনফাৰেন্সৰ নেতৃবৰ্গৰ সৈতে কেন্দ্ৰীয় চৰকাৰৰ মন্ত্ৰী গোপাল স্বামী আয়েংগাৰৰ দীঘলীয়া আলোচনা হ'ল আৰু অধিক খচৰা প্ৰস্তাৱৰ বিনিময় হ'ল। মূল খচৰাটো সংশোধন কৰি কনফাৰেন্সৰ নেতৃবৰ্গক সন্তুষ্ট কৰাৰ বাবে আয়েংগাৰে কৰিব পৰা সকলোখিনি কৰিলে। আপোচমূলক সমাধানৰ বাবে শ্বেখ আব্দুল্লাই প্ৰতিনিধিৰূপে পঠোৱা আফজল বেগৰ সৈতে আলোচনা কৰি আয়েংগাৰে অনুচ্ছেদটোৰ নতুন এটা খচৰা প্ৰস্তুত কৰি সংবিধান পৰিষদত বিতৰণ কৰিলে। সংশোধিত খচৰাত আয়েংগাৰে নেচনেল কনফাৰেন্সক সন্তুষ্ট কৰিবলৈ গৈ পূৰ্বৰ খচৰাত থকা এটা অতি গুৰুত্বপূৰ্ণ অংশৰ বিলুপ্তি ঘটালে। সেয়া হৈছে— মৌলিক অধিকাৰ আৰু সংশ্লিষ্ট সাংবিধানিক ৰক্ষণাবেক্ষণ। মন কৰিব লগা যে জৱাহৰলাল নেহৰু তেতিয়া আছিল আমেৰিকাত।

এই সংশোধনী চৰ্দাৰ পেটেলে ভাল পোৱা নাছিল। আয়েংগাৰলৈ তেওঁ লিখিলে, [২৯] "মূল খচৰাটোৰ কিছুমান বিশেষ সালসলনি মই দেখিছো— বিশেষকৈ মৌলিক অধিকাৰ আৰু নিৰ্দেশিকা নীতিৰ প্ৰয়োগ সন্দৰ্ভত। ৰাজ্যখন ভাৰতৰ অংশ অথচ কোনো ব্যৱস্থাৰ স্বীকৃতি নিদিয়াৰ এই ত্ৰুটি আপুনি নিজেই অনুভৱ কৰিব।

শ্বেখ চাহিবৰ উপস্থিতিতে সকলো ব্যৱস্থাৰ প্ৰতি আমাৰ দলে অনুমোদন জনোৱাৰ পাছত কোনো কথা সলনি কৰাটো মই ভাল পোৱা নাই।... ইয়াৰ পৰিপ্ৰেক্ষিতত মোৰ অনুমোদনৰ প্ৰশ্ন নুঠে। এনে কৰাটো আপুনি যদিহে শুদ্ধ বুলি ভাবিছে, আপুনি কৰিব পাৰে।"

যি কি নহওক, সংশোধিত খচৰাত থকা ব্যৱস্থাবোৰ হ'ল এনেকুৱা ঃ

(১) ভাৰতৰ সংবিধানৰ ১নং অনুচ্ছেদ ৰাজ্যখনত কাৰ্যকৰী হ'ব আৰু ভাৰত ইউনিয়নৰ অঞ্চলবোৰৰ ভিতৰত ৰাজ্যখন অন্তৰ্ভুক্ত হ'ব।

(২) ৰাজ্যখনৰ অন্তৰ্বৰ্তীকালীন চৰকাৰৰ সন্মতি অবিহনে ভাৰতৰ সংবিধানৰ আন ব্যৱস্থাবোৰ ৰাজ্যখনত প্ৰযোজ্য নহ'ব।

(৩) চামিলকৰণ নথিৰ চৰ্তৰ ভিত্তিত ইউনিয়ন আৰু ৰাজ্যখনৰ মাজত ক্ষমতাৰ বিভাজন হ'ব।

(৪) ৰাজ্যখনৰ সংবিধান পৰিষদৰ অনুমোদনত সাংবিধানিক ব্যৱস্থাবোৰৰ ৰূপায়ণ, সংশোধন বা বিলুপ্তি ঘটোৱাৰ ক্ষমতা ভাৰতৰ ৰাষ্ট্ৰপতিক দিয়া হ'ব।

(৫) 'ৰাজ্য চৰকাৰ' বুলিলে বুজাব মহাৰজাই ১৯৪৮ চনৰ ৫ মাৰ্চ তাৰিখে কৰা ঘোষণাৰ অধীনত মন্ত্ৰীসভাৰ পৰামৰ্শত মহাৰজাই লোৱা ব্যৱস্থা।

## বিশেষ ব্যৱস্থাত অনুমোদন

৩০৬ (ক) অনুচ্ছেদৰ এই খচৰাটো ১৯৪৯ চনৰ ১৬ অক্টোবৰ তাৰিখে ভাৰতৰ সংবিধান পৰিষদত বিতৰণ কৰা হ'ল। তাৰ পাছদিনা এই নতুন খচৰাৰ বিষয়ে পৰিষদত

---

২৯। 'চৰ্দাৰ পেটেলছ কাৰেচপণ্ডেন্স'

আলোচনা হওতে ৫নং দফাত 'ৰাজ্য চৰকাৰ' শীৰ্ষক সংজ্ঞাত ক্ৰটি থকা বুলি ভালেমান সদস্যই উল্লেখ কৰিলে। "মহাৰজাই ১৯৪৮ চনৰ ৫ মাৰ্চত কৰা ঘোষণাৰ অধীনত সম্প্ৰতি কাৰ্যনিৰ্বাহ কৰি থকা মন্ত্ৰী সভাৰ পৰামৰ্শত কাম কৰা, জম্মু আৰু কাশ্মীৰৰ মহাৰজা বুলি ৰাষ্ট্ৰপতিয়ে স্বীকৃতি দিয়া ব্যক্তিজনকে ৰাজ্যখনৰ চৰকাৰ বুলি অৰ্থ কৰিব।" এই সংশোধনীৰ কথা নেচনেল কনফাৰেন্সৰ নেতৃবৰ্গক ১৭ অক্টোবৰৰ পুৱাই জনোৱা হ'ল। অন্তৰ্বৰ্তীকালীন চৰকাৰটো এটা চিৰস্থায়ী চৰকাৰ বুলি যে পূৰ্বতে থকা ব্যৱস্থাই বুজাইছিল, সেই কথা আয়েংগাৰৰ উপৰিও মৌলানা আবুল কালাম আজাদেও কনফাৰেন্সৰ নেতৃবৰ্গক পতিয়ন নিয়াবলৈ যত্ন কৰিলে। কিন্তু এই খচৰাটো সংবিধান পৰিষদত আলোচনাৰ সময়ত নেচনেল কনফাৰেন্সৰ কোনো এজন সদস্যই অংশ গ্ৰহণ নকৰিলে। ফলত খচৰাটো বিনা প্ৰতিবাদে আৰু সৰ্বসন্মতিক্ৰমে গৃহীত হ'ল। সংশোধনীৰ পৰ্যায়ত সংবিধান পৰিষদে অনুচ্ছেদটোৰ নম্বৰ সলনি কৰিলে। পূৰ্বতে আছিল ৩০৬ (ক) অনুচ্ছেদ। এতিয়া হ'ল ৩৭০ নং অনুচ্ছেদ।

ৰাজ্যখনৰ ৰিজেন্টৰূপে ডঃ কৰণ সিঙে ১৯৪৯ চনৰ ২৫ নৱেম্বৰ তাৰিখে ঘোষণা কৰিলে যে জম্মু-কাশ্মীৰ ৰাজ্য আৰু ভাৰতীয় ইউনিয়নৰ মাজৰ সম্পৰ্ক এতিয়াৰ পৰা চালিত হ'ব ভাৰতৰ সংবিধানৰ দ্বাৰা। এই ঘোষণাৰ লগে লগে ভাৰতৰ সংবিধানৰ সংগতিসূচক নোহোৱা ৰাজ্যখনৰ সকলোবোৰ বিধি ব্যৱস্থা ৰহিত হ'ল। নক'লেও হ'ব যে ভাৰতৰ সংবিধান প্ৰযোজ্য হয় ১৯৫০ চনৰ ২৬ জানুৱাৰী তাৰিখৰ পৰা।

# ৩৭০ নং অনুচ্ছেদৰ সবিশেষ

৩৭০ নং অনুচ্ছেদৰ ব্যৱস্থা অনুসৰি সংবিধানৰ প্ৰথম অনুসূচীৰ খ শাখাত (Part B of the First Schedule) অন্তৰ্ভুক্ত ৰাজ্যবোৰৰ আওতাৰ পৰা জম্মু-কাশ্মীৰ ৰাজ্যক বেলেগাই ৰখা হ'ল। যিবোৰ দেশীয় ৰাজ্যই ভাৰত ডমিনিয়নত যোগদান কৰিলে, কিন্তু কোনো ৰাজ্যৰ লগত চামিল কৰি দিয়া নহ'ল বা কেন্দ্ৰীয় শাসিত অঞ্চলৰূপে পুনৰ্গঠিত কৰা নহ'ল, সেইবোৰক সংবিধানৰ খ শাখাত ৰখা হৈছিল। এই শ্ৰেণীত অন্তৰ্ভুক্ত ৰাজ্যবোৰৰ ভিতৰত আছিল— হায়দৰাবাদ, মহীশূৰ, মধ্যভাৰত, ৰাজস্থান, সৌৰাষ্ট্ৰ, ত্ৰিবাংকুৰ-কোচিন, বিন্ধ্য প্ৰদেশ পাতিয়ালা, পূব পঞ্জাব ৰাজ্যবোৰৰ ইউনিয়ন আৰু জম্মু-কাশ্মীৰ। এই ৰাজ্যবোৰত আভ্যন্তৰীণ সংবিধান ব্যৱস্থা কৰি সপ্তম দফা (Part vii) বুলি এটা পৃথক অংশ সংবিধানত অন্তৰ্ভুক্ত কৰা হ'ল। এই দফাত থকা ব্যৱস্থা মতে ৰাজ্যপাল শাসিত প্ৰদেশবোৰৰ লগত সংগিত ৰাখি 'ক' শাখাৰ (Part A states) বাবে থকা সংবিধানৰ ষষ্ঠ দফাৰ ব্যৱস্থাবোৰ কিছু ব্যতিক্ৰম আৰু সংশোধনৰ চৰ্তসাপেক্ষে খ শাখাৰ (Part B states) ৰাজ্যবোৰতো প্ৰযোজ্য কৰা হ'ব। ক শাখাৰ ৰাজ্যবোৰৰ দৰে বিধান সভাৰ প্ৰতি দায়বদ্ধ এখন মন্ত্ৰীসভাৰ সৈতে এটা গণতান্ত্ৰিক চৰকাৰ প্ৰতিখন ৰাজ্যতে থাকিব। সংবিদানৰ সপ্তম দফা জম্মু-কাশ্মীৰ ৰাজ্যত প্ৰযোজ্য নহ'ব। ৩৭০ নং অনুচ্ছেদ অনুসৰি নিজৰ চৰকাৰ গঠনৰ বাবে জম্মু-কাশ্মীৰ ৰাজ্যই নিজা সংবিধান প্ৰণয়ন কৰিব। ১নং অনুচ্ছেদৰ বাহিৰে ভাৰতৰ সংবিধানৰ আন কোনো ব্যৱস্থা ৰাজ্যখনত প্ৰযোজ্য নোহোৱাৰ ব্যৱস্থা কৰা হ'ল।

ৰাজ্যখনৰ সম্পৰ্কত সংসদৰ আইন প্ৰণয়নৰ ক্ষমতাও সীমিত কৰা হ'ল। চামিলকৰণ নথিত থকা চৰ্তৰ লগত সংগতি থকা যিবোৰ বিষয় ৰাজ্য চৰকাৰৰ সৈতে আলোচনা কৰি ভাৰতৰ ৰাষ্ট্ৰপতিয়ে নিৰ্দিষ্ট কৰি দি ঘোষণা কৰিব তেনেবোৰ বিষয়তহে কেৱল সংসদে আইন প্ৰণয়ন কৰিব পাৰিব। 'ৰেছিডুৱেৰী' (Residuary) ক্ষমতা ৰাজ্যখনৰ হাতত সংৰক্ষিত থাকিব। আন কথাত ক'বলৈ গ'লে, ভাৰতৰ সংবিধানত কেন্দ্ৰ আৰু ৰাজ্যৰ মাজত ক্ষমতা বিভাজনৰ যি ব্যৱস্থা আছে, সেয়া জম্মু-কাশ্মীৰ ৰাজ্যৰ ক্ষেত্ৰত প্ৰযোজ্য নহ'ব।

৩৭০ নং অনুচ্ছেদত থকা ব্যৱস্থা অনুসৰি কেন্দ্ৰীয় তালিকা, উমৈহতীয়া তালিকা আৰু ৰাজ্যিক তালিকাত থকা কোনো বিষয় সন্দৰ্ভত ভাৰত চৰকাৰলৈ কৰ্তৃত্ব হস্তান্তৰ কৰিব পৰাৰ ক্ষমতা থাকিব একমাত্ৰ ভাৰতৰ ৰাষ্ট্ৰপতিৰহে। আৰু তাকো ৰাজ্য চৰকাৰৰ সম্মতিক্ৰমেহে। ৰাজ্যখনত ইতিমধ্যে প্ৰযোজ্য নোহোৱা, ভাৰতৰ সাংবিধানত থকা ব্যৱস্থা সংশোধন বা ব্যতিক্ৰমসহ ৰাজ্যখনলৈ সম্প্ৰসাৰিত কৰিব লাগিলে, তেনে নিৰ্দেশনা দিবলৈ ৰাষ্ট্ৰপতিক কৰ্তৃত্ব দিয়া হয়। এই ক্ষেত্ৰতো ৰাজ্য চৰকাৰৰ লগত ৰাষ্ট্ৰপতিয়ে আলোচনা

কৰি ল'ব লাগিব। এনে বিষয় যদি চামিলকৰণ নথিত নির্দিষ্ট থকা বিষয় সম্পৰ্কীয় হয়, তেতিয়া হ'লে ৰাজ্য চৰকাৰৰ অনুমোদন লাগিব। ৰাজ্যখনত সংবিধান পৰিষদ গঠনৰ আগতে যদি ভাৰতীয় ইউনিয়নলৈ অধিক ক্ষমতা বা ভাৰতীয় সংবিধানৰ অধিক ব্যৱস্থা ৰাজ্যখনত প্রয়োগ কৰাৰ বাবে আদেশ দিয়া হৈছিল, তেন্তে ৰাজ্য চৰকাৰৰ লগত কৰা আলোচনা আৰু অনুমোদন সংবিধান পৰিষদৰ 'সিদ্ধান্তৰ বাবে' পৰিষদত দাখিল কৰিব লাগিব।

৩৭০ নং অনুচ্ছেদত থকা ব্যৱস্থা অনুসৰি ৰাষ্ট্ৰপতিয়ে এই অনুচ্ছেদত থকা কোনো ব্যৱস্থা কার্যকৰী নোহোৱা বা তেওঁ কৰা সংশোধনী আৰু ব্যতিক্রম ভিত্তিতহে কার্যকৰী হ'ব বুলি ৰাজহুৱা বিজ্ঞপ্তি যোগে ঘোষণা কৰিব পাৰিব। কিন্তু ৰাজ্যখনৰ সংবিধান পৰিষদৰ অনুমোদন ক্ৰমেহে কেৱল ৰাষ্ট্ৰপতিয়ে এনে ধৰণৰ বিজ্ঞপ্তি দিব পাৰিব।

অধ্যাপক এম, কে টেঙে ৩৭০ নং অনুচ্ছেদ সম্পৰ্কে কেইটামান বিশেষ দিশৰ কথা উল্লেখ কৰিছে। তেওঁৰ মতে[৩০] "৩৭০ নং অনুচ্ছেদৰ এটা বিশেষ দিশ হৈছে যে এই অনুচ্ছেদে ৰাজ্যখনত স্থায়ী সংবিধান পৰিষদৰ কথা ভাবিছিল— অন্ততঃ অস্থায়ী ব্যৱস্থাবোৰ যি পর্যন্ত আইনৰ গ্ৰন্থত থাকে। সংবিধান প্ৰণেতাসকলে ধৰি লৈছিল যে ৩৭০ নং অনুচ্ছেদত থকা অস্থায়ী ব্যৱস্থাবোৰ তুলনামূলকভাৱে কম দিনৰ বাবেহে থাকিব আৰু ৰাজ্যখনৰ সংবিধান পৰিষদে ৰাজ্যখনৰ সংবিধান প্রণয়ন কৰাৰ পাছত এই অনুচ্ছেদটোৰ আৰু কাম নাথাকিব। ৰাজ্যখনৰ সংবিধান প্ৰণয়নৰ কাম সম্পূর্ণ হোৱাৰ পাছত ১৯৫৭ চনত ৰাজ্যখনৰ সংবিধান পৰিষদ ভংগ কৰা হয়।

৩৭০ নং অনুচ্ছেদে ৰাষ্ট্ৰপতি বা সংবিধান পৰিষদৰ হাতত কোনো সাংবিধানিক ক্ষমতা দিয়া নাছিল। ৰাষ্ট্ৰপতি আৰু তেওঁৰ লগতে ৰাজ্যখনৰ সংবিধান পৰিষদক এই ক্ষমতাহে দিয়া হৈছিল যে তেওঁলোকে এই অনুচ্ছেদৰ অৱসান ঘটাব বা তেওঁলোকে নির্দিষ্ট কৰি দিয়া সংশোধনী বা ব্যতিক্রমী ব্যৱস্থাৰেহে এই অনুচ্ছেদ অব্যাহত ৰখা হ'ব।

৩৭০ নং অনুচ্ছেদৰ ব্যৱস্থাবোৰ সংশোধন কৰাৰ ক্ষমতা ন্যস্ত কৰা হৈছে ভাৰতৰ সংসদৰ ওপৰত। এই ক্ষেত্ৰত ৩৭০ নং অনুচ্ছেদ বা ভাৰতৰ সংবিধানৰ আন কোনো ব্যৱস্থাই সীমাবদ্ধতা প্রযোজ্য কৰা নাই। ভাৰতৰ সংবিধানৰ সংশোধন কৰাৰ বাবে সংবিধান যি পদ্ধতি নির্দিষ্ট কৰি দিছে, সেয়া সীমাহীন (unfettered)– সংবিধানে সুস্পষ্টভাৱে দিয়া বিধি-বিধানৰ যোগেদিহে কেৱল তাক সীমিত কৰিব পাৰি। সংবিধানৰ ৩৭০ নং অনুচ্ছেদ সংশোধন কৰাৰ বাবে সংসদৰ ক্ষমতাৰ ক্ষেত্ৰত কোনো সীমাবদ্ধতা নাই। সংবিধানত এনেকুৱা ব্যৱস্থা থাকিলেও আৰু ৩৭০ নং অনুচ্ছেদতে এই অনুচ্ছেদ সংশোধনৰ ক্ষেত্ৰত ভাৰতৰ সংসদৰ সীমাবদ্ধতা নির্দিষ্ট কৰি দিয়া হ'লেও তেনে সীমাবদ্ধতা বাতিল কৰি অনুচ্ছেদটোৰ সংশোধন বা বিলুপ্তি ঘটোৱাৰ ক্ষেত্ৰত অন্তৰায় নাই।"

প্ৰকৃততে ৩৭০ নং অনুচ্ছেদ হৈছে— পাৰস্পৰিক বুজাবুজি চুক্তি আৰু সন্মতিৰ

---

৩০। 'কাশ্মীৰ— আৰ্টিক'ল ৩৭০'

জৰিয়তে জম্মু-কাশ্মীৰ ৰাজ্য আৰু কেন্দ্ৰীয় চৰকাৰৰ মাজৰ যোগসূত্ৰ শক্তিশালী কৰাৰ ব্যৱস্থা। এই পৰ্যন্ত ৰাজ্যখনলৈ প্ৰায় দুশখন আইন সম্প্ৰসাৰিত কৰি কাৰ্যকৰী কৰা হৈছে। এই আইনবোৰ হৈছে বিভিন্ন বিষয়ৰ। তাৰ ভিতৰত উল্লেখযোগ্য হ'ল— ৰাজ্যখনৰ সৈতে থকা বিত্তীয় সম্পৰ্ক, উচ্চতম ন্যায়ালয়ৰ ক্ষমতা সম্প্ৰসাৰণৰ উপৰিও ভাৰতৰ অডিট, একাউন্টছ আৰু প্ৰশাসনীয় সেৱাৰ ব্যৱস্থা।

কোনো কোনো মহলে ক'ব খোজে যে ভাৰতৰ সংবিধানৰ XXI অংশত "অস্থায়ী সাময়িক আৰু বিশেষ ব্যৱস্থা" (Temporary, Tranisitional and special provisions) শিতানত যিহেতু ৩৭০ নং অনুচ্ছেদটো আছে, সেয়ে এই অনুচ্ছেদটো সংবিধানত স্থায়ীভাৱে থাকিব নালাগে। কিন্তু মনত ৰখা প্ৰয়োজন যে শিৰোনামাটোহে তেনেদৰে আছে— অনুচ্ছেদটোৰ ক'তো তেনে কোনো কথা নাই অথবা এই ব্যৱস্থা বাতিল বা বিলুপ্তিৰ কোনো কথা সংবিধানত নিৰ্দিষ্টভাৱে উল্লেখ নাই।

উল্লেখ কৰা উচিত হ'ব যে ১৯৫২ চনৰ দিল্লী চুক্তি আৰু ১৯৭৫ চনৰ কাশ্মীৰ চুক্তিৰ অংশৰূপে ভাৰতৰ সংবিধানত ৩৭০ নং অনুচ্ছেদটো থকাৰ কথাত জম্মু-কাশ্মীৰ চৰকাৰে গুৰুত্ব দিয়াত কেন্দ্ৰীয় চৰকাৰ মান্তি হৈছিল আৰু ভাৰতৰ সংসদেও তাত অনুমোদন জনাইছিল।

কোনো কোনোৱে ক'ব খোজে যে ৩৬৮ নং অনুচ্ছেদৰ অধীনত ভাৰতৰ সংবিধান সংশোধন কৰিব পাৰি বাবে এই অনুচ্ছেদৰ অধীনত ৩৭০ নং অনুচ্ছেদৰ বিলুপ্তি ঘটাব পাৰি। কথাটো কিন্তু সহজ নহয়। সূক্ষ্মভাৱে পৰীক্ষা কৰিলে দেখা যায় যে এনে সংশোধনী অতি জটিল। কিয়নো অন্যান্য কথাৰ লগতে সংবিধানৰ ৩৬৮ নং অনুচ্ছেদত এই বুলি উল্লেখ আছে— "৩৭০ নং অনুচ্ছেদৰ ১নং দফা অনুসৰি ৰাষ্ট্ৰপতিৰ আদেশৰ ভিত্তিত কাৰ্যকৰী নকৰিলে জম্মু-কাশ্মীৰ ৰাজ্যৰ ক্ষেত্ৰত কোনো সংশোধনী কাৰ্যকৰী নহ'ব।" আন কথাত ক'বলৈ হ'লে, জম্মু-কাশ্মীৰ মন্ত্ৰীসভাৰ সম্মতি অবিহনে কোনো সংশোধনী ৰাজ্যখনত কাৰ্যকৰী নহ'ব। কাৰণ, জম্মু-কাশ্মীৰৰ ক্ষেত্ৰত কোনো ব্যৱস্থা লোহৱাৰ ক্ষেত্ৰও ৰাষ্ট্ৰপতিয়ে ৰাজ্যখনৰ সম্মতি বা অনুমোদন ল'ব লাগিবই বুলি সংবিধানত ব্যৱস্থা আছে।

ন্যায়াধীশ এ-এছ আনন্দে তেওঁৰ কাশ্মীৰ সম্পৰ্কীয় বিখ্যাত[৩১] গ্ৰন্থ এখনত ৩৬৮ নং অনুচ্ছেদ জম্মু-কাশ্মীৰ ৰাজ্যত প্ৰয়োগ কৰাত ক্ষেত্ৰত থকা সীমাবদ্ধতাৰ বিষয়ে লিখিছে এই বুলি— "৩৬৮ নং অনুচ্ছেদত থকা সংশোধনী পদ্ধতি অনুসৰণ কৰিলেও জম্মু আৰু কাশ্মীৰ চৰকাৰৰ গ্ৰহণযোগ্য নোহোৱা কোনো সংশোধনী ৰাজ্যখনত প্ৰযোজ্য নহয়।" সংসদে কোনো এক সংশোধনী বিধেয়ক গ্ৰহণ কৰিলেও, জম্মু-কাশ্মীৰ চৰকাৰৰ সম্মতি লৈ ৩৭০ নং অনুচ্ছেদৰ ১নং ধাৰাৰ অধীনত ৰাষ্ট্ৰপতিয়ে আনুষ্ঠানিক আদেশ জাৰি নকৰিলে, সেই সংশোধনী জম্মু-কাশ্মীৰত প্ৰযোজ্য কৰিব নোৱাৰি।

কেন্দ্ৰীয় চৰকাৰে ইচ্ছা কৰিলে ৰাজ্যপাল বা ৰাষ্ট্ৰপতিৰ শাসন ৰাজ্যখনত প্ৰযোজ্য হৈ থকাৰ সময়ত অৰ্থাৎ মন্ত্ৰীসভা নথকা সময়ত ব্যৱস্থা ল'ব পাৰি বুলি কোনো কোনোৱে

---

৩১। 'ডেভলপমেন্ট অব দি কনষ্টিটিউশ্যন অব জম্মু এণ্ড কাশ্মীৰ'

যুক্তি দৰ্শাব খোজে। নক'লেও হ'ব যে তেনে কাম হ'ব সাংবিধানিক ব্যৱস্থাৰ এক প্ৰহসন আৰু জম্মু-কাশ্মীৰৰ ৰাইজক দিয়া প্ৰতিশ্ৰুতি ভংগ কৰাৰ তুল্য।

এই বুলিও যুক্তি দিব খোজা হয় যে বাহিৰৰ পৰা হোৱা আক্ৰমণ আৰু আভ্যন্তৰীণ অশান্তি সম্পৰ্কীয় বিষয়ত ব্যৱস্থা লোৱাৰ বাবে সংবিধানত থকা ৩৫৫ নং ধাৰাটোৰ ফলপ্ৰসূ ৰূপায়ণৰ ক্ষেত্ৰত ৩৭০ নং অনুচ্ছেদ এক অন্তৰায় হ'ব পাৰে। কিয়নো, তেনে ক্ষেত্ৰতো জম্মু-কাশ্মীৰ চৰকাৰৰ সন্মতিৰ প্ৰয়োজন। কিন্তু এনে আশংকা সত্য নহয় বুলি ইতিমধ্যে প্ৰমাণিত হৈছে।

৩৭০ নং অনুচ্ছেদত ৰাজ্যখনৰ বাবে এখন পৃথক সংবিধান প্ৰণয়ন কৰাৰ বাবে ৰাজ্যিক পৰ্যায়ৰ সংবিধান পৰিষদ এখন গঠনৰ যি ব্যৱস্থা আছে, সেই অনুসৰি ৰাজ্যখনত ইতিমধ্যে ব্যৱস্থা লোৱা হৈছে। ৰাজ্যিক সংবিধানখন ১৯৫৬ চনৰ নৱেম্বৰ মাহত ৰাজ্যখনৰ সংবিধান পৰিষদত গৃহীত হয় আৰু ১৯৫৭ চনৰ ২৬ জানুৱাৰীৰ পৰা সেই সংবিধান কাৰ্যকৰী কৰা হয়।

ৰাজ্যখনৰ কিছুমান আভ্যন্তৰীণ বিষয়ত ৰাজ্যিক সংবিধানখনে কিছুমান বিশেষ ব্যৱস্থা কৰিছে। বিশেষভাৱে মন কৰিব লগা কথা হ'ল যে ৰাজ্যিক সংবিধানখনৰ প্ৰস্তাৱনাত ৰাজ্যখন ভাৰতৰ সৈতে চামিল হোৱাৰ কথা উল্লেখ কৰি ৰাজ্যখন 'ভাৰতৰ অবিচ্ছেদ্য অংগ' বুলি ঘোষণা কৰা হৈছে। আন এটা গুৰুত্বপূৰ্ণ দিশ হ'ল— ৰাজ্যিক সংবিধানত থকা ব্যৱস্থা সংশোধনৰ বাবে ১৪৭ নং অনুচ্ছেদত থকা ব্যৱস্থা। সেই অনুসৰি বিধান সভাৰ দুই তৃতীয়াংশ সদস্যৰ সংখ্যাগৰিষ্ঠতাৰেহে কেৱল ৰাজ্যখনৰ সংবিধান সংশোধন কৰিব পাৰি। কিন্তু সংবিধানত কেইটামান বিষয়ত ৰাজ্যখনৰ বিধান সভাৰ কোনো বিধেয়ক গ্ৰহণ কৰা বা সংশোধন কৰাৰ ক্ষমতা নাই। সেইবোৰ হ'ল— (১) ১৪৭ নং অনুচ্ছেদত থকা সংবিধান সংশোধনৰ ক্ষমতা বা পদ্ধতি; (২) তিনি নং অনুচ্ছেদত থকা জম্মু-কাশ্মীৰ ভাৰতৰ অবিচ্ছেদ্য অংগ বুলি থকা ব্যৱস্থা; (৩) পাঁচ নং অনুচ্ছেদত থকা ৰাজ্যখনৰ 'ৰেচিডুৱেৰী পাৱাৰ' সন্দৰ্ভত থকা ব্যৱস্থা আৰু (৪) ৰাজ্যখনৰ বাবে আইন প্ৰণয়ন কৰিবলৈ ভাৰতৰ সংবিধানত থকা ক্ষমতা বা কৰ্তৃত্ব। ৰাজ্যখনৰ সংবিধানত থকা এইবোৰ ব্যৱস্থা অলংঘনীয়।

১৯৬৮ চনত জম্মু আৰু কাশ্মীৰ তদন্ত আয়োগ নামৰ এটি আয়োগ গঠন কৰা হৈছিল। আয়োগে বিস্তৃতভাৱে আলোচনা কৰি মন্তব্য কৰিছিল, "আমি ভাবো যে বৰ্তমানে ৩৭০ নং অনুচ্ছেদ বাতিলৰ অনুমোদন গ্ৰহণযোগ্য নহয়। ভাৰতৰ বাকী অংশৰ সৈতে জম্মু আৰু কাশ্মীৰ একীকৰণৰ ক্ষেত্ৰত ইতিমধ্যে যি অগ্ৰগতি হৈছে; তাৰ পৰিপ্ৰেক্ষিতত আমি অনুভৱ কৰো যে এই অনুচ্ছেদটো কেতিয়া বাতিল কৰা উচিত, সেই বিষয়ে সিদ্ধান্ত লোৱাৰ ভাৰ জম্মু আৰু কাশ্মীৰ ৰাজ্যৰ চৰকাৰ আৰু জনসাধাৰণলৈ এৰি দিয়া উচিত।"

# ৰাজ্যিক সংবিধান পৰিষদ

১৯৫০ চনৰ ২৭ অক্টোবৰত বহা নেচনেল কনফাৰেন্সৰ সাধাৰণ পৰিষদৰ সভাই অন্যান্য বিষয় আলোচনা কৰাৰ লগতে এই বুলি সিদ্ধান্ত লয় যে "জম্মু আৰু কাশ্মীৰ ৰাজ্যৰ ভৱিষ্যতৰ আকাৰ আৰু আনুগত্য (affiliation) নিৰ্ধাৰণ কৰাৰ বাবে ৰাজ্যখনৰ সকলোবোৰ সমষ্টি আৰু সকলো শ্ৰেণীৰ জনসাধাৰণক সামৰি সাবালক ভোটাধিকাৰৰ ভিত্তিত সংবিধান পৰিষদ এখন আহ্বান কৰাৰ বাবে ততালিকে ব্যৱস্থা ল'বলৈ" দলৰ কাৰ্য নিৰ্বাহক কমিটীক আহ্বান জনায়। তাৎপৰ্যপূৰ্ণভাৱে কাৰ্য নিৰ্বাহক কমিটীখনক "ছুপ্ৰীম নেচনেল একজিকিউটিভ অৱ দ্য পিপ্‌ল" বুলি প্ৰস্তাৱটোত উল্লেখ কৰা হয়।

এই প্ৰস্তাৱটো গ্ৰহণ কৰাৰ সময় মন কৰিব লগা। ৰাজ্যখনত থকা সামৰিক বাহিনী আঁতৰাই নিয়া আৰু গণভোট গ্ৰহণৰ ব্যৱস্থা কৰাৰ লগতে তাৰ বাবে প্ৰশাসক এজন নিযুক্তি দিয়া সন্দৰ্ভত এক আপোচমূলক সমাধানৰ বাবে ৰাষ্ট্ৰসংঘই ছাৰ অৱেন ডিক্সন (Owen Dixon) নামৰ মধ্যস্থতাকাৰী এজনক নিযুক্তি দিছিল। তেওঁৰ প্ৰতিবেদন ভাৰতে অগ্ৰাহ্য কৰিলে। ডিক্সনৰ প্ৰতিবেদন আলোচনা কৰিবলৈকে ঘাইকৈ নেচনেল কনফাৰেন্সৰ সাধাৰণ পৰিষদৰ বৈঠকত আহ্বান কৰা হৈছিল। সাধাৰণ পৰিষদে ডিক্সনৰ প্ৰতিবেদনক গৰিহণা দিলে। পৰিষদে মত প্ৰকাশ কৰিলে যে এই প্ৰতিবেদনত পাকিস্থানৰ সশস্ত্ৰ হস্তক্ষেপ আন্তঃৰাষ্ট্ৰীয় আইনৰ দেখ দেখ উলংঘন বুলি স্বীকাৰ কৰা হৈছে যদিও আক্ৰমণকাৰীক আক্ৰান্তৰ লগত সমস্থানত ৰখা হৈছে আৰু তাৰ পাছত তেওঁলোকক আক্ৰমণৰ পৰা হোৱা লাভ নিজৰ হাতত ৰাখিবলৈ দিয়া হৈছে। ৰাজ্যখন ভাগ কৰিবলৈ ডিক্সনে দিয়া পৰামৰ্শ নেচনেল কনফাৰেন্সৰ সাধাৰণ পৰিষদে মানি নল'লে। পৰিষদে ঘোষণা কৰিলে যে ৰাজ্যখনৰ আঞ্চলিক অখণ্ডতা অক্ষুণ্ণ থাকিব লাগিব।

ডিক্সনৰ প্ৰস্তাৱ ভাৰতে অগ্ৰাহ্য কৰা সিদ্ধান্তৰ প্ৰতি সমৰ্থন জনাবলৈকে নেচনেল কনফাৰেন্সৰ সাধাৰণ পৰিষদৰ বৈঠকখন আহ্বান কৰা হৈছিল যদিও সেই সভাতেই সংবিধান এখন প্ৰণয়ন কৰাৰ বাবে ৰাজ্যিক সংবিধান পৰিষদ এখন গঠন কৰাৰ সিদ্ধান্ত লোৱা হ'ল। এই সন্দৰ্ভত গ্ৰহণ কৰা প্ৰস্তাৱটো বিশেষ তাৎপৰ্যপূৰ্ণ। প্ৰস্তাৱটো আছিল এনে ধৰণৰ ঃ

> "আক্ৰমণৰ ক্ষতিকৰ পৰিণাম স্বৰূপে ৰাজ্যখনৰ জনসাধাৰণ বলি হৈ থাকিবলগীয়া পৰিস্থিতিত সদৌ জম্মু আৰু কাশ্মীৰ নেচনেল কনফাৰেন্সৰ এই সভাই গভীৰ উদ্বেগ প্ৰকাশ কৰে। সভাৰ মতে, এই বিফলতাৰ কাৰণ হৈছে— পাকিস্থানৰ আপোচহীনতাক উচ্চ মূল্য দিয়াৰ ক্ষেত্ৰত বৰ্দ্ধিত ৰেহাই।

> এই পৰ্যন্ত যি থেৰো-গেৰো আৰু অবাস্তৱ পদ্ধতি অৱলম্বন কৰা হৈছে, তাৰ ফলত ৰাজ্যখনৰ ৰাইজৰ জীৱন এক যন্ত্ৰণাদায়ক অনিশ্চয়তালৈ ঠেলি দিয়া হৈছে। এই পৰিস্থিতিত সদৌ জম্মু আৰু নেচনেল কনফাৰেন্স গভীৰভাৱে উদ্বিগ্ন। সন্দেহ আৰু হতাশাৰ এই পৰিস্থিতি স্থায়ী হোৱাৰ কথা অগ্ৰাহ্য কৰিব নোৱাৰি। এই দ্বিধাজনিত আৰু থেৰো-গেৰো পৰিস্থিতিৰ অনিশ্চিত অৱস্থাৰ অৱমান ঘটাবলৈ জনসাধাৰণে আগভাগ লোৱাৰ সময় হৈছে বুলি সাধাৰণ পৰিষদে অনুভৱ কৰে। ভৱিষ্যৎ ৰূপ (future shape) আৰু অন্তৰ্ভুক্তি (affiliation) নিৰ্ধাৰণ কৰাৰ উদ্দেশ্যে সাবালক ভোটদানৰ ভিত্তিত ৰাজ্যখনৰ সকলোবোৰ সমষ্টি আৰু সকলো শ্ৰেণীৰ জনসাধাৰণক সামৰি সংবিধান পৰিষদ এখন গঠনৰ বাবে ততালিকে ব্যৱস্থা ল'বলৈ সাধাৰণ পৰিষদে জনসাধাৰণৰ "চুপ্ৰীম নেচনেল একজিকিউটিভ"'ৰ প্ৰতি অনুমোদন জনায়।
>
> ৰাজ্যখনৰ জনসাধাৰণৰ সৰ্বোচ্চ ইচ্ছাক একত্ৰিত কৰা এই সাৰ্বভৌম পৰিষদৰ দ্বাৰা আমাক নিজকে আৰু আমাৰ সতি-সন্ততিক এনে এখন সংবিধান দিম, যিখনে আমাৰ স্বাধীনতা সংগ্ৰামৰ ঐতিহ্য ৰক্ষা কৰিব আৰু যিখন হ'ব নতুন কাশ্মীৰ নীতিৰ ভিত্তিত।"

এই কথা লক্ষ্য কৰিবলগীয়া যে অৱেন ডিক্সনে দিয়া প্ৰস্তাৱটো অগ্ৰাহ্য কৰি ভাৰত চৰকাৰৰ প্ৰতি সমৰ্থন জনাবলৈকে প্ৰস্তাৱ এটা গ্ৰহণ কৰা হ'লেও নেচনেল কনফাৰেন্সৰ সাধাৰণ পৰিষদে গ্ৰহণ কৰা প্ৰস্তাৱটোত কিন্তু বিশেষ গুৰুত্ব দিয়া হ'ল "সংবিধান পৰিষদ" এখন গঠন কৰাতহে। লগতে সেই পৰিষদক বিশেষ নিৰ্দিষ্ট দায়িত্ব দিয়াৰো প্ৰস্তাৱ কৰা হ'ল। সেই দায়িত্ব হ'ল— "ৰাজ্যখনৰ ভৱিষ্যৎ আকাৰ আৰু অন্তৰ্ভুক্তি নিৰ্ধাৰণ কৰাৰ"। আন কথাত ক'বলৈ গ'লে, ৰাজ্যখনৰ অন্তৰ্ভুক্তি (affiliation) চূড়ান্তভাৱে নিৰ্ধাৰণ কৰাৰ দায়িত্ব অৰ্পণ কৰা হ'ল সাংবিধানিক বিধান পৰিষদক। এনে ব্যৱস্থাৰ আন অৰ্থ এইদৰে কৰিব পাৰি যে ভাৰতৰ লগত ৰাজ্যখনৰ চামিলকৰণ অস্থায়ী বুলিয়েই কনফাৰেন্সে গণ্য কৰে। গণভোটৰ বিষয়ে প্ৰস্তাৱটোত কোনো কথাৰ উল্লেখ নথকাটোও মন কৰিবলগীয়া। আনহাতে 'ভৱিষ্যৎ আকাৰ' (future shape) বুলি উল্লেখ কৰি 'অনিশ্চয়তাৰ অন্ত পেলোৱাৰ' কথাও প্ৰস্তাৱটোও উল্লেখ থকাটোও উল্লেখযোগ্য কথা।

অধ্যাপক এম কে টেঙৰ মতে[৩২] "কনফাৰেন্সৰ নেতৃবৰ্গই তেওঁলোকৰ ইচ্ছাৰ কথা লুকুৱাই নাৰাখিলে। কনফাৰেন্সৰ সাধাৰণ পৰিষদৰ প্ৰস্তাৱটোও হঠাতে ঘোষণা কৰা হ'ল যে অন্তৰতীকালীন চৰকাৰটো হৈছে জনসাধাৰণৰ 'চুপ্ৰীম নেচনেল একজিকিউটিভ' যাক আহ্বান জনোৱা হ'ল ৰাজ্যিক সংবিধান পৰিষদ আহ্বান কৰি ৰাজ্যখনৰ অনিশ্চয়তা আঁতৰ

---

৩২। 'কাশ্মীৰ— আৰ্টিক'ল ৩৭০'

কৰিবলৈ। অন্তৰ্বৰ্তীকালীন চৰকাৰটোক অস্থায়ী বন্ধনৰ পৰা মুক্ত কৰিবলৈ আৰু ইয়াৰ কাৰ্যনিৰ্বাহ নিয়ন্ত্ৰণ কৰা ১৯৩৯ চনৰ সংবিধান আইনকে ধৰি ৰাজ্যখনৰ ৰাজনৈতিক ব্যৱস্থাৰ ওপৰত এই চৰকাৰৰ শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰিবলৈ কনফাৰেন্সৰ নেতৃবৰ্গই বিচাৰিলে। কনফাৰেন্সৰ নেতৃবৰ্গই ৰাজ্যিক সংবিধান পৰিষদক এনে ক্ষমতা দিবলৈ বিচাৰিলে— যিবোৰ ভাৰতৰ সংবিধানে ইয়াৰ বাবে ভবা নাছিল আৰু দিয়া হোৱা নাছিল। সেয়া হৈছে— ভাৰতৰ সংবিধানৰ ৩৭০ নং অনুচ্ছেদত থকা সাংবিধানিক ব্যৱস্থাতকৈ অগ্ৰাধিকাৰ প্ৰদান। ৰাজ্যখন চামিলকৰণ সন্দৰ্ভত পাকিস্থান আৰু ভাৰতৰ মাজত হোৱা বিবাদত তেওঁলোকে নিজকে উভয়ৰে মাজত থকাৰ চেষ্টা কৰিলে। তদুপৰি, নিৰাপত্তা পৰিষদ বা পাকিস্থান চৰকাৰৰ সৈতে ভাৰত চৰকাৰে উপনীত হ'ব পৰা যিকোনো সমাধানৰ ক্ষেত্ৰত অন্তৰ্বৰ্তীকালীন চৰকাৰৰ মতদান লোৱাটো নিশ্চিত কৰাৰ যত্ন কৰিলে।"

নক'লেও হ'ব যে নেচনেল কনফাৰেন্সৰ প্ৰস্তাৱটোৰ তীব্ৰ প্ৰতিক্ৰিয়া হ'ল। ৰাজ্যিক সংবিধান পৰিষদক প্ৰকৃততে কি ক্ষমতা দিবলৈ বিচৰা হৈছে, সেই বিষয়ে কেন্দ্ৰীয় চৰকাৰৰ নেতৃবৰ্গই নেচনেল কনফাৰেন্স দলৰ নেতৃবৰ্গৰ পৰা স্পষ্টীকৰণ বিচাৰিলে। কাৰণ, প্ৰস্তাৱটোত ৰাজ্যখনৰ ভৱিষ্যৎ ব্যৱস্থা (Future disposition) নিৰ্ধাৰণৰ দায়িত্ব প্ৰস্তাৱিত পৰিষদক অৰ্পণ কৰাৰ প্ৰস্তাৱ কৰা হৈছে। ভাৰতৰ লগত জম্মু-কাশ্মীৰৰ চামিলকৰণ চূড়ান্ত বুলি ভাৰতে ঘোষণা কৰা সত্ত্বেও "ৰাজ্যখনৰ ভৱিষ্যৎ নিৰ্ধাৰণ' ব্যৱস্থা কৰিবলৈ ৰাজ্যখনৰ শাসক দলটোৱে ৰাজ্যখনৰ সংবিধান পৰিষদক দিব পাৰে কেনেকৈ?

ৰাজ্যখনৰ অন্তৰ্বৰ্তীকালীন চৰকাৰ আৰু কেন্দ্ৰীয় চৰকাৰৰ ৰাজ্যিক পৰ্যায়ৰ মন্ত্ৰী গোপালস্বামী আয়েংগাৰৰ মাজত এই সন্দৰ্ভত পত্ৰ বিনিময় হ'ল। কনফাৰেন্সৰ নেতৃবৰ্গই আয়েংগাৰক জনালে যে ৰাজ্যখনৰ সংবিধান পৰিষদে সাৰ্বভৌম সংস্থাৰূপে কাম কৰিব। ৰাজ্যখনৰ ক্ষেত্ৰত (১) এক চূড়ান্ত সিদ্ধান্ত ল'ব; (২) ডোগ্ৰা শাসনৰ ভৱিষ্যৎ নিৰ্ধাৰণ কৰিব আৰু (৩) ৰাজ্যখনৰ বাবে এখন সংবিধান প্ৰস্তুত কৰিব।

কেন্দ্ৰীয় চৰকাৰৰ তৰফৰ পৰা জনোৱা হ'ল যে ৰাজ্যখনৰ বাবে এখন সংবিধান প্ৰস্তুত কৰাত আপত্তি নাই, কিন্তু ৰাজ্যখন ভাৰতৰ লগত চামিল হোৱা আৰু এই সন্দৰ্ভত ভাৰত চৰকাৰে দিয়া প্ৰতিশ্ৰুতিবোৰৰ ভিত্তিতহে ৰাজ্যখনৰ সংবিধান পৰিষদে সিদ্ধান্ত ল'ব পাৰিব। তদুপৰি ভাৰতৰ সংবিধানত বিভিন্ন ৰাজ্য আৰু কেন্দ্ৰীয় চৰকাৰৰ মাজত যি সাংবিধানিক সম্পৰ্কৰ ব্যৱস্থা আছে, তাৰ লগত সংগতি ৰাখিহে যাতে ৰাজ্যখনৰ সংবিধান প্ৰস্তুত কৰা হয়, তাৰ প্ৰতি দৃষ্টি ৰাখিবলৈকো নেচনেল কনফাৰেন্সৰ নেতৃবৰ্গইক কোৱা হ'ল।

এনেবোৰ পৰামৰ্শত, কিন্তু কনফাৰেন্সৰ নেতৃবৰ্গ ঐক্যমত হ'ব নোৱাৰিলে। তেওঁলোকৰ মতে ৰাজ্যখনৰ স্থিতিৰ চূড়ান্ত সমাধানকে ধৰি উপযুক্ত বুলি ভবা সকলোবোৰ ব্যৱস্থাৰ বিষয়ে সিদ্ধান্ত লোৱাৰ অধিকাৰ ৰাজ্যিক সংবিধান পৰিষদৰ থাকিব। লগতে নেচনেল কনফাৰেন্সৰ নেতৃত্বই এটা অতি গুৰুত্বপূৰ্ণ যুক্তিৰ অৱতাৰণা কৰিলে। ক'লে যে ভাৰতৰ সৈতে ৰাজ্যখনৰ চামিলকৰণ আৰু ভাৰত চৰকাৰ প্ৰতিশ্ৰুতিবোৰ হ'ল— ৰাজ্যখনৰ জনসাধাৰণে দিয়া ৰায়ৰ চৰ্তসাপেক্ষ।

ৰাজ্যখনৰ হিন্দু আৰু আন সংখ্যালঘুসকলৰ উপৰিও 'প্ৰজা পৰিষদ' আৰু 'হিন্দু সহায়ক সভা' নামৰ সংগঠন দুটাই নেচনেল কনফাৰেন্সৰ প্ৰস্তাবটোৰ তীব্ৰ বিৰোধিতা কৰিলে।

## ৰাজ্যিক সংবিধান পৰিষদ গঠনৰ ঘোষণা

এনে বাদ-বিসম্বাদৰ মাজতে ৰাজ্যখনৰ ৰিজেণ্ট কৰণ সিঙে ১৯৫১ চনৰ ৩০ এপ্ৰিল তাৰিখে ৰাজ্যখনৰ সংবিধান পৰিষদ গঠনৰ ঘোষণা পত্ৰ জাৰি কৰিলে। ঘোষণা পত্ৰত কোৱা হ'ল যে সাৰ্বজনীন সাবালক ভোটাধিকাৰ আৰু গোপন বেলটেৰে ৰাজ্যখনৰ সংবিধান পৰিষদ গঠন কৰা হ'ব। সমষ্টি নিৰ্ধাৰণকে ধৰি নিৰ্বাচনৰ যাৱতীয় বিধি ব্যৱস্থাৰ কথাও ঘোষণা পত্ৰত উল্লেখ কৰা হ'ল। উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ এম. এ শ্বাহমিৰিক লৈ পাঁচজনীয়া সমষ্টি নিৰ্ধাৰণ কমিটী এখন এখন গঠন কৰি দিয়া হ'ল। ইতিমধ্যে জম্মুৰ নাগ্ৰোটা আশ্ৰয় শিবিৰত থকা পাক অধিকৃত অঞ্চলৰ ভগনীয়াসকলে 'কাশ্মীৰী পুৰুষাৰ্থী সভা' (Kashmir Pursharthi Sabha)ৰ বেনাৰত তিনিখন আসন দাবী কৰিলে। শিখসকলেও পুৰণি বিধানসভা 'প্ৰজা সভা'তকৈ অধিক আসন দাবী কৰিলে।

উল্লেখ কৰি থোৱা ভাল হ'ব যে ন্যায়াধীশ শ্বাহমিৰি পূৰ্বতে মহাৰজাৰ অনুগত আছিল যদিও নতুন পৰিস্থিতিত তেওঁ আনুগত্য সলনি কৰিলে। তেওঁ নিযুক্তি পালে অন্তৰ্বৰ্তীকালীন চৰকাৰটোৰ সাংবিধানিক উপদেষ্টাৰূপে।

ৰাজ্যিক সংবিধান পৰিষদৰ সদস্য সংখ্যা এশজন হ'ব বুলি নিৰ্ধাৰণ কৰা হ'ল। ইয়াৰে ২৫জন হ'ব পাক অধিকৃত অঞ্চলৰ। আনবোৰ ঠাইৰ সমষ্টি নিৰ্ধাৰণ কৰা হ'ল এনেদৰে ঃ কাশ্মীৰ প্ৰদেশ ৪৩, জম্মু প্ৰদেশ ৩০ আৰু সীমান্ত অঞ্চল লাডাখ আৰু বাল্টিস্থান-২। 'পুৰুষাৰ্থী সভা'ৰ দাবী অগ্ৰাহ্য কৰা হ'ল। লগতে অগ্ৰাহ্য কৰা হ'ল— শিখসকলৰ বৰ্দ্ধিত আসনৰ দাবী।

ভোটাৰ তালিকাত নাম পঞ্জীভুক্ত কৰাৰ বাবে অৰ্হতা নিৰ্দিষ্ট কৰা হ'ল এনেদৰে ঃ (১) নিম্নতম বয়স হ'ব লাগিব ২১ বছৰ (২) আইনত থকা ব্যৱস্থা মতে ভোটাৰ হোৱাৰ অযোগ্য বুলি বিবেচিত হ'ব নালাগিব আৰু (৩) ভোটাধিকাৰ থাকিব লাগিব।

১৯৫০ চনৰ ১ ডিচেম্বৰত ভোটাৰ তালিকা প্ৰকাশ কৰা হ'ল।

নিৰ্বাচনৰ প্ৰক্ৰিয়া আৰম্ভ হোৱাৰ পৰা নেচনেল কনফাৰেন্সৰ সম্ভাব্য প্ৰাৰ্থীৰ বিৰোধিতা কৰা দল আৰু বিৰোধীৰ সম্ভাব্য প্ৰাৰ্থীসকলে অভিযোগ কৰিবলৈ ধৰিলে যে তেওঁলোকক বিভিন্ন ধৰণে প্ৰৰোচিত কৰা হৈছে। নিৰ্বাচনৰ পৰা আঁতৰাই ৰখা আৰু মনোনয়ন পত্ৰ দিব নোৱৰা বাবে নেচনেল কনফাৰেন্সৰ পৰা শক্তি প্ৰয়োগ কৰাকে ধৰি বিভিন্ন ধৰণে হেঁচা দিয়া বুলিও অভিযোগ উঠিল। প্ৰকৃতপক্ষে, এই অভিযোগবোৰ মিছা নাছিল। নিৰ্বাচনত নেচনেল কনফাৰেন্সৰ বিপুল জয়লাভ নিশ্চিত কৰাৰ বাবে এই দলৰ চৰকাৰ আৰু সমৰ্থকসকলে ব্যাপক তৎপৰতা অবলম্বন কৰিলে। ফলত কাশ্মীৰ প্ৰদেশৰ ৪৩ টা সমষ্টিৰ ৪১ টাত কনফাৰেন্স বিৰোধী এজনো প্ৰাৰ্থীয়ে মনোনয়ন পত্ৰ দাখিল কৰিব নোৱাৰিলে। বাকী দুটা সমষ্টিত পণ্ডিত শিব নাৰায়ণ ফ'টেদাৰ আৰু সন্ত সিং টেগ

নামৰ অকালি নেতা এজনে মনোনয়ন পত্ৰ দাখিল কৰিলেও তেওঁলোকে প্ৰাৰ্থিত্ব প্ৰত্যাহাৰ কৰাৰ বাবে পৰিবেশ সৃষ্টি কৰা হ'ল।

জম্মু প্ৰদেশৰ বাবে নিৰ্দিষ্ট কৰা ৩০ টা সমষ্টিত ২৭ টা প্ৰজা পৰিষদে এজন বা একাধিক প্ৰাৰ্থী দিলে। কিন্তু পৰিষদৰ প্ৰাৰ্থীৰ ৪৬ খন মনোনয়ন পত্ৰৰ ৪১খনেই বিভিন্ন অজুহাতত অগ্ৰাহ্য কৰা হ'ল। মাত্ৰ তিনিটা সমষ্টিতহে প্ৰজা পৰিষদৰ প্ৰাৰ্থী থাকিল।

এনে পৰিস্থিতিত প্ৰজা পৰিষদ স্বাভাৱিকতে অতিশয় ক্ষুণ্ণ হ'ল। পৰিষদৰ প্ৰাৰ্থীৰ মনোনয়ন পত্ৰৰ সৰহভাগেই অগ্ৰাহ্য কৰা কাৰ্যৰ তীব্ৰ গৰিহণা দি পৰিষদে দাবী কৰিলে যে তেওঁলোকৰ প্ৰাৰ্থীৰ মনোনয়ন পত্ৰ অগ্ৰাহ্য কৰা সিদ্ধান্ত বাতিল কৰিব লাগে। নহ'লে নিৰ্বাচন বৰ্জন কৰিব বুলিও পৰিষদে ভাবুকি দিলে।

আনহাতে প্ৰজা পৰিষদৰ সভাপতি পণ্ডিত প্ৰেম নাথ ডোগ্ৰাই ১৯৫১ চনৰ ৬ অক্টোবৰত দিয়া এটা বিবৃতিত ভালেমান গুৰুতৰ অভিযোগ আনিলে। তাৰ ভিতৰত উল্লেখযোগ্য হ'ল—

(১) নেচনেল কনফাৰেন্সে আনবোৰ দলতকৈ যাতে বেছি সুবিধা পাব পাৰে, তাৰ বাবেই জম্মু আৰু কাশ্মীৰত বিভিন্ন তাৰিখত নিৰ্বাচন পাতিবলৈ লোৱা হৈছে।

(২) সমষ্টি নিৰ্ধাৰণ এনে ধৰণে কৰা হ'ল যাতে হিন্দু সংখ্যাগৰিষ্ঠ সমষ্টিবোৰ মুছলিম সংখ্যাগৰিষ্ঠ সমষ্টিলৈ ৰূপান্তৰিত হয়।

(৩) অতি সামান্য বা মিছা অজুহাততে প্ৰজা পৰিষদৰ প্ৰাৰ্থীৰ ৪০খন মনোনয়ন পত্ৰ অগ্ৰাহ্য কৰা হৈছে।

(৪) নিৰ্বাচনত চৰকাৰী যন্ত্ৰৰ হস্তক্ষেপ ব্যাপক। নেচনেল কনফাৰেন্সক সহায় কৰাৰ বাবেই এই কাম কৰা হৈছে।

কেন্দ্ৰীয় চৰকাৰৰ বিভাগীয় মন্ত্ৰী গোপাল স্বামী আয়েংগাৰক ডোগ্ৰাই লগ ধৰিলে। তেওঁ সবিশেষ বিৱৰি কোৱাৰ লগতে তলৰ দাবী কেইটা জনালে—

(১) প্ৰজা পৰিষদৰ প্ৰাৰ্থীয়ে যি ২৭ টা সমষ্টিত মনোনয়ন পত্ৰ দাখিল কৰিলে তাত মনোনয়ন পত্ৰ নাকচ কৰা সম্পৰ্কত তদন্ত কৰিবলৈ এটা স্বতন্ত্ৰবীয়া ন্যায়িক আয়োগ গঠন কৰা হওক।

(২) জম্মু অঞ্চলত সম্পূৰ্ণ নিৰপেক্ষভাৱে যাতে নিৰ্বাচন অনুষ্ঠিত হয়, সেই কথা নিশ্চিত কৰাৰ বাবে নিৰ্বাচন তদাৰক কৰিবলৈ উচ্চতম ন্যায়ালয়ৰ ন্যায়াধীশ এজন নিযুক্তি দিয়া হওক।

(৩) নেচনেল কনফাৰেন্সৰ প্ৰাৰ্থীৰ হৈ নিৰ্বাচনত মুকলিকৈ কাম কৰাৰ পৰা চৰকাৰী বিষয়াসকলক বাধা দিয়া হওক।

এনেবোৰ অভিযোগ আৰু দাবীৰ প্ৰতি কেন্দ্ৰীয় চৰকাৰে কৰ্ণপাত নকৰিলে। বৰঞ্চ, সাম্প্ৰদায়িকতাক উদগনি দিয়া আৰু ভাৰতৰ স্বাৰ্থৰ ক্ষতিকাৰক শক্তিবোৰক সহায় কৰা বুলি নেচনেল কনফাৰেন্সে প্ৰজা পৰিষদৰ বিৰুদ্ধে প্ৰকাশ কৰা মততে কংগ্ৰেছ দলে হয়ভৰ দিলে। উপায়হীন হৈ প্ৰজা পৰিষদে নিৰ্বাচন বৰ্জন কৰাৰ সিদ্ধান্ত ল'লে। অৱশ্যে, জম্মুৰ দুটা সমষ্টি— কাহনাচক আৰু আখনুৰত প্ৰজা পৰিষদে নিৰ্দলীয় প্ৰাৰ্থীক সমৰ্থন

কৰিলে। নিৰ্বাচনত নিৰ্দলীয় প্ৰাৰ্থী হাৰিল, জিকিল নেচনেল কনফাৰেন্সৰ দলৰ প্ৰাৰ্থী। ইতিমধ্যে নেচনেল কনফাৰেন্সৰ ৭৩জন প্ৰাৰ্থী বিনা প্ৰতিদ্বন্দ্বিতাই নিৰ্বাচিত। এই দুয়োখন আসনত তেওঁলোকৰ দলৰে প্ৰাৰ্থী জিকাৰ ফলত, সংবিধান পৰিষদৰ ৭৫খন আসনৰ আটাইবোৰেই নেচনেল কনফাৰেন্স দলৰ দখলাধীন হ'ল। ৰাজ্যিক সংবিধান পৰিষদত বিৰোধী পক্ষৰ এজনো সদস্য নথকাত কনফাৰেন্সৰ যি ইচ্ছা তাকে কৰাৰ পথ মুকলি হ'ল।

# শ্বেখ আব্দুল্লাৰ মতে বিকল্প তিনিটা

১৯৫১ চনৰ ৩১ অক্টোবৰ তাৰিখে শ্ৰীনগৰতে ৰাজ্যিক সংবিধান পৰিষদ আনুষ্ঠানিকভাৱে মিলিত হ'ল। মৌলানা মাছুদী নিৰ্বাচিত হ'ল অস্থায়ী অধ্যক্ষ ৰূপে। পাচ দিনা পৰিষদৰ অধ্যক্ষৰূপে নিৰ্বাচিত হ'ল গোলাম মহম্মদ ছাদিক। পাঁচ নৱেম্বৰত শ্বেখ আব্দুল্লাই পৰিষদ উদ্বোধন কৰি এটি গুৰুত্বপূৰ্ণ ভাষণ দিলে (ভাষণৰ পূৰ্ণ পাঠ চাওক পৰিশিষ্ট অধ্যায়ত)। পৰিষদৰ মূল কাম যে ৰাজ্যখনৰ বাবে এখন সংবিধান প্ৰস্তুত কৰা, সেই কথা তেওঁ জানিবলৈ দিলে। ডোগ্ৰা শাসনৰ ভৱিষ্যৎ নিৰ্ণয় কৰাও যে পৰিষদৰ অন্যতম গুৰুত্বপূৰ্ণ কাম হ'ব, সেই কথাও তেওঁ জনালে। প্ৰকৃত খেতিয়কক মাটি দিয়াৰ (Land to the tiller) বাবে তেওঁৰ চৰকাৰে লোৱা নীতিৰ কথা উল্লেখ কৰি মাটিৰ গৰাকীসকলক ক্ষতিপূৰণ দিয়াৰ নীতি নিৰ্ধাৰণৰ দায়িত্বও যে এই সংবিধান পৰিষদৰ— সেই কথাও তেওঁ জনালে।

শ্বেখ আব্দুল্লাই তেওঁৰ ভাষণত কোৱা সৰ্বাধিক গুৰুত্বপূৰ্ণ কথাটো হ'ল যে ৰাজ্যখন চামিলকৰণ সন্দৰ্ভত এই সংবিধান পৰিষদে এটা সিদ্ধান্ত দিব লাগিব। তেওঁ ক'লে যে কেবিনেট মিছনে ৰাজ্যবোৰৰ বাবে তিনিটা পথ খোলা ৰাখিছিল। সেই কেইটা হ'ল— হয় ভাৰতৰ সৈতে চামিল হোৱা, নহয় পাকিস্থানৰ সৈতে চামিল হোৱা অথবা স্বাধীন হোৱা। শ্বেখ আব্দুল্লাই এই কথা উল্লেখ কৰি ঘোষণা কৰিলে "এই তিনিটা বিকল্প আমাৰ ৰাজ্যৰ বাবে স্বাভাৱিকতে মুকলি হৈ আছে।" এই তিনিটা বিকল্প প্ৰতিটোৰে সুবিধা আৰু অসুবিধাবোৰ ব্যাখ্যা কৰি ৰাজ্যখনৰ কল্যাণৰ বাবে এই সন্দৰ্ভত এটা সিদ্ধান্ত ল'বলৈ সংবিধান পৰিষদক তেওঁ আহ্বান জনালে।

ভাৰতৰ সৈতে চামিলকৰণৰ গুণাগুণ ব্যাখ্যা কৰি ৰাজ্যখনৰ প্ৰধান মন্ত্ৰীজনে ক'লে যে ৰাজ্যবোৰৰ জনসাধাৰণৰ স্বাধীনতাৰ প্ৰতি ভাৰতীয় জাতীয় কংগ্ৰেছে সততে সমৰ্থন জনাই আহিছে। ন্যায়, স্বাধীনতা আৰু সমতাৰ ভিত্তিত ধৰ্ম নিৰপেক্ষ গণতন্ত্ৰক ভাৰতৰ সংবিধানে লক্ষ্যৰূপে লৈছে— যিটোৱে এই ৰাজ্যখনৰ মুছলিম ৰাইজক ভৱিষ্যৎ নিৰাপত্তা প্ৰদান কৰিব।

শ্বেখ আব্দুল্লাই আঙুলিয়াই দিলে যে এই ৰাজ্যখনৰ অন্তৰৱৰ্তীকালীন চৰকাৰে ভূমি সংস্কাৰৰ যি ব্যৱস্থা লৈছে, 'জমিদাৰীসৰ্বস্ব পাকিস্থানত' তেনে কাম সম্ভৱপৰ নহ'লহেঁতেন। ৰাজ্যখনৰ অৰ্থনৈতিক সম্ভাৱনা ভাৰতৰ সৈতে যে ঘনিষ্ঠভাৱে জড়িত, সেই কথাও তেওঁ উল্লেখ কৰে। তেওঁ ক'লে যে জম্মু-কাশ্মীৰ ৰাজ্যখন খনিজ সম্পদ আৰু ঔদ্যোগিক কেঁচা মালত যিহেতু চহকী, সেয়ে এই ৰাজ্যখনৰ সম্পদ উন্নয়নৰ বাবে সহায় লাগে। ঔদ্যোগিক দিশত পাকিস্থানতকৈ ভাৰত যিহেতু আগবঢ়া, সেয়ে ভাৰতে "আমাক যন্ত্ৰ-পাতি, কাৰিকৰী সেৱা আৰু সামগ্ৰী দিব পাৰে। চেনি, কপাহী কাপোৰ

আৰু আন যিবোৰ অত্যাৱশ্যকীয় সামগ্ৰী ইয়াত উৎপাদন কৰাটো বাস্তৱসন্মত নহয়, সেইবোৰ বৃহৎ পৰিমাণে আমি ভাৰতৰ পৰা পাব পাৰো।"

পাকিস্তানৰ সৈতে চামিল হোৱাৰ গুণাগুণ ব্যাখ্যা কৰি শ্বেখ আব্দুল্লাই ক'লে যে জম্মু-কাশ্মীৰ ৰাজ্যখনৰ পৰা ভাল নিৰ্ভৰযোগ্য বাট-পথ আৰু জলপথ পাকিস্তানলৈকে আছে— ভাৰতলৈ নাই। তেওঁৰ আশংকা যে ইয়াৰ ফলত ভাৰতৰ লগত চামিল হ'লে ৰাজ্যখনৰ ব্যৱসায়-বাণিজ্য ক্ষতিগ্ৰস্ত হ'ব।

ভাৰতৰ মুছলিম ৰাইজৰ বাবে সাম্প্ৰদায়িকতাবাদ এক ভাবুকি বুলি উল্লেখ কৰি কাশ্মীৰৰ নেতাজনে এই বুলি আশংকা কৰে যে ভৱিষ্যতে ভাৰত এখন ধৰ্মীয় ৰাষ্ট্ৰলৈ ৰূপান্তৰিত হ'লে মুছলিমসকলৰ স্বাৰ্থ বিপদাপন্ন হ'ব। শ্বেখ আব্দুল্লাই এই আশংকা কৰাৰ কাৰণ ব্যাখ্যা কৰি কয়, "কোনো সাম্প্ৰদায়িক সংগঠনে যদিহে চৰকাৰত প্ৰাধান্য বিস্তাৰ কৰে, আৰু সকলো সম্প্ৰদায় সমান বুলি থকা কংগ্ৰেছৰ আদৰ্শই যদি ধৰ্মীয় অসহিষ্ণুতাক বাট এৰি দিব লগা হয়, তেতিয়াই এনে অৱস্থা হ'ব।" তেওঁ আৰু আঙুলিয়াই দিয়ে যে পাকিস্থান হৈছে এখন মুছলিম ৰাষ্ট্ৰ আৰু তাৰ বৃহৎ সংখ্যাগৰিষ্ঠ লোকেই হ'ল মুছলিম। পাকিস্থান যিহেতু এখন ফিউদেল ৰাষ্ট্ৰ, অৰ্থনৈতিকভাৱে পাছ পৰা আৰু ৰাজনৈতিকভাৱে পশ্চাদমুখী আৰু নিপীড়নকাৰী, সেয়ে পাকিস্থানৰ সৈতে ৰাজ্যখনৰ চামিলকৰণ তেওঁ অগ্ৰাহ্য কৰে। তদুপৰি তেওঁ ক'লে যে পাকিস্থানৰ সৈতে ৰাজ্যখন চামিল হ'লে, ৰাজ্যখনৰ এক নিযুত অমুছলিমৰ স্বাৰ্থ ক্ষতিগ্ৰস্ত হ'ব। কাৰণ, সেই সকলৰ বাবে পাকিস্থানত কোনো স্থান নাই। প্ৰধান মন্ত্ৰী শ্বেখ আব্দুল্লাৰ মতে, যি সমাধানে এনে বৃহৎ সংখ্যক লোকক স্থানচ্যুত বা দমন কৰিব, তেনে কাম ন্যায়সংগত বা উচিত নহ'ব। কোনো ধৰ্মীয় গোটৰ স্বাৰ্থ ক্ষুণ্ণ নোহোৱাটো নিশ্চিত কৰিহে চামিলকৰণৰ সিদ্ধান্ত সংবিধান পৰিষদে ল'ব লাগে বুলি তেওঁ আহ্বান জনালে।

তৃতীয়টো বিকল্প অৰ্থাৎ ৰাজ্যখন স্বাধীন হৈ থকা বা থাকিব পৰাৰ সম্ভাৱনাৰ বিভিন্ন দিশ তেওঁ ব্যাখ্যা কৰিলে। শ্বেখ আব্দুল্লাই ক'লে, "আমাৰ বাবে মুকলি হৈ থকা তৃতীয় পথটোৰ কথা আলোচনা কৰিবলৈ এতিয়াও বাকী। উভয় ৰাষ্ট্ৰৰ পৰা আঁতৰত থাকি কিন্তু উভয়ৰ লগত বন্ধুত্বপূৰ্ণ সম্পৰ্ক বজাই ৰাখি আমি নিজকে 'পূবৰ চুইজাৰলেণ্ড' কৰি তোলা বিকল্পৰ কথা আমি বিবেচনা কৰিব লাগিব। বৰ্তমানৰ অচলাৱস্থাৰ পৰা পৰিত্ৰাণ পোৱাৰ পথৰূপে এনে কথা আকৰ্ষণীয় যেন দেখা যাব পাৰে। এখন পৰ্যটনৰ দেশৰূপে এনে ব্যৱস্থাৰ কিছু স্বাভাৱিক সুবিধা থাকিব পাৰে। কিন্তু স্বাধীনতাৰ কথা আলোচনা কৰোতে কিছুমান বাস্তৱ কথা আমি অগ্ৰাহ্য কৰিব নালাগিব। প্ৰথম, ভালেমান দেশৰ সৈতে থকা আমাৰ দৰে সৰু ৰাজ্য এখনৰ দীঘলীয়া আৰু দুৰূহ সীমান্ত ৰক্ষা কৰাৰ বাবে সাৰ্বভৌমত্ব আৰু স্বাধীনতা ৰক্ষা সহজ নহ'ব। দ্বিতীয়, আমাৰ চুবুৰীয়া সকলোৰে আমাৰ প্ৰতি শুভেচ্ছা থাকিব লাগিব। আক্ৰমণৰ পৰা ৰক্ষা পোৱাৰ বাবে সদায়ে সাধ্যমতে শক্তি যোগাবলৈ চুবুৰীয়া ৰাষ্ট্ৰবোৰৰ মাজত শক্তিশালী 'গ্যাৰাণ্ট'ৰ আমি পাব পাৰোনে? মই আপোনালোকক সোঁৱৰাই দিব খোজো যে ১৯৪৭ চনৰ ১৫ আগষ্টৰ পৰা ২২ অক্টোবৰলৈকে আমাৰ ৰাজ্যখন স্বাধীন আছিল। তাৰ পৰিণাম হ'ল যে আমাৰ

সৈতে বৈধ স্থিতাৱস্থাৰ চুক্তি থকা আমাৰ চুবুৰীয়া ৰাষ্ট্ৰ এখনে আমাৰ দুৰ্বলতাৰ সুবিধা গ্ৰহণ কৰিলে। আমাৰ ৰাজ্যখন আক্ৰান্ত হ'ল। ভৱিষ্যতে আমি যে একে ধৰণৰ আক্ৰমণৰ বলি হ'ল নালাগিব, তাৰ নিশ্চয়তা ক'ত?"

শ্বেখ আব্দুল্লাৰ উদ্বোধনী ভাষণৰ মূল কথা হ'ল পাকিস্তানৰ লগত জম্মু-কাশ্মীৰ চামিলকৰণ তেওঁ অগ্ৰাহ্য কৰিলে। ভাৰতৰ লগত চামিলকৰণ সম্পৰ্কত তেওঁৰ বহু পৰিমাণে পক্ষপাতী যদিও কিছু আশংকা আছে। কিন্তু ভাৰত আৰু পাকিস্তান উভয়ৰে লগত বন্ধুত্বপূৰ্ণ সম্পৰ্ক ৰাখি তেওঁ ৰাজ্যখন স্বাধীন হৈ থকাৰ পক্ষপাতী। আৰু এটা বিশেষ কথা তেওঁ ক'লে। তেওঁৰ মতে চামিলকৰণ সম্পৰ্কত চূড়ান্ত সিদ্ধান্ত লোৱাৰ চূড়ান্ত কৰ্তৃত্ব আছে ৰাজ্যখনৰ সংবিধান পৰিষদৰহে। অৰ্থাৎ ৰাজ্যখন ভাৰতৰ লগত ইতিমধ্যে চামিল হোৱাৰ সিদ্ধান্ত চূড়ান্ত বুলি তেওঁ গ্ৰাহ্য নকৰাৰ কথা স্পষ্টভাৱে বুজালে।

## মূল কথা অগ্ৰাহ্য

এতিয়া বিভিন্ন দিশৰ পৰা শ্বেখ আব্দুল্লাৰ উদ্বোধনী ভাষণ চমুকৈ বিচাৰ-বিশ্লেষণ কৰা হওক। ৰাজ্যখনৰ সংবিধান পৰিষদ গঠনৰ মূলতে যে ভাৰতৰ সংবিধান আৰু ভাৰতৰ সংবিধানত থকা ব্যৱস্থা মতেই যে এই পৰিষদ গঠন হৈছে, অৰ্থাৎ এই পৰিষদে যে ভাৰতৰ সংবিধানৰ পৰাই ক্ষমতা আহৰণ কৰিছে, সেই মূল কথাটো শ্বেখ আব্দুল্লাই অগ্ৰাহ্য কৰাৰ যত্ন কৰিলে।

তদুপৰি শ্বেখ আব্দুল্লাই ৰাজ্যখনৰ সংবিধান পৰিষদৰ ক্ষমতা সম্পৰ্কে এটা অতি ভয়াবহ আৰু বিপজ্জনক কথা বুজাবলৈ প্ৰয়াস কৰিলে। সেয়া হৈছে যে চামিলকৰণ সম্পৰ্কত শেষ সিদ্ধান্ত লোৱাৰ কৰ্তৃত্ব হ'ল এই সংবিধান পৰিষদৰ। অৰ্থাৎ তেওঁৰ ভাব হ'ল এয়ে যে ৰাজ্যিক সংবিধান পৰিষদে ভাৰতৰ লগত ৰাজ্যখনৰ চামিলকৰণৰ সিদ্ধান্ত বাতিল কৰি, ইচ্ছা কৰিলে পাকিস্তানৰ লগত চামিল হ'ব পাৰে বা স্বাধীন হৈ থকাৰো সিদ্ধান্ত ল'ব পাৰে। নক'লেও হ'ব যে কাশ্মীৰী নেতাজনৰ এনে ধাৰণা বা ব্যাখ্যা আছিল সম্পূৰ্ণ ভুল। বিধি-বিধান মতেই জম্মু আৰু কাশ্মীৰ ৰাজ্য ভাৰতৰ লগত চামিল হৈছে আৰু এই চামিলকৰণ নাকচ কৰি নতুন কোনো সিদ্ধান্ত লোৱাৰ কৰ্তৃত্ব ভাৰতৰ সংবিধানে কাকো দিয়া নাই— জম্মু আৰু কাশ্মীৰৰ ৰাজ্যিক সংবিধান পৰিষদক এই কৰ্তৃত্ব দিয়াৰ বা পৰিষদে লোৱাৰ প্ৰশ্ন সম্পূৰ্ণ অবান্তৰ।

আনটো হ'ল— ইংৰাজ আঁতৰি যোৱাৰ পাছত দেশীয় ৰাজ্যবোৰৰ সন্মুখত তিনিটা পথ মুকলি হৈ থকা বুলি শ্বেখ আব্দুল্লাই দিয়া যুক্তি। অধ্যাপক আৰু সাংবাদিক এম এ টেঙৰ মতে,[৩৩] "১৯৪৬ চনৰ ৩ জুনৰ মাউণ্টবেটেনৰ ভাৰতৰ বিভাজনৰ ঘোষণাত ভাৰতীয় ৰাজ্যবোৰক স্বাধীনতা দিয়াৰ চিন্তা নাছিল। ভাৰত বিভাজনৰ বিধান আঁচনি পাছত ভাৰতীয় স্বাধীনতা আইনৰ অন্তৰ্ভুক্ত কৰা হয়, তাত বৃটিছ সাৰ্বভৌমত্ব প্ৰত্যাহাৰৰ কথা আছে। সাৰ্বভৌমত্ব প্ৰত্যাহাৰে ভাৰতীয় ৰাজ্যবোৰক বৃটিছ শাসনৰ পৰা মুক্ত

৩৩। 'কাশ্মীৰ আৰ্টিক'ল ৩৭০'

কৰিলে, কিন্তু সাৰ্বভৌমত্ব (Paramountcy)ৰ অধীনত থকা ক্ষমতাতকৈ অধিক ক্ষমতা এই প্ৰত্যাহাৰে তেওঁলোকক অৰ্পণ কৰা নাই।"

মন কৰিবলগীয়া যে, ভাৰত বিভাজনৰ সম্পৰ্কত দেশীয় ৰাজ্যবোৰে নিজকে স্বাধীন বুলি ঘোষণা কৰাৰ প্ৰশ্ন নাছিল। সেয়ে কোনো দেশীয় ৰাজ্যই নিজকে স্বাধীন বুলি ঘোষণা কৰিবলৈ অধিকাৰ থকাৰ দাবী নিখিল ভাৰত কংগ্ৰেছ কমিটীয়ে স্পষ্টভাৱে অগ্ৰাহ্য কৰিলে। কংগ্ৰেছৰ মতে, বৃটিছৰ ৰক্ষণাবেক্ষণ অন্ত পৰাৰ লগে লগে ভাৰত চৰকাৰ আৰু ৰাজ্যবোৰৰ সম্পৰ্কৰ অৱসান নঘটে।

মুছলিম লীগে কিন্তু বিপৰীত মত প্ৰকাশ কৰিলে। লীগৰ মতে বৃটিছ ৰক্ষণাবেক্ষণ অন্ত পৰাৰ লগে লগে ৰাজ্যবোৰে ডমিনিয়ন দুখনৰ সৈতে তেওঁলোকে ভবা যি কোনো ধৰণৰ সম্পৰ্ক গঢ়ি তোলাৰ অধিকাৰ লাভ কৰে। অৱশ্যে লীগৰ এই মত বৃটিছ চৰকাৰ আৰু ভাইচৰয়ে মানি লোৱা নাছিল। ১৯৪৭ চনৰ ২৫ জুলাই তাৰিখে মাউণ্টবেটেনে দেশীয় ৰাজ্যৰ শাসকসকলক কৈছিল যে ভাৰতৰ বাকী অংশৰ সৈতে লগ লগাৰ পৰা তেওঁলোক আঁতৰি যাব নোৱাৰে। কোনো ৰাজ্যক সহায় কৰা বা কোনো ৰাজ্যৰ স্বাধীনতা তেওঁলোকে গ্ৰহণ কৰিব নোৱাৰে।

দেশীয় ৰাজ্যৰ ক্ষেত্ৰত মুছলিম লীগে লোৱা দৃষ্টিভংগীক নেচনেল কনফাৰেন্স দলে গ্ৰহণ কৰিলে। ভাৰত বিভাজনৰ পাছত 'টেকনিকেল' দিশৰ পৰা ৰাজ্যবোৰে স্বাধীনতা পোৱা যেন লাগে, কিন্তু তেতিয়া ৰাজনৈতিক, প্ৰশাসনিক, অৰ্থনৈতিক আৰু ভৌগোলিকভাৱে ভাৰতৰ অংশবিশেষ। ভাৰতক স্বাধীনতা প্ৰদানৰ বিধেয়কখন উত্থাপন কৰি ভাৰতৰ দায়িত্বত থকা বৃটেনৰ বৈদেশিক সচিব পেথিক লৰেন্সে হাউছ অব লৰ্ডছ'ত কৈছিল, 'ৰাজ্যবোৰ আৰু বৃটিছ শাসিত ভাৰতৰ মাজত ৰাজনৈতিক সম্পৰ্ক থকাৰ উপৰিও অৰ্থনৈতিক আৰু বিত্তীয় চুক্তিৰ লগতে ডাক-তাঁৰ, শুল্ক, 'ট্ৰেনজিট' ৰেলৱে আদি উমৈহতীয়া বিষয়বোৰ গঢ়ি উঠিছে। ক্ষমতা হস্তান্তৰৰ লগে লগে এইবোৰৰ অৱসান ঘটাটো ভাৰতৰ বাবে বিপৰ্যয় হ'ব।"

জুনাগড় আৰু হায়দৰাবাদৰ অভিজ্ঞতাৰ পটভূমিত স্পষ্ট যে ভাৰতৰ পৰা আঁতৰি গৈ কোনো দেশীয় ৰাজ্যৰ শাসনকৰ্তাই তেওঁলোকৰ ভৱিষ্যতৰ কথা ভাবিব নোৱাৰে। ভাৰত বিভাজনৰ সূত্ৰ দেশীয় ৰাজ্যবোৰৰ ক্ষেত্ৰত প্ৰযোজ্য নহয়। কোনো পূৰ্ব চৰ্ত নোহোৱাকৈ মহাৰাজসকলক ভাৰত বা পাকিস্থান— যি কোনো এখনত যোগ দিবলৈ দিয়া হৈছিল।

ইয়াৰ পৰিপ্ৰেক্ষিতত জম্মু-কাশ্মীৰৰ ৰাজ্যিক সংবিধান পৰিষদত নেচনেল কনফাৰেন্সৰ নেতৃত্বই প্ৰকাশ কৰা মতা মতে চামিলকৰণৰ প্ৰশ্নক এটা নতুন পৰিধি দিলে। জম্মু-কাশ্মীৰত মুছলিম ৰাইজ সংখ্যাগৰিষ্ঠ বাবেই এক বিশেষ পৰিস্থিতিৰ সৃষ্টি হোৱা নাই— যাৰ বাবে ভাৰত বিভাজনৰ আঁচনি বা ভাৰতৰ স্বাধীনতা আইনৰ অধীনত এই ৰাজ্যখনে স্বাধীনতা লাভ কৰিব পাৰে।

ৰাজ্যখনৰ প্ৰস্তাৱিত সংবিধানখনৰ বিভিন্ন দিশ পৰীক্ষা কৰিবলৈ ১৯৫১ চনৰ ৭ নৱেম্বৰত সংবিধান পৰিষদৰ সভাই কেইবাখনো কমিটী গঠন কৰি দিলে। যেনে— মৌলিক নীতিৰ কমিটী, মৌলিক অধিকাৰ সম্পৰ্কীয় কমিটী, নাগৰিকত্ব বিষয়ক কমিটী আদি।

## জম্মুৰ ঘটনা

ইতিমধ্যে জম্মুত এনে এটা ঘটনা ঘটিল যাৰ প্ৰতিক্ৰিয়া হ'ল সুদূৰপ্ৰসাৰী। সংবিধান পৰিষদৰ বাহিৰে ভিতৰে শাসক নেচনেল কনফাৰেন্সৰ নেতৃবৰ্গই যিবোৰ কথা ক'বলৈ ধৰিলে, তাৰ ফলত ৰাজ্যখনত বাস কৰা হিন্দু, শিখ আদি সংখ্যালঘুসকলৰ মাজত তীব্ৰ প্ৰতিক্ৰিয়া হ'ল। নেচনেল কনফাৰেন্সে অনুসৰণ কৰা নীতি এনেকুৱা যেন বুলি ধাৰণা দিলে যে তেওঁলোকে ৰাজ্যখনৰ মুছলমান— বিশেষকৈ কাশ্মীৰ উপত্যকাৰ মুছলমানসকলক লৈহে যেন বেছি উদ্বিগ্ন— ৰাজ্যখনৰ আন অঞ্চল বা সম্প্ৰদায়ৰ প্ৰতি তেওঁলোকৰ উদ্বিগ্নতা কম বা নায়েই।

১৯৫২ চনৰ ১৫ জানুৱাৰীত জম্মুত ঘটা ঘটনাটো এনে ধৰণৰ ঃ জম্মুৰ প্ৰিন্স অব ৱেলছ কলেজ ভৱনত নেচনেল কনফাৰেন্স দলৰ পতাকা উৰি থকা দেখি কলেজখনৰ একাংশ ছাত্ৰই তাৰ প্ৰতিবাদ কৰিলে। প্ৰতিবাদকাৰীসকলৰ মত হ'ল যে নেচনেল কনফাৰেন্স হৈছে এটা ৰাজনৈতিক দল। সেয়ে ৰাষ্ট্ৰীয় পতাকা বা ৰাজ্যখনৰ পতাকাৰ স্থান দলীয় পতাকাই ল'ব নোৱাৰে। এনে মতত স্বাভাৱিকতে নেচনেল কনফাৰেন্স দলৰ সমৰ্থকসকল ক্ষোভিত হ'ল। ক্ৰমশঃ পৰিস্থিতিয়ে জটিল ৰূপ ল'লে। ৰাজ্য চৰকাৰে প্ৰতিবাদ তথা বিক্ষোভ দমন কৰিবলৈ কঠোৰ ব্যৱস্থা ল'লে। পুলিচে জম্মুৰ ভালেমান ঠাইত প্ৰতিবাদকাৰীক ছত্ৰভংগ দিয়াবলৈ গুলী চলালে। তেতিয়াও পৰিস্থিতি নিয়ন্ত্ৰণ নোহোৱাত সেনা বাহিনী নিয়োগ কৰা হ'ল। জাৰি কৰা হ'ল সান্ধ্য আইন। এই পৰিস্থিতিৰ বাবে আব্দুল্লা চৰকাৰে দোষাৰোপ কৰিলে জম্মুৰ হিন্দু সংগঠন 'প্ৰজা পৰিষদ'ক। গ্ৰেপ্তাৰ কৰা হ'ল প্ৰজা পৰিষদৰ নেতৃবৰ্গক।

জম্মুৰ পৰিস্থিতি অশান্ত হৈ থকাৰ সময়তে আন এটা ঘটনা ঘটিল। লাডাখৰ মুখ্য লামা— যিজন ৰাজ্যখনৰ সংবিধান পৰিষদৰো সদস্য— তেওঁ অৰ্থাৎ কৌশক বাকুলাই ৰাজ্যখনৰ প্ৰধান মন্ত্ৰী শেখ আব্দুল্লাৰ ওচৰত এখন দীঘলীয়া স্মাৰক পত্ৰ দাখিল কৰিলে। তাত দাবী কৰা হ'ল যে জম্মু আৰু কাশ্মীৰ যিমান দিন ভাৰতৰ ভিতৰত থাকিব সিমান দিন লাডাখ এটা ফেডাৰেল গোট হৈ থকাৰ ব্যৱস্থা ৰাজ্যখনৰ সংবিধানত অন্তৰ্ভুক্ত কৰিব লাগে। লাডাখৰ বাবে ১৫ জনীয়া সদস্যৰ এখন পৃথক বিধান সভা আৰু এই বিধান সভাৰ প্ৰতি দায়বদ্ধ কাৰ্যকৰী পৰিষদ এখন গঠনৰ বাবেও তেওঁ প্ৰস্তাৱ দিলে— যিখন পৰিষদে লাডাখ চৰকাৰখন চলাব।

মুখ্য লামাজনৰ আৰু দাবী হ'ল যে জম্মু-কাশ্মীৰ লগত ভাৰতৰ যি ধৰণৰ সম্পৰ্ক থাকিব ঠিক একে ধৰণৰ সম্পৰ্ক লাডাখ আৰু জম্মু-কাশ্মীৰ সৈতে থাকিব।

যুক্তি দিয়া হ'ল যে লাডাখৰ বৌদ্ধসকল ৰাজ্যখনৰ আন অধিবাসীসকলৰ পৰা জাতি, ধৰ্ম, কৃষ্টি আৰু ভাষাৰ পিনৰ পৰাও বেলেগ। লাডাখৰ এজনহে মাত্ৰ প্ৰতিনিধি ৰাজ্যিক সংবিধান পৰিষদত আছে বাবে তেওঁলোকৰ ভৱিষ্যৎ নিৰূপণ কৰাত তেওঁলোকৰ মাত প্ৰায় নায়েই। মুখ্য লামাজনে দাবী কৰিলে যে লাডাখক এটা 'ফেডাৰেটিং' গোট কৰাৰ প্ৰস্তাৱ গ্ৰহণ নকৰিলে, লাডাখ সম্পৰ্কত চৰকাৰক পৰামৰ্শ দিবলৈ যুটীয়া নিৰ্বাচক মণ্ডলীৰ ভিত্তিত দহজন সদস্যৰ এখন বিধিবদ্ধ উপদেষ্টা কমিটি নিৰ্বাচন কৰা উচিত।

আন কথাত ক'বলৈ গ'লে, জম্মু-কাশ্মীৰ ৰাজ্যখন ধৰ্মৰ ভিত্তিত বিভাজনৰ দাবী উঠিল। মুছলমানসকলক প্ৰাধান্য দি ধৰ্মীয় ভিত্তিত আৰু সংবিধানৰ বাহিৰত ৰাজ্যখনক এক পৃথক ৰাজনৈতিক সত্তা দিবলৈ চলোৱা প্ৰচেষ্টা গ্ৰহণ কৰিবলৈ হিন্দু আৰু আন সংখ্যালঘুসকল অনিচ্ছুক হ'ল। তেওঁলোকৰ বহুতেই আশংকা কৰিলে যে সাম্প্ৰদায়িক দৃষ্টিভংগীয়ে অগ্ৰাধিকাৰ পালে তাৰ ফলত ভাৰতৰ ধৰ্ম নিৰপেক্ষ সংহতিৰ লগত সংঘৰ্ষ লাগিবই। তাৰ পৰিণামত ৰাজ্যখন ভাৰতৰ পৰা বিচ্ছিন্ন হ'ব।

ৰাজ্যিক সংবিধান পৰিষদৰ মৌলিক নীতি বিষয়ক কমিটীৰ চেয়াৰমেন মিৰ্জা আফজল বেগে ১৯৫২ চনৰ ২৪ মাৰ্চত পৰিষদত অতি গুৰুত্বপূৰ্ণ আঁচনিসহ প্ৰতিবেদন এখন দাঙি ধৰিলে। আঁচনিখন হ'ল— ৰাজ্যখনৰ বাবে নেচনেল কনফাৰেন্স ভবা স্বায়ত্তশাসন (Autonomy) সন্দৰ্ভত। বেগে তেওঁৰ প্ৰতিবেদনত ক'লে যে ৰাজ্যখন হ'ব "ভাৰতীয় ইউনিয়নৰ ভিতৰতে এখন 'অটনমাছ ৰিপাব্লিক'— যিখনৰ বাবে থাকিব এখন পৃথক প্ৰেছিডেণ্ট, নেচনেল এছেম্বলী, ন্যায়পালিকা, আঞ্চলিক 'অটনমি' আৰু পৃথক নাগৰিকত্ব।"

এই প্ৰতিবেদন প্ৰকাশ হোৱাৰ লগে লগেই ৰাজ্যখনৰ সংখ্যালঘুসকলৰ মাজত— বিশেষকৈ জম্মু অঞ্চলত তীব্ৰ প্ৰতিক্ৰিয়া হ'ল।

## সংখ্যালঘুসকলৰ দাবী

পৰিস্থিতিৰ বুজ ল'বলৈ প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহৰুৱে জম্মুলৈ পঠিয়ালে মন্ত্ৰী গোপালস্বামী আয়েংগাৰক (১৯৫১ চনৰ এপ্ৰিল মাহ)। জম্মু আৰু কাশ্মীৰ প্ৰদেশৰ সংখ্যালঘুসকলৰ লগতে লাডাখ অঞ্চলৰ বৌদ্ধসকলৰ প্ৰতিনিধিয়েও আয়েংগাৰক সাক্ষাৎ কৰিলে। হিন্দু সম্প্ৰদায়ৰ প্ৰতিনিধিসকল কেন্দ্ৰীয় চৰকাৰৰ মন্ত্ৰীজনৰ আগত দাঙি ধৰা মত হ'ল চমুকৈ তলত দিয়াৰ দৰে।

(১) নেচনেল কনফাৰেন্সে বিচৰা ধৰণৰ স্বায়ত্তশাসিত সাংবিধানিক স্থিতিৰ প্ৰতি হিন্দুসকলৰ সমৰ্থন নাই। কিয়নো, ইয়াৰ ফলত শেষত গৈ ভাৰতীয় ইউনিয়নৰ পৰা ৰাজ্যখনৰ বিচ্ছেদ ঘটিব।

(২) ৰাজ্য চৰকাৰ আৰু ৰাজ্যখনৰ ৰাজনীতিত মুছলমান সংখ্যাগৰিষ্ঠতাৰ প্ৰাধান্য প্ৰতিষ্ঠা কৰিবলৈ নেচনেল কনফাৰেন্সে বিচাৰিছে। ইয়াৰ ফলত ৰাজ্যখনত থকা হিন্দু আৰু আন সংখ্যালঘুসকল দ্বিতীয় শ্ৰেণীৰ নাগৰিকলৈ ৰূপান্তৰিত হ'ব।

(৩) মুছলমানসকল যাতে অৰ্থনৈতিক দিশত প্ৰভুত্ব বিস্তাৰ কৰিব পাৰে, তাৰ বাবে অন্তৰ্বৰ্তীকালীন চৰকাৰটোৱে আৱন্তৰে পৰাই সম্পত্তি বিষয়ৰ সংস্কাৰত গুৰুত্ব আৰোপ কৰিছে।

(৪) ৰাজ্যখনৰ প্ৰশাসনৰ পৰা হিন্দুসকলক আঁতৰ কৰাৰ নীতি অন্তৰ্বৰ্তীকালীন চৰকাৰটোৱে গ্ৰহণ কৰিছে।

(৫) শিক্ষানুষ্ঠানবোৰত হিন্দু সম্প্ৰদায়ৰ ছাত্ৰ-ছাত্ৰীৰ নাম ভৰ্তি কৰাত, এনে ছাত্ৰ-ছাত্ৰীক বৃত্তি প্ৰদান কৰাত আৰু ৰাজ্যখনৰ বাহিৰে-ভিতৰে থকা কাৰিকৰী মহাবিদ্যালয়বোৰত তেওঁলোকক মনোনীত কৰাত আব্দুল্লা চৰকাৰে নিষেধাজ্ঞা জাৰি কৰিছে।

(৬) ভাৰতৰ সংবিধান সম্পূৰ্ণৰূপে ৰাজ্যখনত প্ৰযোজ্য কৰাটো হিন্দু আৰু আন সংখ্যালঘুসকলে বিচাৰে।

আয়েংগাৰে নেচনেল কনফাৰেন্স দলৰ নেতৃবৰ্গক জনালে যে সাম্প্ৰদায়িক অগ্ৰাধিকাৰৰ ভিত্তিত ৰাজ্যখনৰ বাবে স্বায়ত্তশাসনৰ দাবীক কেন্দ্ৰীয় চৰকাৰে সমৰ্থন কৰিব নোৱাৰিব। ন্যায় আৰু সমতাৰ ভিত্তিত, ৰাজ্যখনৰ বিভিন্ন সম্প্ৰদায়ক একগোট কৰাৰ নীতি ল'বলৈ আৰু ধৰ্মীয় আদৰ্শ পৰিহাৰ কৰিবলৈ কেন্দ্ৰীয় মন্ত্ৰীজনে নেচনেল কনফাৰেন্সৰ নেতৃবৰ্গক পৰামৰ্শ দিলে। ৰাজ্যখনলৈ স্বাভাৱিক অৱস্থা ঘূৰাই অনাৰ বাবে, গ্ৰেপ্তাৰ কৰা জম্মুৰ ছাত্ৰ আন্দোলনৰ নেতাসকলক মুকলি কৰি দিবলৈ তেওঁ পৰামৰ্শ আগবঢ়ালে। এই পৰামৰ্শ মানি লৈ ছাত্ৰ নেতা আৰু প্ৰজা পৰিষদৰ নেতৃবৰ্গক মুকলি কৰি দিয়াত জম্মুত দেখা দিয়া উত্তেজনাৰ উপশম ঘটিল।

## প্ৰথম জোকাৰণি

কেন্দ্ৰীয় মন্ত্ৰী আয়েংগাৰৰ ভ্ৰমণ আৰু পৰামৰ্শই কিন্তু নেচনেল কনফাৰেন্স দলৰ নেতৃবৰ্গৰ মাজত প্ৰথমবাৰৰ বাবে এক তীব্ৰ জোকাৰণি তুলিলে। কাৰণ, ইয়াৰ আগলৈকে নেচনেল কনফাৰেন্সৰ প্ৰতিটো কথাতে ভাৰত চৰকাৰে হয়ভৰ দি আহিছিল। কনফাৰেন্সৰ মুছলমান নেতাসকল আয়েংগাৰৰ ভ্ৰমণত অসন্তুষ্ট হ'ল। তেওঁলোকে অভিযোগ কৰিলে যে ভাৰত চৰকাৰে ৰাজ্যখনৰ আভ্যন্তৰীণ বিষয়ত হস্তক্ষেপ কৰিছে। তেওঁলোকে আৰু ক'লে যে ৰাজ্যখনৰ জনসাধাৰণে মুছলমানসকলৰ লগত নিজকে বিলীন কৰি দিছে বাবে ধৰ্ম নিৰপেক্ষ চৰিত্ৰৰ ভাৰতৰ লগত মিলি গৈ ৰাজ্যখনৰ মুছলমান সংখ্যাগৰিষ্ঠৰ চৰিত্ৰ ক্ষতিগ্ৰস্ত কৰাটো গ্ৰহণযোগ্য নহ'ব। কেইজনমান মুছলমান নেতাই এই বুলিও দাবী কৰিলে যে জম্মু-কাশ্মীৰৰ এক পৃথক ৰাজনৈতিক স্থিতি ৰক্ষা কৰাৰ লগতে ৰাজ্যখনৰ মুছলমান সংখ্যাগৰিষ্ঠতাৰ চৰিত্ৰ ৰক্ষা কৰাৰ চৰ্ততহে ভাৰতৰ সৈতে ৰাজ্যখনৰ চামিলকৰণক ৰাজ্যখনৰ মুছলমান ৰাইজে সমৰ্থন কৰিছিল। শেখ আব্দুল্লাক ধৰি কনফাৰেন্সৰ ভালেমান নেতাই দাবী কৰিলে যে ৰাজ্যখনৰ মুছলমানসকলে পাকিস্থানৰ লগত চামিল হ'বলৈ অগ্ৰাহ্য কৰাৰ কাৰণ হ'ল যে মুছলিম লীগে ৰাজ্যখনৰ পৃথক ৰাজনৈতিক সত্তাক স্বীকৃতি দিবলৈ অস্বীকাৰ কৰিছিল। আনহাতে ভাৰতৰ সৈতে চামিল হোৱাৰ কাৰণ হ'ল ভাৰতৰ বাকী অংশৰ লগত জম্মু-কাশ্মীৰক লগ নলগাব বুলি দিয়া প্ৰতিশ্ৰুতি।

উল্লেখ নিষ্প্ৰয়োজন যে ভাৰতৰ তৰফৰ পৰা এনে ধৰণৰ কোনো প্ৰতিশ্ৰুতি দিয়া হোৱা নাছিল। পাক-সমৰ্থিত আক্ৰমণকাৰীয়ে সৃষ্টি কৰা জম্মু-কাশ্মীৰ ৰাইজৰ জীৱন-মৰণ পৰিস্থিতিৰ পৰা ৰক্ষা পাবলৈ যি সংকটপূৰ্ণ মুহূৰ্তত ৰাজ্যখন ভাৰতৰ লগত চামিল হৈছিল, সেই সময়ত এনেবোৰ কথা আলোচনা কৰাৰ বাবে সময় আৰু সুবিধা আছিল ক'ত? মুছলিম লীগৰ সৈতে আলোচনা কৰাৰ যি কথা কোৱা হৈছে, সেই প্ৰসংগতে আঙুলিয়াই দিব পাৰি যে চামিলকৰণৰ চৰ্ত সম্পৰ্কে শেখ আব্দুল্লাই পঠোৱা প্ৰতিনিধি দল এটাক লগ ধৰিবলৈ মুছলিম লীগে অস্বীকাৰ কৰিছিল।'

## 'অবাস্তৱ আৰু শিশুসুলভ'

আয়েংগাৰে ৰাজ্যখন এৰি যোৱাৰ পাছতে নেচনেল কনফাৰেন্সৰ নেতৃবৰ্গ পুনৰবাৰ সৰৱ হৈ উঠিল। শ্বেখ মহম্মদ আব্দুল্লাই ১৯৫২ চনৰ ১০ এপ্ৰিলত জম্মুৰ ৰণবীৰ সিং পাৰা নামৰ ঠাইত দিয়া ভাষণত ঘোষণা কৰিলে যে ভাৰতৰ সংবিধান জম্মু-কাশ্মীৰ ৰাজ্যত প্ৰযোজ্য কৰাৰ দীবা হ'ল "অবাস্তৱ', শিশুসুলভ আৰু বলিয়ালী"। বিভিন্ন ঠাইত দিয়া ভাষণত তেওঁ স্পষ্টভাৱে ঘোষণা কৰিলে যে প্ৰতিৰক্ষা, বৈদেশিক পৰিক্ৰমা আৰু যোগাযোগ— এই তিনিটা বিষয়তহে কেৱল জম্মু-কাশ্মীৰ ভাৰতৰ লগত চামিল হৈছে— আভ্যন্তৰীণ বিষয়ত ৰাজ্যখনৰ জনসাধাৰণৰ পূৰ্ণ স্বাধীনতা আছে। তেওঁ আৰু ঘোষণা কৰিলে যে ৰাজ্যখনৰ ৰাইজৰ নিজৰ ইচ্ছা অনুসৰি নিজৰ ভাগ্য নিৰ্ণয় কৰাৰ পূৰ্ণ অধিকাৰ আছে।

ৰাজ্যখনৰ সংবিধান পৰিষদত ১৯৫২ চনৰ ২৫ এপ্ৰিল তাৰিখে দিয়া ভাষণত শ্বেখ আব্দুল্লাই ঘোষণা কৰিলে যে এই পৰিষদৰ বাধাহীন অধিকাৰ থকা বিষয়কেইটা হ'ল—

(ক) চামিলকৰণ সম্পৰ্কত চূড়ান্ত সিদ্ধান্ত নিৰ্ণয় কৰিব পাৰিব।

(খ) ডোগ্ৰা ৰাজবংশৰ ভৱিষ্যৎ নিৰ্ণয় কৰিব পাৰিব।

(গ) চামিলকৰণ নথিৰ যোগেদি ভাৰতীয় ইউনিয়নক নিদিয়া সকলোবোৰ বিষয়তে ৰাজ্যখনৰ সংবিধানে বিধি-বিধান প্ৰণয়ন কৰিব পাৰিব। আৰু

(ঘ) ভাৰতীয় ইউনিয়নৰ সৈতে সম্পৰ্ক নিৰ্ধাৰণ কৰিব।

১০ জুন তাৰিখে সংবিধানে পৰিষদৰ মৌলিক নীতিৰ কমিটীয়ে দাখিল কৰা প্ৰতিবেদনত ৰাজ্যখনত ডোগ্ৰা ৰাজবংশৰ শাসন প্ৰত্যাহাৰত অনুমোদন জনালে। এক নিৰ্দিষ্ট কাৰ্যকালৰ বাবে ৰাইজৰ মাজৰ এজনক মুখ্য কাৰ্যবাহক (Chief Executive)ৰূপে নিযুক্তি দিয়াৰ প্ৰস্তাৱ কৰিলে। ১২ জুন তাৰিখে এই কমিটীৰ প্ৰতিবেদন পৰিষদত গৃহীত হ'ল। গৃহীত প্ৰতিবেদনৰ মূল কথা হ'ল যে ৰাজ্যখনৰ মুৰব্বীজনক ৰাজ্যখনৰ বিধান সভাই নিৰ্বাচিত কৰিব আৰু নিৰ্বাচিত হোৱাৰ পাছত ভাৰতৰ ৰাষ্ট্ৰপতিয়ে তেওঁক স্বীকৃতি দিব। ৰাজ্যখনৰ মুৰব্বীজনৰ কাৰ্যকাল হ'ব পাঁচ বছৰ। তেওঁৰ পদবীটোৰ নাম হ'ব 'সদৰ-ই-ৰিয়াছট'। তেওঁৰ অৰ্হতা আৰু পদবীটোৰ সংশ্লিষ্ট বিষয়বোৰৰ লগতে তেওঁক নিৰ্বাচন কৰাৰ পদ্ধতি ৰাজ্যখনৰ সংবিধানত নিৰ্দিষ্ট কৰা থাকিব।

## সংগতিসূচক হ'ব লাগিব

ৰাজ্যখনৰ মুৰব্বী সম্পৰ্কীয় প্ৰস্তাৱটোত কেন্দ্ৰীয় চৰকাৰৰ তৰফৰ পৰা কোৱা হ'ল যে ৰাজ্যখনৰ সাংবিধানিক যি কোনো ব্যৱস্থাই ভাৰতৰ সংবিধানত থকা ব্যৱস্থাৰ লগত সংগতিসূচক হ'ব লাগিব। কনফাৰেন্সৰ স্থিতি ব্যাখ্যা কৰিবলৈ দিল্লীলৈ যোৱা প্ৰতিনিধি দলটোক কেন্দ্ৰীয় চৰকাৰৰ তৰফৰ পৰা জনোৱা হ'ল যে—

(১) ৰাজ্যখনৰ বাবে যেনে ধৰণৰ সাংবিধানিক ব্যৱস্থাই নকৰক লাগিলে, ভাৰতৰ সাংবিধানিক ব্যৱস্থাৰ লগত ৰাজ্যখন সংহত (integration) হোৱাৰ প্ৰয়োজন হ'ব।

ৰাজ্য চৰকাৰটোৰ বাবে ৰাজ্যিক সংবিধান পৰিষদে সাংবিধানিক ব্যৱস্থা কৰিব। তাৰ বাহিৰে ভাৰতৰ সংবিধান ৰাজ্যখনত প্ৰযোজ্য হ'ব।

(২) ৰাজ্য চৰকাৰৰ বাবে ৰাজ্যিক সংবিধান পৰিষদে যিবোৰ সাংবিধানিক ব্যৱস্থা কৰিব, সেইবোৰ ভাৰতৰ সংবিধানৰ মৌলিক গাঁথনিৰ সংগতিসূচক হ'ব লাগিব।

এই খিনিতে উল্লেখ কৰা প্ৰয়োজন যে ৰাজ্যখনৰ সাংবিধানিক মুৰব্বীজনৰ বিষয়ত নেচনেল কনফাৰেন্সৰ নেতৃবৰ্গ অতি বেছি স্পৰ্শকাতৰ হোৱাৰ কাৰণ আছে। ৰাজ্যখনৰ শাসক দলটোৰ নেতৃবৰ্গই বুজি পাইছিল যে ৰাজ্যখনক এক পৃথক ৰাজনৈতিক সত্তা দিয়াৰ সপক্ষে ভাৰত চৰকাৰ নাছিল। আৰু নাছিল মহাৰজা হৰি সিং। সেয়ে শেখ আব্দুল্লা চৰকাৰে তেওঁলোকৰ অনুগতসকলৰে এজনক এই পদীবত বহুৱাবলৈ ইচ্ছা কৰিছিল যাতে কেন্দ্ৰীয় চৰকাৰে এই পদবীত থকাজনৰ জৰিয়তে ৰাজ্যখনৰ অন্তৰ্বৰ্তীকালীন চৰকাৰ বা এই চৰকাৰৰ যি কোনো কাৰ্য ব্যৱস্থাৰ বিৰুদ্ধে ব্যৱস্থা ল'ব নোৱাৰে।

## নেচনেল কনফাৰেন্সৰ আপত্তি

লক্ষ্য কৰিবলগীয়া যে জম্মু-কাশ্মীৰৰ বাবে 'অস্থায়ীভাৱে' ভাৰতৰ সংবিধানত ৩৭০ নং অনুচ্ছেদৰ যি বিশেষ ব্যৱস্থা কৰা হ'ল, নেচনেল কনফাৰেন্সৰ প্ৰস্তাৱ আছিল তাৰ বিপৰীত। কাৰণ, ৩৭০ নং অনুচ্ছেদত 'ৰাজ্য চৰকাৰ' বুলিলে বুজোৱা হৈছিল— "১৯৪৮ চনৰ ৫ মাৰ্চ তাৰিখে কৰা মহাৰজাৰ ঘোষণা পত্ৰ মৰ্মে সদ্যহতে দায়িত্বত থকা মন্ত্ৰীসভাৰ পৰামৰ্শৰ ভিত্তিত জম্মু আৰু কাশ্মীৰৰ মহাৰাজে লোৱা কাৰ্য ব্যৱস্থা।" নেচনেল কনফাৰেন্সৰ নেতৃবৰ্গই ৰাজ্যখনৰ বাবে কৰিব খোজা সাংবিধানিক গাঁথনি হ'ল— ৩৭০ নং অনুচ্ছেদকে ধৰি ভাৰতৰ সংবিধানৰ কোনো ব্যৱস্থাৰেই অধীন নোহোৱাৰ ব্যৱস্থা।

ভাৰতৰ সাংবিধানিক গাঁথনিৰ পৰা স্থায়ীভাৱে আঁতৰি থকা কোনো ব্যৱস্থা গ্ৰহণ কৰিবলৈ ভাৰত চৰকাৰে অস্বীকাৰ কৰিলে। মন কৰিব লগা যে ৩৭০ নং অনুচ্ছেদ 'অস্থায়ী' বুলি কোৱাৰ উদ্দেশ্য আছিল যাতে ৰাজ্যখনলৈ স্বাভাৱিক অৱস্থা ঘূৰি আহিলে দেশখনৰ আনবোৰ ৰাজ্যৰ দৰে জম্মু-কাশ্মীৰো সকলো দিশেদি একে পৰ্যায়লৈ আহে।

কেন্দ্ৰীয় তথা ভাৰত চৰকাৰৰ মনোভাৱত নেচনেল কনফাৰেন্সৰ নেতৃবৰ্গ ক্ষুণ্ণ হ'ল। বিভিন্ন সাংবিধানিক বিষয়বোৰ এটা এটাকৈ সমাধান কৰাত শেখ আব্দুল্লাই গুৰুত্ব আৰোপ কৰিলে। প্ৰথম বিষয়ৰূপে ল'লে ডোগ্ৰা শাসনৰ বিলুপ্তিকৰণ। ডোগ্ৰা শাসনৰ বিলুপ্তি আৰু তাৰ ঠাইত ৰাজ্যিক সংবিধান পৰিষদে নিৰ্ধাৰণ কৰাৰ দৰে নিৰ্বাচন আৰু কাৰ্যকাল নিৰ্দিষ্ট কৰাত কেন্দ্ৰীয় চৰকাৰৰ নেতৃবৰ্গই সন্মতি দিলে। ৰাজ্যখনৰ বাবে এখন পৃথক পতাকাৰ বিষয়তো কেন্দ্ৰীয় চৰকাৰৰ নেতৃবৰ্গ মান্তি হ'ল। ৰাজ্যখনক দিয়া কৰ্তৃত্বৰ ভিত্তিত ৰাজ্যখনৰ বাবে সংবিধান এখন ৰাজ্যিক সংবিধান পৰিষদে প্ৰণয়ন কৰাৰ বিষয়তো কেন্দ্ৰীয় চৰকাৰৰ নেতৃবৰ্গ সন্মত হ'ল। কিন্তু কেন্দ্ৰীয় চৰকাৰৰ নেতৃবৰ্গই প্ৰস্তাৱ দিলে যে ভাৰতৰ নাগৰিকত্ব, মৌলিক অধিকাৰ আৰু সংশ্লিষ্ট সংবিধানিক নিশ্চয়তা, ভাৰতৰ উচ্চতম ন্যায়ালয়ৰ কৰ্তৃত্ব, ভাৰতৰ ৰাষ্ট্ৰপতিৰ জৰুৰীকালীন ক্ষমতা আৰু ৰাজ্য আৰু

কেন্দ্ৰৰ মাজত বিত্তীয় সম্পৰ্ক জম্মু-কাশ্মীৰ ৰাজ্যত প্ৰযোজ্য হ'ব লাগে। নেচনেল কনফাৰেন্সৰ নেতৃবৰ্গই কিন্তু ভাৰতৰ সাংবিধানৰ কোনো ব্যৱস্থাই ৰাজ্যখনত প্ৰযোজ্য কৰাত তীব্ৰ আপত্তি কৰিলে। তেওঁলোকে যুক্তি দিলে যে প্ৰতিৰক্ষা, বৈদেশিক পৰিক্ৰমা আৰু যোগাযোগ— এই তিনিটা বিষয়তহে ৰাজ্যখন ভাৰতৰ লগত চামিল হৈছে। আন যি 'ৰেছিডুৱেৰী ছভেৰিনিটী' (Residuary Sovereignty)ৰাজ্যখনৰ আছে, সেইবোৰ ৰাজ্যখনে প্ৰস্তুত কৰা সংবিধানৰ বাহিৰে আন কোনো সংবিধানৰ অধীন হ'ব নোৱাৰে। তেওঁলোকে আৰু ক'লে যে চামিল হোৱা বিষয়কেইটাৰ বাহিৰে আন সকলো কথাত ৰাজ্যখনৰ পৃথক আৰু স্বতন্ত্ৰ ৰাজনৈতিক সত্তা আছে। জম্মু আৰু কাশ্মীৰ যে ভাৰতীয় গণৰাজ্যৰ অংশবিশেষ নহয় আৰু সেয়ে কেন্দ্ৰীয় চৰকাৰৰ কৰ্তৃত্বৰো অধীন নহয়— সেই কথাত নেচলেন কনফাৰেন্সৰ নেতৃবৰ্গই গুৰুত্ব দিলে।

নাগৰিকত্ব মৌলিক অধিকাৰ আদি ওপৰত উল্লেখ কৰা ভাৰতৰ সংবিধানৰ ব্যৱস্থাবোৰ গ্ৰহণ কৰিবলৈ জৱাহৰলাল নেহৰুৱে নিজেই শ্বেখ আব্দুল্লা আৰু বেগক অনুৰোধ জনালে। লাভ কিন্তু একো নহ'ল। কেৱল মাত্ৰ ৰাজ্যখনৰ 'প্ৰেছিডেণ্ট'জন নিৰ্বাচিত হোৱাৰ পাছত ভাৰতৰ ৰাষ্ট্ৰপতিয়ে তেওঁক স্বীকৃতি দিয়া কথাহে তেওঁলোকে মানি ল'লে।

# ১৯৫২ চনৰ দিল্লী চুক্তি

ব্যাপক আলাপ-আলোচনাৰ শেষত ভাৰতৰ সংবিধানৰ কিছুমান ব্যৱস্থা সংশোধনসহ ৰাজ্যখনলৈ সম্প্ৰসাৰণ কৰাত কনফাৰেন্সৰ নেতৃবৰ্গ মান্তি হ'ল। এই বুজাবুজিয়েই হ'ল অতি গুৰুত্বপূৰ্ণ ১৯৫২ চনৰ দিল্লী চুক্তি। নাগৰিকত্ব সম্পৰ্কত দুটা ব্যতিক্ৰমৰ ব্যৱস্থা কৰা হ'ল। সেয়া হ'ল—

(১) ৰাজ্যখনৰ 'স্থায়ী বাসিন্দা'ৰ সংজ্ঞা নিৰ্ধাৰণৰ ক্ষমতা বিধান সভাৰ থাকিব। অস্থাৱৰ সম্পত্তি আহৰণ, চাকৰিত নিযুক্তি আৰু তেনেবোৰ বিষয়ত অধিকাৰ আৰু কৰ্তব্য নিৰ্ধাৰণ আৰু নিয়ন্ত্ৰণো বিধান সভাই কৰিব।

(২) ৰাজ্যখনৰ যিসকল বাসিন্দা ১৯৪৭ চনত পাকিস্থানলৈ গ'ল, তেওঁলোক স্থায়ীভাৱে থাকিবলৈ যদি পুনৰ ৰাজ্যখনলৈ উভতি আহিবলৈ বিচাৰে, সেই সকলৰ ক্ষেত্ৰত বিশেষ ব্যৱস্থা কৰা হ'ব।

উল্লেখ কৰিব পাৰি যে ৰাজ্যখনত এই ব্যৱস্থা প্ৰচলন আছিল যে বাহিৰৰ লোকে তাত স্থাৱৰ সম্পত্তি আহৰণ কৰিব নোৱাৰে— ৰাজ্যখনৰ স্থায়ী বাসিন্দাইহে মাত্ৰ এই অধিকাৰ পাব পাৰে। এই অধিকাৰ ৰক্ষা কৰাৰ ব্যৱস্থা কৰা হ'ল।

ভাৰতীয় সংবিধানত থকা মৌলিক অধিকাৰ আৰু সংশ্লিষ্ট আইনগত অধিকাৰ ৰাজ্যখনলৈ সম্প্ৰসাৰণৰ বাবেও বুজাবুজি হ'ল। এই ক্ষেত্ৰত অৱশ্যে এনে ব্যৱস্থা কৰা হ'ল যাতে অন্তৰ্বৰ্তীকালীন চৰকাৰে হাতত লোৱা ভূমি সংস্কাৰ ব্যৱস্থা ক্ষতিগ্ৰস্ত নহয়।

ভাৰতৰ উচ্চতম ন্যায়ালয়ৰ কৰ্তৃত্ব ৰাজ্যখনলৈ সম্প্ৰসাৰণৰো ব্যৱস্থা হ'ল। আপীল কৰাৰ ক্ষেত্ৰত সৰ্বোচ্চ কৰ্তৃত্ব থকা "ন্যায়িক উপদেষ্টা ব'ৰ্ড"খনৰ বিলুপ্তি সাধন কৰিবলৈ ভাৰত চৰকাৰে প্ৰস্তাৱ দিলে। মহাৰজা হৰি সিঙে ১৯৩৯ চনত এই ব'ৰ্ডখন গঠন কৰি দিছিল। 'চিভিল' আৰু 'ক্ৰিমিনেল'— উভয় শ্ৰেণী গোচৰৰ আপীল এই ব'ৰ্ডে শুনিছিল। নেচনেল কনফাৰেন্সে সম্প্ৰতি এই ব'ৰ্ডে বিলুপ্তিৰ বিৰোধিতা কৰিলে।

বিত্তীয় সম্পৰ্ক আৰু ৰাষ্ট্ৰপতিৰ ক্ষমতা সম্প্ৰসাৰণৰ ক্ষেত্ৰতো বুজাবুজি হ'ল। ৰাজ্যখনৰ প্ৰথমজন প্ৰেছিডেণ্টৰূপে মহাৰাজ হৰি সিঙৰ পুত্ৰ কৰণ সিঙক নিৰ্বাচিত কৰাত নেচনেল কনফাৰেন্সৰ নেতৃবৰ্গ মান্তি হ'ল। ৰাজ্যখনৰ আৰু ভাৰতৰ সংবিধানৰ বিভিন্ন ব্যৱস্থা প্ৰয়োগৰ ক্ষেত্ৰতো ঐক্যমত হ'ব পৰা গ'ল। ১৯৫২ চনৰ ১১ আগষ্টত ৰাজ্যিক সংবিধান পৰিষদত প্ৰধান মন্ত্ৰী শেখ আব্দুল্লাই দিল্লী চুক্তিখন দাখিল কৰিলে।

দিল্লী চুক্তিৰ বিভিন্ন ব্যৱস্থা সম্পৰ্কত ৰাজ্যিক সংবিধান পৰিষদৰ ভালেমান সদস্যই সন্দেহ প্ৰকাশ কৰিলে। এই চুক্তিৰ ফলত ৰাজ্যখনৰ বাবে ভাৰতৰ সংবিধানত থকা বিশেষ ব্যৱস্থা ৩৭০ নং অনুচ্ছেদ বিলুপ্তিৰ পথ মুকলি হ'ব বুলিও আশংকা প্ৰকাশ কৰা দেখা গ'ল। মিৰ্জা আফজল বেগে যুক্তি দিলে যে ৩৭০ নং অনুচ্ছেদ এই বাবেই

অস্থায়ী যে ৰাজ্যখনৰ ভৱিষ্যৎ সাংবিধানিক গাঁথনিৰ বিষয়ে চূড়ান্ত সিদ্ধান্ত ল'ব এই ৰাজ্যিক সংবিধান পৰিষদেহে।

দিল্লী চুক্তিৰ বিৰুদ্ধে নেচনেল কনফাৰেন্সৰ নেতৃবৰ্গই অভিযান আৰম্ভ কৰিলে। যিসকল জ্যেষ্ঠ নেতাই দিল্লীত চুক্তি সম্পাদনৰ আলোচনাত ভাগ লৈছিল, সেই সকলেও আনকি চুক্তিখনৰ বিৰুদ্ধে সৰৱ হৈ উঠিল।

ৰাজ্যখনত ডোগ্ৰা শাসনৰ বিলুপ্তি আৰু মহাৰাজাৰ ঠাইত 'সদৰ-ই-ৰিয়াছট' নামৰ ৰাজ্যখনৰ মুৰব্বী নিৰ্বাচন কৰা ব্যৱস্থাৰ বিষয়ে সংবিধান পৰিষদে সিদ্ধান্ত ল'লে। তেওঁ নেচনেল কনফাৰেন্সৰ নেতৃত্বলৈ এই বুলি বাৰ্তা পঠালে যে কৰণ সিঙক 'সদৰ-ই-ৰিয়াছট' পদত যদি বহুওৱা, নহয়, তেন্তে সিঙৰ ৰিজেন্সীৰ বিলুপ্তি ঘটাবলৈ ভাৰত চৰকাৰে নিদিয়ে।

ইতিমধ্যে দিল্লী চুক্তিৰ কথা জনাজনি হ'লত জম্মুৰ হিন্দুসকলৰ মাজত ব্যাপকভাৱে বিৰূপ প্ৰতিক্ৰিয়া হ'ল। জম্মু আৰু কাশ্মীৰ ৰাজ্যখন সম্পূৰ্ণৰূপে ভাৰতৰ লগত চামিল কৰিব লাগে বুলি 'প্ৰজা পৰিষদে' দাবী কৰিলে। সেয়ে নহলে জম্মু আৰু লাডাখক ভাৰতৰ লগত চামিল কৰিবলৈ দাবী জনোৱা হ'ল। এই দাবীৰ প্ৰতি ভাৰতৰ ভালেমান দল আৰু সংগঠনে বিপুল সঁহাৰি জনালে। বিশেষকৈ ভাৰতীয় জনসংঘ দলে পৰিষদৰ দাবীক অকুণ্ঠ সমৰ্থন জনালে। আব্দুল্লা চৰকাৰৰ খড়্গহস্ত হৈ উঠিল। প্ৰজা পৰিষদৰ মত 'হিন্দু সাম্প্ৰদায়িকতাবাদী'ৰ মত বুলি কনফাৰেন্সৰ নেতৃবৰ্গই অভিহিত কৰিলে। কনফাৰেন্সৰ নেতৃবৰ্গই এই বুলিও মত প্ৰকাশ কৰিলে যে ডোগ্ৰাৰ শাসন বিলুপ্তিৰ উপৰিও ৰাজ্যখনত ৰাজনৈতিক আৰু অৰ্থনৈতিক সংস্কাৰৰ বাবে যিবোৰ ব্যৱস্থা অন্তৰ্বৰ্তীকালীন চৰকাৰে লৈছে, তাক বাধা দিয়াৰ বাবেই প্ৰজা পৰিষদে এনেবোৰ দাবী তুলিছে আৰু আন্দোলন আৰম্ভ কৰিছে।

প্ৰজা পৰিষদৰ দুজন বিশিষ্ট নেতা প্ৰেম নাথ ডোগ্ৰা আৰু শ্যাম লাল শৰ্মাক গ্ৰেপ্তাৰ কৰা হ'ল (১৯৫২ চনৰ ৮ নৱেম্বৰ)। লগে লগে আব্দুল্লা চৰকাৰৰ বিৰুদ্ধে হোৱা আন্দোলন ব্যাপক হ'ল।

পৰিস্থিতিৰ গতি-বিধি দেখি কেন্দ্ৰীয় তথা ভাৰত চৰকাৰে বিচৰা মতেই ১৯৫২ চনৰ নবেম্বৰ মাহতে কৰণ সিঙক 'সদৰ-ই-ৰিয়াৰট'ৰূপে ৰাজ্যিক সংবিধান পৰিষদে নিৰ্বাচন কৰিলে। কিন্তু দিল্লী চুক্তিত থকা সাংবিধানিক ব্যৱস্থাবোৰ ৰূপায়ণৰ বাবে কোনো ব্যৱস্থাই আব্দুল্লা চৰকাৰে গ্ৰহণ নকৰিলে। গুৰুত্বপূৰ্ণ কথাটো হ'ল যে সংবিধান পৰিষদৰ খচৰা কমিটীৰ বিবেচনাৰ বাবে শ্বেখ আব্দুল্লাই প্ৰেৰণ কৰা খচৰাবোৰৰ মৰ্মাৰ্থ আছিল— দিল্লী চুক্তি অগ্ৰাহ্য কৰাৰ ব্যৱস্থাহে।

শ্বেখ আব্দুল্লা, তেওঁৰ দল আৰু চৰকাৰৰ কাম-কাজবোৰ দেখি প্ৰধান মন্ত্ৰী নেহৰু নিজেই শ্ৰীনগৰ ভ্ৰমণলৈ আহিল (১৯৫৩ চনৰ মে' মাহত)। নেচনেল কনফাৰেন্সৰ নেতৃবৰ্গই ৰাজহুৱাভাৱে প্ৰকাশ কৰা ভালেমান মত যে কেন্দ্ৰীয় তথা ভাৰত চৰকাৰৰ বাবে গ্ৰহণযোগ্য নহয়, সেই কথা তেওঁ কনফাৰেন্সৰ নেতৃবৰ্গক জনালে। ৰাজ্যখনৰ ভৱিষ্যৎ গাঁথনি সন্দৰ্ভত নেহৰুৱে আব্দুল্লাৰ হাতত এটা লিখিত টোকা দিলে। ৰাজ্যখন

ভাৰতৰ সাংবিধানিক গাঁথনিৰ ভিতৰত থকাৰ প্ৰয়োজনীয়তা তেওঁ দোহাৰিলে। নেহৰুৱে লগতে শেখ আব্দুল্লাক ক'লে— দিল্লী চুক্তি কাৰ্যকৰী কৰাৰ ব্যৱস্থা ল'বলৈ। নেহৰুৱে নেচনেল কনফাৰেন্সৰ ৱৰ্কিং কমিটীকো লগ ধৰিলে। ৰাজ্যখনৰ সৈতে ভাৰতৰ সাংবিধানিক সম্পৰ্কৰ ক্ষেত্ৰত জড়িত মূল ভালেমান বিষয়ত ৰাজ্যখনৰ শাসক দলটোৰ ভিতৰত যে মতভেদ আছে, সেই কথা দলটোৰ দুজন বিশিষ্ট নেতা বক্সী গোলাম মহম্মদ আৰু গোলাম মহম্মদ ছাদিকে নেহৰুক জনালে। এই নেতা দুজনে ভাৰতৰ প্ৰধান মন্ত্ৰীজনক লগতে জনালে যে ৰাজ্যখনৰ লগত ভাৰতৰ ঘনিষ্ঠ সম্পৰ্ক থকাটো তেওঁলোকে দুয়োজনে বিচাৰে।

নেহৰু যোৱাৰ পাছত পৰিস্থিতি উন্নত হওক ছাৰি অৱনতিহে ঘটিল। নেচনেল কনফাৰেন্স দলৰ সাধাৰণ সম্পাদক মৌলানা ছৈয়দ মাছুদীয়ে এটা অতি গুৰুত্বপূৰ্ণ বিবৃতি দিলে (৬ আগষ্ট)। তেওঁ ঘোষণা কৰিলে যে ভাৰত আৰু পাকিস্থান উভয়ৰে পৰা আঁতৰত থাকিবলৈ ৰাজ্যখনৰ জনসাধাৰণে বিচাৰে।

## শেখ আব্দুল্লাৰ চৰকাৰ বৰ্খাস্ত

পৰিস্থিতিৰ আৰু অৱনতি ঘটিবলৈ নিদি কেন্দ্ৰীয় চৰকাৰে ব্যৱস্থা গ্ৰহণ কৰিলে। ১৯৫৩ চনৰ ৯ আগষ্ট তাৰিখে সদৰ-ই-ৰিয়াছট কৰণ সিঙে শেখ আব্দুল্লা চৰকাৰক বৰ্খাস্ত কৰিলে। লগতে শেখ আব্দুল্লাই নহয়, মিৰ্জা আফজল বেগকে ধৰি শেখৰ ভালেমান সতীৰ্থক গ্ৰেপ্তাৰ কৰা হ'ল।

ৰাজ্যখনৰ প্ৰধান মন্ত্ৰীৰ পদত অধিষ্ঠিত কৰা হ'ল— বক্সী গোলাম মহম্মদক। দলৰ মাজত নিজৰ স্থিতি দৃঢ় কৰাত বক্সীৰ সময় নালাগিল। নেতৃত্বৰ সালসলনিত শাসক দলটোৰ সাধাৰণ পৰিষদে অনুমোদন জনালে। শেখ আব্দুল্লাৰ ঠাইত বক্সী দলৰ সভাপতি নিৰ্বাচিত হ'ল। ৰাজ্যিক সংবিধান পৰিষদত বক্সীৰ নেতৃত্বাধীন চৰকাৰৰ প্ৰতি আস্থাৰ প্ৰস্তাৱ গৃহীত হ'ল।

# ৰাজ্যিক সংবিধানখন

ক্ষমতাৰ পৰা শ্বেখ আব্দুল্লাক অপসাৰণ কৰাৰ পাছত কেন্দ্ৰীয় চৰকাৰে বিচৰা ধৰণেই প্ৰায়বোৰ সাংবিধানিক ব্যৱস্থা ৰাজ্যিক সংবিধান পৰিষদত গৃহীত হ'ল। ১৯৫৪ চনৰ ১৪ মে' তাৰিখে ভাৰতৰ ৰাষ্ট্ৰপতিলৈ সেইবোৰ প্ৰেৰণ কৰা হ'ল। ৰাষ্ট্ৰপতিয়ে এক বিশেষ ঘোষণা যোগে ৩৭০ নং অনুচ্ছেদত সেইবোৰ অন্তৰ্ভুক্ত কৰিলে।

ৰাজ্যখনৰ বাবে সংবিধান প্ৰস্তুত কৰাৰ কাম ৰাজ্যিক সংবিধান পৰিষদে শেষ কৰিলে— ১৯৫৬ চনৰ নৱেম্বৰ মাহত। ১৯৫৭ চনৰ ২৬ জানুৱাৰীৰ পৰা এই সংবিধান কাৰ্যকৰী কৰা হ'ল।

জম্মু আৰু কাশ্মীৰ ৰাজ্যখন ভাৰতৰ অবিচ্ছেদ্য অংগ বুলি ৰাজ্যিক সংবিধানখনত ঘোষণা কৰা হ'ল। ৰাজ্যখনৰ বিধান সভাই পাঁচ বছৰৰ বাবে নিৰ্বাচন কৰা আৰু ভাৰতৰ ৰাষ্ট্ৰপতিয়ে অনুমোদন জনোৱা 'সদৰ-ই-ৰিয়াছট'ৰ হাতত কাৰ্যবাহী (executive) ক্ষমতা ন্যস্ত কৰা হ'ল। তেওঁক সহায় কৰিবলৈ আৰু পৰামৰ্শ দিবলৈ প্ৰধান মন্ত্ৰী এজনৰ নেতৃত্বত মন্ত্ৰীসভা এখন থকাৰ ব্যৱস্থা সংবিধানত লিপিবদ্ধ হ'ল।

ভাৰতৰ সাংবিধানিক গাঁথনিৰ সৈতে ৰাজ্যখনক অধিক সুদৃঢ় কৰাৰ বাবে ১৯৬৫ চনত ৰাজ্যখনৰ সংবিধান সংশোধন কৰা হয়। 'সদৰ-ই-ৰিয়াছট' পদবীৰ বিলুপ্তি সাধন কৰা হয়। তদুপৰি এই পদৰ বাবে নিৰ্বাচন আৰু কাৰ্যকালৰ লগতে এই পদত থকাজনক অপসাৰণ কৰিব পৰা ব্যৱস্থাবোৰ বাতিল কৰা হয়। ভাৰতৰ ৰাজ্যবোৰত থকাৰ দৰে এই ৰাজ্যখনৰ সাংবিধানিক মুৰব্বীজনক 'ৰাজ্যপাল' বুলি অভিহিত কৰা আৰু তেওঁৰ নিযুক্তি আৰু কাৰ্যকাল আদি সম্পৰ্কে ভাৰতৰ সংবিধানত থকা ব্যৱস্থাবোৰ জম্মু-কাশ্মীৰতো একে ধৰণে প্ৰযোজ্য কৰাৰ ব্যৱস্থা লোৱা হয়। 'সদৰ-ই-ৰিয়াছট'ক আঁতৰ কৰিলে, বা তেওঁৰ অসুখ হ'লে অথবা মৃত্যু হ'লে, তেওঁৰ ঠাইত অস্থায়ী 'সদৰ-ই-ৰিয়াছট' নিযুক্তিৰ যি ব্যৱস্থা ৰাজ্যিক সংবিধানত আছিল, সেই ব্যৱস্থাৰ বিলুপ্তি সাধন কৰা হয়। ৰাজ্যিক সংবিধানত ব্যৱস্থা নথকাৰ ক্ষেত্ৰত ৰাজ্যপালৰ কাম-কাজ চলোৱাৰ ব্যৱস্থা কৰিবলৈ ৰাষ্ট্ৰপতিক ক্ষমতা প্ৰদান কৰা হয়।

ৰাজ্যখনৰ 'প্ৰধান মন্ত্ৰী' পদবীৰ ক্ষেত্ৰতো ৰাজ্যিক সংবিধানত থকা ব্যৱস্থা সলনি কৰি ভাৰতৰ আন ৰাজ্যৰ দৰে সেই পদবীৰ নাম 'মুখ্যমন্ত্ৰী' বুলি কৰা হয়।

## কিছুমান বিশেষ ব্যৱস্থা

জম্মু আৰু কাশ্মীৰ ৰাজ্যৰ বাবে সংবিধানত কিছুমান বিশেষ ব্যৱস্থা কৰা হয়। এইবোৰ চমুকৈ তলত আলোচনা কৰাৰ প্ৰয়াস কৰা হৈছে। ৰাজ্যখনৰ বাবে পৃথক সংবিধানৰ লগতে পৃথক পতাকাৰ কথা ইতিমধ্যে উল্লেখ কৰি অহা হৈছে।

ভাৰতৰ সংবিধানত ৰাজ্যখনৰ বাবে নিৰ্দিষ্ট কৰা ৩৭০ নং অনুচ্ছেদ আৰু পৰৱৰ্তী কালছোৱাত ৰাষ্ট্ৰপতিয়ে ৰাজ্যখনৰ বাবে প্ৰযোজ্য হোৱাৰ আদেশ জাৰি কৰাৰ ফলস্বৰূপে ভাৰতৰ সংবিধান আংশিক ভাবেহে ৰাজ্যখনত কাৰ্যকৰী কৰা হয়। ভাৰতৰ সংবিধান ৰাজ্যখনত কাৰ্যকৰী কৰা ব্যৱস্থাবোৰ তিনিটা শ্ৰেণীত ভগাব পাৰি : (১) যিবোৰ ব্যৱস্থা ৰাজ্যখনত প্ৰযোজ্য নহয়; (২) যিবোৰ ব্যৱস্থা ৰাজ্যখনত প্ৰযোজ্য আৰু (৩) চৰ্তসাপেক্ষে আৰু ব্যতিক্ৰমভাবেহে যিবোৰ ব্যৱস্থা প্ৰযোজ্য।

ভাৰতীয় সংবিধানৰ যিবোৰ ব্যৱস্থা ৰাজ্যখনত প্ৰযোজ্য নহয়, সেইবোৰৰ ভিতৰত আছে ৰাজ্য চৰকাৰবোৰৰ সম্পৰ্কীয়, নিৰ্দেশিকা নীতি, ৰাজহুৱা সেৱা (Public Service), ভাৰতৰ সংবিধান সংশোধন আৰু কেন্দ্ৰীয় চৰকাৰে দিয়া কোনো নিৰ্দেশ পালনত ব্যৰ্থ হ'লে বা ৰূপায়ণ কৰিব নোৱাৰিলে, কোনো ৰাজ্যত সাংবিধানিক ব্যৱস্থা ভাগি পৰাৰ অৱস্থাত প্ৰযোজ্য কৰাৰ বাবে থকা ৰাষ্ট্ৰপতিৰ ক্ষমতা। ৰাজ্যখনৰ সংবিধান পৰিষদে প্ৰস্তুত কৰা আৰু ১৯৫৭ চনৰ জানুৱাৰী মাহত প্ৰযোজ্য কৰা জম্মু আৰু কাশ্মীৰৰ সংবিধানত নিৰ্দেশিকা নীতি আৰু ৰাজ্যখনৰ ৰাজহুৱা সেৱাৰ ক্ষেত্ৰত ব্যৱস্থা অন্তৰ্ভুক্ত কৰা হৈছে। ১৯৫৪ চনত ৰাষ্ট্ৰপতিয়ে ৰাজ্যখনৰ বাবে প্ৰযোজ্য যি আদেশ জাৰি কৰিলে, তাৰ দ্বাৰা ভাৰতৰ সংবিধান সংশোধন কৰিলে সেই সংশোধন ৰাজ্যখনত প্ৰযোজ্য হোৱাৰ ব্যৱস্থা হ'ল। ইয়াৰ বাবে ৩৭০ নং অনুচ্ছেদ যোগে ৰাষ্ট্ৰপতিক দিয়া ক্ষমতা অনুসৰি ৰাষ্ট্ৰপতিয়ে আদেশ জাৰি কৰিব লাগিব।

ব্যতিক্ৰমভাৱে আৰু চৰ্তসাপেক্ষে ভাৰতৰ সংবিধানৰ যিবোৰ ব্যৱস্থা ৰাজ্যখনত প্ৰযোজ্য, সেইবোৰ হ'ল— নিৰ্বাচন, ৰাষ্ট্ৰপতি আৰু কেন্দ্ৰীয় মন্ত্ৰীসভাৰ কাম-কাজ, সংসদৰ নিৰ্বাচন, ক্ষমতা আৰু বিশেষাধিকাৰ, সংসদী পদ্ধতি, ভাৰতৰ উচ্চতম ন্যায়ালয় আৰু ইয়াৰ ক্ষমতা, ভাৰতৰ কম্পট্ৰলাৰ আৰু অডিটৰ জেনেৰেল আৰু কেন্দ্ৰীয় লোকসেৱা আয়োগৰ নিযুক্তি আৰু কাম-কাজ।

## সাংবিধানিক এলেকা

ভাৰতৰ সংবিধানৰ ১নং অনুচ্ছেদত ভাৰতৰ সাংবিধানিক এলেকা নিৰ্দিষ্ট কৰা হৈছে। সংবিধানৰ প্ৰথম অনুসূচীত নিৰ্দিষ্ট কৰা আছে ৰাজ্যবোৰৰ সীমা। জম্মু আৰু কাশ্মীৰ ৰাজ্যক এই প্ৰথম অনুসূচীতে তালিকাভুক্ত কৰা হৈছে। ভাৰতৰ সংবিধান প্ৰণয়ন কৰোঁতে মহাৰজা হৰি সিং শাসিত আৰু তেওঁ চামিলকৰণৰ চুক্তি সম্পাদিত কৰোঁতে যিখন জম্মু আৰু কাশ্মীৰ ৰাজ্য আছিল, সেই এলেকা বা অঞ্চলবোৰ ৰাজ্যখনত অন্তৰ্ভুক্ত। অৰ্থাৎ ১৯৪৭ চনত পাকিস্থানে দখল কৰা অঞ্চলবোৰো ভাৰতৰ সংবিধানৰ প্ৰথম অনুসূচীত অন্তৰ্ভুক্ত।

মন কৰিব লগা যে ভাৰতৰ সংবিধানৰ এক নং অনুচ্ছেদ স্বতন্ত্ৰ, ই জম্মু-কাশ্মীৰৰ বাবে বিশেষ ব্যৱস্থা কৰা ৩৭০ন নং অনুচ্ছেদৰ অধীন নহয়। অথচ শেখ আব্দুল্লা আৰু মিৰ্জা আফজল বেগ আদি নেচনেল কনফাৰেন্সৰ নেতৃবৰ্গই এই বুলি ভুল ব্যাখ্যা কৰিবলৈ যত্ন কৰিছিল যে ভাৰতৰ এলেকা বা অঞ্চলৰ ভিতৰত জম্মু-কাশ্মীৰ ৰাজ্য অন্তৰ্ভুক্ত

কৰাৰ মূলতে হৈছে সংবিধানৰ ৩৭০ নং অনুচ্ছেদ। এই অনুচ্ছেদেই ভাৰত আৰু জম্মু-কাশ্মীৰ সংযোগ সূত্ৰ বুলি ক'ব খোজা হৈছিল যে ৩৭০ নং অনুচ্ছেদ বাতিল কৰা মানেই ৰাজ্যখনক ভাৰতৰ পৰা বিচ্ছিন্ন কৰা।

ৰাজ্যখনৰ ভাৰতভুক্তিৰ প্ৰতিশ্ৰুতি এই অনুচ্ছেদত জড়িত থকা আৰু ৰাজ্যখনৰ গণভোট লৈহে ভাৰতভুক্তি নিশ্চিত কৰাৰ বাবে ভাৰতে প্ৰতিশ্ৰুতি দিয়া বুলিও বিচ্ছিন্নতাবাদীসকলে যুক্তি দিব খোজে। কিন্তু ১নং আৰু ৩৭০ নং অনুচ্ছেদ— দুয়োটাই সম্পূৰ্ণ স্বতন্ত্ৰ। ৩৭০ নং অনুচ্ছেদ বাতিল কৰিলে, সকলো পিনৰ পৰা জম্মু-কাশ্মীৰ ৰাজ্য ভাৰতৰ আন ৰাজ্যবোৰৰ সমপৰ্যায়ৰ হ'ব।

কাশ্মীৰৰ ৰাজনীতিৰ বিশিষ্ট গৱেষক ডঃ এম. কে. টেঙৰ মতে ('কাশ্মীৰ-আৰ্টিক'ল ৩৭০' শীৰ্ষক' গ্ৰন্থ), 'ৰাজ্যখন চামিলকৰণৰ ক্ষেত্ৰত ৩৭০ নং অনুচ্ছেদত থকা ব্যৱস্থা ৰাজ্যখনৰ চামিলকৰণৰ লগত প্ৰাসংগিক নহয়— চামিলকৰণৰ বিষয়ত সাংবিধানিক প্ৰতিশ্ৰুতিৰ কোনো অংশবিশেষ নহয়। ৩৭০ নং অনুচ্ছেদ বাতিল কৰিলে তাৰ ফলত ৰাজ্যখনৰ চামিলকৰণ ক্ষতিগ্ৰস্ত নহয়। কাৰণ, ভাৰতীয় ইউনিয়নৰ লগত ৰাজ্যখনৰ চামিলকৰণ ৩৭০ নং অনুচ্ছেদে কৰা নাই।" এখন ৰাজ্যৰ কোনো অংশ পৃথক কৰি বা দুখন বা ততোধিক ৰাজ্য বা ৰাজ্যৰ অংশ লগ লগাই বা কোনো ৰাজ্যৰ অংশ আন এখন ৰাজ্যৰ লগত লগ লগাই নতুন ৰাজ্য গঠনৰ ক্ষমতা ভাৰতৰ সংসদৰ। কোনো ৰাজ্যৰ অংশ বৃদ্ধি কৰা, সীমা সালসলনি কৰিব পৰা বা কোনো ৰাজ্যৰ নাম সলনি কৰিব পৰাৰ কৰ্তৃত্বও ভাৰতৰ সংসদৰ ওপৰত ন্যস্ত। জম্মু আৰু ৰাজ্যৰ ক্ষেত্ৰত সংসদে এনেবোৰ কাম কৰিবলৈ হ'লে ৰাজ্যখনৰ বিধান সভাৰ সন্মতি লাগিব।

## নাগৰিকত্ব

ভাৰতৰ সংবিধানত থকা নাগৰিকত্বৰ ব্যৱস্থা কিছু ব্যতিক্ৰমসহ জম্মু-কাশ্মীৰত প্ৰযোজ্য। ৫নং অনুচ্ছেদত ভাৰতীয় নাগৰিকত্বৰ সংজ্ঞা এই বুলি দিয়া হৈছে যে সংবিধান প্ৰযোজ্য হোৱাৰ সময়ত ভাৰতৰ আন ঠাইৰ পৰা আহি বা স্থায়ীভাৱে বসবাস কৰি থকাসকলকে ভাৰতীয় নাগৰিক বুলি গণ্য কৰা হ'ব। চৰ্ত হ'ল যে তেওঁলোক ভাৰতত জন্ম হ'ব লাগিব বা তেওঁলোকৰ পিতৃ-মাতৃৰ কোনো এজন ভাৰতৰ জন্ম হ'ব লাগিব বা ভাৰতীয় সংবিধান প্ৰযোজ্য হোৱাৰ আগতে কমেও পাচ বছৰ ইয়াত থাকিব লাগিব। এই অনুচ্ছেদ চৰ্তহীনভাৱে জম্মু-কাশ্মীৰত প্ৰযোজ্য।

পাকিস্থানৰ পৰা ভাৰতলৈ প্ৰব্ৰজন কৰা সকলৰ ক্ষেত্ৰত ভাৰতৰ সংবিধানৰ ৬ আৰু ৭নং অনুচ্ছেদত থকা ব্যৱস্থাবোৰ এক অতিৰিক্ত বিশেষ ব্যৱস্থাসহ ৰাজ্যখনত প্ৰযোজ্য কৰাৰ ব্যৱস্থা কৰা হৈছে। সেয়া হৈছে— ৰাজ্যখনৰ 'স্থায়ী বাসিন্দা'ৰ ক্ষেত্ৰত বিশেষ ব্যৱস্থা। ৰাজ্যখনৰ স্থায়ী বাসিন্দাসকল পাকিস্থানলৈ গৈ ৰাজ্যখনলৈ যদি পুনৰ উভতি আহে, তেন্তে ৰাজ্যখনৰ বিধান সভাই কৰা আইনৰ কৰ্তৃত্বৰ অধীনত দিয়া পুনৰ সংস্থাপনৰ পাৰ্মিট বা স্থায়ীভাৱে উভতি অহা পাৰ্মিটৰ ভিত্তিত নাগৰিকত্ব লাভ কৰাৰ যোগ্যতা অৰ্জন কৰিব।

ৰাজ্যখনৰ 'স্থায়ী বাসিন্দা' বুলিলে কাক বুজাব, তাক এনেদৰে নিৰ্ধাৰণ কৰা হৈছেঃ

(১) যিসকল ৰাজ্যখনত জন্ম বা যিসকলৰ পিতৃ-মাতৃ ৰাজ্যখনত জন্ম আৰু ১৮৪৬ চনত জম্মু-কাশ্মীৰ ৰাজ্য গঠন হোৱাৰে পৰা ইয়াত বাস কৰিছে।

(২) যিসকলে বা যিসকলৰ পিতৃ-মাতৃয়ে ১৮৮৫ চনৰ আগৰে পৰা ৰাজ্যখনত বসবাস কৰিছে।

(৩) যিসকলে বা যিসকলৰ পিতৃ-মাতৃয়ে ১৯১১ চনৰ আগতে বসবাস কৰিছে আৰু ৰাজ্যখনত স্থাৱৰ সম্পত্তি কৰিছে।

(৪) যিসকলে বা যিসকলৰ পিতৃ-মাতৃয়ে ১৯৪৫ চনৰ ১৪ মে'ৰ আগতে ৰাজাখনত বসবাস কৰিছে আৰু স্থাৱৰ সম্পত্তি কৰিছে।

(৫) ৰাজ্যখনৰ যিসকল অধিবাসী পাকিস্তানলৈ গৈছিল যদিও ৰাজ্যিক বিধান সভাই কৰা আইনৰ অধীনত ৰাজ্যখনত পুনৰ সংস্থাপন কৰাৰ পাৰ্মিট পাই পুনৰ ৰাজ্যখনলৈ উভতি আহিল।

(৬) পাক অধিকৃত অঞ্চলত বাস কৰা যিসকল অধিবাসীয়ে প্ৰমাণ কৰিব পাৰে যে ১৯৪৭ চনৰ ১ মাৰ্চৰ পাছত তেওঁলোক পাকিস্তানলৈ প্ৰব্ৰজন কৰিছিল যদিও ৰাজ্যিক বিধান সভাই প্ৰণয়ন কৰা আইনৰ অধীনত যিসকলক ৰাজ্যখনত পুনৰ সংস্থাপনৰ পাৰ্মিট দিয়া হৈছে।

## মৌলিক অধিকাৰ

ভাৰতৰ সংবিধানত থকা মৌলিক অধিকাৰৰ ব্যৱস্থাবোৰ জম্মু-কাশ্মীৰ ৰাজ্যত প্ৰযোজ্য কৰাৰ ক্ষেত্ৰত কিছু ব্যতিক্ৰম আছে। ৰাষ্ট্ৰপতিয়ে ১৯৫৪ চনত ৰাজ্যখনৰ ক্ষেত্ৰত প্ৰযোজ্য নিৰ্দেশত এই ব্যতিক্ৰমবোৰৰ কথা উল্লেখ কৰিছে। মন কৰিব লগা যে ১৯৫৪ চনত ৰাজ্যখনৰ ক্ষেত্ৰত প্ৰযোজ্য নিৰ্দেশত এই ব্যতিক্ৰমবোৰৰ কথা উল্লেখ কৰিছে। মন কৰিব লগা যে ১৯৫৪ চনত ৰাষ্ট্ৰপতিয়ে নিৰ্দেশ দিয়াৰ আগলৈকে ভাৰতৰ সংবিধানত থকা মৌলিক অধিকাৰৰ ব্যৱস্থাবোৰৰ এটাও এই ৰাজ্যখনৰ জনসাধাৰণে উপভোগ কৰিব পৰা নাছিল। ১৯৩৯ চনত মহাৰজা হৰি সিঙৰ যিখন আইনৰ দ্বাৰা ৰাজ্যখনত অন্তৰ্বৰ্তীকালীন চৰকাৰ গঠন হৈছিল, সেই আইনতো মৌলিক অধিকাৰৰ কথা নাছিল। ৰাষ্ট্ৰপতিয়ে ১৯৫৪ চনত দিয়া নিৰ্দেশমতে অৱশ্যে ভাৰতৰ সংবিধানৰ মৌলিক অধিকাৰবোৰ ৰাজ্যখনত প্ৰয়োগ কৰাৰ ক্ষেত্ৰত কিছু সীমাবদ্ধতা আৰোপ কৰা হৈছিল। সময় বাগৰাৰ লগে লগে সেইবোৰৰ ভালেমান আঁতৰি গ'লেও, এতিয়াও কিছু সীমাবদ্ধতা নথকা নহয়। জম্মু আৰু কাশ্মীৰৰ সংবিধানত থকা ব্যৱস্থা মতে ভাৰতৰ সংবিধানে দিয়া সকলো মৌলিক অধিকাৰ ৰাজ্যখনৰ স্থায়ী বাসিন্দাসকলে লাভ কৰিব। ইয়াৰ অৰ্থ হ'ল যে যিসকল ভাৰতৰ নাগৰিক কিন্তু ৰাজ্যখনৰ স্থায়ী বাসিন্দা নহয়, সেই সকলে এই অধিকাৰ নাপায়। জম্মু আৰু কাশ্মীৰৰ সংবিধানৰ দহ নম্বৰ অনুচ্ছেদত এক পৃথক ব্যৱস্থা আছে। যিসকল ৰাজ্যখনৰ স্থায়ী বাসিন্দা বা ভৱিষ্যতে স্থায়ী বাসিন্দা হ'ব, যিসকলক বিশেষ অধিকাৰ আৰু সুবিধা দিয়া হ'ব বা তেওঁলোকে উপভোগ কৰি

থকা বিশেষ সুবিধা আৰু অধিকাৰ নিয়ন্ত্ৰণ বা সংশোধন কৰা হ'ব, সেই শ্ৰেণী মানুহৰ সংজ্ঞা দিয়া বা সংজ্ঞা সলনিৰ কৰাৰ বাবে আইন প্ৰণয়নৰ ক্ষমতা ৰাজ্যখনৰ সংবিধান মতে ৰাজ্যিক বিধান সভাৰহে থাকিব।

১৪নং অনুচ্ছেদত থকা ব্যৱস্থা মতে আইনৰ চকুত সকলো সমান আৰু সকলোৰে প্ৰতি আইনৰ সমান আৰু সকলোৰে প্ৰতি আইনৰ সমান ৰক্ষণাবেক্ষণৰ ব্যৱস্থা আছে। ধৰ্ম, জাতি, সম্প্ৰদায়, লিংগ, জন্মস্থানৰ ভিত্তিত বৈষম্য, বিকলাংগতাৰ বিৰুদ্ধে ৰক্ষণাবেক্ষণৰ অধিকাৰ, চৰকাৰী পুঁজিৰ পৰা আংশিক বা পূৰ্ণ পৰ্যায়ৰ ধন ব্যৱহাৰ কৰি নিৰ্মাণ কৰা পথ, গা-ধোৱা, ঘাট আদি ব্যৱহাৰত জাতি, ধৰ্ম, সম্প্ৰদায়, লিংগ বা জন্মস্থান আদি সম্পৰ্কত বৈষম্য নকৰাৰ ব্যৱস্থা ১৫নং অনুচ্ছেদত আছে। তদুপৰি ৰাজ্যখনৰ অধীনৰ কোনো কাৰ্যালয়ত চাকৰি আৰু নিযুক্তিৰ ক্ষেত্ৰত সকলো নাগৰিকৰ বাবে সম সুবিধাৰ অধিকাৰ আৰু ধৰ্ম, জাতি, লিংগ, বংশানুক্ৰম আৰু জন্মৰ ঠাই সম্পৰ্কত বৈষম্যৰ বিৰুদ্ধে ৰক্ষণাবেক্ষণৰ ব্যৱস্থা জম্মু আৰু কাশ্মীৰ ৰাজ্যত প্ৰযোজ্য। অৱশ্যে এইবোৰ অধিকাৰ ৰাজ্যখনত প্ৰয়োগ সম্পৰ্কত দুটা সীমাবদ্ধতা আছে।

**প্ৰথম** ঃ মহিলা, শিশু, সামাজিক আৰু শিক্ষাগতভাৱে সমাজৰ অনুন্নত অংশ, অনুসূচীত জাতি আৰু জনজাতিৰ ক্ষেত্ৰত বিশেষ ব্যৱস্থা কৰিবলৈ আৰু ৰাজ্যখনে দিয়া চাকৰিত উপযুক্তভাৱে প্ৰতিনিধিত্ব নকৰা অনুন্নত শ্ৰেণীৰ বাবে পদবী আৰু নিযুক্তি সংৰক্ষণ কৰিবলৈ ভাৰতৰ সংবিধানে ৰাজ্যখনক কৰ্তৃত্ব দিছে।

**দ্বিতীয়** ঃ মৌলিক অধিকাৰ জম্মু আৰু কাশ্মীৰত প্ৰযোজ্য কৰা সন্দৰ্ভত ৰাষ্ট্ৰপতিয়ে দিয়া আদেশত ৩৫ নং অনুচ্ছেদত স্থায়ী বাসিন্দাৰ শ্ৰেণী বিভাজন কৰিবলৈ আৰু তেওঁলোকৰ বাবে বিশেষ সা-সুবিধাৰ ব্যৱস্থা কৰাৰ অধিকাৰ জম্মু-কাশ্মীৰ ৰাজ্যৰ ওপৰত ন্যস্ত কৰা হৈছে।

অস্পৃশ্যতা নিষিদ্ধকৰণৰ বাবে থকা ১৭ নং অনুচ্ছেদ আৰু শিক্ষাগত আৰু সামৰিক উপাধিৰ বাহিৰে আন কোনো সন্মান আৰু উপাধি প্ৰদান কৰাত ৰাজ্যবোৰক নিষেধ কৰাৰ বাবে থকা ১৮ নং অনুচ্ছেদ কোনো ব্যতিক্ৰম নোহোৱাকৈ ৰাজ্যখনত প্ৰযোজ্য হ'ব।

যিবোৰ মৌলিক অধিকাৰৰ কথা ভাৰতৰ সংবিধানত আছে, সেই আটাইকেইটাই বিনা বাধাই বা ব্যতিক্ৰমবিহীনভাৱে ৰাজ্যখনত প্ৰযোজ্য হ'ব।

২০ নং অনুচ্ছেদো ৰাজ্যখনত বাধাহীনভাৱে আৰু সম্পূৰ্ণকৈ ৰাজ্যখনত প্ৰযোজ্য হ'ব। এই অনুচ্ছেদ মতে, পৰৱৰ্তী কালত প্ৰণয়ন কৰা আইনৰ জৰিয়তে দিয়া শাস্তিৰ বিৰুদ্ধে ৰক্ষণাবেক্ষণৰ অধিকাৰ, একেটা অপৰাধতে এবাৰতকৈ বেছিবাৰ গোচৰৰ সন্মুখীন হোৱা আৰু শাস্তি পোৱাৰ পৰা ৰক্ষণবেক্ষণ আৰু নিজকে নিজে অপৰাধী বুলি অভিযুক্ত কৰাৰ বিৰুদ্ধে ৰক্ষণাবেক্ষণৰ ব্যৱস্থা আছে।

নিজৰ জীৱন আৰু ব্যক্তিগত স্বাধীনতাৰ যি অধিকাৰৰ কথা ২১ নং অনুচ্ছেদত আছে, সেই অনুচ্ছেদো কোনো ব্যতিক্ৰম নোহোৱাকৈ ৰাজ্যখনত প্ৰযোজ্য হ'ব। অন্যায়কৈ গ্ৰেপ্তাৰ আৰু আটক কৰি ৰখাৰ বিৰুদ্ধে ৰক্ষণাবেক্ষণৰ ব্যৱস্থা ২২ নং অনুচ্ছেদত আছে।

এই অনুচ্ছেদ দুটা ব্যতিক্ৰমসহ ৰাজ্যখনত প্ৰয়োগ হ'ব। এটা হ'ল— প্ৰতিৰোধ আটককৰণ সম্পৰ্কীয় আৰু আনটো হ'ল— স্বেচ্ছাচাৰীভাৱে প্ৰতিৰোধ আটককৰণ কাৰ্যৰ বিৰুদ্ধে ৰক্ষণাবেক্ষণ। ২২ নং অনুচ্ছেদ প্ৰয়োগ কৰাৰ ক্ষেত্ৰত, জম্মু আৰু কাশ্মীৰ ৰাজ্যৰ বিধান সভাক প্ৰতিৰোধ আটককৰণৰ ক্ষেত্ৰত যি ক্ষমতা দিয়া হৈছে, সেই ক্ষমতা ভাৰতৰ আন ৰাজ্যবোৰৰ বিধান সভাক দিয়া হোৱা নাই।

শোষণৰ বিৰুদ্ধে অধিকাৰৰ বিষয়ে থকা ২৩ নং অনুচ্ছেদ কোনো ব্যতিক্ৰম নোহোৱাকৈ ৰাজ্যখনত প্ৰযোজ্য কৰা হৈছে। একেদৰে, চৈধ্য বছৰৰ কম বয়সৰ শিশুক কল-কাৰখানা, খনি আৰু আন বিপজ্জনক জীৱিকা নিৰ্বাহৰ কামত নিযুক্তি নিষেধ কৰা ২৪নং অনুচ্ছেদ পূৰ্ণাংগভাৱে জম্মু-কাশ্মীৰ ৰাজ্যত প্ৰযোজ্য।

বিশ্বাস আৰু ধৰ্মৰ ক্ষেত্ৰত স্বাধীনতাৰ অধিকাৰ, ধৰ্মীয় আৰু দাতব্য উদ্দেশ্যে প্ৰতিষ্ঠান প্ৰতিষ্ঠা কৰা আৰু পৰিচালনা কৰাৰ অধিকাৰ, ধৰ্মৰ ক্ষেত্ৰত সংখ্যালঘুসকলে নিজেই নিজৰ কাম-কাজ, চোৱা-চিতা কৰাৰ অধিকাৰ, নিজাকৈ সম্পত্তি কৰা আৰু আইন অনুসৰি তেনে সম্পত্তি চলোৱাৰ অধিকাৰ আদি সন্নিবিষ্ট ২৫ নং অনুচ্ছেদ কোনো ব্যতিক্ৰম নোহোৱাকৈ ৰাজ্যখনত প্ৰযোজ্য হ'ব।

ধৰ্ম ৰক্ষা বা উন্নতি আৰু ধৰ্মীয় আধিপত্যৰ ব্যয়ৰ বাবে আছুতীয়াকৈ ধন ৰখাৰ ক্ষেত্ৰত কৰ দিবলৈ বাধ্য কৰাৰ বিৰুদ্ধে ৰক্ষণাবেক্ষণৰ অধিকাৰো জম্মু-কাশ্মীৰ ৰাজ্যত প্ৰযোজ্য।

২৯ নং অনুচ্ছেদো ৰাজ্যখনত পূৰ্ণাংগভাৱে প্ৰযোজ্য কৰা হ'ব। নিৰ্দিষ্ট ভাষা, বৰ্ণমালা বা সংস্কৃতি থকাসকলৰ ৰক্ষণাবেক্ষণৰ ব্যৱস্থা এই অনুচ্ছেদত আছে।

৩০ নং অনুচ্ছেদো ৰাজ্যখনত প্ৰযোজ্য কৰা হয়— যি অনুচ্ছেদ যোগে সংখ্যালঘুসকলে তেওঁলোকৰ শিক্ষানুষ্ঠান প্ৰতিষ্ঠা কৰা, চলোৱা, আৰু সাহায্য লাভৰ অধিকাৰ পায়।

সম্পত্তিৰ অধিকাৰ সম্পৰ্কীয় ৩১ নং অনুচ্ছেদটো ভালেমান ব্যতিক্ৰম আৰু চৰ্তসহ ৰাজ্যখনত প্ৰযোজ্য কৰাৰ ব্যৱস্থা লোৱা হৈছিল যদিও ৪৪ নং সংশোধনী যোগে পাছত ভাৰতৰ সংবিধানৰ পৰা এই অধিকাৰৰ বিলুপ্তি সাধন কৰা হয়। কিন্তু ভাৰতৰ সংবিধানত সম্পত্তিৰ অধিকাৰ বিষয়ক কথাখিনি এতিয়াও জম্মু-কাশ্মীৰত প্ৰযোজ্য। ৰাজ্যখনত প্ৰযোজ্য কৰোতে এই অনুচ্ছেদৰ ব্যৱস্থাবোৰ এনেকুৱা :

(১) আইনৰ কৰ্তৃত্ব অবিহনে কোনো লোকক তেওঁৰ সম্পত্তিৰ পৰা বঞ্চিত কৰা নহ'ব।

(২) আইনে নিৰ্দিষ্ট কৰা নীতিৰ যোগেদি নিৰ্ধাৰণ কৰা পৰিমাণৰ ভিত্তিত আইন কৰ্তৃপক্ষইহে কেৱল ৰাজহুৱা কামৰ উদ্দেশ্যে সম্পত্তি আহৰণ কৰিব পাৰিব।

(৩) এনেদৰে অধিগ্ৰহণ কৰি দিব লগা ধন নিৰ্ধাৰণ আৰু সম্পত্তি অধিগ্ৰহণ কৰা কাৰ্যক এই যুক্তিত আদালতত প্ৰশ্ন তুলিব নোৱাৰিব যে এই ধন যথেষ্ট নহয় বা নগদ নহৈ আন প্ৰকাৰে দিয়া হৈছে। ৰাজ্যখনৰ বাহিৰৰ বাবে মুকলি থকা সম্পত্তিৰ অধিকাৰৰ ক্ষেত্ৰত ভালেমান সীমাবদ্ধতা আছে। ৰাজহুৱা উদ্দেশ্যে সম্পত্তি অধিগ্ৰহণ আৰু ক্ষতিপূৰণ সম্পৰ্কত ৰাজ্যখনত থকা আইন, সম্পত্তিৰ অধিকাৰ ৰাজ্যখনত প্ৰযোজ্য কৰাত কোনো

ক্ষতি নকৰে। নির্দেশিকা নীতি কার্যকৰী কৰাৰ বাবে আইন প্রণয়নৰ ক্ষমতা ৰাজ্যিক বিধান সভাক ৰাজ্যিক সংবিধানে দিছে। ভাৰতীয় সংবিধানৰ ১৪ নং আৰু ১৯ নং অনুচ্ছেদত থকা মৌলিক অধিকাৰ ৰাজ্যখনত প্রযোজ্য কৰাৰ যুক্তিত ৰাজ্যিক বিধান সভাই কৰা আইনক কোনো আদালতত প্রত্যাহাৰ জনাব নোৱাৰিব।

সম্পত্তি অধিগ্রহণ আৰু ক্ষতিপূৰণ দিয়াৰ ধৰণ সম্পর্কে আইন প্রণয়ন কৰিবলৈ ৰাজ্যিক বিধান সভাক সীমাহীন ক্ষমতা প্রদান কৰা আছে।

মৌলিক অধিকাৰ প্রযোজ্য কৰা সম্পর্কত ভাৰতৰ সংবিধানত সাংবিধানিক নিৰাময়ৰ ব্যৱস্থা আছে। নিৰাময় ব্যৱস্থা দুটা সংশোধনীসহ জম্মু তথা কাশ্মীৰ ৰাজ্যত প্রযোজ্য। প্রথম, জম্মু আৰু কাশ্মীৰ ৰাজ্যৰ ক্ষেত্রত ভাৰতৰ সংসদে মৌলিক অধিকাৰ ৰূপায়ণৰ বাবে জম্মু আৰু কাশ্মীৰত 'ৰীট' আৰু আদেশ জাৰি কৰিবলৈ, আন কোনো আদালতক ক্ষমতা প্রদান কৰিব নোৱাৰে। যি কোনো মৌলিক অধিকাৰ প্রযোজ্য কৰাৰ ক্ষেত্রত ব্যৱস্থা ল'বলৈ জম্মু আৰু কাশ্মীৰ উচ্চ ন্যায়ালয়ক ক্ষমতা দিয়া হয় আৰু ইয়াৰ বাবে ৩২ নং অনুচ্ছেদৰ ২নং দফাত ২(ক) উপদফা যোগ কৰা হয়।

দ্বিতীয়তে, ১৯৫৪ চনৰ ৰাষ্ট্রপতিৰ আদেশ অনুযায়ী ভাৰতীয় সংবিধানৰ তৃতীয় অংশত ৩৫ (ক) বোলা এটা নতুন অনুচ্ছেদ যোগ কৰা হয়।

এই নতুন অনুচ্ছেদটো অতি গুৰুত্বপূর্ণ। ৰাজ্যখনৰ স্থায়ী বাসিন্দাৰ সংজ্ঞা নির্ধাৰণ আৰু বিভিন্ন ক্ষেত্রত এই সকলক বিশেষ অধিকাৰ আৰু সুবিধা দিয়াৰ বাবে থকা সকলোবোৰ আইনক এই অনুচ্ছেদে ৰক্ষণাবেক্ষণ দিছে। অনুচ্ছেদটোৰ মতে ৰাজ্যিক বিধান সভাই—

(ক) সেই ব্যক্তিসকলৰ শ্রেণীৰ সংজ্ঞা দিব— যিসকল জম্মু-কাশ্মীৰৰ স্থায়ী অধিবাসী হৈ আছে আৰু হ'ব।

(খ) এনে স্থায়ী বাসিন্দাসকলক কোনো বিশেষ অধিকাৰ আৰু সুবিধা প্রদান কৰিব। আন সকলৰ ক্ষেত্রত তলত দিয়া বিষয়বোৰত বাধানিষেধ আৰোপ কৰিব—

(১) ৰাজ্যিক চৰকাৰত নিযুক্তি,

(২) ৰাজ্যখনত স্থাৱৰ সম্পত্তি অধিগ্রহণ

(৩) ৰাজ্যখনত সংস্থাপন বা

(৪) বৃত্তি আৰু ৰাজ্য চৰকাৰে দিয়া আন ধৰণৰ সাহায্য পোৱাৰ অধিকাৰ।

নক'লেও হ'ব যে ভাৰতৰ কোনো নাগৰিক যদি জম্মু আৰু কাশ্মীৰ ৰাজ্যত থাকে, কিন্তু স্থায়ী বাসিন্দাৰ সংজ্ঞাত নাথাকে, তেন্তে তেনে লোকো ৰাজ্যিক চৰকাৰত নিযুক্তি, স্থাৱৰ সম্পত্তিৰ অধিকাৰ প্রাপ্তি আদিৰ পৰা বঞ্চিত হ'ব। বিধান সভাই ইচ্ছা কৰিলে ৰাজ্যখনৰ স্থায়ী বাসিন্দাক স্থায়ী বাসিন্দাৰ সা-সুবিধাৰ পৰা বঞ্চিত কৰিব পাৰিব। আনহাতে, ৰাজ্যখনত বাস কৰা ভাৰতীয় নাগৰিকসকলৰ একাংশক স্থায়ী বাসিন্দা কৰি আন ভাৰতীয় নাগৰিকসকলক বঞ্চিত কৰিব পাৰিব।

৩৫ (ক) অনুচ্ছেদটোৱে স্থায়ী বাসিন্দাৰ সংজ্ঞা নির্ধাৰণৰ সীমাহীন কর্তৃত্ব দিয়াৰ ফলত কোনো বৈষম্যমূলক দৃষ্টিভংগী লৈ স্থায়ী বাসিন্দাৰ সা-সুবিধা প্রাপ্তিৰ পৰা ৰাজ্যখনৰ জনসাধাৰণৰ কোনো অংশ বঞ্চিত কৰাৰ ব্যৱস্থা বিধান সভাই ল'ব পৰাৰ সুবিধা প্রচুৰ। ইচ্ছা কৰিলে

বিধান সভাই ভাৰতীয় নাগৰিক নোহোৱা লোককো স্থায়ী বাসিন্দা কৰিব পৰাৰ সুবিধা আছে।

বিশেষ অধিকাৰ আৰু সুবিধা লাভ কৰিব পৰা শ্ৰেণীৰ সংজ্ঞা নিৰ্ধাৰণৰ কৰ্তৃত্ব বিধান সভাক দিয়াৰ ব্যৱস্থা হৈছে ভাৰতৰ সংবিধানৰ মূল ভাৱধাৰাৰ বিৰোধী। কাৰণ, ভাৰতৰ সংবিধানত যি মৌলিক অধিকাৰ আছে, তাক নিৰ্ধাৰণ কৰাৰ কৰ্তৃত্বও ভাৰতৰ সংবিধানে ভাৰত চৰকাৰ বা ভাৰতৰ কোনো ৰাজ্যকে দিয়া নাই। অধিকাৰ তেতিয়াহে মৌলিক যেতিয়াই ই চৰকাৰৰ প্ৰাপ্তিৰ বাহিৰত আৰু এই কাম সংবিধানৰ ১৩ নং অনুচ্ছেদৰ যোগেদি কৰা হৈছে— যি পৰ্যন্ত এই অনুচ্ছেদ জম্মু আৰু কাশ্মীৰ ৰাজ্যত প্ৰযোজ্য। ভাৰতীয় সংবিধানৰ ৩৫ নং (ক) অনুচ্ছেদ বা ৰাজ্যখনৰ সংবিধানৰ কোনো ব্যৱস্থাৰ ভিত্তিত বৈষম্যমূলক আইন কৰাত ৰাজ্যিক বিধান সভাকে ধৰি ৰাজ্যখনৰ যি কোনো কৰ্তৃপক্ষৰ ওপৰত সীমাবদ্ধতা আৰোপ কৰা হৈছে।

## কেন্দ্ৰীয় চৰকাৰ

ভাৰতীয় সংবিধানৰ পঞ্চম অংশত থকা কেন্দ্ৰীয় চৰকাৰ সম্পৰ্কীয় ব্যৱস্থাবোৰ সামান্য চৰ্তসহ জম্মু আৰু কাশ্মীৰ ৰাজ্যত প্ৰযোজ্য। ৩৭০ নং অনুচ্ছেদত জম্মু-কাশ্মীৰ আৰু কেন্দ্ৰীয় চৰকাৰৰ মাজত সমতাৰ বিভাজনৰ ভিত্তিত যিবোৰ বিষয় কেন্দ্ৰীয় চৰকাৰৰ অধীনত, সেইবোৰলৈ কেন্দ্ৰীয় চৰকাৰৰ আইন প্ৰণয়নৰ কৰ্তৃত্ব আৰু কাৰ্যবাহী কৰ্তৃত্ব সম্প্ৰসাৰিত হৈছে। সেয়ে, সাধাৰণতে কেন্দ্ৰীয় চৰকাৰৰ কৰ্তৃত্ব আৰু ইয়াৰ কাম-কাজ নিৰ্দিষ্ট সীমাৰ ভিতৰত ৰাজ্যখনৰ যোগেদি চালিত হয়। কেন্দ্ৰীয় চৰকাৰৰ কাৰ্যবাহী কৰ্তৃত্ব বাধাহীনভাৱে ৰাজ্যখনত কাৰ্যকৰী হয়। কেন্দ্ৰীয় সংসদৰ গাঁথনিৰ ব্যৱস্থা ৰাজ্যখনত চৰ্তসহ প্ৰযোজ্য। সেয়া হ'ল যে ৰাজ্যখনত লোকসভাৰ নিৰ্দিষ্ট আসন দিয়া হৈছে আৰু সমষ্টি নিৰ্ধাৰণ আইনৰ অধীনত সমষ্টি নিৰ্ধাৰণ আয়োগে লোকসভাৰ বাবে ৰাজ্যখনৰ সমষ্টি নিৰ্ধাৰণ কৰে।

## উচ্চতম ন্যায়ালয়

তিনিটা ব্যতিক্ৰমসহ উচ্চতম ন্যায়ালয় সম্পৰ্কত ভাৰতৰ সংবিধানত থকা ব্যৱস্থা ৰাজ্যখনত প্ৰযোজ্য। এই ব্যতিক্ৰম তিনিটা হ'ল—

(১) জম্মু আৰু কাশ্মীৰ ৰাজ্যৰ ক্ষেত্ৰত ফেদাৰেল ন্যায়ালয়/আদালতৰ কৰ্তৃত্ব উচ্চতম ন্যায়ালয়ক দিয়া হোৱা নাই।

(২) ৰাজ্যখনৰ পৰা অনুৰোধ নাপালে ন্যায়ালয়খনৰ পৰা 'এপিলেট' কৰ্তৃত্ব বহলাব নোৱাৰে।

(৩) মৌলিক অধিকাৰৰ বাহিৰে আনবোৰ ক্ষেত্ৰত 'হেবিয়াছ কৰ্পাছ' 'সান্দেমাছ' 'প্ৰহিবিহছব', 'কু-ৱাৰেন্টো' আৰু 'চাৰ্টিঅ' বিয়াৰী' ধৰণৰ আদেশ, নিৰ্দেশ আৰু ৰীট জাৰি কৰাৰ ক্ষমতা উচ্চতম ন্যায়ালয়ক প্ৰদান কৰাৰ বাবে জম্মু আৰু কাশ্মীৰ ৰাজ্যৰ ক্ষেত্ৰত সংসদে ক্ষমতা প্ৰদান কৰিব নোৱাৰে।

এই তিনিটা চৰ্তৰ বাহিৰে উচ্চতম ন্যায়ালয়ৰ কৰ্তৃত্ব আন সকলো দিশতে ৰাজ্যখনত প্ৰযোজ্য। অৰ্থাৎ ৰাষ্ট্ৰপতিয়ে দিয়া আদেশ যোগে ৩৭০ নং অনুচ্ছেদ সালসলনিৰ ব্যৱস্থা কৰিলে, সেয়া ভাৰতৰ সংবিধানৰ সংগতিসূচক হয় নে নহয়, তাক নিৰ্ধাৰণ কৰাৰ ক্ষমতা

উচ্চতম ন্যায়ালয়ৰ আছে। জম্মু আৰু কাশ্মীৰৰ সংবিধানত থকা ব্যৱস্থাবোৰ ভাৰতৰ সংবিধানৰ সংগতিসূচক হয় নে নহয়, তাৰ পৰীক্ষা কৰাৰ অধিকাৰো উচ্চতম ন্যায়ালয়ৰ আছে।

## চাকৰি

চাকৰিৰ ক্ষেত্ৰত ভাৰতৰ সংবিধানত থকা ব্যৱস্থাবোৰ ৰাজ্যখনত প্ৰযোজ্য নহয়। ব্যতিক্ৰম এটা আছে। সেয়া হ'ল যে সংসদে ভাৰতীয় ইউনিয়ন আৰু ৰাজ্যসমূহৰ বাবে উমৈহতীয়া এটা বা অধিক সৰ্বভাৰতীয় চাকৰিৰ সৃষ্টি কৰিব পাৰিব আৰু তেনে চাকৰিৰ সেৱা-বিধি, নিযুক্তি আদিৰ ব্যৱস্থা কৰিব পাৰিব। সংবিধানৰ ৩১২ নং অনুচ্ছেদ মতে, ৰাজ্যবোৰৰ পৰিষদে (Council of States) উপস্থিত সদস্যৰ সংখ্যাগৰিষ্ঠতা আৰু ভোটৰ দ্বাৰা নতুন সৰ্বভাৰতীয় চাকৰি আৰু তেনে চাকৰিৰ সেৱা বিধি নিৰ্ণয় কৰাৰ ক্ষমতা সংসদক দিছে। আই এ এছ আৰু আই পি এছ সেৱা সংসদে সৃষ্টি কৰিছে। কেন্দ্ৰীয় লোকসেৱা আয়োগৰ ক্ষমতা চৰ্তহীনভাৱে ৰাজ্যখনলৈ সম্প্ৰসাৰিত।

## নিৰ্বাচন

কিছু গুৰুত্বপূৰ্ণ সংশোধনসহ ভাৰতৰ সংবিধানত থকা নিৰ্বাচনৰ ব্যৱস্থাবোৰ জম্মু আৰু কাশ্মীৰতো প্ৰযোজ্য। ভাৰতৰ সংবিধানৰ দৰে ভোটাৰ তালিকাৰ প্ৰস্তুতি, সংসদ আৰু বিধান সভালৈ নিৰ্বাচন, ৰাষ্ট্ৰপতি উপৰাষ্ট্ৰপতিৰ নিৰ্বাচন আদি পৰিচালনাৰ দায়িত্ব আৰু নিৰ্বাচন আয়োগৰ ধৰ্ম, জাতি, সম্প্ৰদায় বা সিবোৰৰ ভিত্তিত কোনো আদালতত প্ৰত্যাহ্বান জনাব নোৱাৰি। এই ব্যৱস্থা ৰাজ্যখনত প্ৰযোজ্য নহয়। নিৰ্বাচন সম্পৰ্কীয় গোচৰ আদালতৰ শুনানীৰ ক্ষেত্ৰত ভাৰতৰ সংবিধানত থকা সীমাবদ্ধতাও জম্মু আৰু কাশ্মীৰ ৰাজ্যত প্ৰযোজ্য নহয়।

জম্মু আৰু কাশ্মীৰত সংবিধানত ভোটাৰ তালিকা আৰু সমষ্টি নিৰ্ধাৰণৰ লগতে নিৰ্বাচন গোচৰ সম্পৰ্কত আদালতে শুনানী ল'ব পৰাৰ ব্যৱস্থাবোৰ আছে। ৰাজ্যখনৰ সংবিধানত প্ৰতিটো আঞ্চলিক সমষ্টিৰ বাবে ভোটাৰ তালিকাৰ ব্যৱস্থা আছে। ধৰ্ম, জাতি, সম্প্ৰদায় বা লিংগৰ ভিত্তিত কোনো লোকক ভোটাৰ তালিকাৰ পৰা বাদ দিব নোৱাৰে। প্ৰতিজন সাবালক আৰু স্থায়ী বাসিন্দাৰ ভোটাধিকাৰৰ ব্যৱস্থাৰ লগতে ১৮ বা ততোধিক বয়সৰ লোকৰ যিকোনো নিৰ্বাচনতে ভোটদানৰ অধিকাৰ আছে। সমষ্টিৰ সীমা নিৰ্ধাৰণ, ভোটাৰ তালিকাৰ প্ৰস্তুতি, নিৰ্বাচন-ট্ৰিবিউনেল গঠন আদি সম্পৰ্কত আইন প্ৰণয়নৰ ক্ষমতা ৰাজ্যিক বিধান সভাক অৰ্পণ কৰা হৈছে। নিৰ্বাচন আৰু ৰাজ্যখনৰ উভয় সদনৰ নিৰ্বাচনৰ বৈধতা সম্পৰ্কত প্ৰস্তুত কৰা আইনৰ বৈধতা সম্পৰ্কে কোনো আদালতত প্ৰশ্ন কৰিব নোৱাৰিব বুলি ৰাজ্যখনৰ সংবিধানত উল্লেখ কৰা হৈছে।

## জৰুৰী ক্ষমতা

যুদ্ধ, আক্ৰমণ, যুদ্ধৰ ভাবুকি বা আভ্যন্তৰীণ অশান্তি, ৰাজ্যবোৰত সাংবিধানিক ব্যৱস্থা ভাগি পৰা আৰু দেশৰ বিত্তীয় সুস্থিৰতা ভাগি পৰাৰ ক্ষেত্ৰত সৃষ্টি হোৱা জৰুৰী পৰিস্থিতিৰ ক্ষেত্ৰত ব্যৱস্থা ল'বলৈ ভাৰতৰ সংবিধানে ৰাষ্ট্ৰপতিক বিশেষ ক্ষমতা প্ৰদান কৰিছে।

তলত দিয়া পৰিস্থিতিবোৰৰ ক্ষেত্ৰত ৰাষ্ট্ৰপতিয়ে জৰুৰী অৱস্থা প্ৰৱৰ্তন কৰিব পাৰে।

(১) যুদ্ধ বা যুদ্ধৰ ভাবুকি, আক্ৰমণ বা আভ্যন্তৰীণ অশান্তিৰ দ্বাৰা যদি ভাৰতৰ নিৰাপত্তা বিপন্ন হয়।

(২) ৰাজ্যবোৰৰ সাংবিধানিক চৰকাৰ যদি ভাগি পৰে;

(৩) বিত্তীয় সুস্থিৰতা আৰু দেশখনৰ ঋণ ব্যৱস্থাৰ প্ৰতি যদি ভাবুকিৰ সৃষ্টি হয়।

যুদ্ধ আৰু আক্ৰমণৰ ক্ষেত্ৰত ভাৰতীয় সংবিধানত থকা ব্যৱস্থা জম্মু আৰু কাশ্মীৰত সম্পূৰ্ণৰূপে প্ৰযোজ্য। পাছে ৰাজ্যখনৰ আভ্যন্তৰীণ অশান্তিৰ ক্ষেত্ৰত জৰুৰী অৱস্থা ঘোষণাৰ বেলিকা ৰাজ্য চৰকাৰৰ সন্মতি ল'ব লাগিব বা ৰাজ্য চৰকাৰৰ অনুৰোধ মৰ্মেহে তেনে ব্যৱস্থা ল'ব পাৰিব।

## সংবিধান সংশোধনী

ভাৰতৰ সংবিধান সংশোধনৰ বাবে সংবিধানৰ ৪, ১৬৯, ২৩৯ (ক) আৰু ৩৬৮ নং অনুচ্ছেদত ব্যৱস্থা আছে। নতুন ৰাজ্য গঠন অৰু বৰ্তমানে থকা ৰাজ্য পুনৰ্গঠনৰ বাবে ৪ নং অনুচ্ছেদত থকা ব্যৱস্থা চৰ্তহীনভাৱে ৰাজ্যখনত প্ৰযোজ্য হ'ব। ৰাজ্যত দ্বিতীয় এখন সদন (Second Chamber) গঠন আৰু ভংগ কৰা সম্পৰ্কে থকা ১৬৯ নং অনুচ্ছেদটোত ৰাজ্যখনত প্ৰযোজ্য নহ'ব। কেন্দ্ৰীয় শাসিত অঞ্চলৰ প্ৰশাসন সম্পৰ্কীয় ব্যৱস্থাৰ সংশোধন বিষয়ৰ ২৩৯ (ক) অনুচ্ছেদৰ ব্যৱস্থা চৰ্তহীনভাৱে ৰাজ্যখনত প্ৰযোজ্য হ'ব।

ভাৰতৰ সংবিধানৰ বাকী ব্যৱস্থাবোৰ সংশোধনৰ যি ব্যৱস্থা ৩৬৮ নং অনুচ্ছেদত আছে, সেয়া ৰাজ্যখনত প্ৰযোজ্য কৰাত সীমাবদ্ধতা আছে। এই সীমাবদ্ধতা হ'ল যে ৰাজ্য চৰকাৰৰ সন্মতি সাপেক্ষে ৰাষ্ট্ৰপতিয়ে জাৰি কৰা আদেশ ক্ৰমেহে এই অনুচ্ছেদৰ ভিত্তিত কৰা যি কোনো সংশোধনী ৰাজ্যখনত প্ৰযোজ্য হ'ব।

## চৰকাৰী ভাষা

চৰকাৰী ভাষা সন্দৰ্ভত ভাৰতৰ সংবিধানত থকা ব্যৱস্থা ৰাজ্যখনত প্ৰযোজ্য হ'ব। আনহাতে জম্মু আৰু কাশ্মীৰ ৰাজ্যৰ সংবিধানত ৰাজ্যখনৰ চৰকাৰী ভাষাৰ ব্যৱস্থা কৰা হৈছে। ৰাজ্যখনৰ চৰকাৰী ভাষা হ'ল উৰ্দু। ৰাজ্যিক বিধান সভাই কোনো পৃথক সিদ্ধান্ত নোলোৱালৈকে উৰ্দুৰ লগতে ইংৰাজী ভাষা চৰকাৰী ভাষাৰূপে চলি থাকিব।

ৰাজ্যখনৰ সংবিধান স্বীকৃত আঞ্চলিক ভাষাবোৰ হ'ল (১) কাশ্মীৰী, (২) ডোগ্ৰী, (৩) বাল্টি, (৪) দাৰ্দি, (৫) পঞ্জাবী, (৬) ফাৰাই আৰু (৭) লাডাখী।

## ক্ষমতাৰ বিভাজন

কেন্দ্ৰীয় চৰকাৰ আৰু ৰাজ্য চৰকাৰবোৰৰ মাজত ক্ষমতাৰ বিভাজন কিদৰে হ'ব— সেই কথাৰ সবিশেষ ভাৰতৰ সংবিধানত নিৰ্দিষ্ট কৰা আছে। কেন্দ্ৰীয় চৰকাৰ আৰু জম্মু-কাশ্মীৰ চৰকাৰৰ মাজত এই বিভাজন নিৰ্ধাৰিত হৈছে ৩৭০ নং অনুচ্ছেদৰ অধীনত— ৰাষ্ট্ৰপতিয়ে সময়ে সময়ে জাৰি কৰা নিৰ্দেশবোৰৰ ভিত্তিত। উল্লেখযোগ্য

যে সপ্তম অনুসূচীকে ধৰি কেন্দ্ৰ আৰু ৰাজ্যৰ সম্পৰ্ক সন্দৰ্ভত ভাৰতৰ সংবিধানত থকা ব্যৱস্থাবোৰ জম্মু-কাশ্মীৰ ৰাজ্যত প্ৰযোজ্য কৰাৰ ব্যৱস্থা ৩৭০ নং মূল অনুচ্ছেদত নাছিল। ৰাষ্ট্ৰপতিয়ে ১৯৫৪ চনত যি "সাংবিধানিক (জম্মু আৰু কাশ্মীৰত প্ৰযোজ্য) আদেশ" জাৰি কৰিলে, তাৰ ফলত ৩৭০ নং অনুচ্ছেদত থকা ক্ষমতা বিভাজনক ব্যৱস্থাৰ আমূল পৰিবৰ্তন ঘটিল। সংবিধানত একাদশ খণ্ড আৰু সপ্তম অনুসূচী ৰাজ্যখনত প্ৰযোজ্য হ'ল। অৱশ্যে কোনো কোনো বিষয়ত সপ্তম অনুসূচী সম্পূৰ্ণৰূপে আৰু কোনো কোনো বিষয়ত সংশোধনসহ ৰাজ্যখনত প্ৰযোজ্য কৰা হ'ল।

## বিধায়িনী সম্পৰ্ক

কিছুমান উমৈহতীয়া বিষয়ত সংসদ আৰু বিধান সভা উভয়ৰে আইন প্ৰণয়নৰ ক্ষমতা ভাৰতৰ সংবিধানত আছে। কেন্দ্ৰীয় তালিকা আৰু কিছু ব্যতিক্ৰমসহ উমৈহতীয়া তালিকা ৰাজ্যখনত প্ৰযোজ্য। ৰাজ্যিক তালিকাত থকা কিছুমান বিষয় ৰাজ্যখনত প্ৰযোজ্য নহয়।

আইন প্ৰণয়নৰ ক্ষেত্ৰত ৰাজ্যখনৰ বিধান সভাৰ ক্ষমতা ভাৰতৰ আন ৰাজ্যৰ বিধান সভাৰ ক্ষেত্ৰত প্ৰায় একে হ'লেও* 'ৰেছিডুৰেৰী পাৱাৰ'ৰ ক্ষেত্ৰত আইন প্ৰণয়ন কৰিবলৈ ৰাজ্যখনৰ বিধান সভাৰ বিশেষ কিছুমান ক্ষমতা আছে। আইন প্ৰণয়নৰ কৰ্তৃত্বৰ ক্ষেত্ৰত 'ৰেছিডুৰেৰী পাৱাৰ' হ'ল গুৰুত্বপূৰ্ণ। ভাৰতৰ সংবিধানত এই ক্ষমতা কেৱল কেন্দ্ৰীয় চৰকাৰৰহে আছে।

## প্ৰশাসনীয় সম্পৰ্ক

ভাৰতৰ সংবিধান মতে কেন্দ্ৰ আৰু ৰাজ্যৰ মাজত প্ৰশাসনীয় সম্পৰ্কৰ যি ব্যৱস্থা আছে সেয়া সংশোধনীসহ জম্মু আৰু কাশ্মীৰ ৰাজ্যত প্ৰযোজ্য। কিন্তু এই ৰাজ্যখনৰ চৰকাৰে নিজৰ প্ৰশাসনীয় কৰ্তৃত্ব এনেদৰে পালন কৰি লাগিব যাতে সংসদে প্ৰণয়ন কৰা আইনবোৰ মানি চলা হয়। তদুপৰি, কেন্দ্ৰৰ কাৰ্যবাহী ক্ষমতাক বাধা দিয়া আৰু ক্ষতি কৰা কামৰ পৰা আঁতৰি থকাৰ বাবেও ৰাজ্যখন বাধ্য।

## বিত্তীয় সম্পৰ্ক

ভাৰতৰ সংবিধানত থকা বিত্তীয় ব্যৱস্থা এই ৰাজ্যতো প্ৰযোজ্য। ব্যক্তিক্ৰম হ'ল যে কেন্দ্ৰীয় তালিকাৰ 'এণ্ট্ৰি নাইটি চেভেন' ৰাজ্যখন প্ৰযোজ্য সৰু হোৱা নাই।

টোকা ঃ জম্মু-কাশ্মীৰ সংবিধানৰ কিছুমান উল্লেখযোগ্য দিশহে আলোচনাত সামৰা হৈছে— সকলোবোৰ দিশ নহয়। তদুপৰি ১৯৯০ চনৰ পাছত কোনো সালসলনি হৈছে যদি সেইবোৰ এই তালিকাত সামৰা হোৱা নাই।

---

* Residuary power is the power held to remain at the disposal of a governmental authority after an enumeration or delegation of specified power to other authorities.

– Webster's Ninth New Collegiate Dictionary. Page 1003.

# বক্সী গোলাম মহম্মদৰ চৰকাৰ গঠন

শেখ আব্দুল্লা নেতৃত্বাধীন নেচনেল কনফাৰেন্স দলৰ দ্বিতীয়জন ব্যক্তি বুলি জনাজাত বক্সী গোলাম মহম্মদ আছিল এজন চতুৰ ৰাজনীতিক। এজন ভাল সংগঠক বুলি খ্যাত বক্সী এজন ভাল প্ৰশাসকো। কেন্দ্ৰীয় চৰকাৰৰ পৰা ৰাজ্যখনৰ উন্নয়নৰ নামত বিভিন্ন আঁচনিৰ জৰিয়তে কেনেকৈ সৰ্বাধিক পৰিমাণৰ টকা আনিব পাৰি, সেই কথা তেওঁ জানিছিল। জল বিদ্যুৎ, পথ নিৰ্মাণ, গৃহ নিৰ্মাণ আৰু পৰ্যটকৰ বাবে বিশেষ সা-সুবিধা প্ৰদান আদিকে ধৰি বিভিন্ন আঁচনিৰ বাবে দিল্লীৰ পৰা অনা ধনৰ কিমানখিনি প্ৰকৃত কামত তেওঁ খৰচ কৰিছিল সেয়া আছিল সন্দেহজনক কথা। বহুতৰে অভিযোগ যে এই বৃহৎ পৰিমাণৰ ধনৰ বুজন অংশ হাত কৰিছিল— তেওঁ আৰু তেওঁৰ পৰিয়ালৰ লোকে। অৱশ্যে, তেওঁৰ তীব্ৰ সমালোচকসকলেও স্বীকাৰ কৰে যে জম্মু-শ্ৰীনগৰ ৰাষ্ট্ৰীয় পথটো বছৰৰ সকলো সময়তে যাতায়াতৰ উপযোগী কৰি তোলাৰ বাবে 'বনিহাল টানেল' নিৰ্মাণ কৰাটো হ'ল তেওঁৰ কৃতিত্বৰ পৰিচায়ক।

বিশিষ্ট সাংবাদিক ক্ৰিষ্টফাৰ টমাছৰ ('ফ্ৰন্ট লাইন-কাশ্মীৰ') মতে, 'ভাৰতৰ চৰকাৰে উদাৰ হস্তে দিয়া ধনেৰে তেওঁ (বক্সী গোলাম মহম্মদ) কাশ্মীৰৰ আন্তঃগাথনিৰ উল্লেখযোগ্য উন্নয়ন সাধন কৰিলে যদিও তেওঁৰ সৰ্বাধিক বৃহৎ সফলতা হ'ল— কাশ্মীৰৰ নিৰ্বাচনত ৰিগিং কৰা ব্যৱস্থাৰ সম্প্ৰসাৰণ আৰু ভৱিষ্যৎ গণবিক্ষোভৰ উপাদানবোৰ একত্ৰীকৰণ। তেওঁ ক্ষমতাত থকা দশকটোত ভাৰত আৰু কাশ্মীৰৰ মাজত থকা বাস্তৱ আৰু ৰাজনৈতিক অন্তৰায় যথেষ্ট পৰিমাণে কমিল, কিন্তু মানসিক ব্যৱধান সবল হৈ থাকিল। প্ৰকৃততে, তেওঁৰ উৎপীড়নমূলক কাম-কাজে ইয়াক শক্তিশালীহে কৰিলে। ন্যায়াধীশ আয়েংগাৰৰ নেতৃত্বধীন এজনীয়া আয়োগে পাছত এই সিদ্ধান্ত দিছিল যে বক্সীৰ বিৰুদ্ধে উঠা সাতসত্তৰটা অভিযোগৰ এঘাৰটাই আছিল সঁচা। যি উদ্দেশ্যত দিল্লীয়ে কাশ্মীৰক ধন দিছিল, সেই উদ্দেশ্যত এই ধনৰ বুজন অংশ ব্যয় নোহোৱা বুলি যি কথা জনাজাত সেই কথাকে ইয়াৰ দ্বাৰা নিশ্চিত কৰা হ'ল।"

জনপ্ৰিয়তা অৰ্জন কৰাৰ বাবে তেওঁ ৰাজনৈতিক বন্দীসকলক মুক্তি দিয়াৰ ব্যৱস্থা কৰিলে। আৰু ব্যৱস্থা কৰিলে হ্ৰাস মূল্যত চাউল দিয়াৰ। কিন্তু ইমান বিলাক জনপ্ৰিয় ব্যৱস্থা লোৱা সত্ত্বেও কাশ্মীৰ বাইজৰ মাজত থকা শেখ আব্দুল্লাৰ জনপ্ৰিয়তা তেওঁ কমাব নোৱাৰিলে। শেখ আব্দুল্লাক গ্ৰেপ্তাৰ কৰাৰ পাছত প্ৰায় তিনি সপ্তাহ ধৰি কাশ্মীৰত ব্যাপক অশান্তি হ'ল। পুলিচৰ গুলীত মৰিল কমেও ৬০জন লোক। শেখৰ মুক্তিৰ বাবে হোৱা আন্দোলন বন্ধ নহ'ল— চলিয়েই থাকিল। শেখ আব্দুল্লাৰ বিৰোধী বুলি জনাজাত নেচনেল কনফাৰেন্সৰ দুজন নেতা— যি দুজন পাছত ৰাজ্যখনৰ মুখ্যমন্ত্ৰী পদত অধিষ্ঠিত হৈছিল— তেওঁলোক ক্ৰমে গোলাম মহম্মদ ছাদিক আৰু মীৰ কাছিম— শ্ৰীনগৰলৈ যোৱাৰ পথত

ছপিয়ান নামৰ ঠাইত বহু হেজাৰ লোকৰ সমাবেশ এটাই আক্ৰমণ কৰিলে। ভাগ্য ভাল যে নেতা দুজন কথমপি ৰক্ষা পৰিল। আনকি নিৰাপত্তা ব্যৱস্থা থকা সত্ত্বেও বক্সীৰ ঘৰতো আক্ৰমণ কৰাৰ চেষ্টা চলোৱা হ'ল।

বক্সী আছিল একনায়কত্ববাদী। ভাৰতৰ বিৰোধিতা কৰা সকলক ধৰা পেলাবলৈ তেওঁ গোপন পুলিচ (ছেক্ৰেট পুলিচ)ৰ ব্যৱস্থা কৰিলে। বিৰোধী শিৱিৰক চম্ভালিবলৈ তেওঁ-স্বেচ্ছাসেৱী বাহিনী এটা গঠন কৰিলে। বক্সীৰ প্ৰতি আনুগত্য গ্ৰহণ কৰা সকলক লৈ তেওঁ 'গগাজ' নামৰ কুখ্যাত এটা গুণ্ডা বাহিনী গঠন কৰিলে। পুনৰ সাংবাদিক ক্ৰিষ্টফাৰ টমাছৰ উদ্ধৃতি দিবলৈ হ'লে[৩৪] "বক্সী চৰকাৰে ৰাজনৈতিক বিৰোধিতা ধূলিস্যাৎ কৰিছিল। এই চৰকাৰে ৰাজহুৱা সভা নিষিদ্ধ কৰিছিল, প্ৰচাৰ মাধ্যমৰ মুখ বন্ধ কৰিছিল আৰু তৃণমূল পৰ্যায়ত বিৰোধী কাম-কাজ কৰা সকলক গ্ৰেপ্তাৰ কৰিছিল। হাজোতত থকাসকলক অত্যাচাৰ কৰাৰ অনুমতি দিছিল। বক্সীৰ কথামতে ৰাজপথত কাম কৰিবলৈ, যিকোনো পন্থাৰ জৰিয়তে সংগঠিত ফলপ্ৰসূ বিৰোধিতা আঁতৰ কৰিবলৈ বক্সী চৰকাৰে তেওঁলোকৰ 'পিচ বিগ্ৰেডৰ' গুণ্ডাবোৰক মাহেকত দিছিল ২৯ টকাকৈ। বক্সী চৰকাৰৰ বিৰুদ্ধে মাত মতা সকলক মাৰপিট কৰা হৈছিল আৰু তাৰ পাছত তেওঁলোকক পঠোৱা হৈছিল কাৰাগাৰালৈ।" কেন্দ্ৰীয় চৰকাৰে এই সকলোবোৰ জানিও নজনাৰ ভাও ধৰি থকাৰ একমাত্ৰ কাৰণ হ'ল— তেওঁ আছিল ভাৰতৰ অকুণ্ঠ সমৰ্থক।

শ্বেখ আব্দুল্লাৰ জনপ্ৰিয়তাৰ ভাৱমূৰ্তি শেষ কৰাৰ উদ্দেশ্য বেগম আব্দুল্লা আৰু শ্বেখ আব্দুল্লাৰ ঘনিষ্ঠ আফজল বেগ আৰু আন কেইবাজনৰ বিৰুদ্ধে বক্সীয়ে গোচৰ তৰাৰ ব্যৱস্থা কৰিলে। অভিযোগ অনা হ'ল যে বক্সী চৰকাৰ ওফৰাবলৈ হিংস্ৰ যুদ্ধ এখনৰ বাবে এই সকলে ষড়যন্ত্ৰ কৰিছিল। সেই সময়ত কাৰাগাৰত থাকিলেও এই গোচৰত শ্বেখ আব্দুল্লাকো জড়িত কৰা হ'ল। বিপুল পৰিমাণৰ ধন আৰু খাৰ-বাৰুদ পঠাই পাকিস্থান এই ষড়যন্ত্ৰৰ লগত জড়িত বুলিও অভিযোগ অনা হ'ল। লগতে এই বুলিও কোৱা হ'ল যে এই ষড়যন্ত্ৰকাৰীসকলৰ উদ্দেশ্য হ'ল— বক্সীৰ লগতে ভাৰত চৰকাৰৰ বিৰুদ্ধে কাশ্মীৰৰ মুছলমান ৰাইজৰ মাজত বিদ্বেষৰ ভাৱ জগাই তোলা। ১৯৫৮ চনৰ মে' মাহত জম্মুৰ বিশেষ আদালতত শ্বেখ আব্দুল্লা আৰু তথাকথিত ষড়যন্ত্ৰত অংশগ্ৰহণকাৰীসকলৰ বিৰুদেধ গোচৰ তৰা হ'ল। এয়ে হ'ল বিখ্যাত 'কাশ্মীৰ কনছপিৰেছী কেছ'।

## শ্বেখক প্ৰথমবাৰ মুক্তি

শ্বেখ আব্দুল্লাক ১৯৮৫ চনৰ জানুৱাৰী মাহত মুক্তি দিয়া হ'ল যদিও সেই মুক্তি দীঘলীয়া নাছিল। দেখা গ'ল যে কাৰাগাৰত থকা সত্ত্বেও শ্বেখ আব্দুল্লা সলনি নহ'ল। এটা বিবৃতিত তেওঁ পুনৰ ৰাজ্যখনত গণভোটৰ দাবী উত্থাপন কৰিলে। ভাৰতৰ লগত কাশ্মীৰৰ চামিলকৰণ অস্থায়ী বুলিও তেওঁ ঘোষণা কৰিলে। তেওঁৰ আৰু ঘোষণা,

৩৪। 'ফল্ট লাইন কাশ্মীৰ'

"ৰাজ্যখনৰ জনসাধাৰণে বিবেচনা কৰে যে গণভোটৰ সূত্ৰ হৈছে তেওঁলোকৰ দীৰ্ঘদিনীয়া আশা-আকাংক্ষাৰ স্পষ্ট প্ৰতিফলন আৰু তেওঁলোকে সন্মুখীন হোৱা জটিল সমস্যাৰ এক স্থায়ী সমাধান।" লগতে তেওঁ ঘোষণা কৰিলে যে বক্সীৰ চৰকাৰটো হৈছে 'গুণ্ডা, সুবিধাবাদী আৰু চোৰেৰে গঠিত" এটা চৰকাৰ।

শ্বেখ আব্দুল্লাৰ ঘনিষ্ঠ সহযোগী বুলি মিৰ্জা আফজল বেগৰ নাম জনজাত। শ্বেখ আব্দুল্লাৰ আশীৰ্বাদ লাভ কৰি তেওঁ খুলিলে 'প্লেবিচাইট ফ্ৰণ্ট' (গণ ভোট মৰ্চা) নামৰ এটা নতুন দল। ৰাজ্যখন ভাৰতৰ লগত চামিল হওতে 'প্লেবিচাইট', অৰ্থাৎ গণভোটৰ যি প্ৰতিশ্ৰুতি ভাৰতৰ পৰা দিয়া হৈছিল, তাক পূৰণ কৰাই আছিল এই দলৰ দাবী। পৰৱৰ্তী কালত কাশ্মীৰৰ ৰাজনীতিত এই ফ্ৰণ্টে কিছু ভূমিকা লয়। মহাৰজাৰ শাসনৰ দিনত চমু কাৰ্যকালৰ বাবে মন্ত্ৰীৰ পদত থকা এই ফ্ৰণ্টৰ নেতা বেগ আছিল শ্বেখ আব্দুল্লাৰ আইন আৰু সাংবিধানিক উপদেষ্টা।

বক্সীৰ কাৰ্যকালতে ১৯৬২ চনত ৰাজ্যখনত হোৱা নিৰ্বাচনত ব্যাপকভাৱে ৰিগিং চলিল। বিধান সভাৰ ৭৫ খন আসনৰ ভিতৰত কনফাৰেন্স দলে লাভ কৰিলে ৭০খন আসন। অৱশ্যে নিৰ্বাচনত ৪১টা সমষ্টিত প্ৰতিদ্বন্দ্বিতা হ'ল। অধিক সংখ্যক প্ৰতিদ্বন্দ্বিতা হ'ল জম্মু অঞ্চলত। কিয়নো, বক্সীৰ ইংগিতত অত্যাচাৰ চলোৱাসকলৰ প্ৰভাৱ জম্মু অঞ্চলত কম আছিল। সেই সময়ত ভাৰতৰ ৰাজনীতিত বিশেষ প্ৰভাৱ পেলোৱা পি. এছ. পি. দলৰ মাত্ৰ এজন প্ৰাৰ্থীয়েহে ৰাজ্যখনত প্ৰতিদ্বন্দ্বিতা কৰিছিল যদিও তেওঁ জিকিব নোৱাৰিলে।

বক্সীৰ শাসন কালতে ঘটা আন এটা উল্লেখযোগ্য ঘটনা হ'ল শাসক দলৰ বিশিষ্ট নেতা জি. এম ছাদিক, মীৰ কাছিম আৰু এজনৰ মন্ত্ৰীসভাৰ পৰা পদত্যাগ। পদত্যাগ কৰি 'ডেমক্ৰেটিক নেচনেল কনফাৰেন্স' নামৰ এটা দল তেওঁলোকে গঠন কৰিলে। বাওঁপন্থী কাৰ্যসূচী লোৱা এই দলটো অৱশ্যে আছিল ভাৰতপন্থী। শ্বেখ আব্দুল্লাই এই দলটোক ভাৰতৰ 'এজেণ্ট' বুলি কোৱাতেই ক্ষান্ত নাথাকি এই দলৰ নেতৃবৰ্গক 'কাশ্মীৰৰ শত্ৰু' বুলিও অভিহিত কৰিলে। অৱশ্যে, বক্সী চৰকাৰৰ ভিভিন্ন দুৰ্নীতিমূলক আৰু দমনমূলক কাম-কাজবোৰ এই দলে উদঙাই দিলে। ১৯৫৯ চনত এই দলটো ভংগ কৰা হ'ল আৰু জৱাহৰলাল নেহৰুৰ পৰামৰ্শ মতে দলৰ নেতৃবৰ্গ পুনৰ মূল দল নেচনেল কনফাৰেন্সলৈ উভতি গ'ল।

বক্সীৰ সমগ্ৰ কথা-কাণ্ডবোৰ নেহৰু তথা কেন্দ্ৰীয় চৰকাৰ অৱগত হৈ আছিল যদিও তেওঁক আঁতৰ কৰিলে হ'ব পৰা প্ৰতিক্ৰিয়া সম্পৰ্কত নিশ্চিত নাছিল। বক্সীক আঁতৰ কৰাৰ বাবে এক সুবৰ্ণ আনি দিলে ১৯৬৩ চনৰ কামৰাজ আঁচনিয়ে। বক্সীক পদত্যাগ কৰিবলৈ কোৱা হ'ল। তেওঁ পদত্যাগ কৰিলে। কিন্তু অতি কৌশলেৰে তেওঁ মুখ্যমন্ত্ৰীৰ আসনত বহুৱালে তেওঁৰ প্ৰতি অতি অনুগত ছামছুদ্দিনক।

## ছামছুদ্দিন আৰু হজৰতবালৰ প্ৰথম ঘটনাটো

ছামছুদ্দিনে মুখ্যমন্ত্ৰীৰ আসনখন দখল কৰিলে হয়, কিন্তু তেওঁ বেছি দিন টিকিব নোৱাৰিলে। ইয়াৰ ঘাই কাৰণ হ'ল হজৰতবাল মছজিদৰ ঘটনাটো।

ডাল হ্রদৰ পাৰত আছে এক সুন্দৰ পৰিৱেশত প্ৰখ্যাত হজৰতবাল মছজিদ। সম্রাট ছাহজাহানে যি দুটা বিখ্যাত মছজিদ সজাইছিল, তাৰে এটা হ'ল হজৰতবাল মছজিদ আৰু আনটো হ'ল দিল্লীৰ জুম্মা মছজিদ। হজৰত মহম্মদৰ চুলি এই মছজিদত অতি সযতনে সংৰক্ষণ কৰি থোৱা বাবে এই মছজিদটো বিখ্যাত আৰু অতি পৱিত্ৰ বুলি জ্ঞান কৰা হয়।

অতি সুৰক্ষিত ঠাইত ৰখা সত্ত্বেও হজৰত মহম্মদৰ চুলি হঠাতে নোহোৱা হ'ল। এই ঘটনাই (১৯৬৭ চনৰ ২৭ ডিচেম্বৰ) কাশ্মীৰতেই নহয়— সমগ্ৰ দেশতে চাঞ্চল্যৰ সৃষ্টি কৰিলে। মানুহৰ মুখে মুখে এই কথা ওলাবলৈ ধৰিলে যে প্ৰাক্তন মুখ্যমন্ত্ৰী বক্সী গোলাম মহম্মদৰ পৰিয়ালেই হ'ল ইয়াৰ বাবে দায়ী। উত্তেজিত জনতাই বক্সী পৰিয়ালৰ লোকৰ মালিকীস্বত্ব থকা এটা চিনেমা হল আৰু এখন হোটেলত অগ্নি সংযোগ কৰিলে। পৰিস্থিতি অতি উত্তপ্ত হৈ পৰিল। ফলত, পুলিচে গুলী চালনা কৰিবলৈ বাধ্য হ'ল। গুলীত তিনিজনে প্ৰাণ হেৰুৱালে।

পৰিস্থিতি বেছি জটিল হৈ পৰিল। ক্ষুব্ধ জনতাৰ পৰা ৰক্ষা পোৱাৰ বাবে মুখ্যমন্ত্ৰী ছামছুদ্দিন গৃহবন্দীৰ দৰে থাকিব লগা হ'ল। বিক্ষোভকাৰীসকলে জেহাদ (ধৰ্মযুদ্ধ)ৰ ধ্বনি দিয়া দেখা গ'ল। লগতে শুনা গ'ল শ্বেখ আব্দুল্লাৰ সপক্ষে দিয়া ধ্বনি। পৰিস্থিতি নিয়ন্ত্ৰণৰ বাবে অৰ্ধ সামৰিক বাহিনী সাজু আছিল যদিও তেওঁলোকক কামত লগোৱা নহ'ল।

কেন্দ্ৰীয় চৰকাৰৰ তৰফৰ পৰা ঘোষণা (১৯৬৮ চনৰ ৪ জানুৱাৰী) কৰা হ'ল যে পৱিত্ৰ চুলিখিনি পোৱা গৈছে আৰু আগৰ ঠাইত ৰখা হৈছে। জনসাধাৰণে কিন্তু এনে কথা বিশ্বাস নকৰিলে, অশান্তি-বিক্ষোভ অব্যাহত থাকিল। ইতিমধ্যে পঞ্জাব সশস্ত্ৰ পুলিচৰ লোকক অপমান কৰাৰ ঘটনা এটা ঘটিল। তেনে কাৰ্যত ক্ষুব্ধ হৈ পঞ্জাব পুলিচে গুলী চালনা কৰিলে। ফলত, কেইবাজনো নিহত হ'ল। পৰিস্থিতি ক্ৰমে জটিল হৈ যাবলৈ ধৰিলে। আনহাতে দাবী উঠিল যে পৱিত্ৰ চুলি বুলি যিখিনি চুলি ৰখা হৈছে, প্ৰকৃততে সেয়া হয় নে নহয় তাক পৰীক্ষা কৰিবলৈ ৰাইজৰ আস্থাভাজন কেইজনমান ধৰ্মীয় নেতাক দায়িত্ব দিব লাগে। পৰিস্থিতি চম্ভালিবলৈ প্ৰধানমন্ত্ৰী নেহৰুৱে তেতিয়াৰ গৃহমন্ত্ৰী লাল বাহাদুৰ শাস্ত্ৰীক কাশ্মীৰলৈ পঠালে। চৈধ্যজন ধৰ্মীয় নেতাই চুলিখিনি পৰীক্ষা কৰাৰ কথাত শাস্ত্ৰী মান্তি হ'ল। ধৰ্মীয় নেতাসকলে পৰীক্ষা কৰি চুলিখিনি যে আচল আৰু সেয়া যে সেই আগৰখিনি চুলিয়েই, সেই কথা ঘোষণা কৰাৰ পাছত কাশ্মীৰৰ উত্তপ্ত পৰিস্থিতি লাহে লাহে শাম কাটিলে।

## জি. এম. ছাদিক

এই ঘটনাই মুখ্যমন্ত্ৰী পদত থকাৰ বাবে যে ছামছুদ্দিন উপযুক্ত নহয়, সেই কথা প্ৰতিপন্ন কৰিলে। দিল্লীৰ নেতৃবৰ্গই এজন বিকল্প নেতাৰ অনুসন্ধান কৰিলে আৰু শেষত এই দায়িত্ব লোৱাৰ বাবে বাছনি কৰিলে জি. এম. ছাদিকক। ছাদিকক এই গুৰুত্বপূৰ্ণ পদৰ বাবে বাছনি কৰাৰ ক্ষেত্ৰত ঘাই বিবেচ্য কথাটো হ'ল যে তেওঁৰ বিৰুদ্ধে দুৰ্নীতিৰ কোনো অভিযোগ নাছিল। বাওঁপন্থী বুলি জনাজাত ছাদিক আছিল পূৰ্বতে ৰাজ্যখনৰ সংবিধান পৰিষদৰ চেয়াৰমেন।

ছাদিকৰ দিনত ৰাজ্যখনৰ বিশেষ ধৰণৰ উন্নয়নমূলক কাম-কাজ নহ'ল। তেওঁৰ শাসন কালতে ৰাজ্যখনত ভাৰত বিৰোধী মনোভাবে গা কৰি উঠিল যদিও সেইবোৰ দমন

কৰিবলৈ ছাদিকে কোনো ধৰণৰ ফলপ্ৰসূ ব্যৱস্থা নল'লে। আনহাতে, শিক্ষা ব্যৱস্থাত মুছলমান ছাত্ৰ-ছাত্ৰীৰ বাবে ৭০ শতাংশ সংৰক্ষণৰ ব্যৱস্থা কৰিলে। তেওঁৰ শাসন কালতে ৰাজ্যখনত হিন্দু-মুছলমানৰ মাজত এটা ডাঙৰ সংঘৰ্ষ লাগিল।

ছাদিকে দায়িত্বভাৰ লোৱাৰ কেইমাহমান পাছতে অৰ্থাৎ ১৯৬৪ চনৰ ২৭ মে' তাৰিখে প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৰ পৰলোকপ্ৰাপ্তি ঘটিল। ইতিমধ্যে কাৰাগাৰৰ পৰা মুক্তি পোৱা শ্বেখ আব্দুল্লাই নেহৰুৰ মৃত্যুৰ আগতে তেওঁক লগ ধৰি কাশ্মীৰ সমস্যাৰ সমাধানৰ বিষয়ে আলোচনা কৰিছিল। শ্বেখ আব্দুল্লাৰ মতে, কাশ্মীৰ সমস্যাৰ সমাধানৰ বাবে আগভাগ ল'বলৈ তেওঁ নেহৰুক অনুৰোধ কৰিছিল। আৰু নেহৰুও সেই কথাত মান্তি হৈছিল। পাকিস্থানৰ নেতৃবৰ্গৰ সৈতে কাশ্মীৰ সমস্যাৰ সমাধানৰ বিষয়ে আলোচনা কৰিবলৈ নেহৰুৱে শ্বেখ আব্দুল্লাক পাকিস্থানলৈ পঠাইছিল। বিশিষ্ট সাংবাদিক ক্ৰিষ্টফাৰ টমাছৰ মতে[৩৫], "তাৎপৰ্যপূৰ্ণ কথা যে এইবাৰ শ্বেখে গণভোটৰ বাবে হেঁচা নিদিলে। শান্তি স্থাপনৰ বাবে তেওঁ পাকিস্থানলৈ কেইবাটাও প্ৰস্তাৱ নিছিল। তাৰে এটা হ'ল— ভাৰত, পাকিস্থান আৰু কাশ্মীৰক লৈ এখন ফেডাৰেশ্যন গঠন। এই প্ৰস্তাৱ পাকিস্থানে অগ্ৰাহ্য কৰিলে। এই ভ্ৰমণৰ সময়তে ৭৪ বছৰ বয়সীয়া নেহৰুৰ পৰলোকপ্ৰাপ্তি ঘটে। আজাদ কাশ্মীৰৰ ৰাজধানী মজফৰবাদত থকাৰ সময়তে শ্বেখে এই খবৰটো পালে। ততালিকে তেওঁ দিল্লীলৈ উভতি আহিল— তেওঁৰ বন্ধু ৰাজনৈতিক গুৰু আৰু পৃষ্ঠপোষকেই নহয়, তেওঁক কাৰাগাৰত আবদ্ধ কৰি ৰখা নেহৰুৰ অন্তেষ্টিক্ৰিয়াৰ বাবে।"

১৯৬৫ চনৰ ফ্ৰেব্ৰুৱাৰী মাহত মক্কালৈ হজ কৰিবলৈ যোৱাৰ বাবে পত্নীসহ শ্বেখ আব্দুল্লা আৰু আফজল বেগক ভাৰত চৰকাৰে পাৰপত্ৰ দিছিল। তেতিয়া আলজিয়াৰ্ছত চলি আছিল আফ্ৰ-এছিয়ান কনফাৰেন্স। তাতেই তেওঁ সাক্ষাৎ কৰিলে চীনৰ প্ৰধানমন্ত্ৰী চৌ এন লাইক। বৃটেইনকে ধৰি আন কেইবা ঠাইলৈকো শ্বেখ আব্দুল্লা গ'লেও চৌ এন লাইক সাক্ষাৎ কৰাত ভাৰতৰ নেতৃবৰ্গ অতিশয় ক্ষুণ্ণ হ'ল। কাৰণ, চীনে ভাৰত আক্ৰমণ কৰি ভাৰতৰ অঞ্চল দখল কৰাৰ ঘটনা তেতিয়াও সজীৱ হৈ আছিল। তেওঁৰ পাৰপত্ৰ বাতিল কৰা হ'ল আৰু ঘৰলৈ উভতি আহিবলৈ কেন্দ্ৰীয় চৰকাৰে নিৰ্দেশ দিলে। পাকিস্থান চৰকাৰে তেওঁক পাৰপত্ৰ দিব খুজিলে, কিন্তু শ্বেখ আব্দুল্লাই তাক অগ্ৰাহ্য কৰিলে।

ভাৰতলৈ উভতি অহাৰ পাছত বিমান বন্দৰতে তেওঁক গ্ৰেপ্তাৰ কৰা হ'ল। তেওঁক গৃহবন্দী কৰা হ'ল তামিলনাডুৰ কুদাইকানল নামৰ পাৰ্বত্য স্বাস্থ্য নিবাসত। শ্বেখক গ্ৰেপ্তাৰ কৰাৰ প্ৰতিবাদত দেখা দিলে কাশ্মীৰত ব্যাপক বিক্ষোভে।

## ১৯৬৫ চনৰ যুদ্ধ

শ্বেখ আব্দুল্লা গৃহবন্দী হৈ থকাৰ সময়তে ভাৰত আৰু পাকিস্তানৰ মাজত দ্বিতীয়খন যুদ্ধ লাগিল। জি. এম. ছাদিক তেতিয়া জম্মু-কাশ্মীৰ মুখ্যমন্ত্ৰী।

পাকিস্তানৰ কৌশল আছিল মূলতঃ ১৯৪৭ চনৰ দৰেই। পাৰ্থক্য আছিল এটা কথাত

৩৫। 'ফ্ৰন্ট লাইন কাশ্মীৰ'

যে পাকিস্তানত প্ৰশিক্ষিত সশস্ত্ৰ লোক আৰু অনুপ্ৰৱেশকাৰীৰ নামাৱলী লৈ পাকিস্থানী সেনা বাহিনীৰ লোকে সৰু সৰু গোট হৈ ভাৰতৰ দখলত থকা কাশ্মীৰ অঞ্চলত প্ৰৱেশ কৰিলে। চীনৰ গেৰিলা যুদ্ধৰ কৌশল লৈ এই সৰু সৰু গোটবোৰে গুৰুত্বপূৰ্ণ ঠাইবোৰত গোপনে সোমাই সেইবোৰ ঠাই দখল কৰি বিশৃংখলতাৰ সৃষ্টি কৰি প্ৰশাসন বিপৰ্যস্ত কৰাই আছিল উদ্দেশ্য। দলং, পুলিচ চকী, বিমান কোঠ আদি দখল বা ধ্বংস কৰা আৰু স্থানীয় ৰাইজৰ সহযোগত কাশ্মীৰ পাকিস্তানৰ দখললৈ অনাই আছিল একমাত্ৰ লক্ষ্য। প্ৰকৃতপক্ষে, ১৯৬৫ চনৰ আগৰ পৰাই পাকিস্তানে পৰিকল্পিতভাৱে এই অভিযান আৰম্ভ কৰিছিল। পাকিস্তানে এই অভিযানৰ নাম দিছিল 'অপাৰেশ্যন জিব্ৰাল্টৰ'।

আগষ্ট মাহত পৰিস্থিতিয়ে জটিল ৰূপ ধাৰণ কৰিলে। যি আশা কৰি এই অভিযান আৰম্ভ কৰা হৈছিল, সেই আশা ধূলিস্যাৎ হ'ল। কিয়নো, কাশ্মীৰৰ ৰাইজৰ সহযোগে এই অভিযান সাফল্যমণ্ডিত কৰিব বুলি কৰা পূৰ্ব-ধাৰণা ভুল বুলি প্ৰমাণিত হ'ল। পাকিস্তানৰ হিচাপ-নিকাচ ভুল হ'ল। সেই সময়ত ভাৰত আৰু কাশ্মীৰৰ পৰিস্থিতিৰ সুবিধা ল'ব পৰা যাব বুলি পাকিস্তানে ভাবিছিল। শ্বেখ আব্দুল্লাৰ গ্ৰেপ্তাৰ প্ৰসংগত সেই সময়ত কাশ্মীৰ উত্তাল হৈ পৰিছিল, ভাৰত বিৰোধী শক্তি তাত সক্ৰিয় হৈ উঠিছিল আনহাতে, নেহৰুৰ মৃত্যু হোৱাত তেওঁৰ উত্তৰাধিকাৰী লাল বাহাদুৰ শাস্ত্ৰীয়ে প্ৰধানমন্ত্ৰীৰ দায়িত্বভাৰ লৈছিলহে মাথোন। এনে পৰিস্থিতিত কাশ্মীৰত এক বিশৃংখল পৰিস্থিতিৰ সৃষ্টি কৰিব পাৰিলে ভাৰতৰ বিৰুদ্ধে কাশ্মীৰৰ ৰাইজ দলে-বলে বিদ্ৰোহী হৈ উঠিব আৰু তেতিয়া সহজে কাশ্মীৰ পাকিস্তানৰ দখললৈ আনিব পৰা হ'ব বুলি পাকিস্তানৰ নেতৃবৰ্গই ভুলকৈ ধাৰণা কৰিছিল। শ্বেখ আব্দুল্লাৰ সমৰ্থন থকা 'প্লেবিচাইট ফ্ৰন্ট' নামৰ সংগঠনটোৱে পাকিস্তানক উৎসাহিত কৰিছিল। পাছে দেখা গ'ল যে এই আহ্বানৰ কোনো ফল নধৰিলে, কাশ্মীৰৰ ৰাইজৰ পৰা পাকিস্তানে কোনো সঁহাৰি নাপালে।

আগষ্ট মাহত আৰম্ভ হোৱা যুদ্ধত পাকিস্তানৰ বিপুল ক্ষয়-ক্ষতি হ'ল। অৱশেষত ৰাষ্ট্ৰসংঘৰ আহ্বানত যুদ্ধবিৰতি হ'ল ১৯৬৫ চনৰ ২১ অক্টোবৰত।

এই যুদ্ধ সম্পৰ্কত এটা গুৰুত্বপূৰ্ণ দিশ হৈছে— বলপূৰ্বকভাৱে কাশ্মীৰ দখল কৰিবলৈ পাকিস্তানে চেষ্টা কৰিবলৈ সাহস কৰাৰ অন্যতম কাৰণ হ'ল— আমেৰিকাৰ পৰা সেই দেশখনে লাভ কৰা বুজন পৰিমাণৰ অস্ত্ৰ-শস্ত্ৰ।

## কংগ্ৰেছত নেচনেল কনফাৰেন্সৰ চামিলকৰণ

জি এম ছাদিকৰ কাৰ্যকালত লোৱা এটা গুৰুত্বপূৰ্ণ সিদ্ধান্ত হ'ল— কংগ্ৰেছ দলৰ সৈতে নেচনেল কনফাৰেন্স দলৰ চামিলকৰণ। শ্বেখ আব্দুল্লা গ্ৰেপ্তাৰ হোৱাৰ পাছৰ পৰা নেচনেল কনফাৰেন্স দল দুৰ্বল হৈ পৰিছিল। ইয়াৰ কাৰণ আৰু কেৰোণবোৰ নিৰ্ণয় কৰি সেইবোৰ আঁতৰ কৰাৰ ব্যৱস্থা লোৱাৰ সলনি কাশ্মীৰৰ ঐতিহ্যপূৰ্ণ, খ্যাতিমান আৰু প্ৰভাৱশালী দলটোক চামিল কৰা হ'ল কংগ্ৰেছৰ লগত। কংগ্ৰেছৰ ৰাজ্যিক শাখাৰ প্ৰথমজন সভাপতি হ'ল মীৰ কাছিম। নক'লেও হ'ব যে এই চামিলকৰণ স্থায়ী নহ'ল। সেই বিষয়ে পিছত আলোচনা কৰা হৈছে।

## তাছখণ্ড চুক্তি

ইতিমধ্যে ভাৰত আৰু পাকিস্থানৰ মাজত শান্তি প্ৰতিষ্ঠাৰ বাবে ছোভিয়েট প্ৰধান মন্ত্ৰী এলেক্সী কোছিগিনে চলোৱা প্ৰচেষ্টাৰ প্ৰতি উভয় দেশে সঁহাৰি জনালে। ছোভিয়েট ইউনিয়নৰ তাছখণ্ডত পাকিস্তানৰ ৰাষ্ট্ৰপতি আয়ুব খান আৰু ভাৰতৰ প্ৰধান মন্ত্ৰী লাল বাহাদুৰ শাস্ত্ৰী আলোচনাত মিলিত হ'ল। ১৯৬৬ চনৰ ১০ জানুৱাৰী তাৰিখে নেতা দুজনৰ মাজত যিখন চুক্তি স্বাক্ষৰিত হ'ল, সেইখনেই 'তাছখণ্ড চুক্তি' বুলি জনাজাত। হাজী পীৰকে ধৰি শেহতীয়া যুদ্ধত পাকিস্তানৰ যিবোৰ অঞ্চল ভাৰতীয় সেনাই অশেষ ত্যাগ আৰু কষ্ট স্বীকাৰ কৰি দখল কৰিছিল, সেইবোৰৰ অধিকাংশই এই চুক্তিৰ জৰিয়তে পাকিস্তানক এৰি দিব লগা হ'ল। এই চুক্তি স্বাক্ষৰ কৰাৰ পাছতেই ১১ জানুৱাৰীত তাছখণ্ডতে শাস্ত্ৰীৰ পৰলোকপ্ৰাপ্তি ঘটিল।

শাস্ত্ৰীৰ পাছতে জৱাহৰলাল নেহৰুৰ দুহিতা ইন্দিৰা গান্ধী (২৪ জানুৱাৰীত) ভাৰতৰ প্ৰধান মন্ত্ৰীৰ গাদীত বহিল। লগে লগে আৰম্ভ হ'ল 'আইৰণ লেডী' বুলি বিভূষিতা এই মহিলা গৰাকীৰ নেতৃত্বত কাশ্মীৰ তথা ভাৰত বুৰঞ্জীৰ এক ঘটনাবহুল অধ্যায়।

# শ্বেখ আব্দুল্লাৰ মুক্তি, কথাৰ সুৰ সলনি

সৰ্বশেষ বাৰৰ বাবে শ্বেখ আব্দুল্লাক মুক্তি দিয়া হ'ল ১৯৬৮ চনৰ দুই জানুৱাৰী তাৰিখে। তাৰ দুদিনৰ পাছতে তেওঁ আয়োজন কৰিলে এখন সাংবাদিক মেল। সাংবাদিকৰ বিভিন্ন প্ৰশ্নৰ উত্তৰ দিওতে দেখা গ'ল যে তেওঁৰ কথাত আগৰ চোক আৰু এতিয়া নাই। কেন্দ্ৰীয় চৰকাৰে আপত্তি কৰিব লগা তেওঁৰ মন্তব্য আছিল এটাই। তেওঁ দাবী কৰিলে কাশ্মীৰৰ বাবে আত্ম নিৰ্ধাৰণৰ। সেই দিনাই তেওঁ সাক্ষাৎ কৰিলে প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীক। কাশ্মীৰলৈ যেতিয়া তেওঁ উভতি আহিল, আগৰ দৰেই তেওঁ লাভ কৰিলে বিপুল আদৰণি।

কাশ্মীৰ সম্পৰ্কত 'লোক নায়ক' জয়প্ৰকাশ নাৰায়ণকে ধৰি কেইজনমান বিশিষ্ট লোকে আয়োজন কৰা গণ অভিবৰ্তন এখনত শ্বেখ আব্দুল্লাই সভাপতিত্ব কৰিলে। কোনো নিৰ্দিষ্ট সিদ্ধান্তত উপনীত হোৱাত অভিবৰ্তনখন ব্যৰ্থ হ'ল। 'ৰাজ্যখনৰ ৰাইজৰ আত্ম নিয়ন্ত্ৰণৰ অধিকাৰ' প্ৰসংগত আব্দুল্লাই বিভিন্ন যুক্তি দাঙি ধৰিলেও, তেওঁৰ যুক্তিত জয় প্ৰকাশ নাৰায়ণ ঐক্যমত হ'ব নোৱাৰিলে।

ইতিমধ্যে ভাৰতৰ ৰাজনৈতিক পৰিস্থিতিৰ ক্ষিপ্ৰ পৰিৱৰ্তন ঘটিল। প্ৰধানমন্ত্ৰী ইন্দিৰাই ১৯৭০ চনৰ ডিচেম্বৰ মাহত লোক সভা ভংগ কৰিলে আৰু ঘোষণা কৰিলে যে ১৯৭১ চনৰ মাৰ্চ মাহত নিৰ্বাচন অনুষ্ঠিত হ'ব। শ্বেখ আব্দুল্লাই নিজৰ ৰাজ্যৰ পৰা নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ ইচ্ছা কৰিলে। নেচনেল কনফাৰেন্স দলৰ পৃথক স্থিতি তেতিয়া নাই— কংগ্ৰেছৰ লগত ইতিমধ্যে সেই দল চামিল হৈছিল। সেয়ে আফজল বেগক শ্বেখে পৰামৰ্শ দিলে— 'প্লেবিচাইট ফ্ৰণ্ট' নামৰ দলটোৱে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিব লাগে। লগে লগে কেন্দ্ৰীয় চৰকাৰে 'প্লেবিচাইট ফ্ৰণ্ট' নিষিদ্ধ কৰিলে। শ্বেখ আব্দুল্লা আৰু আফজল বেগক জম্মু-কাশ্মীৰ ৰাজ্যত প্ৰৱেশ কৰাতো বাধা দিয়া হ'ল। ৰাজ্যখনৰ বিধান সভাই 'প্লেবিচাইট ফ্ৰণ্ট'ৰ কোনো সদস্য নিৰ্বাচনত প্ৰাৰ্থী হ'ব নোৱৰাৰ আইনগত ব্যৱস্থা কৰিলে। ফলত বিৰোধী দল নোহোৱা ৰাজ্যখনৰ নিৰ্বাচনত কংগ্ৰেছ দলে বিপুলভাৱে জয়লাভ কৰিলে। নিৰ্বাচনত শেষ হোৱাৰ পাছত অৰ্থাৎ জুন মাহত শ্বেখ আব্দুল্লাৰ প্ৰৱেশ ৰাজ্যখনত নিষিদ্ধ কৰাৰ ব্যৱস্থা প্ৰত্যাহাৰ কৰা হ'ল।

ইতিমধ্যে এটা গুৰুত্বপূৰ্ণ ঘটনা ঘটিল। পাকিস্থানৰ দীৰ্ঘদিনীয়া অত্যাচাৰী শাসনৰ বিৰুদ্ধে পূব পাকিস্থানত বিদ্ৰোহে দেখা দিলে। এই বিদ্ৰোহত ভাৰতে সকলো প্ৰকাৰে উৎসাহ আৰু অনুপ্ৰেৰণা যোগালে। ভাৰতে পূব পাকিস্তানক কৰা সহায়ৰ পোতক তুলিবলৈ পাকিস্তানে ভাৰতৰ পশ্চিম খণ্ডত আক্ৰমণ চলালে। ভাৰত-পাকিস্তানৰ মাজত তৃতীয়খন যুদ্ধ লাগিল। পাকিস্তানৰে দুৰ্ভাগ্য যে তেওঁলোক হাৰিল, পাকিস্তান খণ্ডিত হ'ল, বাংলাদেশৰ সৃষ্টি হ'ল। ঢাকাত পাকিস্তানী সেনাই আত্মসমৰ্পণ কৰিলে। ৯০ হেজাৰৰো অধিক পাকিস্তানী সৈন্য যুদ্ধবন্দী হ'ল। ১৭ ডিচেম্বৰত যুদ্ধ বিৰতি ঘোষণা কৰা হ'ল।

## ছিমলা চুক্তি ঃ নিয়ন্ত্ৰণ ৰেখাকে সীমান্ত ৰেখা কৰাত ভূট্টোৰ অনুমোদন

ইয়াৰ কেই মাহমানৰ পাছতে অৰ্থাৎ ১৯৭২ চনৰ ২৮ জুনত বহিল ভাৰত-পাকিস্তানৰ মাজত শীৰ্ষ বৈঠক। পাকিস্তানৰ ৰাষ্ট্ৰপতি জুলফিকৰ আলি ভূট্টো আৰু ভাৰতৰ প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীৰ মাজত অনুষ্ঠিত এই বৈঠকত স্বাভাৱিকতে কিছু ছাঁ পেলাইছিল পাৰ হৈ যোৱা যুদ্ধখনে। দীঘলীয়া আলোচনাৰ পাছত চুক্তি স্বাক্ষৰিত হ'ল ২ জুলাইত।

বহুতো দিশৰ পৰা এই চুক্তিখন আছিল গুৰুত্বপূৰ্ণ। কাৰণ, চুক্তিখনত কোৱা হ'লঃ দুয়োখন দেশে দ্বিপাক্ষিক আলোচনা যোগে বা পাৰস্পৰিকভাৱে মান্তি হোৱা আন শান্তিপূৰ্ণ পন্থাৰে তেওঁলোকৰ মতানৈক্য আঁতৰ কৰিবলৈ সিদ্ধান্ত কৰে। 'দুয়োখন দেশৰ মাজত থকা যি কোনো সমস্যাৰ চূড়ান্ত সিদ্ধান্ত নোহোৱা পৰ্যন্ত কোনো পক্ষই একপক্ষীয়ভাৱে পৰিস্থিতি সলনি নকৰিব আৰু সমন্বয়মূলক সম্পৰ্ক অব্যাহত ৰখাৰ কোনো সংগঠিত, সাহায্য বা উৎসাহিত কৰা কামক উভয় দেশে বাধা দিব (Prevent the organisation, assistance or encouragement)।

চুক্তিখনত আৰু কোৱা হ'ল "যোৱা ২৫ বছৰে (চুক্তিখন ১৯৭২ চনত স্বাক্ষৰ কৰা হৈছিল বাবে তেতিয়ালৈকে উভয় দেশৰ স্বাধীনতা প্ৰাপ্তিৰ সময় হৈছিল ২৫ বছৰ) উভয় দেশৰ সম্পৰ্ক নষ্ট কৰা মৌলিক বিষয়বোৰ আৰু বিবাদৰ কাৰণবোৰ শান্তিপূৰ্ণ পন্থাৰে সমাধান কৰা হ'ব।" দেশ দুখনৰ এখনে আনখনৰ আঞ্চলিক অখণ্ডতা বা ৰাজনৈতিক স্বাধীনতাৰ প্ৰতি ভাবুকি দিয়া বা শক্তি ব্যৱহাৰ কৰাৰ পৰা বিৰত থাকিব বুলিও ঘোষণা কৰা হ'ল। আন এটা গুৰুত্বপূৰ্ণ কথা লিপিবদ্ধ কৰা হ'ল— "পাৰস্পৰিক মতানৈক্য আৰু আইনগত ব্যাখ্যা যিয়েই নহওক লাগিলে, কোনোটো পক্ষই প্ৰকৃত নিয়ন্ত্ৰণ ৰেখা (১৯৪৯ চনৰ যুদ্ধ বিৰতি ৰেখাৰ সামান্য সলনি কৰি দিয়া নতুন নাম) সলনি কৰিবলৈ নিবিচাৰিব।"

ছিমলা চুক্তিৰ তাৎপৰ্য ব্যাখ্যা কৰি স্বনামধন্য সাংবাদিক ক্ৰিষ্টফাৰ টমাছে 'ফ্ৰন্টলাইন কাশ্মীৰ' গ্ৰন্থত লিখিছে—

"দিল্লীত এই চুক্তিখন হৰ্ষোল্লাসেৰে আদৰণি জনোৱা হ'ল। চুক্তিখনৰ চৰ্তই পশ্চাঘাটি কাম-কাজৰ প্ৰয়োগ অগ্ৰাহ্য কৰিলে— যিবোৰক পাকিস্তানে ১৯৬০ দশক মাজভাগৰ পৰা উচটনি দিছিল বা অন্ততঃ সুবিধা কৰি দিছিল। ভাৰতীয় কাশ্মীৰ অঞ্চল দাবী কথাটো চুক্তিখনে স্পষ্টভাৱে অন্তঃসাৰশূন্য কৰি তুলিলে। মাত্ৰ বাকী থাকিল— কাশ্মীৰৰ ৰাইজৰ অধিকাৰৰ ৰাজনৈতিক প্ৰশ্নৰ বিবাদটো। ছিমলা চুক্তিৰ চৰ্ত মতে, পাকিস্তানে এতিয়া প্ৰভাৱিত কৰিব পৰাৰ সুবিধা সীমিত হ'ব। শেখ আব্দুল্লাই চুক্তিখনৰ অৰ্থ কৰিলে এই বুলি যে কাশ্মীৰীসকলৰ সক্ৰিয় অংশ গ্ৰহণৰ অবিহনে এতিয়া আৰু কাশ্মীৰৰ ভাগ্য সম্পৰ্কে আলোচনা কৰিব পৰা নাযাব। চুক্তিখনৰ সৰ্বাধিক তাৎপৰ্যপূৰ্ণ অন্যতম পৰিণতি হ'ল— ৰাষ্ট্ৰসংঘৰ পৰা কাশ্মীৰ প্ৰশ্নটো আঁতৰাই অনা আৰু ইয়াক এটা দ্বিপাক্ষিক বিষয় কৰি তোলা। ৰাষ্ট্ৰসংঘত দুয়ো পক্ষই ১৯৪৮ চনৰ পৰা ১৯৬৫ চনলৈকে লেখমনো অগ্ৰগতি নোহোৱাকৈ ৰাজহুৱাভাৱে এই বিষয়টোৰ টনা-আজোৰা কৰি আহিছিল। বিষয়টো

ৰাষ্ট্ৰসংঘলৈ নি ইয়াক আন্তঃৰাষ্ট্ৰীয় কৰি তোলাত নেহৰুৱে কৰা ভুলৰ অৱশেষত প্ৰতিকাৰ কৰা হ'ল। ছিমলা চুক্তিত দ্বি-পাক্ষিক আলোচনাৰ বাবে কৰা ব্যৱস্থাৰ উদ্ধৃতি দি ভাৰতে এতিয়া আন্তঃৰাষ্ট্ৰীয় মধ্যস্থতা অগ্ৰাহ্য কৰিব পৰা হ'ল— যিটো ভাৰতে একেৰাহে কৰি আহিছে। এই চুক্তি ঘোষণাৰ পাছৰে পৰা কাশ্মীৰ প্ৰসংগত ৰাষ্ট্ৰসংঘত কোনো ধৰণৰ গুৰুত্বপূৰ্ণ বিতৰ্ক হোৱা নাই।"

এই চুক্তিখনৰ আন এটা দিশৰ কথা বিশিষ্ট সাংবাদিক অজিত ভট্টচাৰ্যই ('কাশ্মীৰ, দ্য ৱণ্ডেদ ভেলী') উল্লেখ কৰিছে। তেওঁৰ মতে, চুক্তিখনত ৰাষ্ট্ৰসংঘৰ প্ৰসংগ লিপিবদ্ধ কৰাৰ লগতে অধিক আলোচনাৰ ক্ষেত্ৰত অন্যান্য বিষয়ৰ লগতে "জম্মু আৰু কাশ্মীৰৰ চূড়ান্ত সমাধান"ৰ কথা উল্লেখ কৰাৰ ফলত এই ৰাজ্যখনৰ ভৱিষ্যতৰ প্ৰশ্ন সম্পূৰ্ণ মুকলিকৈ ৰখা হ'ল।

## গোপন বুজাবুজি

ছিমলা চুক্তি সম্পাদনৰ সময়ত ভূট্টো আৰু শ্ৰীমতী গান্ধীৰ মাজত এক[৩৬] গোপন বুজাবুজি হোৱা বুলি 'নিউয়ৰ্ক টাইমছ' নামৰ বাতৰি কাকতখনত ১৯৭২ চনৰ ৩ জুলাইৰ সংখ্যাত প্ৰকাশিত বাতৰিটো যে সঁচা আছিল সেই কথা ১৯৯৫ চনত নিশ্চিত কৰিছে প্ৰয়াত প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীৰ সচিব ডি পি ধৰে। ছিমলাৰ আলোচনাত যি কেইজন উচ্চ বিষয়াই সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰিছিল তাৰ ভিতৰত ধৰ আছিল অন্যতম। 'নিউয়ৰ্ক টাইমছ' কাকতত প্ৰকাশিত বাতৰিটোত কোৱা হৈছিল যে গোপন বুজাবুজিটো আছিল যুদ্ধ বিৰতি ৰেখাক ক্ৰমশঃ উভয় দেশত সীমান্ত ৰেখা কৰাটো। প্ৰকাশ যে ভূট্টোৰ এজন সহকাৰীৰ সৈতে কাকতখনৰ সংবাদদাতা জেমছ পি ষ্টাৰ্বাৰৰ সৈতে ঘনিষ্ঠ সম্পৰ্ক আছিল। সেয়ে, উভয় দেশৰ নেতা দুজনৰ মাজত হোৱা গোপন আলোচনাৰ সবিশেষ জানি লৈ ষ্টাৰ্বাৰে বাতৰিটো প্ৰেৰণ কৰিছিল। বাতৰিটোৰ মূল কথাখিনি তলত ইংৰাজীতে উদ্ধৃতি দিয়া হ'ল।

President Bhutto, Pakistan's first civilian leader in 14 years, came to Simla ready to compromise. According to sources close to him, he was willing to forsake the Indian– held two thirds of Kashimir that contains four-fifths of population and the prized valley called the vale, and agree that a cease-fire line to be negotiated– would gradually become that border between the two countries. The key word was 'gradually'. President Bhutto wants a softening of the cease fire line– and a secret agreement with Mrs. Gandhi that a formally recognised border would emerge after a few years, during which he would condition his people to it without riots and an overthrow of his government.

এই বাতৰিটো প্ৰকাশৰ সময়ত চাঞ্চল্যৰ সৃষ্টি হৈছিল, কিন্তু আলোচনাত ভাগ লোৱা

৩৬। 'গোপন বুজাবুজি কথাখিনিৰ উৎস হ'ল— ডি পি কুমাৰৰ গ্ৰন্থ 'কাশ্মীৰ ৰিটাৰ্ণ টু ডেমক্ৰেচী'

সকলোৱেই বাতৰিটো অস্বীকাৰ কৰিলে। আনকি ডি পি ধৰেও। সেই একেজন ধৰে 'টাইমছ অৱ ইণ্ডিয়া' কাকতৰ ১৯৯৫ চনৰ ৪ এপ্ৰিল সংখ্যাত লিখা প্ৰবন্ধ এটাত কিন্তু এই গোপন বুজাবুজিৰ সবিশেষ দাঙি ধৰিলে। ছিমলা আলোচনাত সক্ৰিয় অংশ গ্ৰহণ কৰা ভাৰতৰ এই উচ্চ পদস্থ বিষয়াজনৰ মতে ভূট্টোৱে কৈছিল যে তেওঁৰ মৃত্যুৰ পাছতহে যেন এই কথা প্ৰকাশ কৰা হয়।

প্ৰবন্ধটোত ধৰে উল্লেখ কৰা মতে 'ভূট্টোৱে যুদ্ধ বিৰতি ৰেখাক নিয়ন্ত্ৰণ ৰেখালৈ সলনি কৰাতেই মান্তি হোৱা নাছিল, পূৰ্বতে তেওঁ এই ৰেখাক 'শান্তি-ৰেখা' বুলি নামকৰণৰ প্ৰস্তাৱ দিছিল আৰু এই ৰেখাক আন্তঃৰাষ্ট্ৰীয় সীমান্তৰ চৰিত্ৰৰে সমৃদ্ধ কৰাত মান্তি হৈছিল।... এই বুজাবুজি (ভূট্টো আৰু শ্ৰীমতী গান্ধীৰ মাজত) লিখিত নোহোৱা কথাত মান্তি হোৱা গ'ল। স্থায়ী শান্তিৰ বাবে এটা গাঁথনি প্ৰস্তুত কৰাৰ বাবে ইচ্ছা কৰাৰ ক্ষেত্ৰত এই গোপন বুজাবুজিৰ উল্লেখ সংগতিসূচক নহ'ব বুলি বিবেচনা কৰা হ'ল। অৱশেষত এই বুজাবুজি, ৰূপায়ণৰ সুবিধা হোৱাকৈ চুক্তিখনত শব্দৰ ব্যৱহাৰ কৰাৰ বাবে সিদ্ধান্ত লোৱা হ'ল।"

এই ক্ষেত্ৰত প্ৰয়াত প্ৰধান মন্ত্ৰীৰ সচিবজনে ছিমলা চুক্তিৰ ৪(২) উপ ছেদটোত থকা কথাখিনি প্ৰবন্ধটোত উল্লেখ কৰিছে। এই উপ দফাত থকা কথাখিনি হ'ল—

"প্ৰতিটো পক্ষৰে স্বীকৃত স্থিতি যিয়েই নহওক লাগিলে, ১৯৭১ চনৰ ১৭ ডিচেম্বৰ তাৰিখৰ যুদ্ধ বিৰতিৰ ফলত জম্মু আৰু কাশ্মীৰত যি নিয়ন্ত্ৰণ ৰেখা হ'ল, তাক উভয় পক্ষই সন্মান কৰিব। পাৰস্পৰিক, মতানৈক্য আৰু আইনগত ব্যাখ্যা যিয়েই নহওক লাগিলে, কোনো পক্ষই ইয়াক সলনি কৰিবলৈ নিবিচাৰিব। এই ৰেখা উলংঘা কৰাৰ বাবে ভাবুকি দিয়া বা শক্তি ব্যৱহাৰ কৰাৰ পৰা উভয় পক্ষ বিৰত থাকিব বুলি প্ৰতিশ্ৰুতিবদ্ধ হয়।"

ছিমলা চুক্তি সম্পাদনৰ সময়ত বিষয়া পাৰ্যায়ত হোৱা আলোচনাত ভাগ লোৱা ধৰৰ মতে "প্ৰতিটো পক্ষৰে স্বীকৃত স্থিতি যিয়েই নহওক লাগিলে" বুলি সি বাক্যাংশ ব্যৱহাৰ কৰা হৈছে, সেয়া হৈছে নিজ দেশৰ সমালোচকৰ পৰা ৰক্ষা পাবলৈ ভূট্টোৰ প্ৰতি দিয়া ৰেহাই। কাশ্মীৰ প্ৰশ্নৰ ভৱিষ্যৎ সমাধান ভেটি প্ৰস্তুত কৰাৰ বাবে আৰু এই ৰেহাইৰ অপ ব্যৱহাৰৰ বাধা দিবলৈ দ্বিতীয় আৰু তৃতীয় বাক্যটো দিব লগা হ'ল। সেয়ে এই উপচ্ছেদটো সামগ্ৰিকভাৱেহে পঢ়িব লাগিব।"

পি এন ধৰে 'টাইমছ অব ইণ্ডিয়াত প্ৰকাশিত প্ৰবন্ধটোত আৰু লিখিছে "ভূট্টো মান্তি হোৱা কথাবোৰ হ'ল যে আন্তঃৰাষ্ট্ৰীয় সীমান্তইদি ভাৰত আৰু পাকিস্তানৰ মাজত পুনৰ আৰম্ভ হোৱা যান-বাহনৰ চলাচল বেছি হ'লে নিয়ন্ত্ৰণ ৰেখাৰ কিছুমান নিৰ্দিষ্ট ঠাইৰেহিহে যান-বাহনে চলাচল কৰিবলৈ দিয়া হ'ব। এইবোৰ ঠাইত অন্তঃপ্ৰব্ৰজন নিয়ন্ত্ৰণ আৰু শুল্ক কাৰ্যালয় স্থাপন কৰা হ'ব। আনহাতে পাক-অধিকৃত কাশ্মীৰ পাকিস্তানৰ লগত চামিল কৰা হ'ব। আনহাতে, ভূট্টোৱে ভাৰত তেওঁৰ দলৰ শাখা খুলিব আৰু পাছত প্ৰশাসনে অঞ্চলটো ল'ব। ভাৰতে নিয়ম ৰক্ষাৰ্থে নিম্ন স্বৰত প্ৰতিবাদ কৰিব।"

ভবা হৈছিল যে নিয়ন্ত্ৰণ ৰেখা ক্ৰমশঃ আৰু কাৰ্যতঃ সীমান্তৰূপে ব্যৱহৃত হ'লে উভয় দেশৰ জনমত এই ব্যৱস্থাৰ স্থায়িত্বৰ প্ৰতি আগ্ৰহী হ'ব। ইতিমধ্যে উভয় দেশৰ মাজত বুজাবুজি বাঢ়ি পাছে, উত্তেজনা হ্ৰাস পাব বুলিও ভবা হৈছিল। কিন্তু ভবা মতে কাম নহ'ল।

পাকিস্তানলৈ উভতি গৈ বিভিন্ন হেঁচাত পৰি ভাৰতৰ সৈতে "এহেজাৰ বছৰ দিন ধৰি যুঁজ দিবলৈ প্ৰস্তুত" বুলি ঘোষণা কৰি ভূট্টোৱে ছিমলা চুক্তিৰ অন্তর্নিহিত উদ্দেশ্য শেষ কৰি পেলালে।

## মীৰ কাছিম

জি এম ছাদিকৰ মৃত্যুৰ (১২ ডিচেম্বৰ, ১৯৭১) পাছত ৰাজ্যখনৰ মুখ্যমন্ত্রীৰ গাদীত বহিল চৈয়দ মীৰ কাছিম। দায়িত্বভাৰ গ্ৰহণ কৰিয়েই তেওঁ প্রতিশ্রুতি দিলে যে ছমাহৰ ভিতৰতে তেওঁ ৰাজ্যখনত নির্বাচন পাতিব। 'প্লেবিচাইট ফ্রন্ট'ক ৰাজ্যখনত হোৱা নির্বাচনত অংশ গ্রহণৰ পৰা বিৰত কৰাৰ কথা ওপৰত উল্লেখ কৰি অহা হৈছে। কিন্তু ফ্ৰন্টৰ সমৰ্থন লাভ কৰি জামাত-ই-ইছলামীয়ে নির্বাচনত প্রতিদ্বন্দ্বিতা কৰি পাঁচখন আসন লাভ কৰিলে। ৰাজ্যখনত প্রথম বাৰৰ বাবে এই মৌলবাদী দলটোৱে ৰাজনৈতিক স্থিতি আৰু সাংবিধানিক স্বীকৃতি লাভ কৰিলে। বিৰোধী পক্ষই লাভ কৰিলে মুঠতে এঘাৰখন আসন। প্রাক্তন মুখ্যমন্ত্রী বক্সী গোলাম আহমদে প্রতিদ্বন্দ্বিতা কৰিছিল যদিও তেওঁ পৰাজিত হ'ল। পুনৰ বাৰ কংগ্ৰেছ ৰাজ্যখনত ক্ষমতা লাভ কৰিলে।

# কাশ্মীৰ চুক্তি, শ্বেখ আব্দুল্লা পুনৰ মুখ্যমন্ত্ৰী

নিৰ্বাচনত অংশ গ্ৰহণ কৰাৰ পৰা শ্বেখ আব্দুল্লা আৰু তেওঁৰ ঘনিষ্ঠ সহযোগী আফজল বেগক বিৰত কৰি ৰখা হ'লেও তেওঁলোকে বহি নাথাকিল। অৱশ্যে, পৰিৱৰ্তিত পৰিস্থিতি অৰ্থাৎ পাকিস্তানৰ বিভাজন আৰু বাংলাদেশ সৃষ্টিৰ পাছত শ্বেখ আব্দুল্লাই উপলব্ধি কৰিলে যে 'গণভোটৰ ওপৰত গুৰুত্ব দি এতিয়া আৰু লাভ নাই। ৰাজ্যখনক পূৰ্ণ পৰ্যায়ৰ স্বায়ত্ত শাসন দিয়াৰ কথাত গুৰুত্ব দিবলৈ তেওঁ সিদ্ধান্ত কৰিলে। ৰাজহুৱাভাৱে তেওঁ পূৰ্বৰ স্থিতি সলনি কৰি ঘোষণা কৰিলে যে ৰাজ্যখন ভাৰতৰ লগত চামিলকৰণ হোৱাৰ ক্ষেত্ৰত তেওঁৰ কোনো বিবাদ নাই। তেওঁ মাত্ৰ বিচাৰিলে আভ্যন্তৰীণ ক্ষেত্ৰত পূৰ্ণ পৰ্যায়ৰ স্বায়ত্ত শাসন। ৰাজনৈতিক বক্তৃতা দিয়াৰ তেওঁৰ প্ৰিয় মঞ্চ হজৰতবাল মছজিদত তেওঁ ঘোষণা কৰিলে, "পাকিস্তান বা আন কোনো শক্তিয়ে স্বতন্ত্ৰ কাশ্মীৰ সৃষ্টিত সহায় কৰিব নোৱাৰে। ভাৰতৰ ভিতৰতে অধিক স্বায়ত্ত শাসনেই হ'ল একমাত্ৰ আশা।"

শ্বেখ আব্দুল্লাৰ এই পৰিৱৰ্তিত মনোভাৱক প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়ে আদৰণি জনালে। দুয়োজনৰ মাজত দীঘলীয়া আলোচনা আৰম্ভ হ'ল। কাশ্মীৰৰ নেতাজনে দাবী কৰিলে যে ১৯৫৩ চনত তেওঁক গ্ৰেপ্তাৰ কৰাৰ আগতে কেন্দ্ৰীয় চৰকাৰ আৰু ৰাজ্যখনৰ মাজত যি সম্পৰ্ক আছিল, সেই অৱস্থালৈ উভতি যোৱাৰ ব্যৱস্থা হ'ব লাগে। অৰ্থাৎ ১৯৫৩ চনৰ পাছত ভাৰতীয় সংবিধানৰ যিবোৰ ব্যৱস্থা জম্মু-কাশ্মীৰলৈ সম্প্ৰসাৰণ কৰা হ'ল, সেইবোৰ বাতিল কৰিব লাগে; কেৱল ৩৭০ অনুচ্ছেদত অন্তৰ্গত ব্যৱস্থাবোৰহে থাকিব লাগে। ইন্দিৰা গান্ধীয়ে এনে দাবী মানে কেনেকৈ? কাৰণ, ৩৭০ নং অনুচ্ছেদত থকা ব্যৱস্থা মতেই ৰাজ্য চৰকাৰৰ লগত আলোচনা বা অনুমোদন ক্ৰমেহে আৰু সাংবিধানিক ব্যৱস্থা মতে ৰাজ্যখনৰ নিৰ্বাচিত দুজন প্ৰধানমন্ত্ৰী/মুখ্যমন্ত্ৰীৰ কাৰ্যকালত এইবোৰ ব্যৱস্থা লোৱা হৈছে। সেয়ে, ইন্দিৰা গান্ধীয়ে এই বিষয়ত দাঙি ধৰা যুক্তিটো হ'ল যে ঘড়ীৰ কাটা ওলোটাই ঘূৰাব নোৱাৰি। তথাপিও ঐক্যমতৰ বাবে এক বিস্তৃত আলোচনা চলালে শ্বেখ আব্দুল্লাৰ হৈ আফজল বেগ আৰু প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীৰ হৈ প্ৰবীণ আৰু অভিজ্ঞ বিষয়া জি. পাৰ্থসাৰথিয়ে।

প্ৰায় দুবছৰৰো অধিক দিন আলোচনা কৰাৰ অন্তত ১৯৭৪ চনৰ ১৩ নবেম্বৰত 'কাশ্মীৰ চুক্তি' বুলি জনাজাত চুক্তিখন স্বাক্ষৰিত হ'ল। চুক্তিখনত স্বাক্ষৰ কৰিলে দুয়োজন নেতাৰ হৈ আলোচনা কৰা যথাক্ৰমে জি পাৰ্থসাৰথি আৰু আফজল বেগে। ১৯৫৩ চনৰ পূৰ্বৰ অৱস্থালৈ যোৱাৰ দাবী গ্ৰাহ্য নহ'ল যদিও শ্বেখ আব্দুল্লাৰ বিভিন্ন দাবী 'বিবেচনা কৰাৰ' প্ৰতিশ্ৰুতি দিয়া হ'ল। চুক্তিখনক আদৰণি জনাই শ্বেখ আব্দুল্লাই ক'লে যে এই চুক্তিৰ উদ্দেশ্য হৈছে—"আস্থা আৰু বিশ্বাস পুনৰ প্ৰতিষ্ঠা কৰাটো আৰু আমি বিশ্বাস কৰো যে পাৰস্পৰিক সহযোগিতাৰ এক সুদৃঢ় ভেটি আমি প্ৰতিষ্ঠা কৰিলো।" ৰাজ্যখনত অৱশ্যে, এচাম বাহিৰৰ মাজত চুক্তিখনৰ ক্ষেত্ৰত বিৰূপ প্ৰতিক্ৰিয়া হ'ল।

## মীৰ কাছিমৰ পদত্যাগ

ৰাজ্যখনৰ মুখ্য মন্ত্ৰীৰ দায়িত্বভাৰ ল'বলৈ শেখ আব্দুল্লাক আমন্ত্ৰণ জনোৱা হ'ল। মুখ্যমন্ত্ৰীৰ পদত তেতিয়া থকা মীৰ কাছিমে স্বেচ্ছাই পদত্যাগ কৰিলে। ৰাজ্যখনৰ কংগ্ৰেছ বিধায়িনী দলে মীৰ কাছিমৰ ঠাইত শেখ আব্দুল্লাক দলৰ নেতাৰূপে নিৰ্বাচিত কৰিলে। ১৯৭৫ চনৰ ২৫ ফেব্ৰুৱাৰীত মুখ্যমন্ত্ৰীৰূপে তেওঁ শপত গ্ৰহণ কৰিলে। দীৰ্ঘদিনৰ মূৰত শেখ আব্দুল্লাই ৰাজ্যখনৰ দায়িত্বভাৰ গ্ৰহণ কৰা কাৰ্যক ৰাজ্যখনৰ বহুতেই আদৰণি জনালে, কিন্তু এই আদৰণি আগৰ দৰে নাছিল। কাশ্মীৰ চুক্তিয়ে তেওঁৰ জনপ্ৰিয়তা কিছু হ্ৰাস কৰিলেও উপ নিৰ্বাচনত তেওঁ আৰু বেগ দুয়ো বিধান সভালৈ নিৰ্বাচিত হোৱাৰ বাবে সমস্যা নহ'ল।

## নেচনেল কনফাৰেন্স পুনৰ্জীৱিত

ক্ষমতাত বহাৰ পাছতে শেখ আব্দুল্লাই কাশ্মীৰ চুক্তিৰ অন্তৰ্নিহিত ভাৱধাৰা লংঘন কৰিবলৈ ধৰিলে। কংগ্ৰেছৰ লগত তেওঁ সংঘৰ্ষৰ পথলৈ আগবাঢ়িল। নেচনেল কনফাৰেন্স তেওঁ পুনৰ্জীৱিত কৰিলে। ১৯৭৫ চনৰ জুন মাহত ইন্দিৰা গান্ধীয়ে জাৰি কৰা জৰুৰী অৱস্থাক তেওঁ সমৰ্থন নকৰিলে।

ইতিমধ্যে দিল্লীত চৰকাৰ সলনি হ'ল। ১৯৭৭ চনৰ নিৰ্বাচনত কংগ্ৰেছ দল পৰাজিত হ'ল, জনতা দলৰ চৰকাৰ শাসনত বহিল। আনহাতে শেখ আব্দুল্লাৰ অনুৰোধ ক্ৰমে প্ৰধান মন্ত্ৰী মোৰাৰজী দেশাইৰ জনতা দলৰ চৰকাৰে জম্মু-কাশ্মীৰ বিধান সভা ভংগ কৰি নিৰ্বাচনৰ আদেশ দিলে। ৰাজ্যখনত এইটোৱেই প্ৰথম মুক্ত নিৰ্বাচন বুলি স্বীকৃত। নিৰ্বাচনত বিধান সভাৰ ৭৫খন আসনৰ ভিতৰত নেচনেল কনফাৰেন্সে ৪৬ খন, জনতা দলে ১৩ খন আৰু কংগ্ৰেছ দলে মাত্ৰ ১০খন আসন লাভ কৰিলে। আগৰ নিৰ্বাচনত পাঁচখন আসন লাভ কৰা জামাত-ই-ইছলামীয়ে এইবাৰ লাভ কৰিলে মাত্ৰ এখন আসন।

নিৰ্বাচনৰ আগমুহূৰ্তত শেখ আব্দুল্লাৰ স্বাস্থ্যৰ অৱনতি ঘটে। তেওঁ আক্ৰান্ত হয় হৃদ ৰোগত। সেয়ে নিৰ্বাচনী প্ৰচাৰত তেওঁ অংশগ্ৰহণ কৰিব নোৱাৰাত, তেওঁৰ ভাষণ 'টেপ' কৰি ভোটাৰ ৰাইজক শুনোৱা হৈছিল। নিৰ্বাচনত শেখ আব্দুল্লাই ৰাইজৰ আগত উত্থাপন কৰা মূল বিষয়টো আছিল— কাশ্মীৰত স্বায়ত্ত শাসন পুনৰ প্ৰতিষ্ঠা কৰা অৰ্থাৎ ১৯৫৩ চনৰ আগৰ অৱস্থালৈ উভতি যোৱা— যিটো দাবী তেওঁ বহু যত্ন কৰিও 'কাশ্মীৰ চুক্তি'ৰ জৰিয়তে পূৰণ কৰিব নোৱাৰিলে।

শেখৰ এই দাবীৰ প্ৰতি ৰাইজে কাশ্মীৰ উপত্যকাতহে বিশেষ সঁহাৰি পোৱা হ'ল। কাৰণ, তেওঁৰ দলে নিৰ্বাচনত লাভ কৰা ৪৬ খন আসনৰ ভিতৰত ৪২ খনেই আছিল কাশ্মীৰ উপত্যকাৰ।

## শ্যামা প্ৰসাদ মুখাৰ্জীৰ মৃত্যু

শেখ আব্দুল্লাৰ শাসনত ঘটা এটা বিশেষ ঘটনা হ'ল— জনসংঘৰ দলৰ নেতা ড° শ্যামা প্ৰসাদ মুখাৰ্জীৰ জম্মু আৰু কাশ্মীৰ ৰাজ্যৰ কাৰাগাৰত বন্দী হৈ থকা অৱস্থাতে মৃত্যু ঘটল।

৩৭০ নং অনুচ্ছেদযোগে জম্মু-কাশ্মীৰক বিশেষ মৰ্যাদা দিয়া ব্যৱস্থাক জনসংঘ দলে তীব্ৰ বিৰোধিতা কৰিছিল। ভাৰতীয় গণৰাজ্যৰ ভিতৰত আন এখন গণৰাজ্য (জম্মু আৰু কাশ্মীৰ) কেনেকৈ হ'ব পাৰে বুলি প্ৰশ্ন কৰি মুখাৰ্জীয়ে সতৰ্ক কৰি দিছিল যে ৰাজ্যখনক যি ধৰণে আগুৱাই নিয়া হৈছে, তাৰ ফলত ৰাজ্যখন ছেকৰাবলগীয়া হ'ব পাৰে। ৰাজ্যখন শতকৰা এশ ভাগেই ভাৰতৰ অংগৰাজ্য বুলি সংসদত প্ৰধানমন্ত্ৰী নেহৰুৱে কৰা ঘোষণাৰ পৰিপ্ৰেক্ষিতত ড° মুখাৰ্জীয়ে তেওঁৰ দলৰ সতীৰ্থ কেইজনমানক লৈ বিনা অনুমতিত ৰাজ্যখনত প্ৰৱেশ কৰিবলৈ গ'ল— নেহৰুৰ ঘোষণাৰ সত্যাসত্য প্ৰমাণ কৰিবলৈ। জম্মুত সোমোৱাৰ লগে লগে ৰাজ্যখনৰ নিৰাপত্তা আইনৰ অধীনত তেওঁক গ্ৰেপ্তাৰ কৰা হ'ল। কাৰাবন্দী হৈ থকাৰ সময়তে ১৯৫২ চনৰ ২৩ জুনত ড° মুখাৰ্জীৰ মৃত্যু হ'ল। শ্ৰীনগৰত তেওঁ কাৰাবন্দী হৈ থকাৰ কাল হ'ল ৪৩ দিন। এই ঘটনাই সমগ্ৰ দেশতে তীব্ৰ প্ৰতিক্ৰিয়া কৰিলে।

শেখ আব্দুল্লা এজন ৰাজনৈতিক নেতা আছিল সঁচা, কিন্তু তেওঁ ভাল প্ৰশাসক নাছিল। ফলত, প্ৰশাসনত দুৰ্নীতিয়ে বাহ ল'লে। জীৱনৰ শেষ ছোৱাত তেওঁৰ স্বাস্থ্যৰ অৱনতি ঘটাত দুৰ্নীতি বাঢ়িবলৈ ধৰিলে। আনহাতে তেওঁৰ শাসন পৰিয়ালকেন্দ্ৰিক হৈ পৰিল। ৰাজ্যখনত মৌলবাদে গা কৰি উঠিল। এই ক্ষেত্ৰত অগ্ৰণী ভূমিকা ল'লে জামাত-ই-ইছলামীয়ে। জামাতে নিজৰ শক্তি দিনক দিনে বৃদ্ধি কৰিলে। এই দলে মুছলমান যুৱকৰ বাবে গঢ়ি তুলিলে এটা পৃথক সংগঠন। নাম— 'জামাত-ই-টুলবা'। পৰিস্থিতি এনে পৰ্যায়লৈ গ'ল যে ১৯৭৫ চনত শেখ আব্দুল্লাই জামাতৰ স্কুলবোৰ বন্ধ কৰি দিবলগীয়া হ'ল। তেওঁৰ ভাষাত ক'বলৈ গ'লে, এই স্কুলবোৰ হৈছে— "সাম্প্ৰদায়িক বিষবাষ্প বিয়পাই দিয়াৰ কেন্দ্ৰ।"

# শ্বেখ আব্দুল্লাৰ মৃত্যু, ফাৰুক মুখ্যমন্ত্ৰী

হৃদৰোগত ভালেদিন ভুগি 'শ্বেৰ-ই-কাশ্মীৰ' বুলি খ্যাত শ্বেখ আব্দুল্লাৰ ১৯৮২ চনৰ ৮ ছেপ্টেম্বৰত পৰলোকপ্ৰাপ্তি ঘটাৰ আগতেই তেওঁ তেওঁৰ উত্তৰাধিকাৰী ৰূপে বা.ই গৈছিল তেওঁৰ পুত্ৰ ডাঃ ফাৰুক আব্দুল্লাক। নেচনেল কনফাৰেন্স দলৰ সভাপতিপদত ফাৰুক.ক তেওঁৰ পিতৃয়ে সেই বছৰৰে ২১ আগষ্টত নিজ হাতে বহুৱাইছিল। কেৱল সেয়ে নহয়, বিদে.। মহিলা এগৰাকীক পত্নীৰূপে গ্ৰহণ কৰা আৰু বিলাসী জীৱন ভালপোৱা, ৰাজনীতিত অনভিজ্ঞ ডাঃ ফাৰুকক পিতৃয়ে তেওঁৰ মন্ত্ৰীসভাত কেবিনেট মন্ত্ৰীৰূপে অন্তৰ্ভুক্ত কৰিছিল। উদ্দেশ্য নিশ্চয় আছিল— ফাৰুকে যেন ৰাজনীতিৰ চাৰিচুক ভালদৰে বুজি পায়। কিন্তু দেখা গ'ল যে মুখ্যমন্ত্ৰীৰ দায়িত্বভাৰ গ্ৰহণ কৰাৰ পাছত ফাৰুকে নীতিগতভাৱে ভাল কিন্তু কৌশলগতভাৱে আৰু ৰাজনৈতিকভাৱে অপৈণত পন্থা গ্ৰহণ কৰি নিজৰ বিপদ নিজেই চপাই আনিলে।

শ্বেখ আব্দুল্লাৰ শাসনৰ শেহৰ পিনে প্ৰশাসনত দুৰ্নীতি আৰু অনিয়ম ব্যাপক হোৱাত মুখ্য মন্ত্ৰীৰ দায়িত্বভাৰ লৈয়ে ফাৰুকে প্ৰশাসন নিকা কৰিবলৈ যাওঁতে দুজন বিশিষ্ট ব্যক্তিক তেওঁ অসন্তুষ্ট কৰিবলগীয়া হ'ল। এজন হ'ল তেওঁৰ ভনী-জোঁৱায়েক গোলাম মহম্মদ (গুল) শ্বাহ আৰু আনজন দেৱীদাস ঠাকুৰ। দুয়োজনেই আছিল তেওঁৰ পিতৃৰ মন্ত্ৰীসভাৰ সদস্য।

ফাৰুক পূৰ্বতে, অৰ্থাৎ লণ্ডনত থকা কালত ১৯৭৪ চনত ৰাজনৈতিকভাৱে কৰা এটা ভুলৰ বাবে পৰৱৰ্তী ৰাজনৈতিক জীৱনত তেওঁ ভালেমান মাচুল ভৰিবলগীয়া হ'ল। পাক অধিকৃত কাশ্মীৰৰ 'প্ৰেবিচাইট ফ্ৰণ্টে' সেই ঠাইত ১৯৭৪ চনত এখন অভিবৰ্তন পাতিছিল। ফাৰুকে সেই অভিবৰ্তনত এজন পৰ্যবেক্ষক ৰূপে যোগ দিছিল। জে. কে. এল. এফৰ (জম্মু-কাশ্মীৰ লিবাৰেচন ফ্ৰণ্ট) আমানুল্লা খান আদি নেতাই সেই অভিবৰ্তনত যোগ দিছিল। সেই ভ্ৰমণ প্ৰসংগত তেওঁক কলংকিত কৰাৰ যত্ন কৰা হ'ল।

মুখ্যমন্ত্ৰীৰ দায়িত্বভাৰ লৈয়ে তেওঁ ৰাজনৈতিকভাৱে এটা বিশেষ সমস্যাৰ সন্মুখীন হ'ল। ফাৰুকৰ পিতৃৰ শাসন কালতে বিধানসভাত গৃহীত হোৱা 'ৰিছেটেলমেণ্ট বিল' (Resettlement Bill) খনত স্বাক্ষৰ নকৰি ৰাজ্যপালে বিলখন পুনৰ বিবেচনাৰ বাবে ঘূৰাই পঠালে। বিলখনত থকা ব্যৱস্থাটো আছিল যে ১৯৫৪ চনৰ মে' মাহৰ আগতে যিসকল কাশ্মীৰৰ নাগৰিক আছিল, সেইসকলে বা তেওঁলোকৰ সন্তি-সন্তান পুনৰ কাশ্মীৰলৈ উভতি আহিব পাৰিব এই চৰ্তত যে তেওঁলোকে কাশ্মীৰ আৰু ভাৰত— উভয় সংবিধানৰ প্ৰতি আনুগত্য প্ৰকাশ কৰিব লাগিব। মহাৰাজ হৰি সিঙৰ 'অত্যাচাৰী' শাসনত অতিষ্ঠ হৈ পাক-অধিকৃত কাশ্মীৰলৈ যোৱা কাশ্মীৰীসকল নিজ ঠাইলৈ উভতি অহাৰ বাবে এই ব্যৱস্থা কৰা হৈছিল। এনে ব্যৱস্থাই দিল্লীক চিন্তিত কৰি তোলাৰ কাৰণ হ'ল— এই ব্যৱস্থাই পাকিস্তানী এজেণ্টকে ধৰি পাক-পন্থীসকলক কাশ্মীৰত বসবাস কৰাৰ সুবিধা কৰি দিব আৰু তাৰ ফলত এইসকল কাশ্মীৰ তথা ভাৰতৰ বাবে মূৰৰ কামোৰণি হৈ পৰিব পৰাৰ আশংকা বিদ্যমান। আনহাতে,

এই ব্যৱস্থাই ভাৰত বিভাজনৰ পাছত পাকিস্তানৰ পৰা অহা যিসকল হিন্দু আৰু শিখে পাকিস্তানলৈ ভাগি যোৱা মুছলমানসকলৰ মাটি ভেটী দখল কৰি সংস্থাপিত হৈছিল, সেইসকলক চিন্তাত পেলালে। জম্মু অঞ্চল পুনৰবাৰ মুছলিম সংখ্যাগৰিষ্ঠ অঞ্চল হৈ পৰিব পাৰে বুলিও উগ্ৰ হিন্দুবাদীসকলৰ চিন্তা হ'ল। কিন্তু আটাইতকৈ ডাঙৰ কথা হ'ল— কেন্দ্ৰীয় চৰকাৰৰ মনোভাব। নাগৰিকত্ব বিষয়টোৰ লগত জড়িত সকলোবোৰ কথা কেন্দ্ৰীয় চৰকাৰৰ কৰ্তৃত্বৰ ভিতৰতহে বুলি নতুন দিল্লীয়ে ভাবিলে।

কেন্দ্ৰীয় চৰকাৰ মানোভাব জানিব পাৰিও ফাৰুকে পুনৰবাৰ বিলখন বিধান সভাত গৃহীত কৰালে। কাৰণ, তেওঁৰ পিতৃয়ে বিধান সভাত গৃহীত কৰোৱা বিল এখনৰ ক্ষেত্ৰত আন ব্যৱস্থা তেওঁ ল'ব নোৱাৰে। ইয়াৰ অৰ্থ— কেন্দ্ৰীয় চৰকাৰৰ লগত সংঘৰ্ষৰ পথলৈ আগবঢ়া। কিন্তু ভাগ্য ভাল যে বিলত সন্নিৱিষ্ট বিষয়টো উচ্চতম ন্যায়ালয়লৈ প্ৰেৰণ কৰাত সম্ভাব্য সংঘৰ্ষ এৰাই চলিব পৰা গ'ল।

## ইন্দিৰা-ফাৰুক বিবাদ

ৰাজ্যখনত নিৰ্বাচনৰ দিন ঘোষিত হ'ল। ১৯৮৩ চনৰ ৫ জুন তাৰিখে হ'ব লগা নিৰ্বাচনত কংগ্ৰেছ নেত্ৰী ইন্দিৰা গান্ধীয়ে কংগ্ৰেছ আৰু নেচনেল কনফাৰেন্সৰ মাজত নিৰ্বাচনী মিত্ৰতাৰ পোষকতা কৰিলে। ফাৰুকে জানিছিল যে তেনে কৰিলে নেচনেল কনফাৰেন্সৰ ক্ষতি হ'ব। ইন্দিৰা গান্ধীৰ প্ৰস্তাৱ অগ্ৰাহ্য কৰি ফাৰুকে এই বুলি প্ৰস্তাৱ দিলে যে কেইটামান সমষ্টিত দুৰ্বল প্ৰাৰ্থী তুলিবলৈ তেওঁলোক প্ৰস্তুত যাতে সেইকেইটা সমষ্টিত কংগ্ৰেছ প্ৰাৰ্থী জয়ী হয়। ইন্দিৰা গান্ধীয়ে তেনে প্ৰস্তাৱ অগ্ৰাহ্য কৰিলে। নিৰ্বাচনত কংগ্ৰেছ প্ৰাৰ্থীক জিকাবলৈ সৰ্বাত্মক চেষ্টা কৰি ইন্দিৰা গান্ধীয়ে কমেও দহদিন জম্মু-কাশ্মীৰত ব্যাপক নিৰ্বাচনী অভিযান চলালে। কাশ্মীৰ উপত্যকাত কংগ্ৰেছ প্ৰাৰ্থী জিকাৰ সম্ভাৱনা যে নাই, সেই কথা উপলব্ধি কৰি তেওঁ জম্মু অঞ্চলত বিশেষ জোৰ দিলে। নিৰ্বাচনী অভিযানত কাশ্মীৰ উপত্যকাত ঠায়ে ঠায়ে ইন্দিৰা গান্ধী বিক্ষোভৰ সন্মুখীন হ'ল। অসমত ঘটা ঘটনাৰ পইনা লৈ 'কংগ্ৰেছ দল মুছলিম হত্যাকাৰী' বুলি প্লেকাৰ্ড ইন্দিৰাৰ সভাত প্ৰদৰ্শন কৰা হ'ল। শ্ৰীনগৰৰ এখন নিৰ্বাচনী সভাত কেইজনমান যুৱক উলংগ হৈ ইন্দিৰাৰ বিৰুদ্ধে প্ৰতিবাদ সাব্যস্ত কৰিলে। স্বাভাৱিকতে ইন্দিৰাই ধৰি ল'লে যে এইবোৰ কামৰ মূলতে হ'ল ফাৰুক আব্দুল্লা— আন কোনো নহয়।

নিৰ্বাচনৰ ফল ঘোষণা কৰাত দেখা গ'ল যে ইন্দিৰাৰ কংগ্ৰেছ দলে জম্মু অঞ্চলত সমুদায় ২৪খন আসন লাভ কৰিলেও কাশ্মীৰ উপত্যকাত নেচনেল কনফাৰেন্সৰ আধিপত্য অটুট থাকিল। তেওঁলোকে লাভ কৰিলে ৭৫ জনীয়া বিধানসভাত৪৭খন আসন। বিজেপিয়ে ২৭জন প্ৰাৰ্থী তুলিছিল, কিন্তু এজনো নিজিকিল।

নিৰ্বাচনত কাশ্মীৰ উপত্যকাত লাভ কৰা সাফল্যই ফাৰুকক সন্তোষ দিলেও প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধী ফাৰুকৰ ওপৰত তীব্ৰ খঙাহত হ'ল। মনত পেলাব পাৰি যে ইয়াৰ কাৰণ হ'ল কংগ্ৰেছ আৰু নেচনেল কনফাৰেন্সৰ মাজত নিৰ্বাচনী মিত্ৰতাৰ বাবে দিয়া প্ৰস্তাৱ ফাৰুকে অগ্ৰাহ্য কৰাটো। ফলত, ফাৰুক আৰু তেওঁৰ দলৰ ওপৰত পোটক তোলাৰ বাবে ইন্দিৰাই অপেক্ষা কৰিলে সুযোগ এটিৰ বাবে।

সৰ্বভাৰতীয় পৰ্যায়ত গঠিত কংগ্ৰেছ বিৰোধী মঞ্চত ফাৰুকে যোগ দিলে। আঞ্চলিক স্বায়ত্ত শাসন বিষয়ত বিজয়বাড়াত চৈধ্যটা দল আৰু কেইবাজনো অকংগ্ৰেছী মুখ্যমন্ত্ৰীয়ে যোগদান কৰা সভাত যোগদান কৰা বিশিষ্ট নেতৃবৰ্গৰ মাজত ফাৰুকো আছিল। তাতেই ক্ষান্ত নাথাকি এই মঞ্চৰ পৰৱৰ্তী বৈঠক অক্টোবৰ মাহত ফাৰুকে শ্ৰীনগৰলৈ নিমন্ত্ৰণ জনালে। ফাৰুকৰ এই কামত ইন্দিৰা গান্ধী খঙত উতলি উঠিল। প্ৰধানমন্ত্ৰী গৰাকীয়ে বিচাৰি ফুৰা সুযোগ আনি দিলে— ১৯৮৩ চনৰ ১৩ অক্টোবৰত শ্ৰীনগৰত অনুষ্ঠিত ভাৰত-ৱেষ্ট ইণ্ডিজৰ মাজত অনুষ্ঠিত খেলখনে। এচাম দৰ্শকে ভাৰতীয় দলৰ খেলুৱৈলৈ শিলগুটি দলিওৱাতে ক্ষান্ত নাথাকি তাঁৰৰ বেৰ ভাঙি উইকেট খান্দিবলৈ যত্ন কৰিলে। একাংশ দৰ্শকে জামাত দলৰ সেউজীয়া পতাকা প্ৰদৰ্শন কৰিলে। এই পতাকাক পাকিস্তানী পতাকা বুলি প্ৰচাৰ মাধ্যমৰ একাংশেই প্ৰচাৰ কৰিলে। এনে কাৰ্যই ফাৰুকৰ বিৰুদ্ধে ব্যৱস্থা ল'বলৈ কংগ্ৰেছ দলে কাশ্মীৰত প্ৰয়োজনীয় পৰিৱেশৰ সৃষ্টি কৰিলে। কাশ্মীৰ উপত্যকাত কংগ্ৰেছীসকলে বিক্ষোভ কৰিলে। সেয়াই কেৱল নহয়, ফাৰুকে বিচ্ছিন্নতাবাদী শক্তিক উৎসাহিত কৰা বুলি স্মাৰক পত্ৰ দি তেওঁক বৰ্খাস্ত কৰাৰ বাবে ৰাষ্ট্ৰপতিক যিটো প্ৰতিনিধি দলে সাক্ষাৎ কৰিলে সেই দলত আছিল কেন্দ্ৰৰ দুজন মুছলমান মন্ত্ৰী— গোলাম নবী আজাদ আৰু আৰিফ মহম্মদ খান। ইতিমধ্যে বৃটেইনৰ বাৰ্মিংহামত থকা ভাৰতৰ এজন কনিষ্ঠ কূটনৈতিক বিষয়া ৰবীন্দ্ৰ মাত্ৰে (Matre)ক অপহৰণ কৰি হত্যা কৰাৰ ঘটনাটো ঘটিল। মাত্ৰেক মুক্তি দিয়াৰ বাবে বিকেইটা চৰ্ত ঘোষণা কৰা হৈছিল তাৰে এটা আছিল মৃত্যুদণ্ডেৰে দণ্ডিত মকবুল বটক মুক্তি দিয়া। এই কাম কে এল এ (কাশ্মীৰ লিবাৰেচন আৰ্মি)ই কৰা বুলি প্ৰকাশ পালে— যিটো সংগঠন জে. কে. এল. এফৰ লগত জড়িত। ফাৰুকে পাক-অধিকৃত কাশ্মীৰত জে. কে. এল. এফৰ নেতৃবৰ্গ উপস্থিত থকা অভিবৰ্তনত যোগ দিয়াৰ কথা ওপৰত উল্লেখ কৰি অহা হৈছে। এতিয়া অভিযোগ অনা হ'ল যে ফাৰুকৰ লগত জে. কে. এল. এফৰ সম্পৰ্ক আছে।

## ফাৰুক বৰ্খাস্ত, মুখ্যমন্ত্ৰী জি. এম. শ্বাহ

ফাৰুকে তেওঁৰ ভনী জোঁৱাৰেক গোলাম মহম্মদ শ্বাহক (গুল শ্বাহক) অসন্তুষ্ট কৰাৰ কথা ওপৰত কৈ অহা হৈছে। কৌশলী ইন্দিৰা গান্ধীয়ে গুল শ্বাহক হাত কৰি নেচনেল কনফাৰেন্সৰ দলত বিভাজন ঘটালে। গুল শ্বাহৰ উপদলৰ শক্তি ১৩জন বুলি দাবী কৰা হ'ল। কংগ্ৰেছৰ ২৬জনৰ সমৰ্থন পালে বিধান সভাত এই মিলিত শক্তিয়ে চৰকাৰ গঠন কৰিব পাৰে। ফাৰুক চৰকাৰক বৰ্খাস্ত কৰি নতুন সম্মিলিত চৰকাৰক শাসনৰ গাদীত বহুৱাবলৈ ইন্দিৰা গান্ধীয়ে তেওঁৰ ঘনিষ্ঠ সম্পৰ্কীয় সেই ৰাজ্যৰ ৰাজ্যপালৰ পদত থকা বি. কে. নেহৰুক ক'লে। নেহৰু এই কথাত মান্তি নহ'ল। নেহৰুক তৎক্ষণাৎ বদলি কৰা হ'ল আৰু জম্মু-কাশ্মীৰৰ ৰাজ্যপালৰূপে নিয়োগ কৰা হ'ল ইন্দিৰা গান্ধীৰ বিশ্বস্ত জগমোহনক। ইতিমধ্যে গুল শ্বাহৰ উপদলটো আনুষ্ঠানিকভাৱে নেচনেল কনফাৰেন্সৰ পৰা ওলাই আহিল। ১৯৮৪ চনত ফাৰুকক মুখ্যমন্ত্ৰী পদৰ পৰা বৰ্খাস্ত কৰা হ'ল। গুল শ্বাহে কংগ্ৰেছৰ সমৰ্থনত মুখ্যমন্ত্ৰীৰ গাদী অধিকাৰ কৰিলে।

## আস্থাৰ কবিলত আৰু এটা প্ৰস্তাৱ

নিৰ্মোহভাৱে বিবেচনা কৰিলে ক'ব পাৰি যে ৰাজনৈতিক স্থিতিৰ পূৰণৰ বাবে প্ৰধানমন্ত্ৰী

ইন্দিৰা গান্ধীয়ে ডাঃ ফাৰুকক ক্ষমতাচ্যুত কৰাৰ ঘটনা আছিল— জম্মু আৰু কাশ্মীৰ ৰাজ্যৰ ৰাজনৈতিক ইতিহাসৰ এটা ক্ৰান্তিবিন্দু স্বৰূপ। ৰাজ্যখনৰ বিশিষ্ট ৰাজনীতিক মীৰ কাছিমে তেওঁৰ গ্ৰন্থত[৩৭] উল্লেখ কৰা মতে "ভাৰতীয় গণতন্ত্ৰ আৰু আইনৰ প্ৰতি কাশ্মীৰী মানুহৰ আস্থাৰ কফিনত জগমোহনৰ অবৈধ কামে আৰু এটা গজাল মাৰিলে।" গণতন্ত্ৰ আৰু আইন ব্যৱস্থাৰ প্ৰহসনৰ নাটকখন ৰাজ্যখনত উন্মুক্ত হ'বলৈ তেতিয়াও বাকী আছিল। বিধান সভাৰ মজিয়াত সংখ্যাগৰিষ্ঠতা প্ৰমাণ কৰিবলৈ নতুন মুখ্যমন্ত্ৰী শ্বাহক ৰাজ্যপালে দিলে এমাহ সময়। যথাসময়ত সেই দিনটো আছিল— ১৯৮৪ চনৰ ৩১ জুলাই। শ্বাহ চৰকাৰৰ বিৰুদ্ধে ভোট দিয়াৰ সম্ভাবনা থকা দুজন অকংগ্ৰেছী বিধায়কক বিধান সভাৰ অধিৱেশনত যোগ দিয়াৰ পৰা পুলিচে বিৰত কৰি ৰাখিলে। ইপিনে বিধান সভাত হুলস্থূলীয়া পৰিৱেশৰ সৃষ্টি হ'ল। ফাৰুক চৰকাৰক ক্ষমতাচ্যুত কৰিবলৈ দলত্যাগ কৰা বাৰজন বিধায়কক অধ্যক্ষই 'অৰ্হতাবিহীন' বুলি ঘোষণা কৰাত, তাৰ প্ৰতিবাদত ফাৰুক আৰু তেওঁৰ সমৰ্থকসকলে সদন ত্যাগ কৰিলে। শ্বাহৰ সমৰ্থকসকলে তেতিয়া তেওঁলোকৰ এজনক অধ্যক্ষৰ আসনত বহুৱাই শ্বাহ চৰকাৰৰ ওপৰত আস্থাৰ প্ৰস্তাৱ সুকলমে গৃহীত কৰালে।

## শ্বাহ চৰকাৰ বৰ্খাস্ত, ৰাজ্যপালৰ শাসন

শ্বাহ চৰকাৰ বেছি দিন নিটিকিল। ফাৰুকক ক্ষমতাচ্যুত কৰাৰ বাবে চলোৱা ষড়যন্ত্ৰ সফল হোৱাত আৰু শ্বাহে তেওঁৰ কাম-কাজৰ জৰিয়তে অদক্ষতা প্ৰতীয়মান কৰাত, আনপিনে কংগ্ৰেছে সমৰ্থন প্ৰত্যাহাৰ কৰাত ১৯৮৫ চনৰ ৭ মাৰ্চত শ্বাহ চৰকাৰক বৰ্খাস্ত কৰি ৰাজ্যপাল জগমোহনে ৰাজ্যপালৰ শাসন প্ৰবৰ্তন কৰিলে।

শ্বাহৰ শাসনৰ সময়তে ৰাজ্যখনত উগ্ৰপন্থীয়ে পৰিস্থিতিয়ে আনি দিয়া সুবিধা গ্ৰহণ কৰিলে। অনন্তনাগ অঞ্চলত সাম্প্ৰদায়িক সংঘৰ্ষৰ সৃষ্টি হ'ল। অনন্তনাগত পণ্ডিত সম্প্ৰদায়ৰ কিছু সংখ্যক লোক আছিল। তেওঁলোকৰ ওপৰত আক্ৰমণ, লুটপাত চলিল। অগ্নি সংযোগৰ ঘটনা ঘটিল। তেওঁলোকৰ মন্দিৰ ধ্বংস কৰা হ'ল। পণ্ডিতসকলৰ উদ্ধাৰৰ বাবে কোনো আগবাঢ়ি নাহিল। পুলিচ প্ৰশাসন নিৰ্বিকাৰ হৈ থাকিল। অনন্তনাগৰ প্ৰশাসনৰ ওপৰত চৰকাৰে কোনো ব্যৱস্থা নল'লে।

## জগমোহনৰ ভূমিকা

প্ৰশাসনৰ পূৰ্বৰ অভিজ্ঞতা থকা জগমোহনে ৰাজ্যখনৰ প্ৰশাসন কিছু উন্নত কৰিলেও আন কিছুমান বিশেষ দিশত তেওঁৰ সাম্প্ৰদায়িক পক্ষপাতিত্ব পৰিলক্ষিত হ'ল। বিশিষ্ট সাংবাদিক অজিত ভট্টাচাৰ্যৰ ('কাশ্মীৰ দি ৱাউণ্ডেড ভেলী') উদ্ধৃতি দিবলৈ হ'লে, "তেওঁৰ হস্তক্ষেপৰ ফলস্বৰূপে চাকৰিত মুছলিমৰ নিযুক্তি আৰু শিক্ষানুষ্ঠানবোৰত তেওঁলোকৰ নামভৰ্তি ক্ষিপ্ৰভাৱে নিম্নগামী হোৱা পৰিলক্ষিত হ'ল। ৰাজভৱন, ৰাজ্যপালৰ কাৰ্যালয় আৰু ৰাজভৱনত

---

৩৭। 'মাই লাইফ এণ্ড টাইমছ'

মুছলিম লোক প্ৰায় নোহোৱাৰ দৰে হ'ল। তাৰ পাছত মহাৰজাৰ যুগলৈ উভতি গৈ তেওঁ হিন্দুৰ আবেগৰ প্ৰতি সন্মান জনাই জন্মাষ্টমীৰ দিনা ভেৰা কটাটো নিষিদ্ধ কৰিলে— যদিওবা ভাৰতৰ আন ঠাইত এনে নিষেধাজ্ঞা নাছিল। অন্তঃপ্ৰবাহিত সাম্প্ৰদায়িক মনৰ ই এক দেখ দেখ প্ৰমাণ বুলি উপত্যকাটোৰ বাহিৰে এই ঘটনাৰ প্ৰতি দৃষ্টি পেলালে।"

ৰাজনৈতিক প্ৰতিক্ৰিয়াৰ গতি ত্বৰাম্বিত হ'ল। অনন্তনাগৰ এজন উগ্ৰ ডেকা ধৰ্ম প্ৰচাৰকে ঘোষণা কৰিলে যে ধৰ্মীয় উদ্দেশ্যত আইন ব্যৱহাৰ কৰা অনুচিত। তেওঁ বৃহৎ সমাবেশ এটাৰ আয়োজন কৰি সকলোৰে দেখাকৈ ভেৰা এটা হালাল কৰিলে। তেওঁক গ্ৰেপ্তাৰ কৰা হ'ল, কিন্তু যথেষ্ট অনুগামীসহ তেওঁ তৎক্ষণাৎ বিখ্যাত হৈ পৰিল।

ৰাজ্যপাল জগমোহনৰ কাম-কাজে ৰাজ্যখনত সাম্প্ৰদায়িক মনোভাবে কিদৰে উচটনি দিলে, এয়া হ'ল তাৰ জ্বলন্ত প্ৰমাণ। আনহাতে গুল শ্বাহ ক্ষমতাচ্যুত হৈ অতি সাম্প্ৰদায়িকতাবাদী হোৱাই নহয়, তেওঁ হৈ পৰিল পাকিস্তানী সমৰ্থক। ৰাজ্যখনৰ মুছলিম সাম্প্ৰদায়িকতাবাদী সংগঠনবোৰ এখন মঞ্চত মিলিত হৈ 'মুছলিম ইউনাইটেড ফ্ৰণ্ট' নামৰ এটা সংগঠন গঢ়ি তুলি ইটো সিটো অজুহাতত হৰতালৰ আহ্বান দিবলৈ ধৰিলে। মুঠৰ ওপৰত, কাশ্মীৰত মুছলিম সাম্প্ৰদায়িকতাবাদ শক্তিশালী হ'বলৈ ধৰিলে আৰু ই ৰাজ্যখনক অনিশ্চিত ভৱিষ্যতলৈ আগুৱাই নিলে। নক'লেও হ'ব যে তেতিয়া নেচনেল কনফাৰেন্স দল বিভাজিত হোৱাই নহয়,— দলটো ক্ষমতাৰ বাহিৰত থকাত এই দলে প্ৰকৃতাৰ্থত নীৰৱ দৰ্শক হৈহে থাকিব লগা হ'ল।

## ফাৰুক-ৰাজীৱৰ মিত্ৰতা

১৯৮৪ চনৰ ৩১ অক্টোবৰত প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধী আততায়ীৰ হাতত নিহত হোৱাৰ পাছত ৰাজীৱ গান্ধী প্ৰধানমন্ত্ৰীৰ পদত অধিষ্ঠিত হ'ল। ৰাজীৱ আৰু ফাৰুকৰ মাজত বন্ধুত্ব আছিল— তাতে দুয়ো আছিল প্ৰায় একে বয়সৰ। এই বন্ধুত্বৰ সুবিধা লৈ ৰাজীৱে নেচনেল কনফাৰেন্স দলৰ লগত কংগ্ৰেছ দলৰ মিত্ৰতা স্থাপন কৰিলে। এই কাম কৰি ফাৰুকে ৰাজনৈতিকভাৱে আৰু এটা গুৰুতৰ ভুল কৰিলে। অৱশ্যে, ফাৰুকৰ যুক্তি হ'ল।[৩৮] "কাশ্মীৰৰ দৰে এখন ৰাজ্যত যদিহে মই দলিমত্ৰতা আৰু ৰোগৰ বিৰুদ্ধে যুঁজ দিয়া কাৰ্যসূচীবোৰ ৰূপায়ণ কৰিব খোজো এটা চৰকাৰ চলাব খোজো, তেতিয়া হ'লে মই কেন্দ্ৰীয় চৰকাৰৰ সৌপিনে থাকিব লাগিব। ৰাজনৈতিক বাস্তৱতা মই গ্ৰহণ কৰিছো।"

নেচনেল কনফাৰেন্সৰ বিভাজন ঘটাই যি দলৰ চৰকাৰে ফাৰুকৰ চৰকাৰক বৰ্খাস্ত কৰিছিল, সেই কংগ্ৰেছ দলকে ফাৰুকে মিত্ৰ দল বুলি আকোঁৱালি ল'লে। ১৯৮৬ চনৰ ৭ নৱেম্বৰত ফাৰুকৰ নেতৃত্বত ৰাজ্যখনত দুয়ো দলৰ ভৱৰৰ পৰা বুজি দিয়া হ'ল যে ইয়াৰ ফলত ৰাজ্যখনে এতিয়া কেন্দ্ৰৰ পৰা অধিক পুঁজি পোৱাৰ পথ সুচল হ'ব। ফাৰুকে ঘোষণা কৰিলে যে প্ৰধান মন্ত্ৰী ৰাজীৱে ৰাজ্যখনলৈ এশহেজাৰ কোটি টকাৰ এক বিশেষ সাহায্য দিয়াৰ প্ৰতিশ্ৰুতি দিছে। এই ধন কিন্তু ৰাজ্যখনে কেতিয়াও নাপালে।

এই মিত্ৰতা আৰু যি যুক্তিত এই মিত্ৰতাৰ যুক্তিযুক্ততা প্ৰতিপন্ন কৰিবলৈ বিচৰা হ'ল,

৩৮। 'ইণ্ডিয়া টুডে'— ১৯৮৬ চনৰ ৩০ মৰ্চৰ সংখ্যা

ৰাজ্যখনত তাৰ তীব্ৰ প্ৰতিক্ৰিয়া হ'ল। ৰাজীৱ আৰু ফাৰুকৰ মাজত হোৱা চুক্তিৰ প্ৰতিবাদত কাশ্মীৰত কিছুমানে সংগঠনে বিক্ষোভ প্ৰদৰ্শন কৰিলে। বিশিষ্ট ৰাজনীতিক সাংবাদিক বলৰাজ পুৰীৰ মতে ('কাশ্মীৰ টুৱাৰ্ডছ ইমাৰজেন্সী') "এই মিত্ৰতাৰ ফলত ৰাজ্যখনলৈ বিপুল পৰিমাণৰ ধন আহিব বুলি দিয়া যুক্তিয়ে এই কথাকে বুজাইছে যে ক্ষুদ্ৰ ৰাজনৈতিক বিচাৰ-বিবেচনাতহে কেন্দ্ৰীয় সাহায্য দিয়া হয়। এয়া এনেকুৱা যে সাহায্য দিয়াৰ প্ৰতিশ্ৰুতি দি কোনো ৰাজ্যৰ ৰাজনৈতিক ক্ষমতাৰ অংশ কিনাৰ অধিকাৰ কেন্দ্ৰত থকা দলটোৰ আছে। মান-সন্মান থকা কাশ্মীৰৰ বাহিৰে তেওঁলোকৰ আনুগত্য কিনাৰ বাবে পূৰ্বৰ চৰকাৰবোৰে চলোৱা চেষ্টা বাৰম্বাৰ অগ্ৰাহ্য কৰিছিল। তেওঁলোকৰ প্ৰতিক্ৰিয়া এইবাৰো বেলেগ নহ'ল।"

ডাঃ ফাৰুক আব্দুল্লা আৰু ৰাজীৱ গান্ধীৰ মাজত বুজাবুজি হোৱাৰ আন এটা কাৰণ থকা বুলি কোনো কোনোৱে ক'ব খোজে। সেয়া হৈছে—ৰাজ্যখনত মূৰ দাঙি উঠা মৌলবাদী শক্তিবোৰক বাধা দিয়াৰ প্ৰয়াস। কাৰণ, ১৯৮৬ চনৰ আৰম্ভৰে পৰা ৰাজ্যখনত বিশেষকৈ কাশ্মীৰ উপত্যাকত ভালেমান মুছলিম সংগঠন গঢ়ি উঠিল। তাৰ ভিতৰত উল্লেখযোগ্য হ'ল— 'উম্মাত-ই-ইছলামি', 'টাহাফুজ-উল ইছলাম', মুছলিম এমপ্লয়িজ ফ্ৰন্ট', 'ইছলামিক-ষ্টুডেণ্টছ লীগ' আদি। এই আটাইবোৰ হ'ল ওপৰত উল্লেখ কৰা 'মুছলিম ইউনাইটেড ফ্ৰন্টৰ অন্তৰ্ভুক্ত সংগঠন।

## উগ্ৰবাদৰ প্ৰসাৰ

ৰাজ্যখনত ক্ৰমশঃ উগ্ৰবাদৰ প্ৰসাৰ হ'বলৈ ধৰিলে। পৰিস্থিতি চম্ভালাত ফাৰুক ব্যৰ্থ হ'ল। আনপিনে নিৰ্বাচনৰ তাৰিখ ঘোষণা কৰা হ'ল— ১৯৮৭ চনৰ ২৩ মাৰ্চ। নেচনেল কনফাৰেন্সৰ ধৰ্ম নিৰপেক্ষ নীতিক প্ৰত্যাহ্বান জনোৱা সাম্প্ৰদায়িকতাবাদী আৰু পাক-সমৰ্থিত সংগঠনবোৰৰ উমৈহতীয়া মঞ্চ 'মুছলিম ইউনাইটেড ফ্ৰন্ট'ৰ ভালেমান নেতা আৰু নিৰ্বাচনী এজেণ্টক নিৰ্বাচনৰ আগে আগে গ্ৰেপ্তাৰ কৰা হ'ল। অধ্যাপক আৰু লেখক হৰি জয় সিঙৰ মতে ('কাশ্মীৰ-এ-টেল অৱ ছেম') নিৰ্বাচনত 'কংগ্ৰেছ আৰু নেচনেল কনফাৰেন্সে ব্যাপক ৰিগিং কৰিলে। তেওঁলোকৰ বিৰুদ্ধে আছিল মৌলানা আব্বাছ আনছাৰীৰ নেতৃত্বাধীন মুছলিম ইউনাইটেড ফ্ৰন্ট (এম-ইউ-এফ)ৰ সমূহীয়া শক্তি— যাক সমৰ্থন কৰিছিল জামাত আৰু তেওঁলোকৰ সামৰিক শাখাই। ৭৫খন আসনৰ ভিতৰত নেচনেল কনফাৰেন্সে ৪০খন, কংগ্ৰেছে ২৫খন, এম-ইউ-এফে ৪খন আৰু বিজেপিয়ে (ভাৰতীয়ে জনতা পাৰ্টী) দুখন আৰু নিৰ্দলীয়ই চাৰিখন আসন লাভ কৰিলে।"

এই নিৰ্বাচন হ'ল ৰাজ্যখনৰ ৰাজনীতিৰ বাবে আন এক উল্লেখযোগ্য ক্ৰান্তি বিন্দু স্বৰূপ। প্ৰথম, ৰাজ্যখনত কংগ্ৰেছ আৰু নেচনেল কনফাৰেন্সে একেখন মঞ্চত প্ৰথমবাৰৰ বাবে মিলিত হৈ নিৰ্বাচনত নামিল— যিটো ইয়াৰ আগতে কেতিয়াও হোৱা নাছিল। তথাপিও নেচনেল কনফাৰেন্সে ইয়াৰ আগৰ নিৰ্বাচনত (১৯৮৩ চন) অকলে লাভ কৰা ৪৬খন আসনৰ কাষ চাপিব নোৱাৰিলে। ফাৰুকৰ নেতৃত্বাধীন দলৰ জনপ্ৰিয়তা হ্ৰাস পোৱাৰ ই স্পষ্ট ইংগিত। দ্বিতীয়, সাম্প্ৰদায়িক দল এম-ইউ-এফ আৰু বিজেপিয়ে প্ৰথম বাৰৰ বাবে নিৰ্বাচনত জয়লাভ কৰিলে— যিটো ৰাজ্যখনৰ ৰাজনীতিৰ বাবে অতিশয় গুৰুত্বপূৰ্ণ ইংগিত। তৃতীয়, নিৰ্বাচনত

ব্যাপক ৰিগিং কৰাৰ অভিযোগ প্ৰথমবাৰৰ বাবে ৰাজহুৱাভাৱে উত্থাপিত হ'ল। এম-ইউ-এফ দলে ৰাজহুৱাভাৱে এই অভিযোগ আনিলে যে ৰিগিঙৰ বাবেই তেওঁলোকে অধিক আসন পাব নোৱাৰিলে। এই দলে নিৰ্বাচনত ৩০ শতাংশ ভোট পাইছিল। ফলত, নিৰ্বাচন প্ৰক্ৰিয়াই বিশ্বাসযোগ্যতা হেৰুৱাই পেলালে। তাহানিৰ মহাৰজাৰ শাসন বা জনজাতীয় লোকে কাশ্মীৰত কৰা আক্ৰমণৰ বিষয়ে নজনা নেদেখা ৰাজ্যখনত যিবোৰ নতুন পুৰুষে প্ৰথমবাৰৰ বাবে ভোটদান কৰাৰ সুবিধা পালে, তেওঁলোকে পৰিস্থিতি দেখি হতাশ হ'ল। এওঁলোকৰ লগ লাগিল জামাত-ই-ইছলামীৰ মৌলবাদী সকল। ইয়াৰ ফলত পৰিস্থিতি কোন ফালে ঢাল খালে? সাংবাদিক অজিত ভট্টাচাৰ্যৰ উদ্ধৃতি দিবলৈ হ'লে,[৩১] "উভয় গোটে এই ধ্বনিৰ প্ৰতি সঁহাৰি জনালে যে বেলট যদি ফলপ্ৰসূ নহয়, তেতিয়া হ'লে বুলেটৰ বাহিৰে বিকল্প নাই। আৰু সেয়ে, দুৰ্নীতিগ্ৰস্ত, অস্থিৰ, তথাকথিত গণতান্ত্ৰিক চৰকাৰতকৈ এক শৃংখলিত ইছলামিক ৰাষ্ট্ৰ এখন বেছি ভাল।"... ১৯৮৪ চনৰ জুন মাহত অমৃতসৰৰ স্বৰ্ণ মন্দিৰত সশস্ত্ৰ উগ্ৰপন্থীৰ বিৰুদ্ধে শোকাবহ সামৰিক অভিযানৰ পাছত চুবুৰীয়া পঞ্জাবত ব্যাপক উগ্ৰপন্থীৰ কাম-কাজত উপত্যকাটোৰ অসন্তুষ্ট যুৱকসকলৰ বাবে এটা বাৰ্তা নিহিত আছিল। সেই উগ্ৰপন্থীৰ কাম-কাজবোৰ নতুন দিল্লীৰ পৰা মুক্ত হোৱাৰ আন এক আন্দোলন বুলি দৃষ্টি পেলোৱা হ'ল।"

## ৰাইজ আঁতৰি যাবলৈ ধৰিলে

আন পিনৰ পৰা ক'ব লাগিলে, কাশ্মীৰ উপত্যকাৰ ৰাইজ ৰাজ্যখনৰ চৰকাৰী কাশ্মীৰী নেতৃত্বৰ পৰা ক্ৰমশঃ আঁতৰি যাবলৈ ধৰিলে। জম্মু আৰু লাডাখ অঞ্চলৰ ৰাইজৰ ক্ষেত্ৰতো বিভিন্ন কাৰণত একে পৰিস্থিতিয়ে দেখা দিলে। নিৰ্বাচনৰ আগতে এই বুলি প্ৰতিশ্ৰুতি দিয়া হৈছিল যে বিশিষ্ট ৰাজনীতিক বলৰাজ পুৰীক কাৰ্যকৰী সভাপতিৰূপে লৈ (সভাপতি মুখ্যমন্ত্ৰী আব্দুল্লা) জম্মু আৰু লাডাখক আঞ্চলিক স্বতন্ত্ৰতা প্ৰদান কৰাৰ বাবে এটা আয়োগ গঠন কৰা হ'ব। এই কাম কৰা নহ'ল। নতুন সংযুক্ত মন্ত্ৰীসভাত লাডাখৰ কোনো প্ৰতিনিধি লোৱা নহ'ল। লাডাখীসকলক অনুসূচীত জাতিৰ মৰ্যাদা দিয়া হ'ব বুলি ১৯৮০ চনতে প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে দিয়া প্ৰতিশ্ৰুতিও পালন কৰা নহ'ল।

জম্মুৰ ৰাইজ ক্ষুণ্ণ হোৱা কাম এটা ফাৰুকে কৰিলে। ৰাজ্যখনৰ শীতকালীন ৰাজধানী হ'ল জম্মু। ১৯৮৭ চনত জম্মুলৈ শীতকালত স্থানান্তৰ কৰিবলগীয়া চৰকাৰী কাৰ্যালয়ৰ সংখ্যা হ্ৰাস কৰি দীৰ্ঘদিনীয়া পৰম্পৰা এটাৰ ক্ষতি কৰি, জম্মুৰ মৰ্যাদা হ্ৰাস কৰিবলৈ চলোৱা চেষ্টাৰ প্ৰতিবাদত জম্মুত ব্যাপক বিক্ষোভ হ'ল। পৰিস্থিতি এনে পৰ্যায়লৈ গ'ল যে অৱশেষত ফাৰুকে তেওঁৰ সিদ্ধান্ত সলনি কৰিবলৈ বাধ্য হ'ল।

---

৩১। 'কাশ্মীৰ দ্য ৱুণ্ডেদ ভেলী'

# অশান্তি ব্যাপক হ'ল

১৯৮৮ চনটো জম্মু আৰু কাশ্মীৰৰ বাবে অতি গুৰুত্বপূৰ্ণ বছৰ। কাৰণ, এই বছৰৰে পৰা ৰাজ্যখনৰ উগ্ৰপন্থীৰ কাম-কাজে ব্যাপক আৰু জটিল ৰূপ ধাৰণ কৰে। ভালেদিনৰ পৰা ৰাজ্যখনত বিভিন্ন কাৰণত উমি উমি জ্বলি থকা অসন্তুষ্টিৰ জুইকুৰা ইটো-সিটো অজুহাতত ব্যাপক ৰূপত জ্বলি উঠে। বলৰাজ পুৰীৰ মতে,[৪০] "অশান্তিৰ এই নতুন পৰ্যায় কিছু দিনৰ বাবে আছিল নেতৃত্ববিহীন। অৱশ্যে ক্ৰমশঃ পৰিস্থিতিৰ দায়িত্ব লোৱাৰ কাম আৰম্ভ কৰিলে নতুন পুৰুষৰ নতুন নেতৃত্বই।"

বিদ্যুতৰ যোগান অতি ত্ৰুটীপূৰ্ণ হোৱা সত্বে বিদ্যুতৰ নিৰিখ হঠাতে আৰু যথেষ্ট পৰিমাণে চৰকাৰে বৃদ্ধি কৰাৰ প্ৰতিবাদত ১৯৮৮ চনৰ ৩০ জুনত শ্ৰীনগৰত বিক্ষোভ হ'ল। পুলিচৰ গুলীচালনাত তিনিজন নিহত হোৱাৰ ঘটনাই পৰিস্থিতিৰ অৱনতি ঘটালে। বিক্ষোভৰ পঞ্চম দিনা কাশ্মীৰ উপত্যকাত বন্ধৰ আহ্বান জনোৱা হ'ল। আন্দোলনে ক্ৰমশঃ হিংস্ৰ ৰূপ ল'লে।

## সন্ত্ৰাসবাদী কাৰ্য আৰম্ভ

সন্ত্ৰাসবাদী চৰিত্ৰৰ প্ৰথম ঘটনাটো ঘটিল ১৯৮৮ চনৰ জুলাই মাহত। শ্ৰীনগৰৰ কেন্দ্ৰীয় তাঁৰ ঘৰ আৰু দূৰদৰ্শন কেন্দ্ৰক লক্ষ্য ৰূপে লৈ দুটা শক্তিশালী বোমা বিস্ফোৰণ হ'ল। অৱশ্যে বাবেহে লক্ষ্য পূৰণ নহ'ল। লাহে লাহে বিক্ষোভ আৰু অশান্তিয়ে চৰকাৰী বিৰোধীৰ ঠাইত ভাৰত-বিৰোধীৰ ৰূপ পৰিগ্ৰহণ কৰিলে। ১৪ আগষ্টত পাকিস্তানৰ স্বাধীনতা দিৱসৰ দিনা কাশ্মীৰত 'বন্ধ' পালন কৰা হ'ল। তাৰ পাছ দিনা আছিল ভাৰতৰ স্বাধীনতা দিৱস। সেইদিনা ক'লা পতাকা উত্তোলন কৰা হ'ল পুলিচ আৰু বিক্ষোভকাৰীৰ মাজত ব্যাপক সংঘৰ্ষ লাগিল। পৰিস্থিতি শাম কাটিবলৈ কেইবাদিনো সময় লাগিল। পাকিস্তানৰ ৰাষ্ট্ৰপতি জিয়া-উল-হক বিমান দুৰ্ঘটনাত নিহত হোৱাৰ দিনা কাশ্মীৰত এক শোক বিক্ষোভ পালন কৰা হ'ল। সেই দিনা ঠাই বিশেষে সান্ধ্য আইন জাৰি কৰা হ'ল। পুলিচৰ গুলী চালনাত পাঁচজন নিহত হ'ল। চুন্নী আৰু ছিয়া সকলৰ মাজত সংঘৰ্ষ লাগিল।

১৯৮৮ চন বছৰটোৰ আৰম্ভণিৰে পৰা নিয়ন্ত্ৰণ ৰেখাৰ সিপাৰৰ পৰা গুলী চালনাৰ ঘটনা বৃদ্ধি পালে আৰু পৰিস্থিতি নিয়ন্ত্ৰণৰ বাবে সীমান্তৰ আটাইকেইখন জিলাতে নিশাৰ ভাগত সান্ধ্য আইন জাৰি কৰিব লগা হ'ল। পাকিস্তানৰ বাৰ-বাৰকৈ উজাৰ এটাত বিস্ফোৰণ ঘটাত কিসকল মানুহ মৰিল, তেওঁলোকৰ স্মৃতিত শ্ৰীনগৰত স্মৃতি তৰ্পণৰ ব্যৱস্থা কৰোঁতে বিক্ষোভ প্ৰদৰ্শন কৰা হ'ল। তাক নিয়ন্ত্ৰণ কৰোঁতে পুলিচৰ গুলীত দুজন নিহত হ'ল। লগত

---

৪০। 'কাশ্মীৰ টুৱাৰ্ডছ ইনচাৰ্জেন্সী'

কৰিবলগীয়া কথা যে পাকিস্তানত হোৱা কোনো দুৰ্যোগমূলক ঘটনাৰ প্ৰতি সমবেদনা প্ৰকাশ কৰাটো কাশ্মীৰৰ এচাম ৰাইজৰ বাবে এক নীতি যেন হৈ পৰিল।

এই পৰিস্থিতিত ৰাজ্যখনত বহুবোৰ সন্ত্ৰাসবাদী সংগঠনে জন্ম লাভ কৰিলে আৰু কৰালে। প্ৰায় প্ৰতিটো সংগঠনকে পাকিস্থানে অস্ত্ৰ-শস্ত্ৰ আৰু ধন দি সহায় কৰিলে। পাকিস্তানৰ বাবে এয়া আছিল ভাৰতক এশিকনি দিবলৈ এক সুবৰ্ণ সুযোগ। ১৯৪৭ চনত কাশ্মীৰ নিজৰ হাতৰ পৰা আঁতৰি যোৱা, ১৯৬৫ চনৰ যুদ্ধত পাকিস্তানৰ হাতত পৰাজিত হোৱা আৰু ভাৰতৰ সক্ৰিয় সমৰ্থন আৰু সহযোগত ১৯৭১ চনত বাংলাদেশ স্বাধীন হোৱা আদি কাৰ্যৰ পোতক তোলাৰ বাবে সময় আৰু পৰিস্থিতিয়ে আনি দিয়া সকলোবোৰ সুবিধা পাকিস্তানে গ্ৰহণ কৰিলে। অৱশ্যে আটাইবোৰ সন্ত্ৰাসবাদী সংগঠনৰ উদ্দেশ্য একে নাছিল। এই সংগঠনবোৰক দুটা প্ৰধান ভাগত ভগাব পাৰি। এবিধে, জম্মু-কাশ্মীৰৰ স্বাধীনতা বিচাৰিছিল। আনবিধে পাকিস্তানৰ লগত ৰাজ্যখনৰ চামিলকৰণ বিচাৰিছিল। ৰাজ্যখনৰ উগ্ৰপন্থীৰ পুৰণি সংগঠনটো হ'ল জে. কে. এল. এফ। নিয়ন্ত্ৰণ ৰেখাৰ সিপাৰৰ পৰা নিয়ন্ত্ৰিত এই সংগঠনটোৰ নেতা আছিল মকবুল বট আৰু আমানুল্লা খান। (আমানুল্লা খানৰ অধিক তথ্যৰ বিষয়ে 'আজাদ কাশ্মীৰ আৰু নদাৰ্ণ এৰিয়া' অধ্যায় পঢ়ক) পাকিস্তানৰ পৰা সকলো প্ৰকাৰে সহায় পালেও এই সংগঠনটোৱে কাশ্মীৰ পাকিস্তানৰ লগত চামিল হোৱাৰ সপক্ষে নাছিল। বিচাৰিছিল-কাশ্মীৰৰ স্বাধীনতা। প্ৰকৃততে শেখ আব্দুল্লাৰ শাসনৰ সময়তেই ৰাজ্যখনত এই সংগঠনে গঢ় লৈ উঠে। কিন্তু আব্দুল্লাৰ ব্যক্তিত্ব, জনপ্ৰিয়তা আৰু কৌশলৰ বাবে সেই সংগঠনবোৰে মূৰ দাঙি উঠিব পৰা নাছিল। অনভিজ্ঞ, অকৌশলী ডাঃ ফাৰুক নেতৃত্বলৈ অহাৰ পাছৰ পৰাই পৰিস্থিতি সলনি হ'বলৈ আৰম্ভ কৰিলে।

## পৰ্দা ব্যৱস্থা পালনৰ আহ্বান

হৰি জয় সিঙৰ উদ্ধৃতি দিবলৈ হ'লে ('কাশ্মীৰ এ টেল অব ছেম') 'উগ্ৰপন্থীসকৰ ভাবুকি আৰম্ভ হ'ল— পৰ্দা ব্যৱস্থা পালন কৰিবলৈ আৰু চিনেমা হ'ললৈ নাযাবলৈ মহিলাসকললৈ জনোৱা আহ্বানেৰে। হিন্দু মহিলাসকলক চিনাক্ত কৰাৰ বাবে ফোট ল'বলৈ কোৱা হ'ল। কাশ্মীৰৰ গাঁৱৰ মহিলাসকলে পৰ্দা নলয়েই— নগৰত এই ব্যৱস্থা প্ৰায় এৰি দিছে। এনে প্ৰথাৰ ক্ষেত্ৰত আজিও অৱশ্যে উগ্ৰপন্থীসকলৰ মাজত একমত হ'ব পৰা নাই। উদাহৰণস্বৰূপে, দুখতৰন-ই-মিলাট নামৰ মহিলাৰ এটা মৌলবাদী সংগঠনে মহিলাৰ বাবে বিস্তৃত আচৰণ বিধি এখন উলিয়ালে। কিন্তু আন উগ্ৰপন্থী সংগঠনবোৰে তাৰ বিৰোধিতা কৰিলে।

প্ৰায় ছমাহ দিন ধৰি কাশ্মীৰীসকলে বুজিব নোৱাৰিলে— ভেওঁলোকৰ তাক কি চলি আছে। অৱশ্যে ভাৰতীয় নেতৃবৰ্গকো তাঁহঁতে কথাবোৰ জনোৱা হোৱা নাছিল। তিনিজন প্ৰধানমন্ত্ৰীৰ আটাইকেইজন— ৰাজীৱ গান্ধী, ভি. পি. সিং আৰু চন্দ্ৰশেখৰে ৰাজ্যখনৰ বাস্তৱ পৰিস্থিতি জনা নাছিল। এহাতে ৰাজীৱ গান্ধীয়ে জিয়া-উল-হকৰ সৈতে ক্ৰিকেটৰ কথা লৈ পত্ৰ কৰিছিল, আনফালে চন্দ্ৰশেখৰে অপহৃত কাশ্মীৰীৰ মুক্তিৰ বাবে পাকিস্তানৰ মন্ত্ৰহুতৰ বাবে যোগাযোগ কৰিছিল। ইতিমধ্যে ডাঃ ফাৰুক আব্দুল্লাই কেন্দ্ৰীয় চৰকাৰক এই বুলি অবাস্তৱ কথা জনাবলৈ ধৰিলে যে বিদ্ৰোহী সংগঠনবোৰত মাত্ৰ কেইশমানহে বিপথেচালিত যুৱক আছে।

কাশ্মীৰী পুলিচ আৰু অৰ্ধ সামৰিক বাহিনীয়ে কাশ্মীৰ আৰু কেন্দ্ৰীয় চৰকাৰ উভয়কে সতৰ্ক কৰি দিছিল যে অতিৰিক্ত বাহিনীৰ অবিহনে উগ্ৰপন্থীৰ অনুপ্ৰৱেশ বন্ধ কৰাটো জটিল হ'ব আৰু এবাৰ সীমান্ত অতিক্ৰম কৰি সীমান্তৰ গাঁৱত সোমালে তেওঁলোকক চিনাক্ত কৰাটো অসম্ভৱ কথা হ'ব। কিন্তু ইয়াৰ প্ৰতি সঁহাৰি পোৱা নগ'ল। পোৱাহেঁতেন পাকিস্তানৰ দুষ্কাৰ্য কলিতে মোহাৰি পেলাব পৰা হ'লহেঁতেন।"

## অন্তৰালত পাকিস্তান

ভাৰতৰ বিৰুদ্ধে পাকিস্তানৰ 'অঘোষিত যুদ্ধ' যাক ইংৰাজীত 'প্ৰক্সি ৱাৰ' বুলি কোৱা হয়, সেইখন আচলতে গোপনে কেতিয়াবাই আৰম্ভ হৈছিল। পাকিস্তানত প্ৰশিক্ষণ লোৱা যুৱকৰ প্ৰথম দলটো গ্ৰেপ্তাৰ হৈছিল ১৯৮৬ চনৰ ছেপ্টেম্বৰ মাহত। সেই মাহতে এ. ধৰ বোলা পাকিস্তানত প্ৰশিক্ষণপ্ৰাপ্ত প্ৰথমজন উগ্ৰপন্থী সংঘৰ্ষত নিহত হৈছিল। পাকিস্তান-পন্থী "জম্মু আৰু কাশ্মীৰ মুছলিম কনফাৰেন্স' গঠন হয় ১৯৮৯ চনৰ ১৬ জানুৱাৰীত। ৰাজীৱ-ফাৰুক চুক্তিৰ ভিত্তিত ফাৰুকে পুনৰবাৰ ক্ষমতাত বহাৰ পাছত শুভেচ্ছাৰ চিন স্বৰূপে কূটাঘাত মূলক কামত জড়িত থকাৰ অভিযোগত বন্দী হৈ থকা ৭০জনৰো অধিক লোকক মুকলি কৰি দিয়াৰ পাছ দিনাই শ্ৰীনগৰত তিনিজন চি. আৰ. পিক হত্যা কৰা হ'ল। জনা যায় যে কাশ্মীৰত উগ্ৰপন্থীয়ে সংগঠিতভাৱে আক্ৰমণ কৰাৰ এইটো প্ৰথম ঘটনা। আনহাতে উগ্ৰপন্থীৰ দ্বাৰা ৰাজনৈতিক হত্যাৰ প্ৰথম ঘটনাটো হ'ল ফাৰুকপন্থী নেচনেল কনফাৰেন্স দলৰ এজন ব্লক প্ৰেছিডেণ্টক হত্যা কৰা ঘটনা। কেন্দ্ৰীয় গৃহমন্ত্ৰী মুফটি মহম্মদ চৈয়দৰ জীয়ৰী ৰুবিয়া চৈয়দক ৮ ডিচেম্বৰত (১৯৮৯) অপহৰণ কৰি জে. কে. এল এফে পণবন্দী কৰি ৰাখে। পাঁচজন উগ্ৰপন্থীক মুক্তি দিয়াৰ বিনিময়ত ৰুবিয়াই মুক্তি লাভ কৰে। পাকিস্তানৰ সমৰ্থনপুষ্ট সন্ত্ৰাসবাদী তথা উগ্ৰপন্থী সংগঠনবোৰৰ কাম-কাজ পূৰ্ণোদ্যমে অব্যাহত থাকিল।

মকবুল বটৰ বিষয়ে কিছু বহলকৈ আলোচনা কৰা প্ৰয়োজন। ৰাজ্যখনৰ পুৰণি উগ্ৰপন্থী হ'ল জে. কে. এল. এফ (জম্মু-কাশ্মীৰ লিবাৰেশ্যন ফ্ৰণ্ট)। ৬০ৰ দশকতে জন্ম লাভ কৰা এই সংগঠনৰ ঘাই উদ্দেশ্য হ'ল— কাশ্মীৰক স্বাধীন কৰা। মকবুল বট, ফাৰুক হাইদৰ নামৰ এজন চিকিৎসক আৰু আমানুল্লা খান এই তিনিওজনে এই সংগঠনটো গঢ়ি তোলে। চৰকাৰৰ হাতত বন্দী হৈ বিচাৰত দোষী সাব্যস্ত হৈ কাটী কাঠত ওলমিব লগা হোৱা ৰাজ্যখনৰ প্ৰথম আৰু এই পৰ্যন্ত শেষজন উগ্ৰপন্থী হ'ল মকবুল বট। অমৰ চান্দ নামৰ চোৰাংচোৱা বিষয়া এজনক ২১ থাপ মাৰি হত্যা কৰাৰ অপৰাধত মকবুলক মৃত্যু দণ্ডেৰে দণ্ডিত কৰে শ্ৰীনগৰৰ ন্যায়াধীশ নীলকান্ত গঞ্জুৱে। শ্ৰীনগৰ চেণ্ট্ৰেল জেলত তেওঁক বখা হয়। তেওঁৰ 'চেল'ৰ পৰা বাহিৰলৈ গোপনে এটা সুৰংগ খাণে। সেই সুৰংগেদি মকবুল পাকিস্তানলৈ পলাই যায়। পাকিস্তানৰ পৰা তেওঁ পুনৰ কাশ্মীৰলৈ আহে— ভাৰতীয় কাশ্মীৰীসকলৰ মনৰ কথাৰে যুঁজ ল'বলৈ। পাক অধিকৃত কাশ্মীৰলৈ উভতি যাবলৈ এদল অজ্ঞাত [illegible] তেওঁ জম্মু আৰু কাশ্মীৰ বেংকৰ লাংগেট শাখাত ডকাইতি কৰি [illegible] পৰা [illegible] টকা লৈ পলাই যাবলৈ লওঁতে ধৰা পৰে। মকবুলৰ সতীৰ্থসকলে [illegible] [illegible] হত্যা কৰে।

কিন্তু মকবুলৰ কি দুৰ্ভাগ্য যে যি কাশ্মীৰীৰ বাইজৰ বাবে তেওঁ অতদিনে সংগ্ৰাম কৰি আহিছিল, ঘটনাস্থলীত গোট খোৱা সেই কাশ্মীৰী বাইজেই ধৰি তেওঁক পুলিচক চমজাই দিলে। মৃত্যুদণ্ডৰ পৰা ৰেহাই দিয়াৰ বাবে জনোৱা আবেদন অগ্ৰাহ্য হোৱাৰ পাছত দিল্লীৰ টিহাৰ জেলত ১৯৮৪ চনৰ ২১ ফেব্ৰুৱাৰীত তেওঁক ফাঁচী দিয়া হয়।

বৃটেইনত থকা ভাৰতৰ কূটনীতিবিদ মাত্ৰেক অপহৰণ কৰি নিয়া হয় ৩ ফেব্ৰুৱাৰীত, তেওঁৰ মৃতদেহ উদ্ধাৰ কৰা হয় ৫ ফেব্ৰুৱাৰীৰ সন্ধিয়া। মাত্ৰেক হত্যা কৰা ঘটনাৰ পাছত মকবুলক ফাচী দিয়াৰ কাম ক্ষিপ্ৰ কৰা হয় বুলি বহুতেই ধাৰণা কৰে।

মকবুলৰ মৃত্যুদণ্ড বিহা ছেছন ন্যায়াধীশ নীলকান্ত গঞ্জু আছিল কাশ্মীৰী পণ্ডিত সম্প্ৰদায়ৰ লোক। অৱসৰপ্ৰাপ্ত ন্যায়াধীশজনক শ্ৰীনগৰৰ ৰাজপথত ১৯৮৯ চনৰ ৪ নৱেম্বৰত হত্যা কৰা হয়। জে. কে. এল. এফৰ হাতত নিহত প্ৰথমজন কাশ্মীৰী পণ্ডিত আছিল বিজেপি দলৰ নেতা জিয়ালাল আপ্লু।

মকবুলৰ পিছত বহু হেজাৰ উগ্ৰপন্থী কাশ্মীৰত গ্ৰেপ্তাৰ হ'লেও কোনো এজনকে এই পৰ্যন্ত ন্যায়পালিকাই দণ্ড বিহিব নোৱৰাৰ ঘাই কাৰণ হ'ল— উপযুক্ত প্ৰমাণৰ অভাৱ। আনহে নেলাগে চকুৰে দেখা সকলেও সাক্ষী দিবলৈ আগবাঢ়ি আহিব নোখোজে বুলি 'দি উইক' বাৰ্তালোচনীখনে বিশ্লেষণ কৰি দেখুৱাইছে।

## কবিয়াক অপহৰণ

কাশ্মীৰৰ উগ্ৰপন্থীয়ে উদগনি পোৱা ডাঙৰ ঘটনাটো হ'ল— ওপৰত উল্লেখ কৰা কেন্দ্ৰীয় গৃহমন্ত্ৰী মুফটি মহম্মদ চৈয়দৰ জীয়ৰী কবিয়াক কাৰাবন্দী হৈ থকা পাঁচজন উগ্ৰপন্থীক মুক্তি দিয়াৰ বিনিময়ত অপহৰণকাৰীৰ পৰা মুক্ত কৰাটো। কবিয়াৰ অপহৰণ কৰা ঘটনাই কাশ্মীৰতেই নহয়— বিদেশতো তীব্ৰ প্ৰতিক্ৰিয়া কৰিলে। পাকিস্থানেও আনকি এই ঘটনাৰ প্ৰতিবাদ কৰিলে। কবিয়াক চৰ্তহীনভাৱে মুক্তি দিয়াৰ সম্ভাৱনাৰো ইংগিত পোৱা গৈছিল। মুখ্যমন্ত্ৰী ফাৰুকে মত প্ৰকাশ কৰিছিল যে জে. কে. এল. এফৰ চৰ্ত মানি ল'লে দেশখনে গধুৰ মূল্য ভৰিব লগা হ'ব। কাৰণ, এনে কামে একে ধৰণৰ কাম কৰিবলৈ কাশ্মীৰক ভাৰতৰ পৰা পৃথক কৰিব খোজা ৰাষ্ট্ৰ বিৰোধীসকলক উদগনি দিব। ফাৰুকৰ কথা কিন্তু নৰজিল, কেন্দ্ৰৰ নব গঠিত ভি পি সিং চৰকাৰে কোনো ধৰণৰ বিপদ চপাই ল'ব নুখুজিলে— চৰ্ত মানি পাঁচজন উগ্ৰপন্থী নেতাক মুক্তি দিলে। সেইদিনা সমগ্ৰ কাশ্মীৰ উপত্যকাতে আনন্দ প্ৰকাশ কৰা হৈছিল, বন্তি প্ৰজ্বলন কৰা হৈছিল।

সাংসদ চৈফুদ্দিন চ'জৰ জীয়ৰী নাহিদা ইমটিয়াজক উগ্ৰপন্থীয়ে অপহৰণ কৰি নিওতে তেওঁৰ মুক্তিৰ বাবে ভাৰতৰ প্ৰধানমন্ত্ৰী চন্দ্ৰ শেখৰে পাকিস্তানৰ প্ৰধান মন্ত্ৰী নৱাজ শ্বৰীফক অনুৰোধ কৰিব লগাও ঘটনা ঘটিল।

শ্ৰীনগৰত প্ৰকৃতপক্ষে উগ্ৰপন্থীৰ বাজাৰ চলিবলৈ আৰম্ভ কৰিলে। মদৰ দোকানবোৰ বন্ধ কৰাৰ বাবে তেওঁলোকে নিৰ্দেশ দিলে। পুলিচৰ ডাঙৰমান লোকক হত্যা কৰা হ'ল (১৯৮৯ চনৰ ডিচেম্বৰ)। দূৰদৰ্শনৰ শ্ৰীনগৰ কেন্দ্ৰৰ সঞ্চালক লাছা কাউলক হত্যা কৰা হ'ল (১৯৯০ চনৰ ১৩ ফেব্ৰুৱাৰী)। উদাৰপন্থী নিৰ্ভীক বিচাৰক মীৰ মুস্তাফাক হত্যা কৰা হ'ল (১২ মাৰ্চ)।

হিন্দুস্থান মেচিন টুলছৰ জেনেৰেল মেনেজাৰ কে. এল. খেৰাক কাৰখানাৰ পৰাই অপহৰণ কৰা হ'ল। কাশ্মীৰ বিশ্ববিদ্যালয়ৰ উপাচাৰ্য অধ্যাপক মুছিৰ-উল-হক্ক অপহৰণ কৰি গুলীয়াই হত্যা কৰা হ'ল (১০ এপ্ৰিল)। কাশ্মীৰী পণ্ডিতসকলৰ মাজৰ পৰা বহু বহু লোকক হত্যা কৰি তেওঁলোকৰ মাজত ভীতিৰ সঞ্চাৰ কৰা হ'ল।

ৰাজ্যখনৰ পুলিচ বাহিনীত শেখ আব্দুল্লাৰ দিনতেই মৌলবাদী জামাতৰ স্বেচ্ছাসেবকক নিযুক্তি দিয়া হৈছিল। ইয়াৰ ফলত, কাশ্মীৰত পুলিচ আৰু উগ্ৰপন্থীৰ মাজত তেতিয়া প্ৰকৃত অৰ্থত বিৰাজ কৰিছিল এক সহাৱস্থান।

বিশিষ্ট সাংবাদিক ডি পি কুমাৰৰ মতে[৪১] "১৯৬৫ বা ১৯৭১ চনত হোৱাৰ দৰে সন্মুখ যুঁজত পাকিস্থানে অগ্ৰগতি লাভ কৰিব নোৱৰাত প্ৰকৃতপক্ষে পাকিস্তানী ৰাষ্ট্ৰপতি জেনেৰেল জিয়া উল হকেই ভাৰতৰ বিৰুদ্ধে 'প্ৰক্সিৱাৰ' বা অঘোষিত যুদ্ধ আৰম্ভ কৰিলে। গোপনে এই যুদ্ধ আৰম্ভ কৰা হ'ল। পাকিস্তানত প্ৰশিক্ষণপ্ৰাপ্ত যুৱকৰ প্ৰথম দলটো ১৯৮৬ চনৰ ছেপ্টেম্বৰ মাহত প্ৰেৰণ কৰা হ'ল। আনহাতে পাকিস্তানত প্ৰশিক্ষণপ্ৰাপ্ত প্ৰথমজন উগ্ৰপন্থী আইজাজ দাৰ সেই বছৰৰে ১৮ ছেপ্টেম্বৰত হোৱা সংঘৰ্ষত নিহত হ'ল। তেতিয়া, ১৯৮৯ চনৰ ১৬ জানুৱাৰীত 'জম্মু আৰু কাশ্মীৰ মুছলিম কনফাৰেন্স' গঠন হ'ল। 'জম্মু আৰু কাশ্মীৰ লিবাৰেচন ফ্ৰণ্টে' কাশ্মীৰ ত্যাগ, আন্দোলন আৰম্ভ কৰিলে ১১ মে' তাৰিখে।"

'দ্য ষ্টেটছমেন' কাকতৰ প্ৰাক্তন আবাসিক সম্পাদক এই সাংবাদিকজনৰ মতে, "জম্মু আৰু কাশ্মীৰত পাকিস্তানে চলোৱা সন্ত্ৰাসবাদৰ বাবে ১৯৯২ চনটো এটা উল্লেখযোগ্য বছৰ। বিভিন্ন দেশৰ প্ৰশিক্ষণপ্ৰাপ্ত, অভিজ্ঞ যুঁজাৰু মুছলিম সন্ত্ৰাসবাদীসকলক কাশ্মীৰলৈ পঠোৱা কাৰ্যত ধনৰ যোগান ধৰিবলৈ পাকিস্থানে সিদ্ধান্ত কৰিলে। তেওঁলোকৰ লক্ষ্য হ'ব 'জেহাদ'।

এনে কামৰ প্ৰয়োজন হ'ল এই বাবেই যে কাশ্মীৰ উপত্যকাত অভিযান চলোৱা বিৰোধ উগ্ৰপন্থী সংগঠনক পাকিস্তান 'ইণ্টাৰ চাৰ্ভিছ অৰ্গেনাইজেছন' (আই-এছ-আই) আৰু পাকিস্তানী সেনাই প্ৰশিক্ষণ দিছিল, অস্ত্ৰ-শস্ত্ৰৰ যোগান ধৰিছিল আৰু কাম কৰি আছিল, তেওঁলোক 'প্ৰক্সিৱাৰ'ৰ লক্ষ্য সম্পৰ্কত হতাশ হ'ল।

১৯৯২ চনৰ অক্টোবৰ-নৱেম্বৰ মাহত বিচ্ছিন্নতাবাদী সংগঠনবোৰৰ কিছুমান বিষয়ববীয়া আৰু পাকিস্তান আই-এছ-আই আৰু 'মাৰ্কাজ দাৱাত উল আৰছাদ' (লাহোৰ ভিত্তিক এটা আন্তঃৰাষ্ট্ৰীয় মৌলিক আৰু সন্ত্ৰাসবাদী সংগঠন)ৰ কিছুমান গুৰুত্বপূৰ্ণ সদস্যক পৰামৰ্শ দিলে যে প্ৰশিক্ষণপ্ৰাপ্ত মুছলিম ভেৰোণীয়া সেনাক পাকিস্তানলৈ পঠাব লাগে। এই প্ৰস্তাৱক আদৰণি জনোৱা হ'ল আৰু প্ৰয়োজনীয় বিত্তীয় সাহায্য দিবলৈ পাকিস্তানৰ আই-এছ-আইয়ে প্ৰতিশ্ৰুতি দিলে। ইতিমধ্যে আফগানিস্থান আৰু আন অঞ্চলত 'জেহাদ'ৰ বাবে বিভিন্ন দেশৰ পৰা বহু সংখ্যক মুছলিম যুৱকক 'মাৰ্কাজ-দাৱাত-উল আৰছাদে' সংগ্ৰহ কৰি আনি প্ৰশিক্ষণ দিছিল।

ঘটনাক্ৰমে আফগানিস্থানত নাজিবুল্লা চৰকাৰৰ পতনৰ পাছত ভাসমান যুদ্ধ-প্ৰশিক্ষিত আৰু সশস্ত্ৰ মুজাহিদিন পোৱাৰ সুবিধা হৈছিল। তেওঁলোক এনেয়ে আছিল আৰু পাকিস্তানত অশান্তিৰ সৃষ্টি কৰিছিল। তেওঁলোকক জম্মু আৰু কাশ্মীৰলৈ পঠিয়ালে আৰু তাত জেহাদৰ কামত তেওঁলোকক ব্যৱহাৰ কৰিলে, কাশ্মীৰ উপত্যকাত কাম কৰি থকা সন্ত্ৰাসবাদী গোটবোৰক তেওঁলোকে নতুন উন্মাদনাৰ সৃষ্টি কৰিব পাৰিব আৰু সন্ত্ৰাসবাদ বৃদ্ধি পাব বুলি ভবা হ'ল।

---

৪১। 'কাশ্মীৰ ৰিটাৰ্ণ টু জেনেৰী'

১৯৯৩ চনৰ শেষত এই ভেৰোণীয়া সৈন্যৰ প্ৰায় ৮শ জন কাশ্মীৰ উপত্যকা পালেহি। এওঁলোক আহিছিল ঘাইকৈ আফগানিস্থান, পাকিস্তান আৰু পাক অধিকৃত কাশ্মীৰৰ পৰা। নিচেই কম সংখ্যক আহিছিল লেবানন, ছুদান, আলজেৰিয়া, বাহৰেইন, জৰ্দান, চৌদি আৰব, কাজাকিস্থান, মিছৰ, য়েমেন আদিৰ পৰা। তেওঁলোকে হিংস্ৰ ঘটনা ত্বৰান্বিত কৰিলে। সন্ত্ৰাসবাদ, হত্যা, লুটপাত, অংগচ্ছেদ, অপহৰণ আৰু ধৰ্ষণ কাৰ্য তেওঁলোকে ব্যাপক কৰি তুলিলে। এই ভেৰোণীয়া সৈন্যবোৰৰ কিছুমান 'আই-ই-ডি-এছ' প্ৰস্তুত কৰা, 'এণ্টি পাৰ্ছমেন টেংক মাইন' পোতা, আচম্বিতে আক্ৰমণ কৰা, 'বায়াৰলেচ ছেট', সূক্ষ্ম আৰু গধুৰ অস্ত্ৰাদি চলোৱাত দক্ষ আছিল।

পাকিস্তানে 'সদা-ই-হুৰিয়ৎ' নামেৰে এটা গুপ্ত অনাতাঁৰ কেন্দ্ৰ প্ৰতিষ্ঠা কৰিছিল। সন্ত্ৰাসবাদী কাম-কাজ কৰি থকা বিদেশী ভেৰোণীয়া সেনা, উগ্ৰপন্থী আৰু পাকিস্তান পন্থী বিচ্ছিন্নতাবাদী সংগঠনবোৰক এই গুপ্ত অনাতাঁৰ কেন্দ্ৰৰ যোগেদি পাকিস্থানে যাৱতীয় নিৰ্দেশনা দিছিল। তদুপৰি উগ্ৰপন্থী আৰু সন্ত্ৰাসবাদীসকলৰ মনোবল বঢ়াবলৈ প্ৰচাৰমূলক ব্ৰডকাষ্ট কৰিছিল।"

১৯৯৩ চনত ঘটা বহুবোৰ ঘটনাৰ মাজত এটা উল্লেখযোগ্য ঘটনা হ'ল— সেনা বাহিনীয়ে তালাচী অভিযান চলাওতে ৰাজ্যিক পুলিচ বাহিনীৰ চিপাহী ৰিয়াজ আহমদ মৃত্যুৰ মুখত পৰিবলগীয়া হোৱা ঘটনাৰ প্ৰতিবাদত পুলিচ বাহিনীৰ বিক্ষোভ। এই বিভোক্ষত ভাৰত বিৰোধী আৰু ৰাজ্যখনৰ স্বাধীনতাৰ সপক্ষে ধ্বনি দিয়া শুনা গ'ল। শেহত সেনা বাহিনীৰ দ্বাৰা পুলিচসকলক নিৰস্ত্ৰ কৰোৱাৰ পাছতহে পুলিচ বাহিনীয়ে বিক্ষোভ প্ৰত্যাহাৰ কৰিলে।

সাম্প্ৰদায়িক বিদ্বেষ ব্যাপক কৰি কাশ্মীৰৰ ঐতিহ্যপূৰ্ণ সহিষ্ণুতাৰ মনোভাব— যাক 'কাশ্মীৰীয়াৎ' বুলি কোৱা হয়, তাক ধ্বংস কৰাৰ বাবে, এহাতেদি হিন্দুৰ উপাসনা গৃহ আৰু আনহাতেদি মুছলমানসকলৰ উপাসনা গৃহ ধ্বংসৰ অভিযান চলোৱাটো আছিল কাশ্মীৰত সন্ত্ৰাসবাদীসকলৰ অন্যতম প্ৰধান কাম।

১৯৯৩ চনৰ ছেপ্তেম্বৰ মাহৰ শেষৰ পিনে চাৰিটা মছজিদত উগ্ৰপন্থীয়ে অগ্নি সংযোগৰ চেষ্টা চলালে। শ্ৰীনগৰ মহানগৰীৰ মাকদুমি (Maqdoomi) ছাহেব মছজিদত অগ্নি সংযোগ কৰি ব্যাপক ক্ষতি সাধন কৰি উগ্ৰপন্থীয়ে স্থানীয় ৰাইজক আহ্বান জনালে— চৰকাৰৰ বিৰুদ্ধে বিক্ষোভ কৰিবলৈ ওলাই অহাৰ বাবে। ৰাইজে কিন্তু এনে আহ্বানত সঁহাৰি নজনালে।

তাৰ কেইদিনমানৰ পাছতে শ্ৰীনগৰ নাকছবন্দ (Naqshband) মছজিদত উগ্ৰপন্থীয়ে অগ্নি সংযোগৰ বাবে চলোৱা চেষ্টা ব্যৰ্থ কৰিলে— সেই সময়ত পহৰাত থকা স্থানীয় পুলিচৰ লোকে।

এই ঘটনাৰ দুদিনৰ পাছতে শ্ৰীনগৰ জিলাৰ কংগন (Kangan) মছজিদ ধ্বংস কৰাৰ যত্ন কৰি মছজিদৰ কাষৰ তিনিটা ঘৰত উগ্ৰপন্থীয়ে অগ্নি সংযোগ কৰিলে, কিন্তু সময়মতে অগ্নি নিৰ্বাপক বাহিনী আহি পোৱাত বিশেষ ক্ষয়-ক্ষতি নহ'ল।

পুনৰ এই ঘটনাৰ বাৰ দিনৰ পাছত ডাউন-টাউন অঞ্চলৰ আছাৰ-ই-শৰিফ মছজিদত অগ্নি সংযোগ কৰিবলৈ যত্ন কৰোতে স্থানীয় পুলিচে গুলী মৰাত উগ্ৰপন্থীহঁত পলাই গ'ল।

হজৰতবাল মছজিদ আৰু চৰাৰ-ই-শৰিফৰ চাঞ্চল্যকৰ ঘটনাৰ কথা পৃথকে আলোচনা কৰা হৈছে। মছজিদ ধ্বংসৰ বাবে চেষ্টা কৰা ঘটনাবোৰৰ মাত্ৰ কেইটামানহে ইয়াত উল্লেখ কৰা হৈছে। কাশ্মীৰ উপত্যকাৰ পৰা কাশ্মীৰী পণ্ডিত সম্প্ৰদায়ৰ বুলি কোৱা হিন্দুসকলক নিজৰ ঘৰ-বাৰী এৰি আঁতৰি যাবলৈ বাধ্য কৰাৰ সময়ত হিন্দুৰ উপাসনা গৃহ ধ্বংস কৰাৰ ঘটনা বিশেষভাৱে ঘটিছিল।

# কাশ্মীৰী পণ্ডিতসকল

জগমোহন ৰাজ্যপাল হৈ থকাৰ দিনতে কাশ্মীৰ উপত্যকাৰ পৰা সমগ্ৰ কাশ্মীৰী পণ্ডিত সম্প্ৰদায়ে উপত্যকাটো ত্যাগ কৰিবলৈ বাধ্য হয়। ইয়াৰ কাৰণ হ'ল— উগ্ৰপন্থীয়ে তেওঁলোকৰ বিৰুদ্ধে চলোৱা পৰিকল্পিত অভিযান। প্ৰথমতে বাছি বাছি কাশ্মীৰী পণ্ডিতৰ কেইজনমানক হত্যা কৰা হ'ল। পণ্ডিত সম্প্ৰদায়ৰ প্ৰথম বলি হ'ল টিকালাল টাপলু। তেওঁ আছিল বিজেপি দলৰ ৰাজ্যিক শাখাৰ উপসভাপতি। তেওঁক হত্যা কৰাৰ (১৪ অক্টোবৰ, ১৯৮৯) পাছত হত্যা কৰা হ'ল মকবুল বুটক মৃত্যুদণ্ড বিহা অৱসৰপ্ৰাপ্ত হোৱা ন্যায়াধীশ পণ্ডিত সম্প্ৰদায়ৰ নীলকান্ত গাঞ্জুক শ্ৰীনগৰৰ ৰাজপথত (৪নৱেম্বৰ, ১৯৮৯)। প্ৰথমতে পণ্ডিত সম্প্ৰদায়ৰ লোকে তেওঁলোক উগ্ৰপন্থীৰ লক্ষ্য হৈ পৰা বুলি ভবা নাছিল। পণ্ডিত সম্প্ৰদায়ৰ লোক এজনৰ পাছত আন এজন বলি হোৱা আৰু অন্যান্য কিছুমান ঘটনা যেতিয়া ঘটিবলৈ ধৰিলে, তেতিয়া তেওঁলোকৰ বুজিবলৈ বাকী নাথাকিল যে তেওঁলোক হৈ পৰিছে উগ্ৰপন্থীৰ অন্যতম ঘাই লক্ষ্য।

কাশ্মীৰী পণ্ডিতসকললৈ ভাবুকি দিয়া চিঠি আহিবলৈ ধৰিলে। কোৱা হ'ল যে তেওঁলোকে কাশ্মীৰ ত্যাগ কৰক, নহ'লে পৰিণাম বেয়া হ'ব। অনন্তনাগত পণ্ডিত সম্প্ৰদায়ৰ ওপৰত আক্ৰমণ চলিল। তাৰ পাছত শ্ৰীনগৰৰ হাববা কাদলত পণ্ডিত সম্প্ৰদায়ৰ ভালেমানক হত্যা কৰাৰ ঘটনা ঘটিল। ফলত, সেইবোৰ ঠাইৰ পণ্ডিত সম্প্ৰদায়ৰ লোকে ঘৰ-বাৰী এৰি নিৰাপদ ঠাইলৈ যাবলৈ বাধ্য হ'ল।

১৯৯০ চনৰ ১৪ এপ্ৰিলৰ দিনটো পণ্ডিতসকলৰ বাবে এটা মনত ৰাখিব লগা দিন হৈ ৰ'ব। কাৰণ, উগ্ৰপন্থীসকলে সেইদিনা পণ্ডিতসকলক এই বুলি সতৰ্ক কৰি দিলে যে তেওঁলোকে ৪৮ ঘণ্টাৰ ভিতৰতে কাশ্মীৰ এৰি যাব লাগিব। লগতে সতৰ্ক কৰি দিয়া হ'ল যে কাশ্মীৰত উভতি আহিলে তেওঁলোকৰ শাস্তি হ'ব মৃত্যু। সেই সময়ত কাশ্মীৰৰ মুখ্য মন্ত্ৰীৰ পদত আছিল ডাঃ ফাৰুক আব্দুল্লা। অবিশ্বাস্য যেন লাগিলেও সঁচা যে তেওঁ এই সমগ্ৰ ঘটনাৱলীত নীৰৱ দৰ্শকৰ ভূমিকা লৈ থাকিল। পাছত অৱশ্যে ফাৰুক আব্দুল্লাই মন্তব্য কৰিছিল যে এই সমগ্ৰ ঘটনাৱলীৰ বাবে তেওঁ লজ্জিত।

উগ্ৰপন্থীসকলে পণ্ডিতসকলৰ ঘৰত জুই লগাই দিলে, সা-সম্পত্তি লুটপাত কৰিলে। উগ্ৰপন্থীৰ বিৰুদ্ধে ব্যৱস্থা লোৱাৰ সলনি কৰ্তৃপক্ষই পণ্ডিতসকলক পলাই যোৱাত সহায়হে কৰিলে।

১৯৯৭ চনৰ ২১ মে'ৰ ঘটনা। কাশ্মীৰৰ বদগাম জিলাত পণ্ডিত সম্প্ৰদায়ৰ আঠজন নিৰীহ লোকক বাছি বাছি হত্যা কৰা হ'ল। তাৰ প্ৰায় তিনি সপ্তাহ পাছত (১৫ জুন) পণ্ডিত সম্প্ৰদায়ৰ তিনিজন শিক্ষক উগ্ৰপন্থীৰ বলি হ'ল। উধমপুৰ জিলাৰ কলাৰোৰ্ণ অঞ্চলৰ ডাল নামৰ ঠাইত পণ্ডিত সম্প্ৰদায়ৰ এজন অধ্যাপক আৰু দুজন শিক্ষকক হত্যা কৰা হ'ল।

১৯৯৮ চনৰ ২৫ জানুৱাৰী তাৰিখে চলিল কাশ্মীৰী পণ্ডিতসকলৰ ওপৰত এক বৰ্বৰ গণহত্যা। ৯গৰাকী মহিলা আৰু চাৰিটি ল'ৰা-ছোৱালীকে ধৰি মুঠতে ২৩জন কাশ্মীৰী পণ্ডিতক হত্যা কৰা হ'ল শ্ৰীনগৰ জিলাৰ ৱানধুম গাঁৱত। কাশ্মীৰী পণ্ডিতসকলক নিজৰ ঘৰ-বাৰী এৰি নিৰাপদ ঠাইলৈ যাবলৈ বাধ্য কৰাৰ ফলত তেওঁলোকৰ জনসংখ্যা কাশ্মীৰ উপত্যকাত কেনেদৰে হ্ৰাস পাবলৈ ধৰিলে, সেই ৱানধুমৰ গণহত্যাৰ পাছত ৰাষ্ট্ৰীয় মানৱ অধিকাৰ আয়োগৰ প্ৰতিবেদনত উল্লেখ কৰা হৈছে এনেদৰে : "উপত্যকাটোৰ গাঁওবোৰত কাশ্মীৰী পণ্ডিতৰ জনসংখ্যা যোৱা পাঁচ বছৰৰ ভিতৰত হ্ৰাস পালে ২০ হেজাৰৰ পৰা ৮শটা পৰিয়াললৈ। আৰু এতিয়া প্ৰতিখন গাঁৱত এই সম্প্ৰদায়ৰ ৬টাৰ পৰা ১০টা পৰিয়ালৰ বেছি নাই।"

নক'লেও হ'ব যে কাশ্মীৰ উপত্যকাৰ পৰা কাশ্মীৰী পণ্ডিত তথা হিন্দুসকলক যি কোনো প্ৰকাৰে আঁতৰাই পঠোৱাই আছিল পাকিস্তানৰ পৰা সকলো প্ৰকাৰে সক্ৰিয় সমৰ্থন লাভ কৰা উগ্ৰপন্থীসকলৰ ঘাই লক্ষ্য। উগ্ৰপন্থীসকলৰ আৰু উদ্দেশ্য হ'ল— যুগ যুগ ধৰি ৰাজ্যখনৰ হিন্দু আৰু মুছলমানৰ মাজত যি সম্ভাব-সম্প্ৰীতি আছিল, তাক ধ্বংস কৰা, নেচনেল কনফাৰেন্স, কংগ্ৰেছ আদি ধৰ্ম নিৰপেক্ষ নীতিত বিশ্বাসী দলবোৰৰ মূল আধাৰত আঘাত হনা। হিন্দু-মুছলমান ঐক্য আৰু ধৰ্ম নিৰপেক্ষতাৰ প্ৰতীকস্বৰূপ 'চৰৰ-ই-শ্বৰিফ' ধ্বংস কৰা কাৰ্য হ'ল এই বিদ্বেষমূলক অভিযানৰ শীৰ্ষ বিন্দু।

কাশ্মীৰৰ প্ৰায় তিনি নিযুত জনসংখ্যাৰ ভিতৰত কাশ্মীৰী পণ্ডিতৰ সংখ্যা ছয়-সাত লাখৰ ভিতৰত। অত্যাচাৰ, উৎপীড়নৰ সম্মুখীন হৈ ১৯৯০ চনৰ জুলাই মাহৰ শেষলৈকে জম্মু, দিল্লী, চণ্ডীগড়, আৰু দেশৰ বিভিন্ন স্থানলৈ স্থানান্তৰ হোৱা কাশ্মীৰী পণ্ডিতৰ পৰিয়ালৰ সংখ্যা প্ৰায় ৬২,৮৫১ টা বুলি জনা যায়। জম্মু আৰু দিল্লীতেই এই সম্প্ৰদায়ৰ স্থানান্তৰিত পৰিয়ালৰ সংখ্যা বেছি। জম্মুলৈ যায় ৪৮,৮৯৪ টা আৰু দিল্লীলৈ ১১,৪৩৮টা পৰিয়াল। এটা পৰিয়ালত গড় হিচাপে ৫জন সদস্য থকা বুলি ধৰিলে, স্থানান্তৰিত কাশ্মীৰী পণ্ডিতৰ জনসংখ্যা হ'ব ৩লাখ ১৪হেজাৰজনৰ অধিক।

বিশিষ্ট সাংবাদিক ডিপি কুমাৰে তেওঁৰ 'কাশ্মীৰ : বিটাৰ্ণ টু ডেম'ক্ৰেচী' গ্ৰন্থত উল্লেখ কৰা মতে, "নিজৰ জীৱন ৰক্ষাৰ বাবে নিজৰ গৃহভূমি ত্যাগ কৰাসকলক ভগনীয়া নহয়— 'প্ৰব্ৰজনকাৰী' (Migrants) বুলি কোৱা হয়। এই সকল লোকে তেওঁলোকৰ পূৰ্বপুৰুষৰ খেতি-মাটি-ঘৰ এৰি ফটা-চিতা তম্বু ঘৰত, চৰম দৰিদ্ৰতাত আৰু প্ৰায়ে আহাৰ অবিহনে জীৱন নিৰ্বাহ কৰিব লগা হ'ল। তেওঁলোকক নিঃশেষ কৰাৰ আৰু আনহে নেলাগে ধৰ্মান্তৰকৰণৰ ভাবুকি পোৱাৰ বাবে এনেদৰে থাকিবলৈ তেওঁলোকবাধ্য হ'ল। পণ্ডিতসকলৰ ঘৰৰ দুৱাৰত লিখিত পোষ্টাৰ লগাই, চিঠি-যোগে আৰু স্থানীয় বাতৰি কাকতত ভাবুকি দিয়া বাতৰি যোগে পণ্ডিতসকলক হয় উপত্যকা এৰি যাবলৈ নহয় বুলেটৰ সন্মুখীন হ'বলৈ কোৱা হ'ল। 'কাশ্মীৰ মে ৰেহনা হোগা, আল্লা আকবৰ কহনা হোগা' (কাশ্মীৰত থাকিব লাগিলে আল্লা আকবৰ উচ্চাৰণ কৰিব লাগিব) আদি শ্লোগান দিয়া হ'ল। এনে ভাবুকিৰ সমৰ্থনত পণ্ডিতসকলৰ কিছুমানক বাছি বাছি হত্যা কৰা হ'ল, ধৰ্ষণ কৰা হ'ল। ফলত, উপত্যকাটোৰ পৰা পণ্ডিত সম্প্ৰদায়ৰ লোক বহিষ্কৃত হ'ল।"

উল্লেখযোগ্য যে কেৱল জম্মু আৰু দিল্লীলৈকে নহয়, কাশ্মীৰী পণ্ডিতসকল দেশৰ বিভিন্ন

ৰাজ্যলৈ স্থানান্তৰিত হ'ল। সংসদত চৰকাৰে দিয়া তথ্য অনুসৰি ১৯৯০ চনৰ জুলাই মাহৰ শেষলৈকে দেশৰ বিভিন্ন ৰাজ্যলৈ যোৱা কাশ্মীৰী পণ্ডিতৰ পৰিয়ালৰ সংখ্যা হ'ল এনেকুৱা : উত্তৰ প্ৰদেশ ৮৫৭, ৰাজস্থান ৬১, হৰিয়ানা ৯৪, মহাৰাষ্ট্ৰ ৩৯, পঞ্জাব ১,২৯৩, চণ্ডীগড় ২১৬, মধ্যপ্ৰদেশ ৭৫, হিমাচল প্ৰদেশ ৬৬ আৰু গুজৰাট ৫৪।

অৱশ্যে স্বীকাৰ কৰিব লাগিব যে কাশ্মীৰী পণ্ডিতসকলে যাতে কাশ্মীৰ এৰি নাযায়, তাৰ বাবে চেষ্টা চলাবলৈ কাশ্মীৰৰ বিশিষ্ট নাগৰিকসকলে এখন সক কমিটী গঠন কৰি দিছিল। কাম কিন্তু নহ'ল। বহুতো মুছলমান চুবুৰীয়াই পণ্ডিতসকলক ঘৰ-বাৰী এৰি নাযাবলৈ কাতৰ অনুৰোধ কৰিছিল, কিন্তু মৌলবাদী উগ্ৰপন্থীসকলক তেওঁলোকে সফলতাৰে বাধা দিব নোৱাৰিলে। কাশ্মীৰ উপত্যকাৰ পৰা সৰ্বাধিক সংখ্যক পণ্ডিত সম্প্ৰদায়ৰ লোক ঘৰ-বাৰী এৰি আঁতৰি যায় ১৯৯০ চনৰ জানুৱাৰী-ফেব্ৰুৱাৰী মাহত।

বিশিষ্ট সাংবাদিক— লেখক বলৰাজ পুৰীৰ মতে ('কাশ্মীৰ টুৱাৰ্ডছ ইনছাৰজেন্সী') "ঘৰ-বাৰী এৰা পণ্ডিত আৰু কাশ্মীৰী মুছলমানৰ মাজত দৈহিক দূৰত্ব বঢ়াৰ লগে লগে তেওঁলোকৰ মাজত মানসিক দূৰত্বও বাঢ়িবলৈ ধৰিলে। উভয় সম্প্ৰদায়ৰ সাম্প্ৰদায়িকতাবাদী শক্তিবোৰে এই সুযোগ গ্ৰহণ কৰি এই দূৰত্ব সংযোগবিহীন উপসাগৰলৈ বহলাবলৈ আপ্ৰাণ যত্ন কৰিলে। প্ৰব্ৰজনকাৰীসকলৰ দুৰৱস্থা আৰু হতাশাৰ সুযোগ লৈ একাংশ পণ্ডিতৰ মাজত মুছলিম বিৰোধী ক্ৰোধ, হিন্দু সাম্প্ৰদায়িকতাবাদীসকলে জগাই তুলিলে।"

সমগ্ৰ সম্প্ৰদায়টোৰ বিৰুদ্ধে ব্যাপক দুৰ্নাম ৰটনা কৰাত কাশ্মীৰৰ মুছলমানসকলে আঘাত পোৱাই স্বাভাৱিক। মুছলিমসকল দেশৰ প্ৰতি অনুগত হ'ব নোৱাৰে বুলি পণ্ডিতসকলৰ বহুতেই যিদৰে বিশ্বাস কৰিবলৈ ধৰিলে, তেনেদৰে বহুতো মুছলমানে বিশ্বাস কৰিবলৈ ধৰিলে যে পণ্ডিতসকল কাশ্মীৰৰ প্ৰতি অনুগত হ'ব নোৱাৰে, আৰু প্ৰতিজন পণ্ডিতেই হৈছে একোজন 'মুখবাৰ' (ইংৰাজীত যাক কোৱা হয় INFORMER)। উগ্ৰপন্থীয়ে পণ্ডিতসকলক হত্যা কৰাৰ বাবে এই সন্দেহক ভিত্তি কৰি ল'ব পাৰে। ভালেমান মুছলমানে আৰু বিশ্বাস কৰে যে গণহত্যাৰ আঁচনি ৰূপায়ণৰ সুবিধাৰ বাবে পণ্ডিতসকলক স্থানান্তৰিত হ'বলৈ চৰকাৰে উৎসাহিত কৰিছিল। তদুপৰি এই বুলিও উৰা বাতৰি প্ৰচাৰ হ'ল যে পণ্ডিত সম্প্ৰদায়ৰ ডেকাসকলে সামৰিক প্ৰশিক্ষণ লৈছে আৰু সেই সকল উভতি আহি কাশ্মীৰত সন্ত্ৰাসবাদ বিৰোধী অভিযান আৰম্ভ কৰিব।

১৯৯১ চনৰ ডিচেম্বৰ মাহত কাশ্মীৰী পণ্ডিতসকলৰ প্ৰথমখন অভিবৰ্তন অনুষ্ঠিত হয় জম্মুত। অন্যান্য দাবীৰ লগতে তেওঁলোকে 'পানুন কাশ্মীৰ' অৰ্থাৎ 'আমাৰ নিজা কাশ্মীৰ' নামৰ গৃহভূমিৰ দাবী তুলিলে। 'গৃহভূমি' দাবীৰ পটভূমি ব্যাখ্যা কৰি প্ৰকাশ কৰা এখন পুস্তিকাত 'পাঁচ হেজাৰবো অধিককাল উপত্যকাটোত বসবাস কৰা কাশ্মীৰী হিন্দুসকলৰ এক সুস্পষ্ট স্বকীয়তা" থকাৰ কথা উল্লেখ কৰি 'নয়া কাশ্মীৰ' বোলা যিখন ইস্তাহাৰৰ যোগেদি নেচনেল কনফাৰেন্স দল ৰাজ্যখনৰ ক্ষমতাত অধিষ্ঠিত হ'ল, সেই ইস্তাহাৰখনৰ এটা পৃথক দিশ উদঙাই দিলে। কোৱা হ'ল যে 'নয়া কাশ্মীৰ' ইস্তাহাৰখন দেখাত ধৰ্ম নিৰপেক্ষ, প্ৰগতিবাদী আৰু গণতান্ত্ৰিক আছিল যদিও "প্ৰকৃতপক্ষে ইয়াৰ লক্ষ্য হ'ল ৰাজ্যখনৰ এনে এক ৰাজনৈতিক ব্যৱস্থাৰে পুনৰ্গঠিত কৰা যাতে ই মুছলমান সংখ্যাগৰিষ্ঠতাৰ প্ৰতি অনুকূল হয়।" এনে মতবাদ

সপক্ষে ভূমি সংস্কাৰৰ বাবে গ্ৰহণ কৰা বিভিন্ন আইন, ৰাজ্য চৰকাৰে চাকৰিত নিযুক্তিৰ বাবে আৰু শিক্ষানুষ্ঠানত নাম ভৰ্তিৰ বাবে গ্ৰহণ কৰা নিয়ম নীতি আদিৰ কথা উল্লেখ কৰা হ'ল।

পুনৰ ১৯৯৩ চনত দিল্লীত 'পানুন কাশ্মীৰ'ৰ তৰফৰ পৰা নতুন দিল্লীত বিশ্ব কাশ্মীৰী পণ্ডিতৰ দুদিনীয়া সম্মিলন এখনৰ আয়োজন কৰা হ'ল। সম্মিলনত ঝিলাম নৈৰ উত্তৰ-পূব অঞ্চলত 'পানুন কাশ্মীৰ' নামৰ কাশ্মীৰৰ হিন্দুসকলৰ বাবে গৃহভূমিৰ দাবী দোহৰা হয়। যোৱা ছটা শতিকাত যি প্ৰায় ৭লাখ কাশ্মীৰী হিন্দু 'মৃত্যু আৰু ধৰ্মান্তৰকৰণৰ যন্ত্ৰণাত' কাশ্মীৰ উপত্যকাৰ বাহিৰলৈ যাবলৈ বাধ্য হৈছে, সেই সকলোবোৰ উভতি আহিব পৰাৰ নিশ্চয়তা এই গৃহভূমিয়ে দিব বুলি সম্মিলনে মত প্ৰকাশ কৰিলে। বছৰৰ পাছত বছৰ ধৰি ভগনীয়াৰ শিবিৰত অমানৱীয় অৱস্থাত জীৱন নিৰ্বাহ কৰিবলৈ বাধ্য হোৱা এই স্থানান্তৰিত (Migrants) সকলৰ প্ৰতি মনোযোগ নিদিয়াত সম্মিলনে গভীৰ উদ্বেগ প্ৰকাশ কৰিলে।

তাৎপৰ্যপূৰ্ণ যে এই সম্মিলনত যোগদান কৰা উচ্চতম ন্যায়ালয়ৰ বিশিষ্ট অধিবক্তা জয় মাংগৰাম মুখিয়ে 'ষ্টেটছমেন' কাকতত (১৯৯৫ চনৰ ৬জুনৰ সংখ্যা), শিৰোনামা— "কাশ্মীৰী পণ্ডিত— মাৰ্জিনেলাইজেশ্যন বিগেন ইন ১৯৪৭") লিখা প্ৰবন্ধত এই বুলি উল্লেখ কৰিছে যে ১৯৪৭ চনৰ পৰা আৰম্ভ কৰি কাশ্মীৰ পণ্ডিতসকলৰ প্ৰতি এনে ধৰণৰ বৈষম্য আচৰণ কৰি তেওঁলোকক নিৰ্যাতিত কৰা হ'ল যে পাঁচ হেজাৰজনৰো অধিক পণ্ডিতক ইতিমধ্যে হত্যা কৰা হৈছে আৰু আন তিনি লাখজনক পলাই যাবলৈ বাধ্য কৰা হৈছে। আইনৰ বিশেষজ্ঞ মুখিৰ মতে ৰাষ্ট্ৰসংঘৰ পৰম্পৰা অনুসৰি এই অপৰাধীসকলক বিচাৰ কৰি শাস্তি বিহাৰ বাবে ভাৰতে ট্ৰিবুনেল এখন গঠন কৰিব লাগে।

দুখৰ কথা হৈছে যে 'পানুন কাশ্মীৰ' গঠনত চৰকাৰে গুৰুত্ব দিয়াৰ কথা বাদেই, আজিও কাশ্মীৰী পণ্ডিতসকল কাশ্মীৰৰ বাহিৰৰ বিভিন্ন ঠাইত শিবিৰ পাতি বাস কৰিবলগীয়া পৰিস্থিতিৰ অৱসান নঘটিল।

স্বাভাৱিকতে প্ৰশ্ন হয় যে কাশ্মীৰী পণ্ডিতসকলৰ এনে কিছুমান বিশেষ ত্ৰুটী আছে নেকি যাৰ বাবে তেওঁলোক উগ্ৰপন্থীৰ লক্ষ্য হ'বলগীয়া হ'ল?

ৰাজ্যখন দোগ্ৰাৰ শাসনত থকা কালত প্ৰশাসনৰ শীৰ্ষতেই নহয়— নিম্ন প্ৰশাসনিক বিষয়বাববোৰতো আছিল অধিকাংশই ডোগ্ৰা আৰু কাশ্মীৰী পণ্ডিতসকল। শিক্ষা লাভ কৰা আৰু চৰকাৰী চাকৰি কৰাত কাশ্মীৰী পণ্ডিতসকলে অগ্ৰাধিকাৰ দিছিল। কাশ্মীৰী পণ্ডিতসকলৰ বহুতেই আছিল মাটিৰ মালিক। আনহাতে কাশ্মীৰী মুছলিমসকলৰ বেছিভাগেই আছিল খেতিয়ক আৰু বায়ত। তেওঁলোকৰ এটা অংশই তাঁত বোৱা, শ্বাল আৰু কাৰ্পেট তৈয়াৰ কৰা ঘৰুৱা উদ্যোগ আদিত নিয়োজিত আছিল। আন কথাত ক'বলৈ গ'লে দোগ্ৰা শাসনত কাশ্মীৰী পণ্ডিতসকল আছিল ৰাজ্যখনৰ সুবিধাভোগী উচ্চ শ্ৰেণীৰ লোক।

# হজৰতবাল মছজিদৰ দ্বিতীয় ঘটনাটো ঃ ফাৰুকৰ পদত্যাগ, ৰাষ্ট্ৰপতিৰ শাসন

হজৰতবাল মছজিদত দ্বিতীয়টো ঘটনা ঘটিল ১৯৯৩ চনৰ অক্টোবৰ মাহত। প্ৰথম ঘটনাটো ঘটিছিল ৩০ বছৰৰ আগতে— ১৯৬৩ চনৰ ডিচেম্বৰ-জানুৱাৰী মাহত। ঘটনাৰ মূল কাৰণ প্ৰায় একেই। কোৱা হ'ল যে গুৰুজনাৰ পবিত্ৰ চুলি ৰখাৰ দুৱাৰৰ তলা ভাঙি কোনোবাই চুলিখিনি সলনি কৰিছে। এনে ঘটনাৰ ফলত হ'ব পৰা জটিল পৰিস্থিতিৰ আশংকা কৰি নিৰাপত্তা বাহিনীৰ লোকে মছজিদটো ঘেৰি ধৰিলে (১৫ অক্টোবৰৰ সন্ধিয়া)।

সমগ্ৰ কাশ্মীৰৰ বাইজে এই মছজিদটো অতি পবিত্ৰ বুলি গণ্য কৰে। নেচনেল কনফাৰেন্স দলে দীৰ্ঘদিন ধৰি তেওঁলোকৰ ৰাজনৈতিক মঞ্চৰূপে গঢ়ি তুলিছিল এই মছজিদটো। শেখ আব্দুল্লাই শুকুৰবৰীয়া নামাজৰ পাছত ইয়াত সমবেত ইছলাম ধৰ্মী ৰাইজৰ আগত ভাষণ দিয়াটো নিয়মিত কথা যেন হৈ পৰিছিল। পৰৱৰ্তী কালত এই মছজিদটো কাৰ নিয়ন্ত্ৰণত থাকিব সেই লৈ উগ্ৰপন্থী দলবোৰৰ মাজত এক প্ৰকাৰ প্ৰতিযোগিতাই চলিল। এইবোৰৰ ভিতৰত উল্লেখযোগ্য আছিল— জে. কে. এল. এফ, 'হিজবুল মুজাহিদিন' আৰু 'আল-ওমাৰ-মুজাহিদিন।'

ভালেমান উগ্ৰপন্থীয়ে মছজিদটোত আশ্ৰয় লৈ থকাৰ বাতৰি নিৰাপত্তা বাহিনীয়ে পালে যদিও তেওঁলোকৰ বিৰুদ্ধে অভিযান চলোৱাত সমস্যা হ'ল। কাৰণ, তেনে কৰিলে ইছলাম ধৰ্মী লোকৰ অনুভূতিত আঘাত হনা হ'ব আৰু তাৰ প্ৰতিক্ৰিয়া হ'ব সুদূৰপ্ৰসাৰী আৰু গুৰুতৰ। মছজিদটোৰ ভিতৰৰ পৰা কিন্তু চেগাচোৰাকৈ নিৰাপত্তা বাহিনীলৈ গুলী মাৰিবলৈ ধৰিলে। ধৈৰ্য ধৰি নিৰাপত্তা বাহিনীয়ে তাৰ কোনো প্ৰত্যুত্তৰ নিদিলে। তাৰ পাছ দিনা মছজিদৰ কাষৰ এটা ঘৰৰ উগ্ৰপন্থীয়ে জুলাই দি প্ৰতি-আক্ৰমণ চলাবলৈ নিৰাপত্তা বাহিনীক প্ৰৰোচিত কৰাৰ যত্ন কৰিলে। নিৰাপত্তা বাহিনীয়ে অগ্নি নিৰ্বাপক বাহিনী আৰু নিৰাপত্তাৰ খাতিৰত কৰ্তৃপক্ষই মছজিদৰ কাষৰ অঞ্চলবোৰ খালী কৰালে। আবদ্ধ হৈ পৰা উগ্ৰপন্থীৰ সৈতে কথা পাতিবলৈ ৰাজ্যখনৰ আই-জি-পি জনে যত্ন কৰিলে। তেওঁক উগ্ৰপন্থীসকলৰ পৰা কোৱা হ'ল যে হজৰতবাল মছজিদৰ ভিতৰত নিৰাপত্তা বাহিনীয়ে প্ৰৱেশ কৰিবলৈ যত্ন কৰিলে, তেওঁলোকে বোমাৰে মছজিদ উৰুৱাই দিব।

ইতিমধ্যে ৰাজ্যখনত (২২ অক্টোবৰত) কিছুমান বিক্ষিপ্ত ঘটনা ঘটিল। কাৰণ হ'ল— হজৰতবাল মছজিদটো নিৰাপত্তা বাহিনীয়ে ঘেৰি ৰখাটো। কাৰ্ফিউ কানুন নামানি বিক্ষোভকাৰী এদল লোকক ছত্ৰভংগ দিয়াবলৈ নিৰাপত্তা বাহিনীয়ে গুলী চলাবলগীয়া হ'ল। তিনিজন নিহত হ'ল। একে দিনাই আন এটা দাৰুণ ঘটনা ঘটিল— অনন্তনাগ জিলাৰ বিজবেহেৰা অঞ্চলত। ১৪৪ ধাৰা ভংগ কৰি বহু সংখ্যক লোকে কৰা এটা বিক্ষোভ মিছিল

ৰূপ ধাৰণ কৰাত বি.এছ.এফৰ জোৱান এজনে অধৈৰ্য্য হৈ গুলী চলালে। তাৰ পাছত জটিল পৰিস্থিতিৰ সৃষ্টি হ'ল। গুলীয়া-গুলিত ৪৫জনৰো অধিক লোক নিহত হ'ল আৰু ৪০ জনৰো অধিক লোক আহত হ'ল।

আবদ্ধ হৈ থকা সকলে খাবলৈ নোপোৱাত তেওঁলোকৰ অৱস্থা বেয়া হ'বলৈ ধৰিলে। ৰাজ্য চৰকাৰৰ তৰফৰ পৰা ঘোষণা কৰা হ'ল যে মছজিদৰ ভিতৰৰ পৰা ওলাই আহি বাৰাণ্ডাত থোৱা আহাৰ তেওঁলোকে খাব পাৰিব। এই কথাত তেওঁলোক মান্তি নহ'ল। মধ্যস্থতাকাৰীৰ যোগেদি যোগাযোগ কৰি মাত্ৰ এসাজ আহাৰ ভিতৰলৈ পঠোৱা হ'ল। আলোচনাৰ বাবে স্থানীয় নেতা দুজনক পুনৰ পঠোৱা হ'ল, কাম কিন্তু নহ'ল। ইতিমধ্যে ন্যায়ালয়ে নিৰ্দেশ দিলে যে 'জম্মু-কাশ্মীৰ ৱাক্ফ ট্ৰাষ্ট' নামৰ ন্যাসটোৱে পঠোৱা আহাৰৰ ক্ষেত্ৰত চৰকাৰে বাধা দিব নালাগে।

বোৱা ল'ৰা এটিকে ধৰি দুজন আৰু ভিতৰত আবদ্ধ হৈ থকা একমাত্ৰ মহিলা গৰাকীক উগ্ৰপন্থীহতে ওলাই আহিবলৈ দিলে। খাবলৈ নাপাই আৰু কিমান দিন থাকিব? আবদ্ধ হৈ থকা সকলৰ মাজতেই কন্দল লাগিল। চৰকাৰৰ ফালৰ পৰা ঘোষণা কৰা হ'ল যে কোনোবাই আহাৰ খাব খুজিলে গেটৰ ওচৰলৈ আহি আহাৰ খাব পাৰিব।

পুনৰবাৰ আলোচনাৰ বাবে মছজিদৰ ভিতৰলৈ গ'ল চৰকাৰী প্ৰতিনিধি এজন। নাম মহম্মদ-উৰ-ৰহমান। তেওঁৰ সৈতে হোৱা আলোচনাত উপনীত হোৱা বুজাবুজি মৰ্মে সকলো উগ্ৰপন্থীয়ে আত্মসমৰ্পণ কৰিলে। ১৬ নবেম্বৰৰ পুৱা মছজিদৰ ভিতৰৰ পৰা ওলাই আহি তেওঁলোকৰ হাতত থকা অস্ত্ৰ-শস্ত্ৰ চৰকাৰৰ হাতত চমজাই দিলে। লগে লগে অৱসান ঘটিল নিৰাপত্তা বাহিনীয়ে এটাও গুলী মাৰিবলগীয়া নোহোৱাকৈ এই শ্বাসৰুদ্ধ ৩২ দিনীয়া নাটকখন।

হজৰতবালৰ ঘটনাই অৱশ্যে এটা কথা স্পষ্ট কৰি দিলে যে কোনো উপাসনা গৃহত উগ্ৰপন্থীয়ে আশ্ৰয় ল'লে বা আশ্ৰয় লৈ তাৰে পৰাই সন্ত্ৰাসবাদী কাৰ্য চলোৱাৰ ক্ষেত্ৰত কি ব্যৱস্থা লোৱা হ'ব সেই ক্ষেত্ৰত চৰকাৰৰ সুস্পষ্ট নীতিৰ অভাৱ। সুৰক্ষিত কোঠাৰ তলা ভাঙি পবিত্ৰ চুলিখিনি সলনি কৰা বুলি ওলোৱা 'জনৰৱ'ৰ ওপৰত ভিত্তি কৰিয়েই নিৰাপত্তা বাহিনীক মছজিদটো অৱৰোধ কৰিবলৈ কোৱা হ'ল এই আশংকা কৰি যে তাকে নকৰিলে পৰিস্থিতি বিষম হ'ব পাৰে। কৰ্তৃপক্ষই কিন্তু সেই জনৰৱটোৰ সত্যাসত্য তৎকালে পৰীক্ষা কৰোৱাৰ ব্যৱস্থা নকৰিলে।

আনহাতে মছজিদটো পৰিচালনাৰ দায়িত্ব হ'ল মুছলিম ৱাকফ ন্যাসৰ। যদিহে প্ৰকৃততে কোনো উগ্ৰপন্থীয়ে মছজিদটো দখল কৰি তাক সশস্ত্ৰ শিবিৰলৈ ৰূপান্তৰ কৰিছে বা কৰিবলৈ যত্ন কৰিছে, বা মছজিদৰ ভিতৰৰ কিবা অঘটন ঘটাইছে, তেন্তে ন্যাসৰ তৰফৰ পৰা সেই কথা কৰ্তৃপক্ষক জনাব লাগিছিল। উপাসনা গৃহ ৰাজনৈতিক উদ্দেশ্যত ব্যৱহাৰ হ'ব নলগাৰ কেন্দ্ৰীয় চৰকাৰৰ নীতিৰ বিষয়ে ন্যাস সমিতি অৱগত নোহোৱাৰ কাৰণ নাই। হজৰতবাল মছজিদত একাধিকবাৰ হোৱা ঘটনাৰ ক্ষেত্ৰত সমিতিৰ কোনো অস্তিত্ব থকাৰ প্ৰমাণ নোহোৱাটো দুৰ্ভাগ্যজনক কথা।

## ফাৰুকৰ পদত্যাগ ঃ দীৰ্ঘলীয়া ৰাষ্ট্ৰপতিৰ শাসন

যেনেকৈ বৃন্দাবনৰ সলনি পুনৰবাৰ ৰাজ্যখনৰ ৰাজ্যপাল শ্ৰীজগমোহনক নিযুক্তি

(১৯৯০ চনৰ ১৯ জানুৱাৰী) দিয়াৰ প্ৰতিবাদত ডাঃ ফাৰুক আব্দুল্লা নেতৃত্বাধীন চৰকাৰে পদত্যাগ কৰিলে। ইন্দিৰা গান্ধীৰ নিৰ্দেশত এইজন ৰাজ্যপালে কূটকৌশলেৰে ডাঃ আব্দুল্লাক পদত্যাগ কৰিবলৈ পূৰ্বতে কেনেদৰে বাধ্য কৰিছিল, সেই কথা ওপৰত উল্লেখ কৰি অহা হৈছে। সেই একেজন জগমোহনৰ লগত ডাঃ আব্দুল্লাই চৰকাৰ চলাব কেনেকৈ?

ৰাজ্যপাল জগমোহনে তেওঁৰ পদত্যাগ গ্ৰহণ কৰি ৰাজ্যখনত ৰাজ্যপালৰ শাসন (২০ জানুৱাৰী) প্ৰবৰ্তন কৰিলে আৰু বিধান সভা নিষ্ক্ৰিয় কৰি ৰাখিলে। অৱশ্যে এমাহৰ পাছত (২০ ফেব্ৰুৱাৰী) তেওঁ বিধান সভা ভংগ কৰি দিলে। ৰাজ্যখনৰ সংবিধান মতে, ছমাহৰ অধিক দিন ৰাজ্যপালৰ শাসন প্ৰযোজ্য কৰি ৰাখিব নোৱাৰি। কিন্তু সেই সময়ত ৰাজ্যখনত যি পৰিস্থিতিয়ে বিৰাজ কৰিছিল, সন্ত্ৰাসবাদীৰ যি ৰাজত্ব চলিছিল, তাৰ পৰিপ্ৰেক্ষিতত ছমাহৰ ভিতৰত কিয়— কিমান দিনৰ ভিতৰত নিৰ্বাচন পতাটো সম্ভৱপৰ, সেয়া সম্পূৰ্ণ অনিশ্চিত আছিল। সেয়ে, ভাৰতৰ সংবিধানত থকা ৰাষ্ট্ৰপতিৰ শাসন ব্যৱস্থা ৰাজ্যখনত প্ৰবৰ্তন কৰা হ'ল (১৯ জুলাই, ১৯৯০)। তাৰে পৰাই আৰম্ভ হ'ল ৰাষ্ট্ৰপতিৰ দীঘলীয়া শাসন— ১৯৯৬ চনৰ ৮ অক্টোবৰ পৰ্যন্ত। উল্লেখ কৰি থোৱা ভাল হ'ব যে ১৯৯০ চনত ৰাষ্ট্ৰপতিৰ শাসন প্ৰবৰ্তনৰ পাছত ডাঃ আব্দুল্লা কাশ্মীৰ এৰি ভালেদিন লণ্ডনত আছিলগৈ।

পুনৰবাৰ ৰাজ্যখনলৈ ৰাজ্যপাল হৈ অহা জগমোহনৰ কাৰ্যকাল আছিল চমু-মাত্ৰ চাৰি মাহৰ বাবেহে। তেওঁৰ পাছত ৰাজ্যপাল হ'ল গিৰীশ চাক্সেনা। চাক্সেনা আছিল ভাৰতৰ চোৰাংচোৱা বিভাগৰ উচ্চপদস্থ বিষয়া। পাকিস্তানৰ চোৰাংচোৱা সংগঠন আই-এছ-আইয়ে ৰাজ্যখনৰ বিভিন্ন সন্ত্ৰাসবাদী কাম-কাজত যি ভূমিকা লৈছিল,তাৰ পৰিপ্ৰেক্ষিতত চাক্সেনাক (১৯৯০) ৰাজ্যখনৰ ৰাজ্যপাল পতা হ'ল বুলি অনুমান হয়। চাক্সেনাৰ দিনত পৰিস্থিতি উন্নত হওক ছাৰি অৱনতিহে ঘটাত, এই পদত সামৰিক অভিজ্ঞতাসম্পন্ন ব্যক্তি হ'লে ভাল হ'ব বুলি ভাবিয়েই বোধহয় চাক্সেনাক আঁতৰাই পুনৰবাৰ নিযুক্তি দিয়া হ'ল অৱসৰপ্ৰাপ্ত জেনেৰেল কৃষ্ণ ৰাওক (১৯৯৩)।

ৰাজ্যপালৰ শাসন ছমাহৰ মূৰে মূৰে বৃদ্ধি কৰা হ'ল, কিন্তু পৰিস্থিতিৰ উন্নত নহ'ল। বৰঞ্চ অৱনতিহে ঘটিল, সন্ত্ৰাসবাদী কাম-কাজ আৰু অশান্তি ব্যাপকহে হ'ল। এনে পৰিস্থিতিৰ অৱসান ঘটাবলৈ গণতান্ত্ৰিক প্ৰক্ৰিয়া আৰম্ভ কৰা উচিত বুলি চৰকাৰী মহলত গুৰুত্ব সহকাৰে চিন্তা-চৰ্চা হ'ল। নিৰ্বাচন পতাৰ বাবে ১৯৯৪ চনত প্ৰস্তুতি চলোৱা হ'ল। কিন্তু চৰৰ-ই-শৰিফৰ ঘটনাই নিৰ্বাচন পিছুৱাবলৈ চৰকাৰক বাধ্য কৰিলে। আন এটা কাৰণ হ'ল— ৰাজ্যখনৰ অতি শক্তিশালী আৰু প্ৰভাৱশালী দলৰ নেতা ডাঃ ফাৰুক আব্দুল্লাৰ দাবী। তেওঁৰ দাবী হ'ল যে ৰাজ্যখনক ১৯৫৩ চনৰ আগৰ অৱস্থালৈ নিয়াৰ ব্যৱস্থা নকৰিলে, অৰ্থাৎ ৰাজ্যখনক পূৰ্ণাংগ স্বায়ত্ত শাসন নিদিলে, নেচনেল কনফাৰেন্স দলে নিৰ্বাচনত অংশ গ্ৰহণ নকৰে। তেতিয়াৰ প্ৰধান মন্ত্ৰী নৰসিংহ ৰাওৱে ক'লে যে নিৰ্বাচনত ভাগ লৈ নৱ-গঠিত বিধান সভাত এই বিষয়ে আলোচনা কৰাৰ বাবে নেচনেল কনফাৰেন্সে সুবিধা পাব।

ইতিমধ্যে লোকসভাৰ নিৰ্বাচন আহিল। প্ৰধান মন্ত্ৰী নৰসিংহ ৰাওৱে সিদ্ধান্ত ল'লে— দেশৰ আন অংশৰ লগতে জম্মু-কাশ্মীৰতো নিৰ্বাচন পাতিবলৈ। কথা হ'ল যে লোকসভাৰ

নির্বাচন পাতিব পাৰিলেই ৰাজ্যখনত বিধান সভাৰো নির্বাচন পাতিব পৰাৰ পথ মুকলি হ'ব।

নির্বাচনৰ প্রস্তুতি চলোৱা হ'ল। নেচনেল কনফাৰেন্স দলে নির্বাচনত অংশ গ্রহণ নকৰিলে। যুক্তি দিলে যে নির্বাচনৰ বাবে পৰিস্থিতি অনুকূল নহয়। হুৰিয়ৎ কনফাৰেন্সে নির্বাচন বর্জন কৰিলে। পাকিস্তানত ঘাটি থকা উগ্রপন্থী সংগঠনবোৰে যাইকে হিজবুল মুজাহিদিনে নির্বাচন পাতিবলৈ দিয়া নহ'ব বুলি ঘোষণা কৰিলে। পাকিস্তানৰ প্রধানমন্ত্রী বেনজীৰ ভূট্টোৱে ভাৰতৰ প্রধান মন্ত্রীক ক'লে যে উভয় দেশৰ মাজত উত্তেজনা হ্রাস কৰাৰ বাবে ৰাজ্যখনত নির্বাচন বন্ধ কৰিব লাগে।

কিন্তু ইমানবোৰ বাধা-বিঘিনি সত্ত্বেও নির্বাচন সুকলমে হৈ গ'ল। ৰাজ্যখনত থকা লোক সভাৰ ৬টা সমষ্টিৰ ভিতৰত ৪টাত কংগ্রেছ আৰু বাকী দুটাৰ এটাত বিজেপি আৰু আনটোত জনতা দলে জয়লাভ কৰিলে। ভোটদানৰ শতকৰা হাৰ হ'ল ৪৯ শতাংশ।

লোকসভাৰ নির্বাচন পতাত সফল হোৱাত ৰাজ্যিক বিধান সভাৰ নির্বাচনৰ বাবে প্রস্তুতি চলোৱা হ'ল। প্রধান মন্ত্রী দেবেগৌড়াই ৰাজ্যখনলৈ বহু কোটি টকাৰ দুটা অর্থনৈতিক 'পেকেজ' ঘোষণা কৰিলে।

১৯৯৬ চনৰ ছেপ্টেম্বৰ মাহত নির্বাচন অনুষ্ঠিত হ'ল। এইবাৰ বিনাচর্তে নেচনেল কনফাৰেন্সে নির্বাচনত অংশ গ্রহণ কৰি বিধান সভাত দুই তৃতীয়াংশ আসন দখল কৰিলে। ৰাজ্যখনত ৰাষ্ট্রপতি শাসনৰ সমাপ্তি ঘোষণা কৰা হ'ল ৮ অক্টোবৰত আৰু ৯ অক্টোবৰত ডাঃ ফাৰুক আব্দুল্লাৰ নেতৃত্বাধীন মন্ত্রীসভাই শপত গ্রহণ কৰিলে।

# 'চৰৰ-ই-শ্বৰিফ' ধ্বংস

১৯৯৫ চনত জম্মু-কাশ্মীৰত উগ্ৰপন্থীয়ে ঘটোৱা এটা উল্লেখযোগ্য ঘটনা আছিল চৰৰ-ই-শ্বৰিফ ধ্বংস কৰাৰ ঘটনাটো। ১৫ শতিকাৰ ছুফী ধৰ্মগুৰু ছৈয়দ নুৰুদ্দিন ৱালিৰ দৰগাহ্ আছিল চৰৰ-ই-শ্বৰিফ নামৰ নগৰখনত। এই দৰগাহ্ আছিল সাম্প্ৰদায়িক সম্প্ৰীতিৰ প্ৰতীক।

ৰাজ্যখনত সাম্প্ৰদায়িক বিষবাষ্প বিয়পাবলৈ এই নগৰ আৰু দৰগাহ্ ধ্বংস কৰিবলৈ পাকিস্থানে সুপৰিকল্পিতভাৱে অভিযান চলালে। পাকিস্তান পন্থী ভালেমান উগ্ৰপন্থীক ১৯৯৫ চনৰ আগভাগতে এই দৰগাহৰ আশে-পাশে দেখা গ'ল। দেখা গ'ল ভালেমান ভেৰোণীয়া বিদেশী উগ্ৰপন্থীক। এই সকলক নেতৃত্ব দিছিল মস্ত গুল নামৰ পাকিস্তানত থকা এজন উগ্ৰপন্থীয়ে। উগ্ৰপন্থীবোৰৰ হাতত আছিল অত্যাধুনিক অস্ত্ৰ-শস্ত্ৰ— এল. এম. জি, ইউ-এম-জি, ৰকেট লাঞ্চাৰ আদি। জনা যায় যে মস্ত গুল আৰু তেওঁৰ সতীৰ্থসকলে পূৰ্বতেও দৰগাহটো আক্ৰমণ কৰিবলৈ চেষ্টা চলাইছিল, কিন্তু স্থানীয় বাহিনী দিয়া বাধাৰ বাবে সফল হ'ব পৰা নাছিল।

এইবাৰ উগ্ৰপন্থীবোৰ আহি দৰগাহৰ চৌদিশে আৰু ওচৰে-পাজৰে 'বাংকাৰ' নিৰ্মাণ কৰিলেহি। দৰগাহৰ চৌদিশে 'মাইন' পুতিলে। স্থানীয় লোকক ক'লে যোলে ৩ মাৰ্চ অৰ্থাৎ ঈদোজ্জোহাৰ পাছতে তেওঁলোকে সেই ঠাই পৰিত্যাগ কৰিব। কিন্তু আঁতৰি যোৱাৰ উম-ঘাম দেখা নগ'ল। বৰঞ্চ, দেখা গ'ল যে উগ্ৰপন্থীহঁতে অস্ত্ৰ-শস্ত্ৰৰ লগতে খাদ্য সম্ভাৰ আদিহে মজুত কৰিবলৈ ধৰিছে। এই কথা জানি নিৰাপত্তা বাহিনীয়ে চৰৰ-ই-শ্বৰিফ নগৰখনৰ চৌদিশে তালাচী চকী, নিৰীক্ষণ চকী আদি বহুৱালে। মাজে সময়ে উগ্ৰপন্থীহঁতে নিৰাপত্তা বাহিনীক উদ্দেশ্য কৰি গুলী মাৰিবলৈ ধৰিলে। পৰিস্থিতি বিষম হ'ব বুলি জানি নগৰবাসীৰ ভালেমান ঘৰ-বাৰী এৰি নিৰাপদ ঠাইলৈ যাবলৈ আৰম্ভ কৰিলে।

১৪ মাৰ্চৰ দিনা চৰকাৰে উগ্ৰপন্থীবোৰক দৰগাহৰ পৰা ওলাই আহিবলৈ আৰু নগৰখন ত্যাগ কৰিবলৈ আহ্বান জনালে। তেওঁলোকৰ বিৰুদ্ধে অভিযান চলোৱা নহ'ব বুলিও চৰকাৰৰ পিনৰ পৰা প্ৰতিশ্ৰুতি দিয়া হ'ল। নগৰখনৰ বাহিৰত বিদেশী উগ্ৰপন্থীবোৰক সমবেত হ'বলৈ আহ্বান জনাই চৰকাৰৰ তৰফৰ পৰা তেওঁলোকক কোৱা হ'ল যে তাকে কৰিলে তেওঁলোকক কোনো ক্ষতি নকৰাকৈ নিয়ন্ত্ৰণ ৰেখা পাৰ কৰি পাকিস্তানলৈ উভতি যোৱাৰ ব্যৱস্থা কৰি দিব। এই আহ্বান উগ্ৰপন্থীবোৰে অগ্ৰাহ্য কৰিলে।

পুনৰবাৰ চৰকাৰে ঘোষণা কৰিলে যে নিৰাপত্তা বাহিনীৰ ওচৰত আত্ম সমৰ্পণ কৰিলে ছুচেটগড় সীমান্তইদি উগ্ৰপন্থীবোৰক নিৰাপদে পাকিস্তানলৈ যোৱাৰ সুবিধা কৰি দিয়া হ'ব। এই প্ৰস্তাৱৰ প্ৰতিও সঁহাৰি পোৱা নগ'ল।

দৰগাহটো ধ্বংস কৰি পলায়ন কৰাৰ পৰিকল্পনা লৈ উগ্ৰপন্থীবোৰে যাবা মহলাৰ আন্তৰ্জাতিক

অঞ্চলত অগ্নি সংযোগ কৰিলে। জুই নুমুৰাবলৈ যাতে অগ্নি নিৰ্বাপক বাহিনী আহিব নোৱাৰে, তাৰ বাবে উগ্ৰপন্থীবোৰে 'ৰকেট লাঞ্চাৰ' আৰু 'পি-আৰ-জি' নিক্ষেপ কৰিলে। তৎসত্ত্বেও, ছঘণ্টা যত্ন কৰি জুই নুমুৰাবলৈ অগ্নি নিৰ্বাপক বাহিনী সক্ষম হ'ল। প্ৰায় এহেজাৰ ঘৰ আৰু দোকান জুইত জাহ গ'ল। জুইত ক্ষতিগ্ৰস্ত ৰাইজক সাহায্য দিয়াৰ কামত চৰকাৰী লোক ব্যস্ত থকাৰ সময়তে উগ্ৰপন্থীহতে অতি নিন্দনীয় আৰু ভয়াবহ কামটো কৰি পেলালে। কাষৰ আবাসিক অঞ্চলতেই নহয় পবিত্ৰ দৰগাহ আৰু কাষৰ মছজিদত অগ্নি সংযোগ কৰিলে। এই বৰ্বৰ কামটো কৰা হ'ল পবিত্ৰ ঈদৰ দিনা— ১৫ মে' তাৰিখে। তাৰ পাছত উগ্ৰপন্থীবোৰ পলাবলৈ যত্ন কৰিলে আৰু নিৰাপত্তা বাহিনীৰ সৈতে প্ৰচণ্ড গুলীয়া-গুলিত লিপ্ত হ'ল। এই ঘটনাত কিমান মৰিল, তাৰ সঠিক পৰিসংখ্যাৰ অভাব। কোনো কোনোৱে ৬০জন বুলি ক'ব খোজে। ''আল ফাটেহ্' নামৰ উগ্ৰপন্থী সংগঠন এটাৰ 'জেনেৰেল' বুলি চিনাকি দিয়া এজনৰ মতে নিহতসকলৰ ভিতৰত তেওঁলোকৰ সংগঠনৰ উপৰিও 'হৰ কট-উল-আনছাৰ' আৰু 'হিজবুল মুজাহিদিন'ৰ সদস্যও আছিল। আনহাতে মস্ত গুলৰ সহযোগী জিন্দাল পলাবলৈ যত্ন কৰোতে স্থানীয় ৰাইজে তেওঁক ধৰিলে। আফগানিস্থানত হোৱা যুদ্ধত অংশ গ্ৰহণ কৰি তেওঁ সাত বছৰ দিন তাত আছিল। আনহাতে উগ্ৰপন্থী দলটোৰ নেতা মস্ত গুল পলাই গৈ নিৰাপদে পাকিস্তান পালেগৈ।

মন কৰিব লগা যে প্ৰথমতে আবাসিক অঞ্চলত অগ্নি সংযোগ কৰাৰ পাছতে পাকিস্তানত থকা তেওঁলোকৰ 'গুৰু'ৰ সৈতে উগ্ৰপন্থীসকলৰ নেতা মস্ত গুলে অনাতাঁৰ বাৰ্তা যোগে কথা-বতৰা পাতে। অভিযান সফল হোৱা বুলি জনোৱাত 'গুৰু'ৱে বোলে তেওঁক অভিনন্দন জনায়। এই কথা-বতৰাতে প্ৰকাশ পায় যে হয় জীৱন্তে পলাই যাবলৈ আৰু নহয় সমগ্ৰ চৰৰ-ই-শ্বৰিফ নগৰত অগ্নি সংযোগ কৰি ধ্বংস কৰাৰ বাবে শপত গ্ৰহণ কৰি মস্ত গুলে এই অভিযানত নামিছিল।

## বিদেশী পৰ্যটক অপহৰণ

'চৰৰ-ই-শ্বৰিফ'ৰ ঘটনাৰ পাছতে আন এটা উল্লেখযোগ্য ঘটনা ঘটে। 'আল ফাৰান' নামৰ নতুন উগ্ৰপন্থী সংগঠন এটাই কেইজনমান বিদেশী পৰ্যটকক অপহৰণ কৰে। ঘটনাটো ঘটে ১৯৫৫ চনৰ জুলাই মাহৰ আৰম্ভতে।

মুক্তি পণৰূপে প্ৰথমে দাবী কৰা হ'ল— ভাৰতৰ কাৰাগাৰত থকা ২২জন উগ্ৰপন্থীৰ মুক্তি। তাৰ পিছত দাবী কৰা হ'ল— ৫০ নিযুত ডলাৰ বা তাৰ সম পৰ্যায়ৰ ধন। কেন্দ্ৰীয় চৰকাৰৰ তৰফৰ পৰা কোৱা হ'ল যে এই চৰকাৰে ধন আদায় নিদিয়ে, কিন্তু পৰ্যটকসকল যিবোৰ দেশৰ, সেই দেশবোৰে ইচ্ছা কৰিলে উগ্ৰপন্থী সংগঠনটোক ধন আদায় দিব পাৰে। তেনে দৰে ধন দিবলৈ সংশ্লিষ্ট কোনোখন দেশ আগবাঢ়ি নাহিল। কেন্দ্ৰীয় চৰকাৰৰ যুক্তি হ'ল যে ধনৰ বিনিময়ত মুক্ত কৰালে, ভৱিষ্যতে ধন আদায়ৰ একে পন্থাকে উগ্ৰপন্থীসকলে গ্ৰহণ কৰিব।

পণ-বন্দী কৰা সকলৰ ভিতৰত এজন আছিল ব্যৱসায়ৰ বাবে ভাৰতলৈ অহা ৪১ বছৰীয়া ইঞ্জিনীয়াৰ আমেৰিকাৰ জন চাইল্ডছ। চাৰি দিনৰ পাছতে তেওঁ পলাবলৈ সক্ষম হ'ল। চাইল্ডছৰ মতে, তেওঁক পহৰা দি আছিল মাত্ৰ এজনে— বিজনে টোপনি যোৱাৰ

সময়তে তেওঁ পলাব পাৰিলে। আনহাতে অপহৃত পৰ্যটকৰ সন্ধানত যোৱা ভাৰতীয় সেনা বাহিনীৰ হেলিকপ্টাৰ এখনে চাইল্ডছক উদ্ধাৰ কৰে। বাকীসকলৰ কি হ'ল?

এই ঘটনা সম্পৰ্কে খ্যাতনামা সাংবাদিক ক্ৰিষ্টিয়ান টমাছৰ ('ফ্ৰন্ট লাইন কাশ্মীৰ') বিবৰণীৰ মুকলি অনুবাদ তলত দিয়া হ'ল।

"১৯৯৫ চনৰ গ্ৰীষ্মকালি পশ্চিমীয়া দেশৰ পাঁচজন পৰ্যটকক অপহৰণ কৰা হ'ল। অপহৰণ কৰিলে তেতিয়ালৈকে অজ্ঞাত 'আল ফাৰণ' নামৰ উগ্ৰপন্থী সংগঠন এটাই। পাকিস্তান ভিত্তিক 'হৰকট-উল-আনছাৰ' নামৰ উগ্ৰপন্থী সংগঠনটোৰ পৰাই 'আল ফাৰণ'ৰ জন্ম।

পণ বন্দী কৰি ৰখা এজনক শিৰশ্চেদ কৰা হ'ল।... পাকিস্থানে এক অদ্ভুত অভিযোগ আনি ক'লে যে উগ্ৰপন্থীৰ আন্দোলনক হেয় প্ৰতিপন্ন কৰাৰ বাবেহে ভাৰতে এই অপহৰণৰ ঘটনাটো ঘটাইছে। ইতিমধ্যে বিভিন্ন ধৰণৰ বাতৰি ওলাল। যেনে— অপহৃতসকলক দেখা হৈছে, তেওঁলোকক হত্যা কৰা হৈছে। পুনৰ বাতৰি ওলাল যে তেওঁলোকক দেখা গৈছে— ইত্যাদি।

এনেদৰে মাহৰ পিছত মাহ বাগৰিল। তিনিজন ৰাষ্ট্ৰদূত— আমেৰিকাৰ ফ্ৰেংক উইছনাৰ, জাৰ্মানীৰ ফ্ৰেংক এলবে আৰু বৃটেইনৰ ডেভিদ গোৰেবুথে এই পৰিস্থিতি লৈ ব্যস্ত থাকিবলগীয়া হ'ল। অপহৃত কেইজনৰ পৰিয়াল কেইটাক এনে কথাই যাতনা দিলে। তেওঁলোকে আবেদন জনালে যে অপহৃত কেইজনৰ মৃত্যু হৈছে যদি সেই কথা তেওঁলোকক জনাব লাগে।

কাশ্মীৰ উপত্যকালৈ আহিল বৃটিছ পুলিচৰ লোক। কৰবৰ সন্ধান কৰিবলৈ 'স্নিপাৰ ডগ' লৈ আহিল জাৰ্মানৰ লোক। আৰু আহিল এতিয়াও জীয়াই পাবে বুলি আশা কৰি থকা অপহৃত চাৰিজনৰ পত্নী আৰু 'গাৰ্ল ফ্ৰেনড'বোৰ। তেওঁলোক বাৰম্বাৰ ভাৰতলৈ আহিল— খবৰৰ বাবে আবেদন জনাবলৈ। অপহৃত চাৰিজন হ'ল— ডনাল্ড হাটচিংছ (আমেৰিকা), কেইথ মানগান আৰু প'ল ৱেলছ (বৃটেইন) আৰু ডাৰ্ক হাছাৰ্ট (জাৰ্মানী)। চিকিৎসকৰ মতে, নৰৱেৰ ২৭ বছৰীয়া হান্‌ছ ক্ৰিষ্টিয়ান বোধহয় যুঁজ কৰি মৰিল আৰু পাছত তেওঁক শিৰশ্চেদ কৰা হ'ল। আন কেইজনৰ কোনো চিন মোকাম লোৱা নগ'ল বা তেওঁলোকৰ মৃত্যু নিশ্চিত কৰা বিশ্বাসযোগ্য খবৰ কোনেও দিব নোৱাৰিলে।

উগ্ৰপন্থী আন্দোলনক হেয় প্ৰতিপন্ন কৰাৰ বাবে উপ মহাদেশখনৰ চৌদিশে থকা ঐছ্লামিক সংগঠনবোৰে অপহৰণকাৰীবোৰক তুচ্চ-তাচ্ছিল্য কৰিবলৈ ধৰিলে। 'হৰকট-উল-আনচাৰ' আৰু একে ধৰণৰ সংগঠনবোৰক মুকলিকৈ তেওঁলোকৰ ভূ-খণ্ডত কাৰ্য নিৰ্বাহ কৰিবলৈ দিয়া বাবে পাকিস্তানে নিজকে ৰক্ষণাবেক্ষণ দিব লগা হ'ল। এই অপহৰণ কাৰ্য আছিল বহুতো কাশ্মীৰীৰ বাবে ক্ৰান্তিবিন্দু। উগ্ৰপন্থীসকল কিমান তললৈ নামিব পাৰে সেই কথা এই কাশ্মীৰীসকলে উপলব্ধি কৰিলে। স্বাধীনতা সংগ্ৰামৰ অৰ্থ যদি এয়ে হয়, তেতিয়া হ'লে তেওঁলোকে এনে সংগ্ৰামত অংশ ল'ব নোখোজে। 'আল-ফাৰণ' হৈছে— উগ্ৰবাদৰ এক কুৎচিৎ আৰু অগ্ৰহণযোগ্য মুখ।"

মন কৰিব লগা যে অপহৰণকাৰীৰ কবলৰ পৰা পলাই সৰা জন চাইল্ডছ আমেৰিকালৈ উভতি গৈ ৰাজহুৱাভাৱে বেষ্ট হাৰ্টফৰ্ডত ঘোষণা কৰিলে যে তেওঁৰ বিশ্বাস যে[৪২] "তেওঁক বন্দী কৰি ৰখা সকলক পাকিস্তানত থকা ওপৰৱালাসকলে নিয়ন্ত্ৰণ কৰিছিল।"

---

৪২। ভি পি কুমাৰৰ গ্ৰন্থ 'কাশ্মীৰ মিটাৰ্চ টু ডেমক্ৰেচী'

# কাৰ্গিলৰ যুদ্ধ

ভাৰতৰ সৈতে পাকিস্তানৰ তিনিখন যুদ্ধ যথাক্ৰমে ১৯৪৭, ১৯৬৫ আৰু ১৯৭১ চনত হওতে কোনোখনতে পাকিস্তানে জয়লাভ কৰিব নোৱাৰিল। পাকিস্তানে পুনৰ আন এখন যুদ্ধৰ সূচনা কৰিলে ১৯৯৯ চনৰ মে' মাহত। তাৰ মাত্ৰ তিনি মাহৰ আগতে (ফেব্ৰুৱাৰী) ভাৰতৰ প্ৰধান মন্ত্ৰী অটল বিহাৰী বাজপেয়ীয়ে উভয় দেশৰ মাজত সম্প্ৰীতি আৰু শান্তিৰ উদ্দেশ্যে কৰিছিল বিখ্যাত 'লাহোৰ যাত্ৰা'। সীমান্তৰ ৱাগাহ্ চকীয়েদি বাছেৰে ১৯৯৯ চনৰ ২০ ফেব্ৰুৱাৰী পাকিস্তানত প্ৰৱেশ কৰোতে বাজপেয়ীক সাৱটি ধৰি আদৰণি জনাইছিল পাকিস্তানৰ তেতিয়াৰ প্ৰধান মন্ত্ৰী নৱাজ শ্বৰীফে। ভাৰতৰ প্ৰধান মন্ত্ৰীজনৰ সম্মানাৰ্থে কৰা হৈছিল ২১ জাই টোপ ধ্বনি। লাহোৰত দুয়োজন প্ৰধানমন্ত্ৰীয়ে ২১ ফেব্ৰুৱাৰীত উভয় দেশৰ মাজত বুজাবুজিৰ যি ঘোষণা পত্ৰত স্বাক্ষৰ কৰিলে, সেয়া জনাজাত হৈছিল 'লাহোৰ চুক্তি' বুলি।

ভাৰতে কিন্তু লেখমাত্ৰাও কল্পনা কৰা নাছিল যে ভাৰতৰ প্ৰধান মন্ত্ৰীজনে পাকিস্তানৰ ভূমিখণ্ডত প্ৰৱেশ কৰোতে, তেওঁক তাৰ চৰকাৰে বিপুল আদৰণি জনোৱাৰ সময়ত বা তাৰ আগতেই ভাৰতক শলঠেকত পেলাবলৈ ৰচনা কৰা হৈছিল এক পৰিকল্পিত ষড়যন্ত্ৰ। সেয়া আছিল— অতি শিলাময় অৰু দুৰ্গম কাৰ্গিল পৰ্বতমালাৰ ভাৰতৰ দখলত থকা একাধিক ঠাইলৈ গোপনে সশস্ত্ৰ অনুপ্ৰৱেশকাৰী পঠাই সামৰিক দিশৰ পৰা গুৰুত্বপূৰ্ণ অঞ্চল অধিকাৰ কৰা। জম্মু-কাশ্মীৰত ভাৰত-পাকিস্তানৰ সীমা যাক নিয়ন্ত্ৰণ ৰেখা বা 'এল-অ-চি' বুলি কোৱা হয়, সেই ৰেখা অতিক্ৰম কৰোৱাই ভাৰতৰ কাৰ্গিলৰ দুৰ্গম শিলাময় ঠাই— যিবোৰ ঠাইৰ উচ্চতা ১২ হেজাৰৰ পৰা ১৮ হেজাৰ ফুট, তালৈ পঠালে পাকিস্তানে সশস্ত্ৰ অনুপ্ৰৱেশকাৰীৰ দল। অঞ্চলকেইটা হ'ল— মুছকোহ উপত্যকা, দ্ৰাছ, কাকচাৰ আৰু বাটালিক খণ্ড। দ্ৰাছ খণ্ডত নিয়ন্ত্ৰণ ৰেখাৰ পৰা ভাৰতীয় ভূমিখণ্ডৰ ১৫ কিলোমিটাৰ পৰ্যন্ত ভিতৰলৈ অনুপ্ৰৱেশকাৰী সোমোৱাৰ পৰাই পৰিস্থিতিৰ গুৰুত্ব আৰু জটিলতা উপলব্ধি কৰিব পাৰি।

পাকিস্তানৰ মতে অৱশ্যে এই অনুপ্ৰৱেশকাৰীৰ ক্ষেত্ৰত তেওঁলোকৰ কোনো ভূমিকাই নাই। এই অনুপ্ৰৱেশকাৰীসকল হ'ল— 'মুজাহিদিন' আৰু 'স্বাধীনতা যুঁজাৰু'হে। কিন্তু এই তথাকথিত মুজাহিদিন বা স্বাধীনতা যুঁজাৰুৰ হাতত আছিল কি? আছিল আন অস্ত্ৰ-শস্ত্ৰ আৰু খাদ্য-খাদ্যৰ উপৰিও 'হেভী মেচিন গান' 'লাইট মেচিন গান', 'এয়াৰ ডিফেন্স গান, আৰু মৰ্টাৰৰ উপৰিও 'ষ্টিঙ্গাৰ' অৰ্থাৎ 'ছাৰফেচ টু এয়াৰ মিছাইল"— ভূমিখণ্ডৰ পৰা আকাশ মাৰ্গলৈ মাৰিব পৰা ক্ষেপনাস্ত্ৰ। প্ৰয়োজন হোৱা মাত্ৰকে এই অস্ত্ৰ-শস্ত্ৰবোৰৰ যোগান ধৰা হৈছিল— পাকিস্তানৰ প্ৰতিৰক্ষা বিভাগৰ ভঁৰালৰ পৰা। মুজাহিদিন বা

স্বাধীনতা যুঁজাৰুৰ নামত কাৰ্গিল যুদ্ধত অংশ গ্ৰহণ কৰা বহু সংখ্যকেই আছিল প্ৰকৃততে পাকিস্তানী সেনাহে।

কাৰ্গিল যুদ্ধৰ বিষয়ে আলোচনা কৰাৰ আগতে জম্মু-কাশ্মীৰৰ নিয়ন্ত্ৰণ ৰেখা— যি ৰেখা প্ৰকৃততে পাক অধিকৃত জম্মু কাশ্মীৰ আৰু ভাৰতৰ দখলত থকা জম্মু কাশ্মীৰৰ সীমা যাৰ জনপ্ৰিয় নাম 'এল-অ-চি' সেই ৰেখাৰ বিষয়ে চমুকৈ আলোচনা কৰা যাওক।

জম্মু-কাশ্মীৰ ৰাজ্য দখল কৰাৰ বাবে ১৯৪৭ চনত পাকিস্তানে যি সশস্ত্ৰ অভিযান চলালে তাৰ সুবিচাৰৰ আশা কৰি অৰ্থাৎ পাকিস্তানক আক্ৰমণকাৰী বুলি অভিহিত কৰি ৰাজ্যখনৰ পৰা তেওঁলোকক আঁতৰি যাবলৈ নিৰ্দেশ দিয়াৰ আশাত ভাৰতে বিষয়টো ৰাষ্ট্ৰসংঘলৈ নিছিল যদিও ৰাষ্ট্ৰসংঘই বেলেগ ভূমিকাহে ল'লে। ৰাষ্ট্ৰসংঘৰ মধ্যস্থতাত উভয় দেশৰ মাজত যুদ্ধ বিৰতি হৈ উভয়ৰ দখলত থকা অঞ্চলৰ সীমা যি ৰেখাৰে চিহ্নিত কৰা হ'ল, সেয়াই আছিল যুদ্ধ বিৰতি ৰেখা (১৯৪৯ চনৰ ১ জানুৱাৰী)। পৰৱৰ্তী কালত উভয় দেশৰ দুয়োজনা প্ৰধান মন্ত্ৰী— ইন্দিৰা গান্ধী আৰু জেদ এ ভুট্টোৰ মাজত সম্পাদিত ছিমলা চুক্তিৰ (২জুলাই, ১৯৭২ চন) সময়ত এই ৰেখাৰ নামকৰণ কৰা হ'ল নিয়ন্ত্ৰিত ৰেখা বা 'এল-অ'-চি'(Line of actual control) বুলি।

৭৪০ কিলোমিটাৰ দৈৰ্ঘ্যৰ[৪৩] এই ৰেখা আৰম্ভ হৈছে দক্ষিণে জম্মুৰ আখনুৰৰ ওচৰৰ সংগম নামৰ ঠাইৰ পৰা। উত্তৰে এই ৰেখাৰ আনটো মূৰ হ'ল ছিয়াচেনৰ কাষৰ ছিয়াচেন গ্লেছিয়াৰৰ ওচৰলৈকে— যি ঠাইৰ নাম মানচিত্ৰত দিয়া হৈছে 'এন জে ৯৮৪২' বুলি। নিয়ন্ত্ৰিত ৰেখাডাল দুৰ্গম মানৱ বসতি শূন্য ছিয়াচেন গ্লেচিয়াৰ মানচিত্ৰত চিহ্নিত কৰা নহ'ল বা কৰিব পৰা নহ'ল। অৱশ্যে ১৯৪৯ চনৰ কৰাচী চুক্তিত কোৱা হৈছিল যে যুদ্ধবিৰতি (এতিয়া নিয়ন্ত্ৰিত) ৰেখা এন-জে-৯৮৪২ৰ পৰা গ্লেচিয়াৰৰ উত্তৰেদি যাব। তাৰ অৰ্থ হ'ল যে ছিয়াচেন ভাৰতৰ ভিতৰত পৰিব।

পাকিস্তানে কিন্তু এই কথা মানি নলয়। আন্তঃৰাষ্ট্ৰীয় মানচিত্ৰত নিয়ন্ত্ৰণ ৰেখা ডালত ছিয়াচেন ভাৰতৰ ভিতৰত পৰা দেখুওৱা হোৱা নাই। পাকিস্তানৰো মত সেয়ে। ১৯৮২ চনত পাকিস্তানে পৰ্বতাৰোহী দল এটা ছিয়াচেনলৈ পঠিয়াই এনে ধাৰণা দিবলৈ যত্ন কৰিছিল যে ছিয়াচেনৰ ওপৰত তেওঁলোকৰহে কৰ্তৃত্ব আছে। পাকিস্তানী সৈন্য ছিয়াচেনলৈ যাব পৰাৰ সম্ভাৱনা থকা যেন দেখি ১৯৮৪ চনত ভাৰতে সেই অঞ্চললৈ সেনা পঠাই সেই অঞ্চলত ভাৰতৰ কৰ্তৃত্ব থকাৰ কথা প্ৰতিপন্ন কৰে।

## প্ৰথম দেখিলে মে' মাহৰ প্ৰথম সপ্তাহত

যি কি নহওক, মে' মাহৰ প্ৰথম সপ্তাহত দ্ৰাছ (উচ্চতা ৩,৪০০মি.) অঞ্চলত এল-অ'-চি'ৰ ভাৰতীয় অঞ্চলৰ যথেষ্ট ভিতৰত সৰ্বপ্ৰথমে পাক অনুপ্ৰৱেশকাৰী ভাৰতৰ টহলদাৰী সেনাই দেখিবলৈ পালে। বাটালিক (উচ্চতা ৪,৮১২ মি.ৰ পৰা ৫,২৮৭ মি.)

---

৪৩। বাৰ্তাজীৱী 'আউট লুক'ৰ ১৯৯৯ চনৰ ১২জুনৰ সংখ্যা

আৰু কাৰ্গিল (উচ্চতা ২,৭০০ মি.) অঞ্চলতো ৯ৰ পৰা ১২ মে'ৰ ভিতৰত বহু সংখ্যক অনুপ্ৰৱেশকাৰী দেখা গ'ল। ১২ৰ পৰা ১৫ মে'ৰ ভিতৰত দেখা গ'ল দ্ৰাছ আৰু মাছকোহ উপত্যকাত। একে সময়তে দেখা গ'ল টাইগাৰ হিল আৰু বাটালিক নামৰ ঠাইত। 'এল-অ'-চি' পাৰ হৈ ভাৰতৰ অঞ্চলত সোমাই পাক সমৰ্থিত সশস্ত্ৰ অনুপ্ৰৱেশকাৰীহঁতে ভাৰতৰ অঞ্চল দখল কৰি শিবিৰ পাতি বহিল। প্ৰথম অৱস্থাত পাক-অনুপ্ৰৱেশকাৰীয়ে সৃষ্টি কৰা পৰিস্থিতিৰ কেনেকৈ সম্মুখীন হ'ব পাৰি, সেই বিষয়ে কৌশল ৰচনা কৰাত ভাৰতৰ কিছু সময় লাগিল। তেনে সময়তে শত্ৰু পক্ষৰ সম্মুখীন হ'বলৈ গৈ ভাৰতৰ যথেষ্ট ক্ষয়-ক্ষতি হ'ল। আনহাতে পাক-অনুপ্ৰৱেশকাৰীহঁতে দখল কৰা ঠাইবোৰ যথেষ্ট উচ্চতাত বাবে ভাৰতীয় সেনাৰ বাবে বিশেষ সমস্যাই দেখা দিলে। ভাৰতীয় সেনা বাহিনীয়ে বিমান বাহিনীৰ সহায় বিচাৰিলে। ২৫ মে'ৰ নিৰাপত্তা বিষয়ক কেবিনেট কমিটীৰ বৈঠকত আক্ৰমণকাৰীহঁতক আঁতৰাই পঠাবলৈ যিকোনো কাৰ্য ব্যৱস্থা গ্ৰহণৰ সিদ্ধান্ত লোৱা হ'ল। সেই দিনাই আবেলি প্ৰধান মন্ত্ৰী বাজপেয়ীয়ে পণ্ডিচেৰীত এটা বিদ্যুৎ প্ৰকল্প উদ্বোধন কৰিবলৈ যাওঁতে স্থানীয় সাংবাদিকসকলৰ আগত ক'লে যে কাৰ্গিলত দেশখনে এক নতুন প্ৰত্যাহ্বানৰ সম্মুখীন হৈছে, কাৰণ, তাত 'উগ্ৰপন্থী'য়ে ভাৰতৰ অঞ্চল দখল কৰি থিতাপি লৈছে। পাকিস্তানী সামৰিক বাহিনীয়ে অনুপ্ৰৱেশকাৰীহঁতক সহায় কৰাৰ কথা উল্লেখ কৰি প্ৰধান মন্ত্ৰীয়ে ঘোষণা কৰিলে যে "এই পৰিস্থিতি আমাৰ বাবে একেবাৰে গ্ৰহণযোগ্য নহয়।' তেওঁ লগতে প্ৰকাশ কৰিলে যে পাকিস্তানৰ প্ৰধানমন্ত্ৰী নৱাজ শ্বৰীফে আগনিশা (২৪ মে') তেওঁলৈ টেলিফোন কৰোতে তেওঁ শ্বৰীফক স্পষ্টভাৱে কৈছে যে "আমাৰ অঞ্চল অনুপ্ৰৱেশকাৰীহঁতৰ পৰা মুক্ত কৰাৰ বাবে সম্ভৱপৰ সকলো ব্যৱস্থাই আমি গ্ৰহণ কৰিম।"

২৬ মে'ৰ পৰা কাৰ্গিলত শত্ৰুপক্ষৰ ওপৰত ভাৰতীয় বিমান বাহিনীৰ আক্ৰমণ আৰম্ভ হ'ল। অঘোষিত এই যুদ্ধক নামকৰণ কৰা হৈছিল 'অপাৰেশ্যন বিজয়' বুলি। গেৰিলা যুদ্ধৰ কৌশলত ভাৰতৰ শ্ৰেষ্ঠতা প্ৰতিপন্ন হ'ল, অনুপ্ৰৱেশকাৰীহঁতে দখল কৰা সকলোবোৰ ঠাই ভাৰতীয় সেনাই দখল কৰিলে। অনুপ্ৰৱেশকাৰীক সহায় কৰা পাকিস্তানী সেনা পিচুৱাই গ'ল। ১২ জুলাইত পাকিস্তানৰ প্ৰধানমন্ত্ৰীয়ে তেওঁলোকৰ সেনা বাহিনী সম্পূৰ্ণৰূপে আঁতৰাই নিয়াৰ কথা ঘোষণা কৰিলে আৰু আলোচনাৰ বাবে প্ৰস্তাৱ দিলে। ১৪ জুলাইত প্ৰধানমন্ত্ৰী বাজপেয়ীয়ে 'অপাৰেশ্যন বিজয়' সফল হোৱা বুলি ঘোষণা কৰিলে। নৱাজ শ্বৰীফে দিয়া আলোচনাৰ প্ৰস্তাৱ সম্পৰ্কত বাজপেয়ীয়ে চৰ্ত দিলে যে নিয়ন্ত্ৰণ ৰেখাক অতি পবিত্ৰ বুলি পাকিস্তানে গণ্য কৰিব লাগিব আৰু সীমান্তৰ সিপাৰৰ পৰা চলোৱা সন্ত্ৰাসবাদ ততালিকে বন্ধ কৰিব লাগিব।

কাৰ্গিল যুদ্ধৰ কেইটামান বিশেষ দিশ আছে। প্ৰথম, কেইবামাহৰ আগতেই এল-অ'-চি অতিক্ৰম কৰি (বাটালিক খণ্ড এল-অ'-চিৰ পৰা ১৫ কি. মি. পৰ্যন্ত) বহু সংখ্যক পাক অনুপ্ৰৱেশকাৰী কাৰ্গিলৰ আশে-পাশে থকা পৰ্বতবোৰৰ গুৰুত্বপূৰ্ণ স্থানবোৰ অধিকাৰ কৰি বাংকাৰ খান্দি অস্ত্ৰ-শস্ত্ৰ, খাৰ-বাৰুদ আৰু খাদ্য সামগ্ৰী মজুত কৰিলেও ভাৰতৰ চোৰাংচোৱা সংগঠনবোৰে গম নোপোৱাটো আচৰিত কথা। প্ৰতিৰক্ষা বিষয়া বিশেষজ্ঞসকলৰ

মতে, এল-অ'-চি অতিক্ৰম কৰি ভাৰতীয় অঞ্চলৰ বহু ভিতৰলৈ সোমাই পৰ্বতৰ বিভিন্ন শিখৰত ভালদৰে খোপনি পোতাৰ আঁচনি ৰূপায়িত কৰিবলৈ পাক-সমৰ্থিত অনুপ্ৰৱেশকাৰীৰ নিশ্চিতভাৱে ভালেমাহুৰ প্ৰয়োজন হৈছিল। তেওঁলোকৰ মতে[৪৪], 'কেইবা মাহৰ আগতেই ইছলামাবাদ আৰু ৰাৱালপিণ্ডিত নিশ্চয় বিতংভাৱে বুজাই দিয়া আৰু কৰ্তৃত্বপ্ৰদান কাৰ্য অনুষ্ঠিত হৈছিল। ফিল্ড অফিচাৰ নিযুক্তি দি তেওঁলোকক পাক-অধিকৃত অঞ্চলৰ বাল্টিস্থানৰ উচ্চ শিখৰত নিশ্চয় প্ৰশিক্ষণ দিছিল। যুদ্ধ সংঘটিত হোৱা এল-অ'-চিৰ কাষৰ স্কাৰ্ডু আৰু এছটৰত থকা পাকিস্তানী সেনাৰ গেৰিছনত নিশ্চয় সাঁ-সজুলি আৰু সামগ্ৰী জমা কৰি ৰখা হৈছিল।"

উল্লেখ কৰা প্ৰয়োজন যে এই অক্ষমনীয় বিফলতাৰ বাবে যাইকে দায়ী হ'ল, এনে কামৰ দায়িত্বত থকা চৰকাৰৰ তিনিটা সংগঠন— (১) ৰ' (ৰিচাৰ্চ এণ্ড এনালিচিচ উইং), (২) আই-বি (ইনটেলিজেন্স ব্যুৰ) আৰু (৩) এম-আই (মিলিটেৰী ইনটেলিজেন্স)।

দ্বিতীয়, এই অঘোষিত যুদ্ধ পূৰ্ণাংগ যুদ্ধলৈ ৰূপান্তৰিত হৈ পাৰমাণৱিক যুদ্ধৰ ৰূপ ল'ব পাৰে বুলি কোনো মহলে আশংকা কৰিলেও ভাৰতে এল-অ'-চি অতিক্ৰম নকৰি এই ৰেখাৰ পৱিত্ৰতা ৰক্ষা কৰাত দৃঢ় হৈ থাকিল। পাক-সমৰ্থিত অনুপ্ৰৱেশকাৰীৰ হাতৰ পৰা ভাৰতীয় অঞ্চল মুক্ত কৰাতেই 'অপাৰেছন বিজয়' সীমিত কৰি ৰখা হ'ল।

তৃতীয়তে, ভাৰতৰ এই উদ্দেশ্য সম্পৰ্কে মাৰ্কিন যুক্তৰাষ্ট্ৰকে ধৰি বিশ্বৰ প্ৰধান শক্তিবোৰক পতিয়ন নিয়াবলৈ সক্ষম হোৱাৰ কথা প্ৰতিফলিত হ'ল এই কথাত যে পাকিস্তানে তেওঁলোকৰ সপক্ষে বন্ধু ৰাষ্ট্ৰ চীনৰ পৰাও আনকি ভাল সঁহাৰি নাপালে।

আনহাতে, পাকিস্তানৰ প্ৰধানমন্ত্ৰী শ্বৰীফক আমেৰিকাৰ ৰাষ্ট্ৰপতি ক্লিন্টনে ক'লে যে এল-অ'-চিৰ ভাৰতীয় অঞ্চলৰ পৰা ততালিকে তেওঁলোকৰ বাহিনী আঁতৰাই নিব লাগে আৰু ভাৰতৰ সৈতে আলোচনাত বহিব লাগে। উদ্যোগৰ ক্ষেত্ৰত অগ্ৰণী বিশ্বৰ ৰাষ্ট্ৰকেইখনৰ 'জি.এইট' নামৰ সংগঠনটোৱে ১৮ জুনত জাৰ্মানীত বহা সভাইও মত প্ৰকাশ কৰিলে যে এল-অ'-চিৰ ওপৰত কৰা আক্ৰমণ পাকিস্তানে বন্ধ কৰিব লাগে আৰু ভাৰতৰ সৈতে আলোচনাত বহিব লাগে। কূটনৈতিক দিশত ভাৰতৰ এয়া এক বিশেষ সফলতা।

তেতিয়াৰ প্ৰতিৰক্ষা মন্ত্ৰী জৰ্জ ফাৰ্ণাণ্ডেজে কাৰ্গিল যুদ্ধ চলি থকাৰ সময়তে (১৮ মে') দিয়া দুটা প্ৰস্তাৱে দেশত তীব্ৰ বাদ-বিসম্বাদৰ সৃষ্টি কৰিলে। তেওঁ ক'লে যে কাৰ্গিলৰ ঘটনাত পাকিস্তানৰ প্ৰধান মন্ত্ৰী নৱাজ শ্বৰীফ আৰু সেই দেশৰ চোৰাংচোৱা সংগঠন আই-এছ-আইৰ হাত নাই। এয়া বিশেষ উদ্দেশ্য লৈ কৰা এক কৌশলপূৰ্ণ কূটনৈতিক মন্তব্য যদি সেয়া বেলেগ কথা, কিন্তু বাস্তৱত এনে মন্তব্য একেবাৰে অন্তঃসাৰশূন্য। শ্বৰীফ প্ৰধান মন্ত্ৰীয়েই নহয়, প্ৰতিৰক্ষা দপ্তৰো তেওঁৰ হাতত। সুপৰিকল্পিত আৰু দীৰ্ঘদিনীয়া প্ৰস্তুতিৰে কাৰ্গিলত পাকিস্তানে যি পৰিস্থিতিৰ সৃষ্টি কৰিলে, সেয়া দেশখনৰ প্ৰধান মন্ত্ৰীৰ অগোচৰে হোৱাটো 'গছত গৰু উঠা' যেন কথা। একে কথা প্ৰযোজ্য আই-

ইণ্ডিয়া টুডে'- ১৯৯৯ চনৰ ১৪জুনৰ সংখ্যা

এছ্-আইৰ ভূমিকাৰ ক্ষেত্ৰত। আনহাতে পাক-অনুপ্ৰৱেশকাৰীবোৰক নিৰাপদ প্ৰত্যাৱৰ্তনৰ ব্যৱস্থা কৰি কাৰ্গিল যুদ্ধৰ সম্ভাব্য সম্প্ৰসাৰণ ৰোধ কৰাৰ প্ৰস্তাৱ পাকিস্তানৰ পক্ষৰ পৰা যুদ্ধৰ মাজভাগতে দিল্লীত উভয় দেশৰ বিশেষ প্ৰতিনিধিয়ে— আৰ, কে, মিশ্ৰ আৰু নিয়াজ নাইকৰ মাজত আলোচনা হোৱা বুলি প্ৰকাশ। ভাৰতীয় সেনা বাহিনীৰ তৰফৰ পৰা এই প্ৰস্তাৱৰ তীব্ৰ বিৰোধিতা কৰাত প্ৰস্তাৱটো বিশেষ আগ নাবাঢ়িল।

### [৪৫]চকুৰ পচাৰতে কাৰ্গিল যুদ্ধখন ঃ

যুদ্ধখনৰ চলিছিল মুঠতে ৭৪ দিন
যুদ্ধক্ষেত্ৰৰ দৈৰ্ঘ্য আছিল ১৫০ কি.মি.
যুদ্ধত নিয়োজিত ভাৰতীয় সেনা— ২০,০০০
যুদ্ধত নিয়োজিত পাক সেনা— জনা নাযায়
অনুপ্ৰৱেশকাৰীৰ সংখ্যা ১,৫০০
ব্যৱহৃত 'আৰ্টিলাৰী'ৰ সংখ্যা ৩০০ (১০০ টা বফৰ্ছ বৰটোপকে ধৰি)
দৈনিক গোলা বৰ্ষণ ৫,০০০
'ট'নেজ (tonnage) ১৫,০০০

<u>বিমান ব্যৱহাৰ ঃ</u>
'ষ্ট্ৰাইক মিছন' ১৫০
'ৰিকনাইছেন্স' ১৫০
'এচৰ্ক'ৰ্ট মিছন' ৫০০
'ছুপাৰ ছৰ্টিজ' ২,১৮৫

<u>নিহত-আহতৰ সংখ্যা ঃ</u>
নিহত পাকিস্তানী ৬৯৬
নিহত ভাৰতীয় ৪০৭
আহত ভাৰতীয় ৫৮৪
সন্ধানহীন ভাৰতীয় ৬

<u>কোটি টকা হিচাপত যুদ্ধৰ ব্যয় ঃ</u>
গড়হিচাপত দৈনিক ব্যয় ১৫
মুঠ ব্যয় ১,১১০

## চমুতে কাৰ্গিল যুদ্ধখনৰ (১৯৯৯ চন) উল্লেখযোগ্য ঘটনাৱলী

৮ মে'ৰ পৰা ১৫ মে'— কাৰ্গিলৰ শীৰ্ষত ভাৰতীয় সেনাই ডাঙৰ সংখ্যক অনুপ্ৰৱেশকাৰী দেখিবলৈ পায়। ভাৰতীয় সেনাৰ উপলব্ধি হ'ল যে ৰাষ্ট্ৰীয় পথ দখল কৰি

৪৫। 'ইণ্ডিয়া টুডে'ৰ ১৯৯৯ চনৰ ২৬ জুলাই সংখ্যা

শ্ৰীনগৰৰ পৰা লেহৰ সংযোগ বিচ্ছিন্ন কৰাই তেওঁলোকৰ উদ্দেশ্য।

২৬ মে'— কাৰ্গিলৰ-দ্ৰাছ-বাটালিক খণ্ডত ৬শ পৰা ৮শ পাকিস্তানী অনুপ্ৰৱেশকাৰী থকা বুলি ভাৰতৰ সেনা বাহিনীৰ স্বীকাৰ। ভাৰতৰ বিমান আক্ৰমণ।

২৭ মে'— ভাৰতৰ মিগ— ২৭ বিমান এখন বিধ্বস্ত। ফ্লাইট লেফ্ কে নচিকেতাক পাকিস্তানে যুদ্ধ বন্দী কৰিলে। উদ্ধাৰ অভিযানত এল-অ'-চিৰ ওপৰেদি উৰা মিগ ২১ বিমান এখন শত্ৰুপক্ষই গুলীয়াই ভূপতিত কৰাত স্কোৱাৰ্ডন লিডাৰ অজয় আহুজা নিহত। শ্ৰীনগৰ বিমান কোঠ বন্ধ কৰি দিয়া হ'ল।

২৮ মে'— এম আই ১৭ হেলিকপ্টাৰ এখন গুলীয়াই ভূপতিত কৰা হ'ল। চাৰিওজন 'ক্ৰু' নিহত হ'ল। ভাৰতীয় বিমান বাহিনীয়ে 'চপাৰছ' প্ৰত্যাহাৰ কৰিলে। প্ৰতিৰক্ষা মন্ত্ৰী ফাৰ্ণাণ্ডেজে সকলোকে আচৰিত কৰি ঘোষণা কৰিলে যোলে কাৰ্গিল অভিযানত শ্বৰীফ আৰু আই-এছ-আইৰ হাত নাই। তদুপৰি তেওঁ পাক-অনু-প্ৰৱেশকাৰীহঁতক নিৰাপদে আঁতৰি যোৱাৰ প্ৰস্তাৱ দিলে।

৬ জুন— অস্ত্ৰ-শস্ত্ৰকে ধৰি সকলো পিনেদি সৰ্ট্টম হৈ ভাৰতীয় সেনাৰ কাৰ্গিল আৰু দ্ৰাছ খণ্ডত শত্ৰুৰ ওপৰত আক্ৰমণ— বিমান আক্ৰমণসহ। উদ্দেশ্য হ'ল— শত্ৰুৰ হাতৰ পৰা শ্ৰীনগৰ লেহ ৰাষ্ট্ৰীয় পথ মুক্ত কৰি ৰখাটো।

১২ জুন— নতুন দিল্লী উভয় দেশৰ বৈদেশিক মন্ত্ৰী যশোৱন্ত সিং আৰু এছ আজিজৰ বৈঠক। পাক অনুপ্ৰৱেশকাৰী আঁতৰি যাব লাগিবই বুলি ভাৰতৰ দৃঢ়তা।

১৩ জুন— ভাৰতৰ টলালিং শৃংগ দখল। ব্যাপক গোলা বৰ্ষণৰ মাজত বাজপেয়ীৰ কাৰ্গিল ভ্ৰমণ।

১৫ জুন— কাৰ্গিলৰ পৰা আঁতৰি আহিবলৈ মাৰ্কিন ৰাষ্ট্ৰপতি ক্লিণ্টনৰ পাক প্ৰধান মন্ত্ৰীক আহ্বান। ভাৰতৰ সংযমক ক্লিণ্টনৰ প্ৰশংসা। পৰিস্থিতি সম্পৰ্কে চীনৰ নেতৃবৰ্গক ভাৰতৰ দ্বাৰা অৱগত।

১৭ -১৮ জুন— 'জি-এইট' নেতৃবৰ্গক ভাৰতৰ প্ৰধানমন্ত্ৰীৰ মুখ্য উপদেষ্টা ব্ৰজেশ মিশ্ৰই লগ ধৰিলে। প্ৰধান মন্ত্ৰী বাজপেয়ীৰ চিঠি ৰাষ্ট্ৰপতি ক্লিণ্টনৰ সহকাৰীক অৰ্পণ।

২০ জুন— ভাৰতীয় সেনাৰ পইণ্ট ৫১৪০ দখল, টলালিং বিজয় সম্পূৰ্ণ। অনুপ্ৰৱেশৰ সমাপ্তি ঘটাবলৈ 'জি-এইট'ৰ আহ্বান।

২১-২৭ জুন— মাৰ্কিন জেনেৰেল জিন্নিৰ ইছলামাবাদ ভ্ৰমণ। এল-অ'-চিৰ পৰা আঁতৰি আহিবলৈ শ্বৰীফক আহ্বান। দিল্লীত মাৰ্কিন প্ৰতিনিধি।

২৮ জুন— শ্বৰীফৰ চীন ভ্ৰমণ। কিন্তু উপযুক্ত সঁহাৰি নাপাই ভ্ৰমণ চমুৱাই গৃহ প্ৰত্যাৱৰ্তন।

৪ জুলাই— শত্ৰুপক্ষৰ হাতৰ পৰা টাইগাৰ হিল পুনৰ দখল। ৱাশ্বিংটনত শ্বৰীফৰ ক্লিণ্টনক সাক্ষাৎ। ততালিকে অনুপ্ৰৱেশকাৰী আঁতৰাই আনিবলৈ আৰু ভাৰতৰ সৈতে আলোচনাত বহিবলৈ ক্লিণ্টনৰ আহ্বান।

১১ জুলাই— পাকিস্তানী অনুপ্ৰৱেশকাৰীৰ কাৰ্গিলৰ পৰা পিছুৱাই যাবলৈ আৰম্ভ। বাটালিকৰ গুৰুত্বপূৰ্ণ স্থানবোৰ ভাৰতৰ পুনৰ দখল। ১৬ জুলাইৰ ভিতৰতে সম্পূৰ্ণৰূপে আঁতৰি যাবলৈ ভাৰতৰ আহ্বান।

১২ জুলাই— অপসাৰণ কৰাৰ কাৰণ ব্যাখ্য কৰি শ্বৰীফৰ টেলিভেশ্যনত ভাষণ। ভাৰতৰ সৈতে আলোচনাৰ প্ৰস্তাৱ।

১৪ জুলাই— 'অপাৰেশ্যন বিজয়' সফল হোৱা বুলি প্ৰধান মন্ত্ৰী বাজপেয়ীৰ ঘোষণা। আলোচনাৰ বাবে দুটা চৰ্ত আৰোপ। প্ৰথম, এল-অ'-চিৰ পবিত্ৰতা ৰক্ষা আৰু দ্বিতীয়, সীমান্ত অতিক্ৰম কৰি ভাৰতৰ অঞ্চলত চলোৱা সন্ত্ৰাসবাদ বন্ধ কৰা।

## অসমৰ শ্বহীদ

কাৰ্গিলৰ যুদ্ধত নিহত হোৱা সকলৰ ভিতৰত আছিল অসমৰ চাৰিজন। তেওঁলোক হ'ল— (১) চিন্ময় ভৌমিক (২) জিন্টু গগৈ, (৩) উত্তৰ দাস আৰু (৪) নন্দ চান্দ সিং।

দ্ৰাছ খণ্ডত হোৱা যুদ্ধত ১৫ জুনত মৃত্যু বৰণ কৰা চিন্ময় ওৰফে কাজল ভৌমিক আছিল সীমান্ত নিৰাপত্তা বাহিনীৰ কাৰ্গিল খণ্ডৰ বন্দীপুৰ গোটৰ লেন্সনায়ক। কাছাৰ জিলাৰ জাৰৈইলতলা গাঁৱত আছিল তেওঁৰ ঘৰ। পিতৃ কান্তি ভৌমিক আৰু মাতৃ অঞ্জনা ভৌমিক। কাৰ্গিল যুদ্ধত তেওঁ আছিল অসমৰ প্ৰথম শ্বহীদ।

১৭ নং গাৰোৱাল ৰাইফলছৰ কেপ্টেইন জিন্টু গগৈ শ্বহীদ হ'ল ২ জুলাইত বাটালিক খণ্ডত। মৰণোত্তৰভাৱে 'বীৰচক্ৰ' সন্মানেৰে সন্মানিত জিন্টুৰ ঘৰ গোলাঘাট জিলাৰ খুমটাইত। তেওঁৰ পিতৃ ঠগীৰাম গগৈ আছিল বায়ুসেনা বিভাগৰ পৰা 'ফ্লায়িং অফিচাৰ' ৰূপে অৱসৰ লোৱা বিষয়া।

টাইগাৰ হিলছত লগা যুদ্ধত ২৪ জুনত নিহত হ'ব লগা হয় উত্তৰ দাস। ২৯ নং মাউণ্টেইন ডিভিজনৰ ১৯৭ নং ফিল্ড ৰেজিমেণ্টৰ সৈনিক উদ্ধৱৰ ঘৰ বৰপেটা জিলাৰ অঞ্চলি নামৰ গাঁৱত। পিতৃ বন্ধুৰাম দাস আৰু মাতৃ ঠগেশ্বৰী দাস।

দ্ৰাগছ খণ্ডত শ্বহীদ হোৱা অসমৰ দ্বিতীয়জন হ'ল ৩১৫ নং গ্ৰেনাডিয়েৰ নন্দ চান্দ সিং। তেওঁ কাছাৰ জিলাৰ শ্ৰীবাৰ গাঁৱৰ আই কে সিং আৰু বৃন্দা দেৱীৰ পুত্ৰ।

# যুদ্ধ বিৰতি

জম্মু আৰু কাশ্মীৰত শান্তি স্থাপন প্ৰক্ৰিয়া আৰম্ভ কৰাৰ মানসেৰে প্ৰধানমন্ত্ৰী অটল বিহাৰী বাজপেয়ীয়ে ২০০০ চনৰ ২০ নৱেম্বৰত দুমাহৰ বাবে একপক্ষীয় যুদ্ধ বিৰতিৰ কথা ঘোষণা কৰিলে। তাৰ আগতেই কিন্তু 'হিজবুল মুজাহিদিন' নামৰ কাশ্মীৰৰ উগ্ৰপন্থী সংগঠনটোৱে জুলাই মাহত (২০০০ চন) একপক্ষীয় যুদ্ধ বিৰতিৰ কথা ঘোষণা কৰি চমক সৃষ্টি কৰিছিল। ২৪ জুলাইত উগ্ৰপন্থী সংগঠনটোৱে তিনিমহীয়া যুদ্ধ বিৰতি ঘোষণা কৰোতে দীঘলীয়া অশান্তিত ভাগৰি পৰা জম্মু-কাশ্মীৰৰ শান্তিকামী ৰাইজৰ মনত নতুন আশাৰ ৰেঙণিয়ে দেখা দিছিল। কিন্তু সেয়া যে ক্ষন্তেকীয়াহে আছিল সেই কথা পৰৱৰ্তী দিনবোৰৰ ঘটনাৱলীয়ে প্ৰতীয়মান কৰিলে।

হিজবুল মুজাহিদিন কেনেকুৱা সংগঠন? বিশিষ্ট স্তম্ভ লেখক কে কে কাট্যালৰ মতে, [৪৬]"হিজবুল হ'ল মূলতঃ কাশ্মীৰ উপত্যকাৰ উগ্ৰপন্থীসকলৰ এটা সংগঠন। কিন্তু ইয়াৰ কাম-কাজ নিয়ন্ত্ৰিত কৰা হয় নিয়ন্ত্ৰণ ৰেখাৰ সিফালৰ পৰা আৰু তাত থকা চৰকাৰী এজেন্সীবোৰে। উপত্যকাত (কাশ্মীৰ) থকা শাখাবোৰৰ পৰামৰ্শ অনুসৰি পাকিস্তানৰ কৰ্তৃপক্ষই যুদ্ধ বিৰতিত অনুমতি প্ৰদান কৰিলে এই আশা কৰি যে নতুন দিল্লীৰ বাবে সেয়া গ্ৰহণযোগ্য নহ'ব। কেন্দ্ৰীয় চৰকাৰৰ ইতিবাচক সঁহাৰিয়ে কিন্তু সেই ধাৰণা ওলট-পালট কৰি পেলালে। ৰাজ্যখনৰ একাংশ উগ্ৰপন্থীৰ সৈতে নতুন দিল্লী আলোচনাত বহাত ইছলামাবাদৰ চিন্তা হ'ল যে তেওঁলোক এতিয়া অকলশৰীয়া হৈ পৰিব। সেয়ে হিজবুলৰ প্ৰচেষ্টা ব্যৰ্থ কৰিবলৈ দৃঢ় প্ৰচেষ্টা চলোৱা হ'ল। সেইবাবেই পাকিস্তানকো সামৰি ত্ৰিপাক্ষিক আলোচনাত গুৰুত্ব দিয়া হ'ল।"

আন কথাত ক'বলৈ গ'লে, যি পাকিস্তানে হিজবুল মুজাহিদিনক যুদ্ধ বিৰতিৰ অনুমতি দিছিল, সেই পাকিস্তানেই তেওঁলোকে ভবাৰ দৰে পৰিস্থিতি আগবঢ়া নেদেখি এনে এটা প্ৰস্তাব আগবঢ়ালে যিটো ভাৰতে কেতিয়াও গ্ৰহণ নকৰে বুলি তেওঁলোকে জানে। স্বাভাৱিক পৰিণতি হ'ল— যুদ্ধ বিৰতি প্ৰত্যাহাৰ।

হিজবুল মুজাহিদিনৰ যুদ্ধ বিৰতিৰ ঘোষণা বিফল হোৱাৰ অন্যতম এটা দিশ আলোচনা কৰি অৱসৰপ্ৰাপ্ত মেজৰ জেনেৰেল কে কে গংগোপাধ্যায়ে কৈছে,[৪৭] লস্কৰ ই-তৈবাই নিৰীহ লোকক হত্যা কৰি (হিজবুলৰ যুদ্ধ বিৰতি ঘোষণাৰ পাছতে লস্কৰ-ই-তৈবাই কাশ্মীৰত হত্যালীলা আৰম্ভ কৰে) প্ৰমাণ কৰিবলৈ বিচাৰিলে যে তেওঁলোকৰ জেহাদক শান্তি আলোচনাৰ যোগেদি নিবদ্ধ কৰিব পৰা নাযাব। হিজবুল মুজাহিদিনৰ মুৰব্বী চৈয়দ

৪৬। 'টিকৰিঙৰ কনচাৰ্ণছ' ('হিন্দু'— ৪ ডিচেম্বৰ, ২০০০ চন)
৪৭। 'বৰ্তমান' (১ ডিচেম্বৰ ২০০০ চন)

ছালাহুদ্দিনে পাকিস্তানৰ হেঁচাত পৰি সেই আলোচনাত পাকিস্তানক যোগদান কৰিবলৈ দিয়াৰ দাবী কৰিছিল। চৈয়দ ছালাহুদ্দিন সম্প্ৰতি পাকিস্তানৰ চৈধ্যটা সন্ত্ৰাসবাদী গোটৰ সংগঠন 'ইউনাইটেড জেহাদ কাউন্সিল'ৰ মুৰব্বী।"

হিজবুল মুজাহিদিনৰ শান্তি আলোচনা ব্যৰ্থ কৰিবলৈ "পান-ঐস্লামিক" উগ্ৰপন্থী সংগঠনবোৰ আগবাঢ়ি আহি জম্মু-কাশ্মীৰত ব্যাপক হত্যালীলা চলালে। ৩১ জুলাইত বন্দীপুৰত চলোৱা আক্ৰমণত নিহত হ'ল ছজন জোৱান। আটাইতকৈ বৰ্বৰ আৰু নিৰ্মম হত্যাকাণ্ড ঘটোৱা হ'ল ১ আগষ্টত। পাহালগামত তীৰ্থযাত্ৰীৰ শিবিৰত চলোৱা আক্ৰমণত নিহত হ'ল মুঠতে ৩৫ জন। একেদিনাই অনন্তনাগ, আচহাবাল, দোদা, কুপৱাৰা আৰু কিষ্টবাৰত চলোৱা আক্ৰমণত নিহত হ'ল কমেও ৫৬ জন। প্ৰকাশ যে এই হত্যাকাণ্ডবোৰ চলালে 'পান-ঐস্লামিক' উগ্ৰপন্থী সংগঠন 'লস্কৰ-ই-তৈবা'ই যিটো সংগঠন চৌদি আৰবৰ পেট্ৰ-ডলাৰ সাহায্যপ্ৰাপ্ত আৰু অত্যাধুনিক অস্ত্ৰ-শস্ত্ৰৰে সুসজ্জিত।

অৱশেষত যুদ্ধবিৰতিৰ অৱসান ঘটোৱা হ'ল। সাংবাদিক ৰমেশ বিনায়কৰ কথাৰে ক'বলৈ হ'লে[৪৮], সংবিধানৰ ভিতৰত এটা সমাধান উলিওৱাৰ বাবে চৰকাৰ প্ৰতিশ্ৰুত কিন্তু সংবিধানৰ বাহিৰৰ দাবীও কৰিব পাৰে বুলি প্ৰধানমন্ত্ৰী অটল বিহাৰী বাজপেয়ীয়ে হিজবুল মুজাহিদিনক জনাইছিল যদিও ৮ আগষ্টৰ বিয়লি পাঁচ বজাত যুদ্ধ বিৰতিৰ অৱসান ঘটিল। টি ভি কেমেৰাৰ উজ্জ্বল পোহৰত হিজবুলৰ ছুপ্ৰীম কমাণ্ডাৰ ছালাহুদ্দিনে ইছলামাবাদত ঘোষণা কৰিলে যে তেওঁৰ সংগঠনটোৱে পুনৰ অভিযান আৰম্ভ কৰিছে। কাৰণ, পাকিস্তানক অন্তৰ্ভুক্ত কৰি ত্ৰিপাক্ষিক আলোচনাৰ বিৰোধিতা কৰা স্থিতিৰ পৰা ভাৰত আঁতৰি অহা নাই। ২৪ জুলাইত তিনি মহীয়া যুদ্ধ বিৰতিৰ কথা হিজবুলৰ কাশ্মীৰ কমাণ্ডাৰ আব্দুল মজিদ দাৰে ঘোষণা কৰোতে আলোচনাত পাকিস্তান অন্তৰ্ভুক্তিৰ দাবী নাছিল।"

উল্লেখ কৰিব পাৰি যে হিজবুলৰ যুদ্ধ বিৰতিৰ বিৰোধিতা কৰাৰ ক্ষেত্ৰত অগ্ৰণী আছিল— অল পাৰ্টি হুৰিয়ৎ কনফাৰেন্স। আনহাতে হিজবুলে যুদ্ধ বিৰতিৰ ক্ষেত্ৰত 'আস্থা স্থাপনৰ' বাবে কেন্দ্ৰীয় চৰকাৰৰ ওচৰত যি বাৰটা দাবী উত্থাপন কৰিছিল— তাৰ ভিতৰত আছিল— বাংকাৰবোৰ আঁতৰ কৰা, ৰাজনীতিক আৰু উগ্ৰপন্থী বন্দীসকলক মুক্তি দিয়া, বিশেষ ক্ষমতা আইন বাতিল কৰা আৰু নিৰাপত্তা বাহিনী হ্ৰাস কৰা। কেন্দ্ৰীয় চৰকাৰৰ তৰফৰ পৰা হিজবুলক কোৱা হৈছিল যে এক 'ৰাজনৈতিক আলোচনাৰ' অংশবিশেষ ৰূপেহে এইবোৰ দাবী আলোচনা কৰিব পাৰি।

হিজবুল মুজাহিদিনৰ যুদ্ধ বিৰতি ঘোষণা আৰু এই ঘোষণা প্ৰত্যাহাৰৰ অন্তৰালত পাকিস্তান জড়িত হৈ থকাৰ কথা স্পষ্ট। আনহাতে হিজবুল মুজাহিদিনৰ কাশ্মীৰ গোটৰ কমাণ্ডাৰ-ইন-চীফ আব্দুল মজিদ দাৰে যুদ্ধ বিৰতি ঘোষণা কৰি তেৱেঁই যুদ্ধ বিৰতি প্ৰত্যাহাৰৰ ঘোষণা কৰিব লাগিছিল যদিও তেওঁৰ সলনি ইছলামাবাদত হিজবুলৰ ছুপ্ৰীম

৪৮। 'ইণ্ডিয়া টুডে' (২১ আগষ্ট ২০০০ চন)

কমাণ্ডাৰ চৈয়দ চালাহ উদ্দিনেহে প্ৰত্যাহাৰৰ ঘোষণা কৰাটো আছিল তাৎপৰ্যপূৰ্ণ দিশ।

এইখিনিতে উল্লেখ কৰিব পাৰি যে ১৯৯৪ চনত সেই সময়ৰ জম্মু-কাশ্মীৰ ৰাজ্যৰ শক্তিশালী উগ্ৰপন্থী সংগঠন জে. কে. এল. এফ. ('জম্মু এণ্ড কাশ্মীৰ লিবাৰেশ্যন ফ্ৰণ্ট')ৰ তৰফৰ পৰা একপক্ষীয় যুদ্ধবিৰতি ঘোষণা কৰা হৈছিল যদিও তেওঁলোকৰ তেনে কাৰ্য 'বিশ্বাসঘাতকতা' বুলি ৰাজ্যখনৰ বহুতেই মত প্ৰকাশ কৰাত যুদ্ধ বিৰতি প্ৰত্যাহাৰ কৰা হৈছিল। হিজবুলৰ যুদ্ধ বিৰতিক কিন্তু কোনোৱেই ইমান কঠোৰ ভাবাৰে সমালোচনা কৰা নাছিল। হ'লেও, আব্দুল মজিদে কৰা যুদ্ধ বিৰতিৰ ঘোষণাক বহুতে বিভিন্ন ধৰণে ব্যাখ্যা কৰিবলৈ ল'লে। তেওঁ আত্মসমৰ্পণ কৰি মুকলিকৈ ৰাজনৈতিক জীৱনত প্ৰৱেশ কৰাৰ চিন্তা কৰিছে নেকি বুলি বহুতেই ভাবিবলৈ ল'লে। আনহাতে চৰকাৰী পক্ষৰ পৰা এই বুলি সন্দেহ কৰা হ'ল যে যুদ্ধ বিৰতিৰ ঘোষণা কৰি নিজৰ সংগঠন সবল কৰাৰ চেষ্টা কৰা হ'ব পাৰে যিটো গেৰিলা যুদ্ধত কৰা হয়। আন উগ্ৰপন্থী সংগঠনবোৰে হিজবুলৰ যুদ্ধ বিৰতিৰ সুযোগ লৈ এই কথা প্ৰতিপন্ন কৰিবলৈ যত্ন কৰিলে যে ৰাজ্যখনত হিজবুল মুজাহিদিনেই একমাত্ৰ উগ্ৰপন্থী সংগঠন নহয়।

## বাজপেয়ীৰ ঘোষণাৰ উদ্দেশ্য

এতিয়া প্ৰধানমন্ত্ৰী অটল বিহাৰী বাজপেয়ীয়ে ২০০০ চনৰ ১৯ নৱেম্বৰত ঘোষণা কৰা যুদ্ধ বিৰতিলৈ অহা যাওক। জম্মু-কাশ্মীৰ বাইজৰ নিৰাপত্তা আৰু স্থায়ী শান্তিৰ বাবে প্ৰধানমন্ত্ৰীয়ে কৰা এই ঘোষণাৰ প্ৰকৃত কাৰণ কি? বিশিষ্ট সাংবাদিক ভি সুদৰ্শনৰ মতে, কেন্দ্ৰীয় চৰকাৰৰ[৪১] নিৰাপত্তা বিষয়ৰ কেবিনেট কমিটী ১৯ নৱেম্বৰত বছৰৰ দিনা, ৰমজান মাহৰ সৈতে সংগতি ৰাখি একপক্ষীয়ভাৱে যুদ্ধ বিৰতি ঘোষণা কৰোতে দুটা গুৰুত্বপূৰ্ণ দিশৰ প্ৰতি তেওঁলোকে লক্ষ্য ৰাখিছিল। প্ৰথম, শান্তিৰ বাবে আলোচনা কৰিবলৈ হুৰিয়তক বৰ্ধিত জনমতে হেঁচা দিব। দ্বিতীয়, পাকিস্তানক তেওঁলোকৰ স্থিতি নৰম কৰিবলৈ আন্তঃৰাষ্ট্ৰীয় হেঁচা বৃদ্ধি পাব। তাৰ পাছ দিনাই প্ৰধানমন্ত্ৰীয়ে যুদ্ধ বিৰতিৰ কথা ঘোষণা কৰিলে।

নিৰাপত্তা বাহিনীয়ে ছেপ্টেম্বৰ আৰু ২৬ নৱেম্বৰৰ মাজৰ সময়ছোৱাত বহু উগ্ৰপন্থীক নিষ্ক্ৰিয় কৰিছিল। জনা মতে এই বছৰ (২০০০ চন) নিহত হোৱা উগ্ৰপন্থীৰ সংখ্যা আছিল ১,৭৩৭ জন। ইয়াৰ আগতে সৰ্বাধিক সংখ্যক উগ্ৰপন্থী নিহত হোৱা বছৰটো আছিল ১৯৯৪ চন, সংখ্যা আছিল ১৬৫১ জন। বৰফ পৰা শীতৰ মাহকেইটাই সীমান্তৰ জিলাৰ পৰা উগ্ৰপন্থীৰ বিপুল আগমন কমা যাবে বিভিন্ন কাশ্মীৰী নেতাই শান্তিৰ প্ৰস্তাৱৰ প্ৰতি সঁহাৰি দিব বুলি কেবিনেট কমিটীয়ে আশা কৰিছিল।

কাশ্মীৰত ২০০২ চনত নিৰ্বাচন হোৱাৰ কথা। জনা মতে, হুৰিয়ৎ নেতৃবৰ্গৰ নিৰ্বাচনত অংশ গ্ৰহণ নিশ্চিত কৰাৰ এক ব্যাপক ৰাজনৈতিক প্ৰক্ৰিয়াৰ যুদ্ধবিৰতি হৈছে এক অংশবিশেষ। সেইবাবেই বছৰটোৰ আগভাগতে হুৰিয়ৎ নেতৃবৰ্গক কাৰাগাৰৰ পৰা মুক্তি

---

৪১। 'গালফ নিউজ' নামৰ বাতৰি কাকতত ১৩ জুলাইত (২০০১) প্ৰকাশিত সম্পাদকীয়।

দিয়া হয়। প্ৰশ্ন হৈছে— তেওঁলোকে অংশ গ্ৰহণ কৰিবনে? যোৱা জুলাই মাহত যুদ্ধ বিৰতিৰ খাবে চলা চেষ্টা পাকিস্তানে দিয়া হেঁচাৰ ফলত হুৰিয়তে অগ্ৰাহ্য কৰিছিল। এইবাৰ হুৰিয়তে তেনে কাম কৰা নাই। হুৰিয়তৰ সমস্যা হৈছে যে পাকিস্তানৰ বাবে নিজৰ স্বাৰ্থ কিমান দূৰ আপোচ কৰিব?"

হুৰিয়ৎ আৰু উগ্ৰপন্থী সংগঠন কেইটামানৰ মাজত কাশ্মীৰ সন্দৰ্ভত মত পাৰ্থক্য থকাৰ কথা বিশ্লেষণ কৰি সাংবাদিকজনে মত প্ৰকাশ কৰিছে যে 'চমুতে ক'বলৈ গ'লে চৰকাৰে আশা কৰিছে যে শান্তিৰ প্ৰচেষ্টাই কাশ্মীৰ আৰু পাকিস্তানত থকা উগ্ৰপন্থী সংগঠনবোৰৰ মাজত বিভাজন তীব্ৰ কৰি তুলিব।"

যুদ্ধ বিৰতি কাৰ্যকৰী হৈ থকাৰ কালছোৱাত জম্মু-কাশ্মীৰত হত্যা আৰু সংঘৰ্ষৰ বিবোৰ ঘটনা ঘটিছিল, তাৰ পৰিপ্ৰেক্ষিতত উঠা স্বাভাৱিক প্ৰশ্নটো আছিল যে এনে সিদ্ধান্ত ঘোষণা কৰাৰ আগতে মূল উদ্দেশ্য সাধনৰ বাবে ফলপ্ৰসূ পূৰ্ব প্ৰস্তুতি চলোৱা হৈছিলনে? ইয়াৰ স্পষ্ট উত্তৰ হ'ল নাছিল। আৰু উত্তৰ হ'ব যে এক ফলপ্ৰসূ পূৰ্ব প্ৰস্তুতি চলোৱাটো বিভিন্ন বাস্তৱ কাৰণত অসম্ভৱ কথা আছিল। তেতিয়া হ'লে ভাৰতে এনে এক গুৰুতৰ পদক্ষেপ ল'লে কিয়? নিশ্চিতভাৱে ই আছিল হত্যা, অপহৰণ, সংঘৰ্ষ আদিৰে অশান্ত জম্মু-কাশ্মীৰত শান্তি প্ৰতিষ্ঠাৰ বাবে ভাৰতৰ এক কৌশলপূৰ্ণ অথচ দৃঢ় কূটনৈতিক প্ৰচেষ্টা।

এই কথা ক'লে ভুল কৰা হ'ব যে ভাৰতে একেবাৰে একো নকৰাকৈয়ে যুদ্ধ বিৰতিৰ কথা ঘোষণা কৰিছিল। হুৰিয়তৰ নেতৃবৃন্দক কাৰাগাৰৰ পৰা মুক্তি দিয়াৰ কথা ওপৰত উল্লেখ কৰা হৈছে। ভাৰত আৰু পাকিস্তানৰ বুদ্ধিজীৱীসকল শ্ৰীনগৰত লগ হৈ ৰাজ্যখনৰ পৰিস্থিতি সন্দৰ্ভত মুকলিকৈ মত বিনিময় কৰাৰ বাবে পাকিস্তানৰ বুদ্ধিজীৱীসকল শ্ৰীনগৰলৈ অহাত ভাৰতে বাধা প্ৰদান কৰা নাছিল। হুৰিয়তৰ প্ৰতিনিধি দল আৰু পাকিস্তানলৈ গৈ তাৰ উগ্ৰপন্থী সংগঠনৰ নেতৃবৰ্গৰ লগত শান্তিৰ আলোচনা কৰাত ভাৰত চৰকাৰে অনুমতি প্ৰদান কৰাৰ কথা দিছিল— যদিওবা পাছত এক বিশেষ কাৰণত (হুৰিয়তৰ বিষয়ে আলোচনা কৰা অধ্যায়ত এই বিষয়ে সবিশেষ উল্লেখ কৰা হৈছে) অনুমতি দিয়া নহ'ল।

আনহাতে দিল্লীৰ জামা মছজিদৰ শ্বাহি ইমাম চৈয়দ আহমদ বুখাৰীয়ে এক বিশেষ ভূমিকাত অৱতীৰ্ণ হৈছিল। সাংবাদিক জাফৰ মিৰাজৰ মতে[৫০] পবিত্ৰ কোৰাণত আল্লাই কোৱা কথা মানি চলিবলৈ জেনেৰেল পাৰভেজ মুছাৰফলৈ দিল্লীৰ জামা মছজিদৰ শ্বাহী ইমাম চৈয়দ আহমদ বুখাৰীয়ে ২৫ নৱেম্বৰত এখন চিঠি দিছিল। কোৰাণৰ উদ্ধৃতিটো আছিল এই বুলি "যদি তেওঁলোক শান্তিৰ প্ৰতি আগবাঢ়ে, তুমিও সেইপিনে আগবাঢ়া আৰু আল্লাৰ ওচৰত তোমাৰ আস্থা ৰাখা। নিশ্চিতভাৱে তেৱেঁই সৰ্ব-শ্ৰোতা, সৰ্ব-জ্ঞানী।" চিঠিখনৰ প্ৰতিলিপি এটা প্ৰধানমন্ত্ৰীৰ কাৰ্যালয়লৈও প্ৰেৰণ কৰি পঠোৱা হৈছিল।

---

৫০। 'আউট লুক' বাৰ্তালোচনী। ২০০০ চনৰ ১১ ডিচেম্বৰ সংখ্যা।

স্মৰণ কৰিব পাৰি যে ইয়াৰ আগতেও কাশ্মীৰত শান্তি প্ৰক্ৰিয়া আৰম্ভ কৰিবলৈ অনুৰোধ জনাই হিজবুল মুজাহিদ্দিনৰ মুৰব্বী চৈয়দ চালাহুদ্দিনলৈ বুখাৰীয়ে এখন চিঠি দিছিল।

বাজপেয়ীয়ে যি ক্ষিপ্ৰতাৰে যুদ্ধ বিৰতিৰ প্ৰস্তাৱ দিলে, তাত ইমামগৰাকী সন্তুষ্ট নহ'লেও সেই ঘোষণাক তেওঁ আদৰণি জনালে। মুখ্যমন্ত্ৰীলৈ দিয়া চিঠিখনত যুদ্ধ বিৰতিৰ ঘোষণাক 'ভাৰত চৰকাৰৰ এক মানৱীয় সূচনা বুলি অভিহিত কৰি যুক্তিৰ পথলৈ আহিবলৈ আৰু ইতিবাচক সঁহাৰি জনাবলৈ' তেওঁক অনুৰোধ জনালে। চিঠিখনত আৰু কোৱা হ'ল, "ভাৰত চৰকাৰে শান্তিৰ বাবে জনোৱা ইংগিত গ্ৰহণ কৰিবলৈ আৰু কাশ্মীৰ বিষয়টো সমাধান কৰাৰ সুবিধালৈ ইয়াক ৰূপান্তৰিত কৰাৰ বাবে ইতিবাচক খৰগুণি আগবঢ়াবলৈ মই অতি বিনীতভাৱে আপোনাক আবেদন জনাইছো। যুদ্ধ বিৰতিৰ প্ৰস্তাৱটো গ্ৰহণ কৰিবলৈ আৰু সন্মান জনাবলৈ আৰু আলোচনাৰ মজিয়ালৈ আহিবলৈ সংশ্লিষ্ট উগ্ৰপন্থী সংগঠনবোৰক পতিয়ন নিওৱাৰ বাবে আপোনাৰ পদবী আৰু শক্তি ব্যৱহাৰ কৰিবলৈও মই আপোনাক আহ্বান জনালো।"

"ইমামে আৰু কৈছে যে হুৰিয়তৰ নেতৃবৰ্গ যেনে— চৈয়দ আলী ছাহ জিলানী, আব্দুল ঘনি ভট, ফজল-উল-হক কুৰেশী, ল'নৰ উপৰি ছালাহুদ্দিনৰ সৈতে তেওঁ কথা পাতিছে। পৰিস্থিতিৰ বুজ লোৱাৰ বাবে তেওঁ শ্ৰীনগৰলৈ যোৱাৰ আয়োজন কৰোতেই প্ৰধানমন্ত্ৰীয়ে যুদ্ধ বিৰতিৰ কথা ঘোষণা কৰিলে। তেওঁ ক'লে, "প্ৰধানমন্ত্ৰীয়ে মূৰ্খামি কৰিলে, তেওঁ ভুল কৰিলে। ভাৰতীয় মুছলমানৰ হৈ মই আবেদন জনোৱাহেঁতেন তাৰ অৰ্থ সম্পূৰ্ণ পৃথক হ'লহেঁতেন। চৰকাৰে উগ্ৰপন্থী আৰু পাকিস্তানক বিতুষ্ট কৰিলে।"

## যুদ্ধ বিৰতি ঘোষণাৰ আন উদ্দেশ্য বাজপেয়ীৰ কি আছিল?

কেন্দ্ৰীয় চৰকাৰ যে সঁচাকৈ জম্মু-কাশ্মীৰত শান্তি প্ৰতিষ্ঠাৰ বাবে আগ্ৰহী সেই বিষয়ে ৰাজ্যখনৰ ৰাইজক পতিয়ন নিওৱা। ৰাজ্যখনৰ ৰাইজকে নহয়— সমগ্ৰ বিশ্বকে। বাজপেয়ীৰ ঘোষণা শুনি জম্মু-কাশ্মীৰৰ সাধাৰণ ৰাইজে আন্তৰিকতাৰে আশা কৰিছিল যে এইবাৰ তেওঁলোকৰ অশান্তি, উদ্বিগ্নতা, অনিশ্চয়তাৰ অন্ত পৰিব, তেজৰ ফাকু খেলাটো বন্ধ হ'ব। আনহাতে অশান্ত জম্মু-কাশ্মীৰত শান্তি স্থাপনৰ বাবে ভাৰতে চলোৱা প্ৰচেষ্টাক চীন, আমেৰিকাকে ধৰি বিশ্বৰ বহুবোৰ ৰাষ্ট্ৰই আদৰণি জনোৱাৰ পৰা স্পষ্ট যে ভাৰত এক শান্তিপ্ৰয়াসী ৰাষ্ট্ৰ বুলি প্ৰতিপন্ন কৰাৰ যি এক উদ্দেশ্য যুদ্ধ বিৰতি ঘোষণাৰ অন্তৰালত আছিল, সেয়া বহু পৰিমাণে পূৰণ হৈছিল।

পাকিস্তানৰ শ'লঠেকত পেলোৱা যে যুদ্ধ বিৰতি ঘোষণাৰ এটা ৰাই উদ্দেশ্য আছিল, তাৰ উল্লেখ নিষ্প্ৰয়োজন। ভাৰতে কৰা ঘোষণাৰ প্ৰতি কিছু পৰিমাণে হ'লেও সঁহাৰি জনাবলৈ পাকিস্তান বাধ্য হ'ল। অৱশ্যে এই ক্ষেত্ৰত আমেৰিকাৰ এক বিশেষ ভূমিকা আছিল। নিয়ন্ত্ৰণ ৰেখাত 'সৰ্বাধিক সংযম' হ'ব বুলি পাকিস্তানে ঘোষণা কৰিলে। কেৱল সেয়ে নহয়, নিয়ন্ত্ৰণ ৰেখাত পাকিস্তানে সেনাৰ সংখ্যাও হ্ৰাস কৰিলে।

সেয়ে হ'লেও কিন্তু জম্মু-কাশ্মীৰ ৰাজ্যৰ জনসাধাৰণলৈ শান্তি ঘূৰাই অনা আৰু তেওঁলোকক নিৰাপত্তা দিয়া— এই দুটা মূল লক্ষ্য সাধন নহ'ল। অথচ এমাহ দুমাহকৈযুদ্ধ বিৰতি সম্প্ৰসাৰণ কৰা হ'ল ৬ মাহলৈ। হিংসা ত্যাগ কৰি জম্মু-কাশ্মীৰৰ বিভিন্ন উগ্ৰপন্থী সংগঠনক চৰকাৰৰ সৈতে আলোচনা কৰিবলৈ জনোৱা আহ্বানৰ প্ৰতি সঁহাৰি পোৱা নগ'ল। স্তম্ভ লেখক প্ৰেম শংকৰ ঝাৰ মতে[৫১], "প্ৰথমতে যেতিয়া যুদ্ধ বিৰতি ঘোষণা কৰা হৈছিল, তেতিয়া তেওঁলোকে (কাশ্মীৰী ৰাইজে) ভাবিছিল যে হুৰিয়ৎ আৰু দিল্লীৰ মাজতেই নহয় ইছলামাবাদ আৰু দিল্লীৰ মাজতো অৰ্থপূৰ্ণ আলোচনাৰ এয়া পাতনি। কিন্তু এটাৰ পাছত আন এটা মাহ পাৰ হৈ গ'ল যদিও কোনো ধৰণৰ প্ৰকৃত আলোচনা অনুষ্ঠিত নহ'ল। আনহাতে কিন্তু আদৱানিৰ পৰা আলোচনাৰ পূৰ্ব চৰ্তহে দেখিবলৈ পোৱা গ'ল। ভাৰতীয় সেনাক জিৰণি দিবলৈহে যুদ্ধ বিৰতি ঘোষণা কৰা হৈছে বুলি পাকিস্তানে চলোৱা অপপ্ৰচাৰ সঁচা বুলি কাশ্মীৰীসকলে বিশ্বাস কৰিবলৈ ধৰিলে। জেহাদীসকলে যুদ্ধ বিৰতি ভংগ কৰিবলৈ চলোৱা প্ৰচেষ্টাক নতুন দিল্লীৰ নিৰ্লিপ্ততাই বৈধতা প্ৰদান কৰিলে। হিংসাৰ অৱসান ঘটাবলৈ বিচৰাসকল 'ভিলেইন' হ'ল আৰু হিংসাক স্থায়ী কৰাসকল 'হিৰো' হৈ পৰিল।"

আনহাতে তেতিয়া পাকিস্তানৰ মুখ্য প্ৰশাসকৰ পদত থকা জেনেৰেল মুছাৰফে ঘোষণা কৰিলে যে ভাৰতে কৰা যুদ্ধ বিৰতিৰ ঘোষণা এক 'ভণ্ডামিহে' মাথোন। নিয়ন্ত্ৰণ ৰেখাত যুদ্ধ বিৰতি কাৰ্যকৰী হোৱাৰ কথা স্বীকাৰ কৰিও তেওঁ ক'লে যে উগ্ৰপন্থীসকলৰ বিৰুদ্ধে কোনো যুদ্ধ বিৰতি হোৱা নাই।

ভাৰতৰ একপক্ষীয় যুদ্ধ বিৰতি ঘোষণাৰ মূল উদ্দেশ্য যে সফল নহ'ব, সেই কথা পাক্ সমৰ্থিত উগ্ৰপন্থী সংগঠনবোৰে ভাৰতৰ যুদ্ধ বিৰতি ঘোষণাৰ লগে লগেই স্পষ্ট কৰি দিছিল। ৰমজান মাহৰ (২০০০ চন) প্ৰথম দিনাই জম্মু-কাশ্মীৰত পাঁচজন জোৱানসহ মুঠতে ১৭ জনক উগ্ৰপন্থীয়ে নিহত কৰিছিল। যুদ্ধ বিৰতিৰ কালছোৱাত এনে এটা দিন কমেইহে গৈছিল— যিদিনা জম্মু-কাশ্মীৰত কোনো ধৰণৰ হিংস্ৰ ঘটনা ঘটোৱা হোৱা নাছিল। যুদ্ধ বিৰতি আৰম্ভ হোৱাৰ দিনাই বিভিন্ন হিংস্ৰ ঘটনা ঘটাই উগ্ৰপন্থী সংগঠনবোৰে স্পষ্ট কৰি দিছিল যে তেওঁলোকে যুদ্ধ বিৰতি নামানে আৰু ভাৰতৰ এই ঘোষণাৰ অসাৰতা প্ৰমাণ কৰাৰ বাবে তেওঁলোক দৃঢ়মনা। বাস্তৱত দেখা গ'ল যে জম্মু-কাশ্মীৰৰ শিখ, সেই ৰাজ্যত শ্ৰমিকৰূপে কাম কৰা বিহাৰীসকলকেই নহয়— তীৰ্থ যাত্ৰীসকলৰ ওপৰতো নিৰ্মমভাৱে আক্ৰমণ চলাই বহু নিৰীহ লোকক হত্যা কৰিলে। নিৰাপত্তা বাহিনীৰ ওপৰত চলোৱা আক্ৰমণ আছেই। অলেমান ৰাজনীতিকক হত্যা কৰা হ'ল। নেচনেল কনফাৰেন্সৰ কৰ্মী আৰু নেতাই আছিল ঘাই লক্ষ্য।

ভাৰতৰ অগ্ৰণী বাতৰি প্ৰতিষ্ঠান পি টি আই (প্ৰেছ ট্ৰাষ্ট অৱ্ ইণ্ডিয়া)য়ে জম্মু-কাশ্মীৰত যুদ্ধ বিৰতি ঘোষণাৰ আগৰ আৰু পাছৰ ১৫০ দিনৰ (২০০০ চনৰ ২৮

৫১। 'হিন্দুস্থান টাইমছ'— ২০০১ চনৰ ৩০ মাৰ্চ সংখ্যা।

নৱেম্বৰৰ পৰা ২০০১ চনৰ ২৬ এপ্ৰিল) যিটো তুলনামূলক পৰিসংখ্যা দাঙি ধৰিছিল, সেয়া হ'ল এনে ধৰণৰঃ

| আগৰ ১৫০ দিন | | পাছৰ ১৫০ দিন |
|---|---|---|
| ১। নিহত উগ্ৰপন্থী | ৪১০ | ৪১৫ |
| ২। 'ফিদায়েন' অৰ্থাৎ 'চুইচাইদ স্কোৱাদ'ৰ আক্ৰমণ | ৪ | ১৭ |
| ৩। নিহত অসামৰিক লোক | ৩৮১ | ৪০৪ |
| ৪। নিহত জে. কে. পুলিচ | ৩২ | ৬০ |
| ৫। নিহত ৰাজনীতিক | ১১ | ৩৬ |
| ৬। নিহত নিৰাপত্তা বাহিনীৰ লোক | × | ২১৪ |
| ৭। হত্যা, সংঘৰ্ষ আদিৰ ঘটনা | ১১২০ | ১৫৩০ |

যুদ্ধ বিৰতি চলি থকাৰ কালতে জম্মু-কাশ্মীৰত শান্তি স্থাপনৰ বাবে ৰাজ্যখনৰ উগ্ৰপন্থীকে ধৰি সকলোবোৰ ৰাজনৈতিক-অৰাজনৈতিক সংগঠন আৰু ব্যক্তিৰ সৈতে কেন্দ্ৰীয় চৰকাৰৰ হৈ আলোচনা কৰিবলৈ পৰিকল্পনা আয়োগৰ উপসভাপতি কে চি পন্তক দায়িত্ব দিয়া হয়, কিন্তু হুৰিয়ৎ আৰু সন্ত্ৰাসবাদী সংগঠনবোৰে তেওঁক লগ ধৰিবলৈ অমান্তি হ'ল (এই বিষয়ে এক পৃথক অধ্যায়ত সবিশেষ আলোচনা কৰা হৈছে)।

যি কি নহওক, ৬ মহীয়া যুদ্ধ বিৰতিত পোৱা-নোপোৱাৰ হিচাপ-নিকাচ কৰি প্ৰধানমন্ত্ৰী বাজপেয়ীয়ে ২৩ মে' তাৰিখে (২০০১ চন) যুদ্ধ বিৰতি প্ৰত্যাহাৰৰ কথা ঘোষণা কৰিলে। লগতে কাশ্মীৰকে ধৰি সমাধান হ'বলৈ বাকী থকা সমস্যাবোৰ আলোচনাৰ বাবে পাকিস্তানৰ মুখ্য প্ৰশাসক জেনেৰেল পাৰভেজ মুছাৰফক দিল্লীলৈ আমন্ত্ৰণ জনালে। ভাৰত চৰকাৰৰ তৰফৰ পৰা দিয়া বিবৃতি এটাত ঘোষণা কৰা হ'ল যে প্ৰধানমন্ত্ৰীয়ে কে চি পন্তক যি দায়িত্ব দিছিল, সেই আলোচনাৰ প্ৰক্ৰিয়া অব্যাহত থাকিব। আনহাতে ছমহীয়া যুদ্ধ বিৰতিৰ সময়ছোৱাত সন্ত্ৰাসবাদী সংগঠনবোৰে জম্মু-কাশ্মীৰত শান্তি স্থাপনত বাধা দিয়া আৰু ৰাজ্যখনৰ ৰাইজৰ ওপৰত দুখ-কষ্ট জাপি দিয়াৰ কথা উল্লেখ কৰি বিবৃতিটোত ঘোষণা কৰা হয়— 'এতিয়াৰ পৰা নিৰাপত্তা বাহিনীয়ে সন্ত্ৰাসবাদীৰ বিৰুদ্ধে এনে ব্যৱস্থা গ্ৰহণ কৰিব— যিটো তেওঁলোকৰ বিবেচনাত উত্তম।'

## আলোচনাৰ দায়িত্ব পন্তক

২০০১ চনৰ ৫ এপ্ৰিল তাৰিখে পৰিকল্পনা আয়োগৰ উপসভাপতি কে. চি. পন্তক ভাৰত চৰকাৰে দায়িত্ব দিলে কাশ্মীৰৰ ৰাজনৈতিক দল আৰু গোটবোৰৰ সৈতে আলোচনা কৰাৰ বাবে। উদ্দেশ্য হ'ল— ৰাজ্যখনত শান্তি স্থাপনৰ লগতে স্বাভাৱিক অৱস্থা প্ৰতিষ্ঠাৰ বাবে উপায় উদ্ভাৱন। ৰাজ্যখনৰ সাংসদ, বিধায়ক, ৰাজনৈতিক দল আৰু 'অল পাৰ্টি হুৰিয়ৎ কনফাৰেন্স'কে (এ. পি. এইচ. চি.) ধৰি সকলোলৈকে ৰাজ্যখনত শান্তি প্ৰতিষ্ঠাৰ বাবে চৰ্তবিহীন আলোচনাৰ বাবে পন্তে আনুষ্ঠানিক পত্ৰ প্ৰেৰণ কৰে। ৰাজ্যখনত থকা

বিভিন্ন ট্ৰেড ইউনিয়ন, স্বেচ্ছাসেৱী সংগঠন, সামাজিক আৰু ধৰ্মীয় গোটৰ লগতে পঞ্চায়ত সদস্যসকলকো আলোচনাৰ বাবে আহ্বান জনোৱা হয়।

ৰাজ্যখনত শান্তি স্থাপন প্ৰক্ৰিয়াৰ বাবে কেন্দ্ৰীয় চৰকাৰৰ আলোচকৰূপে পন্তক নিযুক্তি দিয়াৰ সিদ্ধান্তক নেচনেল কনফাৰেন্সকে ধৰি ৰাজনৈতিক দলবোৰে আদৰণি জনালেও পৃথকতাবাদী আৰু উগ্ৰপন্থী সংগঠনবোৰৰ প্ৰতিক্ৰিয়া আছিল বিপৰীত। পন্তক লগ ধৰিবলৈ হুৰিয়তে অস্বীকাৰ কৰিলে। হুৰিয়তৰ সভাপতি আব্দুল ঘনি ভাটে ঘোষণা কৰিলে, "আমি এনেকুৱা এখন ৰেলত উঠিব নোখোজো— যিখনে আমাক ক'লৈকো নিব নোৱাৰে।" কাশ্মীৰৰ বিভিন্ন দল, সংগঠন আৰু ব্যক্তিক আলোচনাত জড়িত কৰিব খোজাৰ বাবেই বোধহয় তেওঁ ৰেল শব্দৰ ব্যৱহাৰেৰে বহু যাত্ৰী উঠাৰ কথাকে বুজাব খুজিছিল। কিয়নো, প্ৰসংগক্ৰমে তেওঁ কৈছিল, 'নতুন দিল্লীয়ে এজাক মানুহ মাতিছে। আমি এটা জাকৰ মাজত কথা পাতিব নোৱাৰো।" উল্লেখ কৰি থওঁ যে হুৰিয়তৰ মতে তেওঁলোক হৈছে সমগ্ৰ কাশ্মীৰী ৰাইজৰ একমাত্ৰ প্ৰতিনিধি। আব্দুল ঘনি ভাটৰ ভাষাত ক'বলৈ হ'লে, 'মুখ্যমন্ত্ৰী ফাৰুক আব্দুল্লাকে ধৰি কাশ্মীৰী ৰাইজৰ আশা-আকাংক্ষাক আমি প্ৰতিনিধিত্ব কৰো আৰু আলোচনাৰ বাবে একমাত্ৰ আমাকহে নিমন্ত্ৰণ কৰা উচিত।" ভাটে আৰু ঘোষণা কৰিলে যে ভাৰত, পাকিস্তান আৰু হুৰিয়ত— এই তিনিটা পক্ষৰ মাজত আলোচনা হ'লেহে কাশ্মীৰ সমস্যাৰ সমাধান হ'ব পাৰে।

পন্তে নতুন দিল্লীত জম্মু-কাশ্মীৰৰ বিভিন্ন নেতাৰ লগত আলোচনা কৰাৰ উপৰি, ৰাজ্যখনৰ বিভিন্ন ঠাইত ছদিন ভ্ৰমণ কৰি এশৰো অধিক সংগঠনৰ নেতাৰ সৈতে আলোচনা কৰে। কাশ্মীৰৰ পৃথকতাবাদী অন্যতম জ্যেষ্ঠ নেতা ছবিৰ শ্বাহে পন্তৰ লগত আলোচনা কৰাটো গুৰুত্বপূৰ্ণ। শ্বাহ হ'ল "জম্মু-কাশ্মীৰ ডেমক্ৰেটিক ফ্ৰীডম পাৰ্টি"ৰ নেতা।

আগ্ৰাত বহু পাক-ভাৰত শীৰ্ষ বৈঠকৰ (১৪-১৬) জুলাই, ২০০১) আগে আগে জম্মু-কাশ্মীৰৰ বিভিন্ন সংগঠন, ৰাজনৈতিক দল আৰু বিশিষ্ট ব্যক্তিসকলৰ সৈতে ৰাজ্যখনত শান্তি স্থাপনৰ বাবে চৰ্তবিহীন আলোচনাৰ ব্যৱস্থা কৰাটো আছিল— কূটনৈতিক দিশৰ পৰা কেন্দ্ৰীয় চৰকাৰৰ এক গুৰুত্বপূৰ্ণ পদক্ষেপ। আগ্ৰাৰ শীৰ্ষ বৈঠকৰ পাছত চৰকাৰীভাৱে পন্তৰ আলোচনাৰ বাবে দিয়া দায়িত্বৰ সমাপ্তি ঘোষণা কৰা হোৱা নাই যদিও পন্তৰ সক্ৰিয়তা পৰিলক্ষিত হোৱা নাই।

# আগ্ৰা শীৰ্ষ সন্মিলন

ভাৰতৰ প্ৰধানমন্ত্ৰী বাজপেয়ীৰ সৈতে হ'ব লগা আলোচনা ব্যৰ্থ হ'লে কি বিপদ হ'ব? আগ্ৰা শীৰ্ষ সন্মিলনৰ আগে আগে ভাৰতৰ এখন অগ্ৰণী বাৰ্তালোচনী ('ইণ্ডিয়া-টুডে')-ৰ তৰফৰ পৰা লোৱা এক আত্মতীয়া সাক্ষাৎকাৰত পাকিস্তানৰ ৰাষ্ট্ৰপতি জেনেৰেল পাৰভেজ মুছাৰফক এই বিশেষ প্ৰশ্নটো কৰোতে জেনেৰেলজনে উত্তৰ দিছিল—

'আমাৰ দুয়োখন দেশৰ বাবে সেইটো হ'ব দুখৰ দিন। আলোচনাৰ কথাই এনে এক বিৰাট আশাৰ সৃষ্টি কৰিছে যে সমগ্ৰ বিশ্বই আমালৈ চাই আছে। আমি বিফল হ'ব নালাগিব। বাস্তববাদী নহ'লেহে আমি বিফল হ'ম। মুকলি মনেৰে আমি মিলিত হ'ব লাগিব, যাই উত্তেজক বিষয়টো আঁতৰ কৰাৰ লগতে প্ৰধানমন্ত্ৰী বাজপেয়ীয়ে আলোচনা কৰিবলৈ বিচৰা আন সম্ভাব্য বিষয়বোৰ আলোচনা কৰিব লাগিব। মই মুকলি মনেৰে যি কোনো বিষয় তেওঁৰ লগত আলোচনা কৰিম। সেয়া কিন্তু প্ৰধান বিষয় কাশ্মীৰ অগ্ৰাহ্য কৰাৰ বিনিময়ত হ'ব নালাগিব।...'

আলোচনাৰ বাবে ২০০১ চনৰ ১৪ জুলাইত নতুন দিল্লীত উপস্থিত হোৱাৰ পাছতো তেওঁ ক'লে যে কাশ্মীৰী ৰাইজৰ ইচ্ছা অনুসৰি কাশ্মীৰ বিবাদ সমাধানৰ বাবে ভাৰতীয় নেতৃবৰ্গৰ সৈতে 'অৰ্থপূৰ্ণ, মুকলি আৰু যথাৰ্থ' আলোচনাৰ বাবে তেওঁ বাট চাইছে।

ভাৰত ভ্ৰমণৰ প্ৰথম দিনা পাকিস্তানৰ ৰাষ্ট্ৰপতিজনৰ অন্যান্য কাৰ্যসূচীৰ লগতে দুটা বিশেষ কাৰ্যসূচী আছিল। প্ৰথম, মহাত্মা গান্ধীৰ সমাধিস্থল ৰাজঘাটলৈ গৈ ভাৰতৰ এই মহান ব্যক্তিগৰাকীৰ প্ৰতি শ্ৰদ্ধা তৰ্পণ আৰু হুৰিয়ৎ কনফাৰেন্সৰ নেতৃবৰ্গৰ সৈতে প্ৰায় কুৰি মিনিট সময় ধৰি আলোচনা। জেনেৰেল মুছাৰফ হ'ল ৰাজঘাটলৈ গৈ গান্ধীজীৰ প্ৰতি শ্ৰদ্ধা তৰ্পণ কৰা পাকিস্তানৰ প্ৰথমজনা ৰাষ্ট্ৰপতি। আনহাতে ভাৰত চৰকাৰৰ অসন্তুষ্টিৰ প্ৰতি কৰ্ণপাত নকৰি নিজকে জম্মু-কাশ্মীৰ একমাত্ৰ প্ৰতিনিধি বুলি দাবী কৰা হুৰিয়ৎ কনফাৰেন্সৰ প্ৰতিনিধি দল এটাক লগ ধৰি জেনেৰেল মুছাৰফে ইংগিতেই দিলে যে কাশ্মীৰৰ প্ৰশ্নত নিজৰ দৃষ্টিভংগীৰে আগবাঢ়িবলৈ তেওঁ দৃঢ়মনা।

১৫ জুলাইৰ পৰা পাকিস্তানৰ ৰাষ্ট্ৰপতি মুছাৰফ আৰু ভাৰতৰ প্ৰধানমন্ত্ৰী বাজপেয়ীৰ মাজত শীৰ্ষ বৈঠক আৰম্ভ হ'ল। উভয় দেশৰ প্ৰতিনিধি দলৰ মাজত আলোচনা হোৱাৰ উপৰি দুয়োজন নেতাই দুদিন ধৰি যথেষ্ট সময় অকলশৰীয়াকৈ আলোচনা কৰিলে। আলোচনাৰ প্ৰথম দিনাই পাকিস্তান ভ্ৰমণৰ বাবে জনোৱা আমন্ত্ৰণ বাজপেয়ীয়ে গ্ৰহণ কৰাত পাকিস্তান পক্ষ যথেষ্ট উল্লসিত হ'ল। আলোচনাত কিন্তু মুছাৰফ আৰম্ভৰে পৰা দৃঢ় হৈ থাকিল এই বুলি যে প্ৰথমতে কাশ্মীৰ সমস্যা সমাধান কৰা হওক— তাৰ পাছতহে আমি আনবোৰ কথালৈ যাব পাৰিম।" কিন্তু বাজপেয়ীয়ে ক'লে, "আমি কাশ্মীৰকে ধৰি

প্ৰতিটো কথাই আলোচনা কৰিবলৈ ইচ্ছুক; কিন্তু আমি য'ত এৰিছিলো,— সেই লাহোৰৰ পৰা আৰম্ভ কৰা যাওক। সন্ত্ৰাসবাদ অতিশয় সক্ৰিয় হৈ আছে। সীমান্ত অতিক্ৰম কৰি চলা সন্ত্ৰাসবাদ বন্ধ কৰিব নোৱাৰিলে কাশ্মীৰ বিষয়টো সমাধান কৰিব নোৱাৰি।"

লাহোৰ বা ছিমলাত হোৱা আলোচনাত যিবোৰ বিষয়ত ঐক্যমত প্ৰকাশ কৰা হৈছিল, সেইবোৰক পাকিস্তানৰ ৰাষ্ট্ৰপতিজনে গুৰুত্ব দিবলৈ ইচ্ছা নকৰিলে। কাৰণ, তেওঁৰ মতে[৫২] ছিমলা আৰু লাহোৰত হোৱা আলোচনাত উভয় দেশৰ মাজত থকা প্ৰধান সমস্যা কাশ্মীৰ প্ৰসংগ এৰাই চলা হৈছিল। ভাৰতে কিন্তু উভয় দেশৰ মাজত হোৱা লিখিত চুক্তিৰ ধাৰাবাহিকতা ৰক্ষা কৰি লাহোৰ চুক্তিৰ পৰা আলোচনা আৰম্ভ কৰিবলৈ বিচাৰিলে।

প্ৰথম দিনাৰ আলোচনা আশা কৰাতকৈ যথেষ্ট ভাল যেন দেখা গ'ল। ইয়াৰ কাৰণ হ'ল ওপৰত উল্লেখ কৰা দুয়োজন নেতাৰ মাজত হোৱা প্ৰথম লানি আলোচনাতে পাকিস্তান ভ্ৰমণ কৰিবলৈ মুছাৰফে জনোৱা আমন্ত্ৰণ প্ৰধানমন্ত্ৰী বাজপেয়ীয়ে গ্ৰহণ কৰিলে। তদুপৰি দুয়োজন নেতাই অকলশৰে আলোচনা কৰাৰ সময় পূৰ্বতে ধাৰ্য কৰা ১৫ মিনিটৰ বিপৰীতে তেওঁলোকৰ মাজত আলোচনা হ'ল ৪৫ মিনিট সময় ধৰি। আনহাতে আগ্ৰাত হোৱা আলোচনাৰ প্ৰথম দিনা তাজমহল চাবলৈ যাওঁতে সাংবাদিকৰ প্ৰশ্নৰ উত্তৰত জেনেৰেল মুছাৰফে নিজেই 'আলোচনা ফলপ্ৰসূ হৈছে' বুলি মন্তব্য কৰাত আশাৰ ৰেঙণি পৰিলক্ষিত হৈছিল।

এই ৰেঙণি কিন্তু আছিল ক্ষণস্থায়ী। দ্বিতীয় দিনা (১৬ জুলাই) পুৱা প্ৰচাৰৰ মাধ্যমৰ জ্যেষ্ঠ সাংবাদিকসকলক পাকিস্তানৰ ৰাষ্ট্ৰপতিজনে চাহ মেললৈ মাতিছিল। তাত তেওঁ কৰা বিভিন্ন মন্তব্যই সকলোৰে আশাত চেঁচাপানী ঢালিলে। তেওঁ দৃঢ়ভাৱে ঘোষণা কৰিলে, 'কাশ্মীৰ প্ৰধান বিষয় বুলি গ্ৰহণ নকৰিলে, আলোচনাৰ কোনো অগ্ৰগতি হ'ব নোৱাৰে।" ভাৰতৰ তথ্য আৰু প্ৰচাৰ মন্ত্ৰী সুষমা স্বৰাজে আগনিশা শীৰ্ষ আলোচনাৰ বিষয়ে কৰা মন্তব্যক সমালোচনা কৰি মুছাৰফে আগ্ৰাৰ শীৰ্ষ বৈঠক বিফল হোৱা বুলিয়েই ইংগিত দিলে। দ্বিপাক্ষিক আলোচনাত বাণিজ্য, সীমান্ত অতিক্ৰম কৰি চলোৱা সন্ত্ৰাসবাদ আৰু পাৰমাণৱিক বিষয় সন্দৰ্ভত আলোচনা হোৱা বুলি স্বৰাজে কৈছিল। কিন্তু "কাশ্মীৰ সম্পৰ্কে এটাও শব্দ নোকোৱাত" দুখ প্ৰকাশ কৰি মুছাৰফে ক'লে যে প্ৰকৃততে বাজপেয়ীৰ সৈতে হোৱা তেওঁৰ আলোচনাত অধিক ঠাই লৈছিল কাশ্মীৰ প্ৰসংগই।

উল্লেখ কৰা প্ৰয়োজন যে আগ্ৰাৰ বৈঠকৰ প্ৰথম দিনা উভয় দেশৰ প্ৰতিনিধি দল দুটাৰ প্ৰথমখন পূৰ্ণাংগ বৈঠকত প্ৰধানমন্ত্ৰী বাজপেয়ীয়ে মুছাৰফ আৰু তেওঁৰ প্ৰতিনিধি দলটোক আদৰণি জনাই দিয়া ভাষণত স্পষ্টভাৱে ঘোষণা কৰিছিল যে জম্মু-কাশ্মীৰ বিষয়ৰ আলোচনাত সীমান্তৰ সিপাৰৰ পৰা আহি চলোৱা সন্ত্ৰাসবাদৰ কথা অন্তৰ্ভুক্ত হ'ব লাগিব। পাকিস্তানত দুটা দশকৰো ওপৰ কাল ভাৰতৰ যি ৫৪ জন যুদ্ধবন্দী আছে, তেওঁলোকক মুকলি কৰি দিবলৈ প্ৰধানমন্ত্ৰীয়ে পাকিস্তানক অনুৰোধ জনালে। ইয়াৰ উত্তৰত মুছাৰফে ক'লে যে তেওঁ ব্যক্তিগতভাৱে বিষয়টো পৰীক্ষা কৰিব। পাছত অৱশ্যে আগ্ৰাৰ

---

৫২। 'গালফ নিউজ' নামৰ বাতৰি কাকতত ১৩ জুলাইত (২০০১) প্ৰকাশিত সাক্ষাৎকাৰ।

পৰা উভতি গৈ কেইদিনমানৰ অন্তত তেওঁ ইছলামাবাদত ঘোষণা কৰিলে যে ভাৰতৰ কোনো যুদ্ধবন্দী পাকিস্তানৰ কাৰাগাৰত নাই)। ইয়াৰ বাহিৰেও প্ৰধানমন্ত্ৰীয়ে নিৰ্দিষ্টভাৱে উল্লেখ কৰা বিষয়কেইটা হ'ল— ১৯৯৩ চনৰ মুম্বাইৰ বোমা বিস্ফোৰণৰ ঘটনা আৰু কাঠমাণ্ডুত ভাৰতীয় বিমান অপহৰণৰ ঘটনা ঘটোৱা অপৰাধীক (ডাউদ ইব্ৰাহিম) আৰু পাকিস্তানৰ শিখ গুৰুদ্বাৰত থাকিবলৈ দিয়া সন্ত্ৰাসবাদীসকলক ভাৰতৰ হাতত চমজাই দিয়া, পাকিস্তানত থকা হিন্দু মন্দিৰবোৰ ভালদৰে চোৱা-চিতা কৰা আৰু উভয় দেশৰ মাজত ব্যৱসায়-বাণিজ্য বৃদ্ধি কৰাৰ বাবে ব্যৱস্থা লোৱা।

যি কি নহওক, ৰাষ্ট্ৰপতি মুছাৰফে প্ৰচাৰ মাধ্যমৰ সম্পাদক আৰু জ্যেষ্ঠ সাংবাদিকসকলৰ আগত কৰা বিভিন্ন মন্তব্যতে স্পষ্ট হৈ পৰিছিল যে আগ্ৰাৰ শীৰ্ষ বৈঠক বিফল হোৱাৰ পথত। বাস্তৱত সেয়ে হ'ল। যুটীয়া বিবৃতি এটা দিয়াৰ চেষ্টা চলিল কিন্তু সেই বিবৃতিত কাশ্মীৰ প্ৰসংগৰ কেনেদৰে উল্লেখ থাকিব, সেই কথা লৈ মতভেদ ঘটিল। প্ৰকাশ যে এনে বিবৃতিৰ ক্ষেত্ৰত পৰম্পৰা হ'ল যে বিষয় ৰাষ্ট্ৰই আলোচনাৰ বাবে মাতে, সেই ৰাষ্ট্ৰইহে বিবৃতিৰ খচৰা দিব আৰু তাৰ ভিত্তিতে বিবৃতি সম্পৰ্কে আলোচনা হ'ব। কিন্তু আগ্ৰাৰ বৈঠকত পাকিস্তানৰ ৰাষ্ট্ৰপতিজনেহে প্ৰধানমন্ত্ৰী বাজপেয়ী আচৰিত কৰি তেওঁ প্ৰস্তুত কৰি থোৱা বিবৃতিৰ খচৰা এটা উলিয়াই দিলে।

যুটীয়া বিবৃতিটো স্বাক্ষৰ কৰাত ভাৰতৰ বাবে সমস্যা হ'ল যে বিবৃতিটোত কাশ্মীৰ সমস্যা সমাধানৰ গুৰুত্বৰ কথা উল্লেখ কৰি উভয় দেশৰ মাজত স্বাভাৱিক সম্পৰ্কত মূল অন্তৰায় যে কাশ্মীৰ, সেই কথা পাকে-প্ৰকাৰে আঙুলিয়াই কাশ্মীৰৰ জনসাধাৰণৰ ইচ্ছা অনুসৰি যে সমস্যাটোৰ সমাধান হ'ব লাগে, সেই কথাৰো উল্লেখ থকাটো পাকিস্তানে বিচাৰিলে। পাকিস্তানৰ এনে প্ৰস্তাৱত ভাৰত মান্তি হ'ব নোৱাৰিলে। কাশ্মীৰ প্ৰসংগৰ উল্লেখ থাকিলে সীমান্ত অতিক্ৰম কৰি সেই ৰাজ্যত সৃষ্টি কৰা সন্ত্ৰাসবাদৰ কথাও উল্লেখ থকাৰ কথাত বাজপেয়ীয়ে দৃঢ়তা প্ৰদৰ্শন কৰিলে। ১৫ জুলাইৰ দিনা মুছাৰফে তাজমহল চাই আহি সন্ধিয়া বাজপেয়ীৰ লগত আলোচনাত মিলিত হওতে সীমান্ত অতিক্ৰম কৰি জম্মু-কাশ্মীৰত সন্ত্ৰাসবাদীসকলে সৃষ্টি কৰা গুৰুতৰ সমস্যাৰ কথা ওলাল। জেনেৰেলে মুছাৰফে তেতিয়া এই ক্ষেত্ৰত থকা তেওঁৰ সমস্যা আৰু বাধ্যবাধকতাৰ কথা বাজপেয়ীক জনালে, কিন্তু পাকিস্তানৰ সীমাৰ ভিতৰৰ পৰা জম্মু-কাশ্মীৰত চলি থকা সন্ত্ৰাসবাদ নিয়ন্ত্ৰণ কৰিবলৈ যত্ন কৰা হ'ব বুলি এবাৰো কথা নক'লে।

আলোচনা বিফল হোৱাৰ পাছত মুছাৰফ যাবলৈ ওলাল। ছিমলা চুক্তি সম্পাদনৰ সময়ত জেদ এ ভুট্টোৱে চমক সৃষ্টি কৰি পাকিস্তানলৈ উভতি যাবলৈ প্ৰস্তুত হৈ শেষ মুহূৰ্তত ইন্দিৰা গান্ধীক সাক্ষাৎ কৰি কিছু বেহাই আদায় কৰিবলৈ সক্ষম হোৱাৰ দৰে, বাজপেয়ীকো একেদৰে বশ্যে পাৰে নেকি, তাৰ বাবে ইছলামাবাদলৈ যোৱাৰ আগমুহূৰ্তত মুছাৰফেও চেষ্টা চলালে। বিদায়ৰ সময়ত মাত লগাবলৈ বুলি নিশা ১০-২০ বজাত মুছাৰফে বাজপেয়ীক সাক্ষাৎ কৰি কিছু সময় কথা পাতিলে যদিও কোনো লাভ নহ'ল। কাৰণ, এনে ধৰণৰ সম্ভাব্য নাটকীয় পৰিস্থিতিৰ বাবে বাজপেয়ী আগৰে পৰাই

মানসিকভাৱে সাজু হৈ আছিল। শেষত হতাশ মনেৰে মুছাৰফে বাজপেয়ীৰ পৰা বিদায় লৈ বিমানত উঠিলগৈ। ১৬ জুলাইৰ নিশা ১১-৩০ বজাত মুছাৰফৰ বিমানে ইছলামাবাদ অভিমুখে আগ্ৰা এৰিলে।

অৱশ্যে, ভাৰত আৰু পাকিস্তান— উভয় দেশে আগ্ৰাৰ আলোচনা বিফল হোৱা বুলি ক'ব নোখোজে— আলোচনা 'অসমাপ্ত হৈ ৰোৱা' বুলিহে উভয়ে ঘোষণা কৰিলে।

## হুৰিয়ৎ কনফাৰেন্স

'অল পাৰ্টি হুৰিয়ৎ কনফাৰেন্স'ক পাক ৰাষ্ট্ৰপতি মুছাৰফে দিল্লীত লগ ধৰাৰ কথা লৈ বাদ-বিসম্বাদে দেখা দিছিল বাবে এই সংগঠনৰ বিষয়ে চমুকৈ আলোচনা কৰাৰ প্ৰয়াস কৰা হ'ল।

২৩ টা ৰাজনৈতিক দলৰ উমৈহতীয়া মঞ্চ 'অল পাৰ্টি হুৰিয়ৎ কনফাৰেন্সে' জম্মু আৰু কাশ্মীৰৰ ৰাজনীতিত শেহতীয়াকৈ এক বিশেষ ভূমিকা গ্ৰহণ কৰিছে। ৰাজ্যখনৰ মুছলমানসকলৰেই নহয়, অমুছলমানসকলৰ বাবেও এতিয়া মাত মাতি এই সংগঠনটোৱে সমগ্ৰ ৰাজ্যখনৰ ৰাইজৰ একমাত্ৰ প্ৰতিনিধি বুলি দাবী কৰিবলৈ লৈছে। হুৰিয়তৰ মূল দাবী হ'ল যে কাশ্মীৰ সমস্যাৰ সমাধান কৰিবলৈ হ'লে তিনিটা পক্ষ জড়িত হ'ব লাগিব— ভাৰত, পাকিস্তান আৰু জম্মু-কাশ্মীৰৰ ৰাইজৰ একমাত্ৰ প্ৰতিনিধিৰূপে হুৰিয়ৎ সংগঠনটো। সেই বাবেই কেন্দ্ৰীয় চৰকাৰে ৰাজ্যখনত শান্তি স্থাপনৰ চৰ্তবিহীন আলোচনাৰ বাবে কে. চি পন্তক নিযুক্তি দিওঁতে তেওঁৰ লগত আলোচনা কৰিবলৈ হুৰিয়তে অস্বীকাৰ কৰিলে। কাৰণ, কেৱল হুৰিয়তৰ সৈতেই নহয়, ৰাজ্যখনৰ ৰাজনৈতিক-অৰাজনৈতিক সংগঠন আৰু ব্যক্তিক পন্তে আলোচনাৰ বাবে মাতিছিল। তদুপৰি হুৰিয়তৰ চেয়াৰমেন আব্দুল গণি ভাটে মত প্ৰকাশ কৰিলে যে হুৰিয়তৰ প্ৰতিনিধি দল এটা পাকিস্তান আৰু পাক-অধিকৃত কাশ্মীৰলৈ গৈ তাৰ নেতৃবৰ্গ আৰু উগ্ৰপন্থীৰ নেতৃবৰ্গৰ সৈতে আলোচনা কৰিবলৈ দিয়াৰ পূৰ্বৰ প্ৰতিশ্ৰুতি কেন্দ্ৰীয় চৰকাৰে পালন নকৰিলে, চৰকাৰৰ সৈতে কোনো ধৰণৰ আলোচনা কৰি লাভ নাই।

কাশ্মীৰত শান্তি স্থাপনৰ বাবে এক সাহসী পদক্ষেপ লৈ প্ৰধানমন্ত্ৰী বাজপেয়ীয়ে ২০০০ চনৰ নৱেম্বৰ মাহত যুদ্ধ বিৰতি ঘোষণা কৰিছিল। হুৰিয়তে এনে ঘোষণাক আদৰণি জনালে। যুদ্ধ বিৰতিৰ ঘোষণাৰ সময় আছিল তাৎপৰ্যপূৰ্ণ। ৰমজান হ'ল মুছলমান ৰাইজৰ বাবে ধৰ্মীয় দিশৰ পৰা অতি পবিত্ৰ মাহ। সেই সময়তে ২০০০ চনৰ নৱেম্বৰ মাহতে প্ৰধানমন্ত্ৰী বাজপেয়ীয়ে যুদ্ধ বিৰতিৰ কথা ঘোষণা কৰি ৰাজ্যখনত শান্তি স্থাপনৰ বাবে এক সাহসী পদক্ষেপ গ্ৰহণ কৰে। তাৰ আগতে বিভিন্ন অভিযোগত চৰকাৰে গ্ৰেপ্তাৰ কৰি ৰখা হুৰিয়তৰ নেতাসকলক ২০০০ চনৰ মাৰ্চ মাহত বাজপেয়ী চৰকাৰে মুক্তি দিছিল। পাকিস্তানপন্থী হুৰিয়তে ৰাজ্যখনত শান্তি স্থাপনৰ বাবে পাকিস্তানৰ নেতৃবৰ্গ আৰু উগ্ৰপন্থী সংগঠনবোৰক লগ ধৰি তেওঁলোকৰ মতামত জানি লৈ ভাৰত চৰকাৰক সেইবোৰ জনাবলৈ ইচ্ছা কৰি পাকিস্তানলৈ যাবলৈ ইচ্ছা প্ৰকাশ কৰিছিল। এনে প্ৰস্তাৱত ভাৰতৰ প্ৰধানমন্ত্ৰী বাজপেয়ীয়ে সঁহাৰি জনাইছিল। হুৰিয়তৰ অন্যতম নেতা আব্দুল গণি লʼনৰ

মতে প্ৰস্তাৱ আছিল যে হুৰিয়তৰ প্ৰতিনিধি দল এটাই প্ৰধানমন্ত্ৰী বাজপেয়ীৰ লগত আনুষ্ঠানিকভাৱে আলোচনা কৰি পাকিস্তানলৈ যাব। পাকিস্তানলৈ গৈ তাৰ চৰকাৰ আৰু 'ইউনাইটেড জেহাদ কাউন্সিল'ক আহ্বান জনাব— শান্তি প্ৰক্ৰিয়া আৰম্ভ কৰিবলৈ জেহাদ বন্ধ কৰাটো। কিন্তু এই ভ্ৰমণৰ বাবে অৱশেষত ভাৰত চৰকাৰে অনুমতি নিদিলে। কিয়?

ভাৰতৰ প্ৰাক্তন বৈদেশিক সচিব মুচকুন্দ ডুবেই এই প্ৰসংগত এটা তাৎপৰ্যপূৰ্ণ বিশ্লেষণ দাঙি ধৰিছে। ডুবেৰ[৫৩] মতে, "হুৰিয়তৰ নেতৃবৰ্গক পাকিস্তানলৈ পঠোৱাৰ অন্তৰালত যদিহে এই বিশ্বাস আছিল যে যুদ্ধবিৰতিত যোগ দিবলৈ তাৰ উগ্ৰপন্থী সংগঠনবোৰক পতিয়ন নিওৱাৰ বাবে তেওঁলোক সক্ষম হ'ব, তেতিয়া হ'লে সেয়া আছিল এক গুৰুতৰ ভুল ধাৰণা। কাৰণ, হুৰিয়ৎ হ'ল মূলতঃ এটা পাকিস্তানী পন্থী সংগঠন, যিটোক পাকিস্তানে সমৰ্থন কৰাৰ লগতে যিটোৰ লগত পাকিস্তানে ঘনিষ্ঠ সম্পৰ্ক ৰক্ষা কৰি কাম কৰি আছে। ব্যক্তিগতভাৱে কোনো কোনো নেতাৰ ভিন্ন মত থাকিলেও এটা গোট হিচাপে হুৰিয়তে পাকিস্তানী খেলখন খেলিব বুলি আশা কৰা উচিত। সেয়ে, এই প্ৰক্ৰিয়াৰ যোগেদি পাকিস্তানে নিজৰ স্বাৰ্থ আগবঢ়াই নিয়াত হুৰিয়তৰ ভূমিকা গুৰুত্বপূৰ্ণ বুলি তেওঁলোকে বিবেচনা কৰে। হুৰিয়তে পাকিস্তান আৰু ভাৰতৰ সৈতে সমান্তৰালভাৱে আলোচনা কৰা কাৰ্য ত্ৰিপাক্ষিক চৰিত্ৰ ৰূপায়ণৰ পন্থা বুলি পাকিস্তানে ধৰি লয়। কাশ্মীৰত আত্ম-নিয়ন্ত্ৰণৰ সংগ্ৰাম চলা আৰু ভাৰতীয় নিৰাপত্তা বাহিনীয়ে মানৱ অধিকাৰ ভংগ কৰা বুলি কাশ্মীৰ সম্পৰ্কত পাকিস্তানৰ যি নিজা দৃষ্টিভংগী আছে, তাক দাঙি ধৰাৰ বাবে হুৰিয়ৎ নেতৃবৰ্গৰ ভ্ৰমণৰ সুবিধা পাকিস্তানে গ্ৰহণ কৰিব। কাৰণ, প্ৰচাৰ মাধ্যমৰ বাবে এই ভ্ৰমণ হ'ব এটা গুৰুত্বপূৰ্ণ ঘটনা। কোনো প্ৰচেষ্টা বা প্ৰৰোচনা নোহোৱাকৈ ভ্ৰমণৰত হুৰিয়তৰ নেতৃবৰ্গই ভালদৰে আখৰা দিয়া এই স্তুতি গীত আওৰাব বুলি আশা কৰিব পাৰি। সেইবাবেই ভাৰতৰ সৈতে আলোচনা আৰম্ভ কৰাত এই ভ্ৰমণ অপৰিহাৰ্য পদক্ষেপ বুলি পাকিস্তানে বিবেচনা কৰে।" এই কথা পলমকৈ উপলব্ধি কৰিয়েই ভাৰত চৰকাৰে হুৰিয়ৎ নেতৃবৰ্গক পাকিস্তান ভ্ৰমণৰ বাবে পাছপ'ৰ্ট নিদিলে নেকি বুলি ডুবেই প্ৰবন্ধটোত প্ৰশ্ন কৰিছে। ডুবেৰ মতে এয়ে যদি হয়, তেন্তে যথেষ্ট পলম হ'ল, কাৰণ, "এই কথাই বিদেশত আমাৰ বহুতো ক্ষতি কৰিলে।"

প্ৰশ্ন হয়— হুৰিয়তৰ প্ৰতিনিধি দল এটাক পাকিস্তানলৈ যাবলৈ দিয়া হ'ব বুলি চৰকাৰে ঘোষণা কৰাৰ পিছত কিয় অনুমতি নিদিলে?

প্ৰেম শংকৰ ঝাৰ মতে[৫৪], 'হুৰিয়তৰ কাৰ্যনিৰ্বাহক কমিটীৰ চেয়াৰমেন আব্দুল গনি ভাটে পাকিস্তান ভ্ৰমণ কৰিব লগা প্ৰতিনিধি দলত পাকিস্তানৰ উগ্ৰ সমৰ্থক আলি শ্বাহ জিলানীক নিযুক্তি দিলে। জিলানীক পাকিস্তানলৈ যাবলৈ দিয়াৰ ক্ষেত্ৰত গৃহ মন্ত্ৰালয়ে বাধা প্ৰদান কৰিলে। কাৰণ, তেওঁ মুকলিকৈ জেহাদীসকলক আদৰণি জনাইছিল। তদুপৰি তেওঁ কৈছিল যে কাশ্মীৰ সমস্যাটো এটা ধৰ্মীয় সমস্যাহে, ৰাজনৈতিক নহয়।"

---

৫৩। 'হিন্দু' ২০ ফেব্ৰুৱাৰী, ২০০১

৫৪। 'আউটলুক' ১১ জুন, ২০০১

হুৰিয়তৰ প্ৰতিনিধি দল এটাক পাকিস্তান ভ্ৰমণৰ বাবে যাবলৈ প্ৰথমতে ভাৰত চৰকাৰ মান্তি হ'লেও প্ৰতিনিধি দলত পাকিস্তানৰ উগ্ৰ সমৰ্থক জিলানীক অন্তৰ্ভুক্ত কৰাত গৃহমন্ত্ৰী এল. কে. আদবানিয়ে আপত্তি কৰিলে। ফলস্বৰূপে প্ৰস্তাৱিত ভ্ৰমণ বাস্তৱত ৰূপায়িত নহ'ল। হুৰিয়তে ইয়াৰ বাবে তীব্ৰ অসন্তুষ্টি প্ৰকাশ কৰিলে। আনহে নালাগে, পাকিস্তানৰ বৈদেশিক মন্ত্ৰী আব্দুছ ছাত্তাৰে চৰকাৰী নিয়ন্ত্ৰিত পাকিস্তান টেলিভিশ্যনত (পি টি ভি) ঘোষণা কৰিলে যে হুৰিয়তৰ প্ৰতিনিধি দলক পাকিস্তান ভ্ৰমণ কৰিবলৈ নিদিলে কাশ্মীৰত শান্তি স্থাপন প্ৰক্ৰিয়াৰ বিপৰ্যয় ঘটিব।

যি কি নহওক, আগ্ৰা বৈঠকৰ বাবে পাকিস্তানৰ ৰাষ্ট্ৰপতি জেনেৰেল মুছাৰফ ভাৰতলৈ আহোতে, ভাৰত চৰকাৰৰ আপত্তি সত্বেও মুছাৰফে হুৰিয়তৰ প্ৰতিনিধি দল এটাক লগ ধৰে। মুছাৰফৰ ভাৰত ভ্ৰমণৰ প্ৰথম দিনাই অৰ্থাৎ ১৫ জুলাইত নতুন দিল্লীত থকাৰ সময়ত হুৰিয়তৰ প্ৰতিনিধি দল এটাৰ সৈতে প্ৰায় কুৰি মিনিট সময় কথা-বতৰা পাতে। আলোচনাৰ পাছত পাকিস্তানৰ বৈদেশিক সচিব ইনামুল হকে সাংবাদিকক কোৱা মতে জম্মু-কাশ্মীৰৰ ৰাইজে তেওঁলোকৰ ভৱিষ্যৎ নিৰ্ধাৰণৰ ক্ষেত্ৰত পাকিস্তানে নৈতিক আৰু ৰাজনৈতিক সমৰ্থন দি যাব বুলি পাকিস্তানৰ ৰাষ্ট্ৰপতিজনে হুৰিয়তক প্ৰতিশ্ৰুতি দিছে। হুৰিয়তৰ অন্যতম প্ৰতিনিধি মীৰৱাইজ ওমৰ ফাৰুকৰ মতে মুছাৰফে তেওঁলোকক কৈছে যে[৫৫] "পাকিস্তানী আৰু পাকিস্তান চৰকাৰে বিশ্বাস কৰে যে হুৰিয়ৎ হৈছে কাশ্মীৰ ৰাইজৰ বৈধ প্ৰতিনিধি।"

মন কৰিব লগা যে পাকিস্তানৰ ৰাষ্ট্ৰপতিজনে চাহ মেললৈ হুৰিয়তক আমন্ত্ৰণ জনোৱাৰ প্ৰতিবাদত কেন্দ্ৰৰ শাসক গোষ্ঠী এন-ডি-এ-ৰ কোনো এজন নেতা চাহ মেললৈ নগ'ল। কংগ্ৰেছ দলৰ প্ৰতিনিধিয়ে অৱশ্যে চাহ মেলত যোগদান কৰে।

উল্লেখ কৰিব পাৰি যে আশীৰ দশকত জন্ম লাভ কৰা হুৰিয়ৎ কনফাৰেন্সৰ অন্তৰ্ভুক্ত ৰাজ্যিক দল আৰু সংগঠনৰ সংখ্যা আছিল প্ৰথমতে কমেও ৩৪ টা। পিপলছ লীগ, মুছলিম কনফাৰেন্স আদি প্ৰভাৱশালী দলৰ নেতা হুৰিয়ৎ কনফাৰেন্সত আছে। পাকিস্তান পন্থী হুৰিয়ৎ কনফাৰেন্সে ৰাজ্যখনত হোৱা নিৰ্বাচনত অংশ গ্ৰহণ কৰিবলৈ এই পৰ্যন্ত অস্বীকাৰ কৰি আছে। হুৰিয়তৰ নেতৃবৰ্গৰ মাজত কোনো কোনো ক্ষেত্ৰত মতদ্বৈধতা আছে যদিও অন্যতম শীৰ্ষ নেতা চৈয়দ আলি শ্বাহ জিলানীৰ মতে, "আমাৰ প্ৰধান লক্ষ্য হ'ল ভাৰতৰ পৰা স্বাধীনতা লাভ কৰাটো। এই ক্ষেত্ৰত আমাৰ মাজত কোনো মত পাৰ্থক্য নাই।" তেওঁলোকৰ আন এক ঘোষিত নীতি হ'ল যে ৰাজ্যখনত ভৱিষ্যৎ সম্পৰ্কে হোৱা যি কোনো আলোচনাত কাশ্মীৰৰ ৰাইজক তৃতীয় পক্ষ কৰি ল'ব লাগিব। হুৰিয়তেই জম্মু-কাশ্মীৰৰ ৰাইজৰ প্ৰকৃত প্ৰতিনিধি বুলি দাবী কৰি অহা হৈছে।

১৯৯৩ চনৰ ২৭ ছেপ্টেম্বৰত মীৰৱাইজ ওমৰ ফাৰুকে এই কনফাৰেন্স গঠন কৰিছিল। ঘোষিত উদ্দেশ্য আছিল— "জম্মু-কাশ্মীৰৰ জনসাধাৰণৰ মৌলিক অধিকাৰ আত্ম নিৰ্ধাৰণৰ বাবে শান্তিপূৰ্ণভাৱে সংগ্ৰাম কৰাটো।"

---

৫৫। 'টেলিগ্ৰাফ'— ২০০০ চনৰ ১৫ জুলাই সংখ্যা।

## সচিবপ্ৰধানৰ মন্তব্য

ৰাষ্ট্ৰসংঘৰ সচিবপ্ৰধান কফি আন্নানে ২০০১ চনৰ মাৰ্চ মাহত ভাৰতলৈ অহাৰ আগতে পাকিস্তান ভ্ৰমণ কৰোতে ৰাজহুৱাভাৱে কৰা (১১ মাৰ্চ) এক বিশেষ মন্তব্যই পাকিস্তানত ব্যাপক প্ৰতিক্ৰিয়া কৰে। প্ৰকৃততে তেওঁ নতুন কোনো কথা কোৱা নাছিল—মাত্ৰ ৰাষ্ট্ৰসংঘৰ চনদত থকা এটা দফাৰ নীতি বিষয়ক কথা এটাহে ব্যাখ্যা কৰিছিল—যিটোৰ বিষয়ে পাকিস্তানৰ সাধাৰণ ৰাইজ আৰু পাকিস্তানী সমৰ্থিত উগ্ৰপন্থীসকলক আজি অতদিনে পাকিস্তানৰ নেতৃত্বত থকাসকলে ভুল ধাৰণা দি আছিল। ৰাষ্ট্ৰসংঘত গৃহীত প্ৰস্তাৱ ভাৰতে মানি নচলা বাবে ভাৰত দোষী আৰু শাস্তি পাবৰ যোগ্য বুলি পাকিস্তানে অপপ্ৰচাৰ চলাই থকাৰ কথা জনাজাত। কিন্তু ৰাষ্ট্ৰসংঘৰ যি ষষ্ঠ দফাৰ অধীনত জম্মু-কাশ্মীৰৰ প্ৰসংগত নিৰাপত্তা পৰিষদত প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল, সেই দফাত থকা ব্যৱস্থা মতে কোনো এটা পক্ষই সেই প্ৰস্তাৱ নামানিলে যে সংশ্লিষ্ট প্ৰস্তাৱটো অগ্ৰাহ্য হৈ যায় আৰু সেই পক্ষৰ ওপৰত ৰাষ্ট্ৰসংঘই শাস্তিমূলক ব্যৱস্থা যে গ্ৰহণ কৰিব নোৱাৰে, সেই বিষয়ে পাকিস্তানী জনসাধাৰণক আন্ধাৰত ৰখা হৈছিল। ৰাষ্ট্ৰসংঘৰ সচিবপ্ৰধানগৰাকীয়ে পাকিস্তানত থকাৰ সময়তে ষষ্ঠ দফাত থকা এই সীমাবদ্ধতাৰ কথা মুকলিকৈ প্ৰকাশ কৰি পাকিস্তানৰ কৰ্তৃপক্ষই আজি অতদিনে ৰাষ্ট্ৰসংঘৰ প্ৰস্তাৱক লৈ চলোৱা অপপ্ৰচাৰৰ মুখাখন খুলি পেলালে।

# অধিক স্বায়ত্ত শাসনৰ দাবী

"প্ৰতিশ্ৰুতি ৰক্ষা কৰি অধিক স্বতন্ত্ৰতা আৰু আঞ্চলিক স্বতন্ত্ৰতাৰ বিষয়বোৰ পৰীক্ষা কৰিবলৈ চৰকাৰে দুখন কমিটী গঠন কৰি দিয়ে। ৰাজ্যিক বিধান সভাৰ বিশেষ অধিৱেশনে অধিক স্বতন্ত্ৰতা বিষয়ক প্ৰতিবেদনখন গ্ৰহণ কৰে আৰু বিবেচনাৰ্থে প্ৰতিবেদনখন কেন্দ্ৰীয় চৰকাৰলৈ পঠোৱা হয়। ৰাজ্য চৰকাৰৰ লগত এই বিষয়ে আলোচনা কৰিবলৈ কেন্দ্ৰীয় চৰকাৰ মান্তি হৈছে। মুখ্যমন্ত্ৰীয়ে নিজেই দেশৰ বিভিন্ন ঠাইলৈ যায় আৰু চৰকাৰৰ দৃষ্টিভংগী ব্যাখ্যা কৰে। ফলত, ৰাজ্যখনৰ দাবীৰ প্ৰতি বৰ্ধিত সমৰ্থন লোৱা হৈছে। এই বিষয়ে কে চি পন্তৰ সৈতে আলোচনা আৰম্ভ হৈছে।"

ডাঃ ফাৰুক আব্দুল্লা নেতৃত্বাধীন জম্মু-কাশ্মীৰ ৰাজ্যৰ নেচনেল কনফাৰেন্স দলৰ চৰকাৰে পাঁচ বছৰ (১৯৯৬-২০০১) সম্পূৰ্ণ কৰা উপলক্ষে ২০০১ চনৰ ১১ অক্টোবৰত দেশৰ একাংশ বাতৰি কাকতত প্ৰকাশিত বিজ্ঞাপন এটাত ওপৰৰ কথাখিনি উল্লেখ কৰা হৈছিল। অধিক স্বতন্ত্ৰতা বিষয়ক যিখন প্ৰতিবেদনৰ কথা বিজ্ঞাপনটোত কোৱা হৈছে, সেই প্ৰতিবেদনখন ৰাজ্যখনৰ বিশেষ অধিৱেশনত ২০০০ চনৰ ২৬ জুন তাৰিখে গৃহীত হয়। ছদিন ধৰি হোৱা দীঘলীয়া বিতৰ্কৰ অন্তত প্ৰতিবেদনখন গৃহীত হোৱাত অস্বাভাৱিকতা নাছিল। কিয়নো, বিধান সভাত শাসক দল নেচনেল কনফাৰেন্সৰ শক্তি আছিল দুই তৃতীয়াংশ।

গৃহীত প্ৰতিবেদনখনৰ মূল কথা আছিল— ১৯৫৩ চনৰ আগৰ অৱস্থালৈ ৰাজ্যখনক ওভোতাই নিয়া। অৰ্থাৎ প্ৰতিৰক্ষা, যোগাযোগ আৰু বৈদেশিক পৰিক্ৰমা— এই তিনিটা বিষয়তহে কেৱল কেন্দ্ৰীয় চৰকাৰৰ কৰ্তৃত্ব থাকিব— আন সকলোবোৰ বিষয়ত কৰ্তৃত্ব থাকিব কেৱল ৰাজ্য চৰকাৰৰহে। আনবোৰ বিষয়ৰ কথা বাদেই— উচ্চতম ন্যায়ালয়, নিৰ্বাচন আয়োগ আৰু 'কম্প্ৰট্ৰলাৰ এণ্ড অডিটৰ জেনেৰেল'ৰ সম্প্ৰসাৰণ জম্মু-কাশ্মীৰ ৰাজ্যলৈ ১৯৫৩ চনৰ পাছত হৈছে বাবে, এই গুৰুত্বপূৰ্ণ সাংবিধানিক ব্যৱস্থাবোৰো ৰাজ্যখনত প্ৰযোজ্য নহ'ব। নক'লেও হ'ব যে ৰাজ্যখন ভাৰতৰ লগত চামিল হওঁতে মহাৰজা হৰি সিঙে যিখন নথিত স্বাক্ষৰ কৰিছিল, সেই নথিত এই তিনিটা বিষয়তহে চামিল হোৱাৰ কথা উল্লেখ আছিল। (চামিলকৰণ নথিৰ পূৰ্ণ পাঠ চাওক পৰিশিষ্ট অধ্যায়ত)। ১৯৫৪ চন আৰু তাৰ পাছত ভাৰতৰ সংবিধানৰ বিভিন্ন ব্যৱস্থা ৰাজ্যখনলৈ সম্প্ৰসাৰণ কৰা হয়। ৰাজ্যখনৰ সাংবিধানিক মুৰব্বীৰ নাম 'সদৰ-ই-ৰিয়াছট'ৰ ঠাইত ৰাজ্যপাল আৰু ৰাজ্যখনৰ 'প্ৰধানমন্ত্ৰী'ৰ পদবীৰ নামো সলনি কৰি 'মুখ্যমন্ত্ৰী' কৰা হয় ১৯৫৩ চনৰ পাছতহে।

ডাঃ ফাৰুক আব্দুল্লাৰ মতে, দেশখনৰ পুনৰ বিভাজন ঘটোৱাৰ বাবে নহয়, ভাৰতৰ ঐক্য অধিক সুদৃঢ় কৰাৰ বাবেহে নেচনেল কনফাৰেন্স দলে স্বায়ত্ত শাসনৰ দাবী কৰিছে।

অগ্রণী বাৰ্তালোচনীৰ ('ইণ্ডিয়া টুডে'- ২০০০ চনৰ ১০ জুলাইৰ সংখ্যা) সৈতে হোৱা এক সাক্ষাৎকাৰত ডাঃ ফাৰুক আব্দুল্লাই কৈছে, "এটা কথা স্পষ্ট কৰি দিব খোজো। আজি আপোনালোকে স্বায়ত্ত শাসনৰ বিষয়ে একো নকয়, কাইলৈ কিন্তু ক'ব লাগিব। কাশ্মীৰৰ সমাধান হ'ব লাগিব ৰাজনৈতিক। সেই দিশত আমাৰ প্ৰস্তাৱটো হৈছে প্ৰথম পদক্ষেপ।"

প্ৰভাৱশালী বাতৰি কাকত 'দ্য হিন্দু'ৱে এই প্ৰসংগত কৰা সম্পাদকীয় মন্তব্যৰ (২০০০ চনৰ ২৯ জুনৰ সংখ্যা) অংশবিশেষ তলত উদ্ধৃত কৰা হ'ল।

"এতিয়া যেতিয়া স্বায়ত্ত শাসনৰ দাবীয়ে ৰাজ্যিক বিধান সভাৰ অনুমোদন লাভ কৰিলে, কেন্দ্ৰীয় চৰকাৰে এতিয়া বিষয়টো এৰাই চলিব নোৱাৰে। এতিয়া, জম্মু আৰু কাশ্মীৰৰ জনসাধাৰণৰ আঁতৰি যোৱাৰ ভাব সলনি কৰাৰ ৰাষ্ট্ৰীয় জৰুৰী কৰ্তব্যৰ সংগতিসূচকভাৱে কি ধৰণে সঁহাৰি জনায়, সেই কথা নিৰ্ভৰ কৰিছে এন-ডি-এৰ ওপৰত। বহু দিনৰ আগৰ কথা নহয়— দুজন প্ৰধানমন্ত্ৰীয়ে সাংবিধানিক গাঁথনিৰ ভিতৰত সৰ্বাধিক স্বতন্ত্ৰতা দিয়াৰ বাবে কথা দিছিল। সেয়া হৈছে— চামিলকৰণ নথিৰ অধীনত ৰাজ্যখনক দিয়া বিশেষ মৰ্যাদাৰ ক্ৰমশঃ ক্ষতি হোৱা আৰু তাক পুনৰ প্ৰতিষ্ঠাৰ এক স্বীকৃতি। বিজেপিয়ে বাতিল কৰিব খোজা সংবিধানৰ সেই বিশেষ ব্যৱস্থা ৩৭০ নং অনুচ্ছেদৰ অধীনত ৰাজ্যখনক দিয়া বিশেষ মৰ্যাদাৰ পৰাই মূলতঃ নিৰ্ভৰযোগ্য স্বায়ত্তশাসনৰ 'পেকেজ' উদ্ভাৱন কৰিব লাগিব। সংসদলৈ বিষয়টো আনিব লাগিব বুলি এল কে আদবানিয়ে জনোৱা সঁহাৰি ব্যতিক্ৰম ধৰ্মী নহয়। শাসকীয় মৰ্চাৰ কাৰ্যসূচীত ৩৭০ নং অনুচ্ছেদ বাতিলৰ উল্লেখ নাই যদিও চামিলকৰণৰ সময়ত ৰাজ্যখনলৈ ৰাষ্ট্ৰখনৰ প্ৰতিশ্ৰুতিৰ প্ৰতীক এই অনুচ্ছেদটোৰ ভাবধাৰাক সন্মান জনাবলৈ চৰকাৰ কিমানদূৰ প্ৰস্তুত, সেই কথা লক্ষ্য কৰিবলগীয়া হ'ব।"

বিজেপি দলৰ প্ৰতিক্ৰিয়া মন কৰিবলগা। এই দলৰ তেতিয়াৰ সাধাৰণ সম্পাদক ভেংকায়া নাইডুৱে স্পষ্ট কৰি দিলে যে কেৱল জম্মু-কাশ্মীৰেই নহয়, দেশৰ কোনোখন ৰাজ্যকেই স্বায়ত্তশাসন দিয়া নহয়। তেওঁ আৰু ক'লে, ('ইণ্ডিয়া টুডে, ২০০০ চনৰ ১০ জুলাইৰ সংখ্যা) "এই কথা জনাজাত যে জম্মু আৰু কাশ্মীৰলৈ দিয়া কেন্দ্ৰীয় সাহায্যৰ পৰিমাণ হৈছে— বিহাৰতকৈ ১৪ গুণ, তামিলনাডুতকৈ ১১গুণ আৰু আনকি নাগালেও গভীৰ ভাবুকিৰ সন্মুখীন হোৱা অসমৰ দৰে ৰাজ্যতকৈ ৬ গুণ বেছি।" প্ৰাক্তন কেন্দ্ৰীয় মন্ত্ৰী আৰু বিশিষ্ট আইনজ্ঞ ৰাম জেঠমালানিৰ মতে স্বায়ত্তশাসনৰ প্ৰস্তাৱ আইনৰ দিশৰ পৰা গুৰুত্বহীন, কিন্তু ইয়াৰ ৰাজনৈতিক তাৎপৰ্য গুৰুতৰ। কংগ্ৰেছ নেতা আহমদ পেটেলৰ মতে, "আমি স্বায়ত্তশাসনৰ বিৰোধী নহয়, কিন্তু এই প্ৰতিবেদন অসন্মানজনক।" জৰিয়ত কনফাৰেন্স দলৰ বিশিষ্ট নেতা ঘনি ল'নৰ মতে, "৭০ হেজাৰ লোকে স্বাধীনতাৰ বাবেহে নিজৰ জীৱন বিসৰ্জন দিলে, স্বায়ত্ত শাসনৰ বাবে নহয়।" শিৱসেনাৰ মুৰব্বী বাল ঠাকৰেই প্ৰধানমন্ত্ৰী বাজপেয়ী আৰু গৃহমন্ত্ৰী আদবানিলৈ আবেদন জনালে যে ডাঃ আব্দুল্লা নেতৃত্বাধীন চৰকাৰক বৰ্খাস্ত কৰি "ভাৰতক ৰক্ষা কৰিব লাগে।" তেওঁৰ আৰু মন্তব্যঃ স্বায়ত্তশাসনৰ প্ৰস্তাৱটো গ্ৰহণ কৰি বিচ্ছিন্নতাৰ দিশত ডাঃ আব্দুল্লাই এটা খোজ পেলালে।

জম্মু আৰু লাডাখৰ বাহিৰে স্বায়ত্তশাসন প্ৰস্তাৱটোৰ তীব্ৰ প্ৰতিবাদ কৰি ১৯ জুনৰ পৰা এসপ্তাহ দিন ধৰি 'ক'লা সপ্তাহ' পালন কৰিলে। 'লাডাখ বৌদ্ধিষ্ট এছ'চিয়েশ্যন'ৰ আহ্বানত লাডাখত ব্যাপক বন্ধ পালন কৰা হ'ল। এই সংগঠনটোৰ সভাপতি ছেৰিং ছামফেলে ঘোষণা কৰিলে, 'লাডাখৰ বাহিৰে ফাৰুক আব্দুল্লাৰ কৌশল কেতিয়াও সফল হ'বলৈ নিদিয়ে।" (আনন্দ বাজাৰ পত্ৰিকা, ২০০০ চনৰ ২২ জুনৰ সংখ্যা)

বিধান সভাই গ্ৰহণ কৰা প্ৰস্তাৱটো কেন্দ্ৰীয় চৰকাৰলৈ প্ৰেৰণ কৰাত এতিয়া সংসদত এই বিষয়টো আলোচনা কৰাৰ ব্যাধ্যবাধকতা আহি পৰিল। ইতিমধ্যে এই কথা স্পষ্ট হৈ পৰিছে যে দুটামান আঞ্চলিক দলৰ বাহিৰে এই প্ৰস্তাৱৰ প্ৰতি দেশৰ আন দলবোৰৰ সমৰ্থন নাই। ফলত সংসদত প্ৰস্তাৱটো অনুমোদনৰ বাবে প্ৰয়োজনীয় সমৰ্থন নোলোৱাটো নিশ্চিত। কিন্তু সংসদে অনুমোদন নজনালেও মূল সমস্যাৰ সমাধান এৰাই চলিব পৰাটো সম্ভৱপৰ হ'বনে? কোনো কোনো সচেতন মহলে ক'ব খোজে যে হুৰিয়ত কনফাৰেন্সৰ সৈতে যদি কেন্দ্ৰীয় চৰকাৰে 'আজাদী' সম্পৰ্কে আলোচনা কৰিবলৈ ইচ্ছা কৰিব পাৰে, তেন্তে ডাঃ ফাৰুকৰ সৈতে অধিক স্বায়ত্তশাসনৰ বিষয়ে আলোচনা কৰিব নোৱৰাৰ কাৰণ থাকিব পাৰেনে?

উল্লেখ কৰা প্ৰয়োজন যে জীৱিত কালত শেখ আব্দুল্লাই ৰাজ্যখনক ১৯৫৩ চনৰ আগৰ অৱস্থালৈ নিয়াৰ বাবে চলোৱা সকলো প্ৰচেষ্টা ব্যৰ্থ হ'ল। ১৯৭৪ চনৰ ১৩ নৱেম্বৰত শেখ আব্দুল্লাই তেতিয়াৰ প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীৰ সৈতে যিখন চুক্তি কৰিছিল আৰু যিখন চুক্তি সম্পাদন কৰাৰ বাবেই 'শেৰ-ই-কাশ্মীৰ' বুলি খ্যাত নেতাজন ১৯৭৫ চনত পুনৰবাৰ ৰাজ্যখনৰ ক্ষমতালৈ উভতি আহিছিল, সেই চুক্তিখনত অন্যান্য কথাৰ লগতে কোৱা হৈছিল যে ১৯৫৩ চনৰ পাছত সংসদে প্ৰণয়ন কৰা আৰু ৰাজ্যখনলৈ সম্প্ৰসাৰণ কৰা কিছুমান আইন ৰাজ্য চৰকাৰে পৰ্যালোচনা কৰিব পাৰিব, কিন্তু ১৯৫৩ চনৰ আগৰ অৱস্থালৈ ৰাজ্যখনক নিয়াৰ দাবী ইন্দিৰা গান্ধীয়ে মানি নল'লে। তেওঁৰ যুক্তি হ'ল— ঘড়ীৰ কাটা ওলোটাই ঘূৰাব নোৱাৰি।

পিতৃৰ মৃত্যুৰ পাছতে ডাঃ ফাৰুক আব্দুল্লাই পিতৃৰ অসম্পূৰ্ণ কাম সম্পূৰ্ণ কৰাত সৰ্বশক্তি প্ৰয়োগ কৰিছে। ১৯৫৩ চনৰ আগৰ অৱস্থালৈ ৰাজ্যখনক নিয়াৰ বাবে প্ৰতিশ্ৰুতি নিদিয়াৰ প্ৰতিবাদত ডাঃ আব্দুল্লাৰ নেতৃত্বত তেওঁৰ দলে ১৯৯৬ চনত অনুষ্ঠিত লোকসভাৰ নিৰ্বাচনত অংশ গ্ৰহণ কৰাৰ পৰা বিৰত থকাৰ দৰে চৰম সিদ্ধান্ত গ্ৰহণ কৰিলে। তথাপি কোনো কাম নহ'ল। সেয়ে পৰৱৰ্তী নিৰ্বাচনত বিনাচৰ্তে অংশ গ্ৰহণ কৰিবলৈ ডাঃ ফাৰুক বাধ্য হ'ল। কিন্তু নিৰ্বাচনী ইস্তাহাৰত নেচনেল কনফাৰেন্স দলে ৰাজ্যখনৰ বাইজক প্ৰতিশ্ৰুতি দিলে যে ৰাজ্যখনক ১৯৫৩ চনৰ আগৰ অৱস্থালৈ নিয়াৰ বাবে সৰ্বাত্মক প্ৰচেষ্টা চলাব। এয়ে হ'ল জম্মু-কাশ্মীৰ বিধান সভাত অধিক স্বায়ত্ত শাসনৰ বাবে গ্ৰহণ কৰা প্ৰস্তাৱটোৰ চমু পটভূমি।

# বিধান সভা ভৱন আক্ৰমণৰ ঘটনাটো

দীৰ্ঘদিন ধৰি জম্মু-কাশ্মীৰ ৰাজ্যত বিভিন্ন ধৰণৰ সন্ত্ৰাসবাদী কাম-কাজ চলি থাকিলেও ২০০১ চনৰ ১ অক্টোবৰ সোমবাৰৰ দিনা ৰাজ্যখনৰ বিধান সভা ভৱনটো জৈছ-ই-মহম্মদ (চমুকৈ জে-ই-এম) নামৰ পাকিস্তানী উগ্ৰপন্থী সংগঠনটোৱে চলোৱা আক্ৰমণৰ দৰে ঘটনা পূৰ্বতে ৰাজ্যখনত ঘটা নাছিল। ৩৮জন নিহত হোৱা আৰু কমেও ৮০জন আহত হোৱা এই ঘটনাটো এই সংগঠনটোৱেই ঘটোৱা বুলি শ্ৰীনগৰত প্ৰচাৰ কৰা এটা প্ৰেছ টোকাত স্বীকাৰ কৰা হ'ল। এনে স্বীকাৰোক্তিত পাকিস্তানৰ কৰ্তৃপক্ষ খড়্গহস্ত হ'ল। কাৰণ, সন্ত্ৰাসবাদৰ বিৰুদ্ধে হোৱা যুদ্ধত আমেৰিকাৰ প্ৰথম শাৰীৰ সমৰ্থক ৰাষ্ট্ৰখনৰ মাটিত থকা উগ্ৰপন্থী সংগঠনটোৱে ঘটনাটোৰ দায়িত্ব স্বীকাৰ কৰিলে বিশ্ববাসীৰ সন্মুখত পাকিস্তানৰ নাক-কাণ ৰ'ব ক'ত? সেয়ে পাকিস্তান চৰকাৰৰ হেঁচাত কূটনৈতিক কৌশলেৰে ঘটনাত জড়িত থকাৰ কথা পাছত অস্বীকাৰ কৰিলেও সেই কথাত কোনো পতিয়ন নগ'ল। কাৰণ হ'ল— এই উগ্ৰপন্থী সংগঠনটোৰ পূৰ্বৰ কাম-কাজ।

১ অক্টোবৰৰ ঘটনাটো আছিল চমুকৈ এনেকুৱা : টেলি-সংযোগ বিভাগৰ 'টাটা চুমো' গাড়ী এখন হাৱৰাকাদল অঞ্চলৰ বানা মহল্লা নামৰ ঠাইৰ পৰা চাৰিজন উগ্ৰপন্থীয়ে দিনৰ প্ৰায় এক বজাত অপহৰণ কৰে। উগ্ৰপন্থীকেইজন আছিল চি-আৰ-পিৰ পোছাকত। গাড়ীখনত তিনিটা গাখীৰৰ 'কেন'ত প্ৰায় ৫০ কিলোগ্ৰাম আৰ-ডি-এক্স ভৰ্তি কৰা হ'ল। তাৰ পাছত গাড়ীখন অগ্ৰসৰ হ'ল বিধান সভা ভৱনৰ পিনে। বিধান সভা ভৱনৰ প্ৰৱেশ দ্বাৰৰ খুঁটাত গাড়ীখনে খুন্দা মৰাৰ আগতে তিনিজন উগ্ৰপন্থী মাৰণাস্ত্ৰসহ গাড়ীৰ পৰা নামি গ'ল। খুন্দা মৰাৰ লগে লগে চালকৰ আসনত থকা উগ্ৰপন্থীজনসহ গাড়ীখন বিস্ফোৰিত হ'ল। লগে লগে সেই ঠাইত থকা ভালেমান নিহত আৰু আহত হ'ল। সেই জলফুলীয়া পৰিবেশত পূৰ্বতে গাড়ীখনৰ পৰা নমা উগ্ৰপন্থী তিনিজন বিধান সভা ভৱনৰ ভিতৰলৈ সোমাই গৈ আক্ৰমণ চলালে। নিৰাপত্তা বাহিনীয়ে প্ৰতি— আক্ৰমণ চলোৱাত বহু সময় ধৰি গুলীয়াগুলী চলে। ফলত উগ্ৰপন্থী তিনিজনকে ধৰি ভালেমান নিহত আৰু আহত হ'ল। বিধান পৰিষদৰ ভৱনটো অগ্নিসংযোগ কৰা হ'ল।

সেইদিনা নিৰ্দিষ্ট কাৰ্যসূচী সোনকালে শেষ হোৱাত নিয়মিত সময়ৰ (দিনৰ ১-৩০ বজা) প্ৰায় আধা ঘণ্টাৰ আগতেই বিধান সভাৰ কাম-কাজ সামৰা হৈছিল। ফলত মুখ্যমন্ত্ৰী ডাঃ ফাৰুক আব্দুল্লাকে ধৰি বেছিভাগ মন্ত্ৰী আৰু বিধায়ক বিধান সভা ভৱনৰ ভিতৰত ঘটনাৰ সময়ত নাছিল। ৰাজ্যখনৰ ডি-জি-পি এ কে চুৰীৰ মতে, বিধান সভা ভৱনৰ পৰা প্ৰায় আঢ়েশ লোকক নিৰাপদ ঠাইলৈ আঁতৰাই নিয়া হয়। তাৰ ভিতৰত বিধান সভাৰ অধ্যক্ষ, উপাধ্যক্ষ, বিধান পৰিষদৰ চেয়াৰমেনৰ উপৰি কেইবাজনো বিধায়ক আৰু বিধান পৰিষদৰ সদস্য আছিল। বিধান সভা ভৱনৰ ভিতৰত প্ৰৱেশ কৰা উগ্ৰপন্থীকেইজনে

'ফাৰুক কাছা হেই' বুলি চিঞৰাৰ পৰা এই অনুমানকে কৰিব পাৰি যে এই আক্ৰমণৰ ঘাই লক্ষ্য আছিল মুখ্যমন্ত্ৰী ডাঃ ফাৰুক।

এই ঘটনাক তীব্ৰ গৰিহণা দি আমেৰিকাৰ ৰাষ্ট্ৰপতি জৰ্জ বুশলৈ দিয়া চিঠি এখনত প্ৰধানমন্ত্ৰী বাজপেয়ীয়ে ক'লে যে ভাৰতৰ জনসাধাৰণৰ ধৈৰ্যৰো যে এটা সীমা আছে, সেই কথা পাকিস্তানে বুজা উচিত (চিঠিৰ পূৰ্ণপাঠ পঢ়ক পৰিশিষ্ট অধ্যায়ত)। এনেকুৱা ঘটনাবোৰে ভাৰতৰ নিৰাপত্তাৰ প্ৰশ্ন উত্থাপন কৰিছে বুলি বাজপেয়ীয়ে চিঠিখনত আৰু ক'লে— 'গণতান্ত্ৰিকভাৱে নিৰ্বাচিত ভাৰতৰ এজন নেতাৰূপে মই এই বিষয়ে সৰ্বোচ্চ ৰাষ্ট্ৰীয় স্বাৰ্থত কাম কৰিব লাগিব।" প্ৰকৃতপক্ষে এই চিঠিৰ দ্বাৰা বাজপেয়ীয়ে আমেৰিকাৰ ৰাষ্ট্ৰপতিজনক এই কথাকে বুজাবলৈ যত্ন কৰিছিল যে এনেবোৰ সন্ত্ৰাসবাদী কাৰ্য পাকিস্তানে বন্ধ নকৰিলে ভাৰতে বাধ্য হৈ নিৰাপত্তা আৰু ৰাষ্ট্ৰীয় স্বাৰ্থত পাকিস্তানৰ বিৰুদ্ধে নিৰ্দিষ্ট চূড়ান্ত কাৰ্য-ব্যৱস্থা লোৱাৰ কথা ভাবিব পাৰে।

গৃহমন্ত্ৰী এল কে আদবানিৰ মন্তব্য— গণতন্ত্ৰ, ধৰ্মনিৰপেক্ষতা আৰু ভাৰতৰ সৈতে ঐক্যবদ্ধ হোৱাৰ ক্ষেত্ৰত জম্মু আৰু কাশ্মীৰৰ জনসাধাৰণৰ প্ৰতিশ্ৰুতিৰ প্ৰতি ই হৈছে এক আক্ৰমণ।

মুখ্যমন্ত্ৰী ডাঃ ফাৰুক আব্দুল্লাই ৩ অক্টোবৰত বিধান সভাৰ মজিয়াত অন্যান্য কথাৰ লগতে ক'লে, "আমাৰ ধৈৰ্যৰ বান্ধ সুলকি গৈছে, আমাৰ সহ্যই শেষ সীমা পাইছেগৈ। এতিয়া যুদ্ধৰ বাবে সাজু হ'ব লাগিব।... ভাৰতে পাকিস্তানক আক্ৰমণ কৰি সেই দেশত থকা সকলোবোৰ প্ৰশিক্ষণ শিবিৰ ধ্বংস কৰিব লাগে।... আমি পাকিস্তানক এটা শিকনি দিব লাগে।... পাকিস্তানে আমাৰ মাটিৰ এক ইঞ্চিও দখল কৰিব নোৱাৰে।... তেওঁলোক তিনিখন যুদ্ধত লিপ্ত হ'ল...।"

ভাৰতৰ বৈদেশিক বিভাগৰ ৰাজ্যিক মন্ত্ৰী ওমৰ আব্দুল্লাৰ মন্তব্য : জম্মু-কাশ্মীৰত সন্ত্ৰাসবাদী কাম-কাজ চলোৱা পাকিস্তানৰ সংগঠনকেইটাৰ বিৰুদ্ধে আমেৰিকাই ব্যৱস্থা লওক। পাকিস্তানত ঘাটি থকা 'জৈছ-ই-মহম্মদ', 'লস্কৰ-ই-তৈবা' আৰু 'হিজবুল মুজাহিদীন' নামৰ সংগঠনকেইটাক নিষিদ্ধ কৰি আমেৰিকাই এই সংগঠনকেইটাৰ পুঁজি বাজেয়াপ্ত কৰক। ওছামা বিন লাডেনৰ 'অল কায়দা'ৰ সৈতে লগ লাগি যে এই সংগঠন কেইটাই জম্মু-কাশ্মীৰত অভিযান চলাই আছে, সেই বিষয়ে আমাৰ হাতত বিশ্বাসযোগ্য প্ৰমাণ আছে।

তাৎপৰ্যপূৰ্ণ কথা যে পাকিস্তানৰ ৰাষ্ট্ৰপতি মুছাৰফেও হেঁচাত পৰি এই ঘটনাক ৰাজহুৱাভাৱে পলমকৈ হ'লেও গৰিহণা দিলে। ইয়াৰ পূৰ্বে মুছাৰফেই নহয়, পাকিস্তানৰ কোনো এজন শাসকে তেওঁলোকৰ দেশত ঘাটি থকা কোনো উগ্ৰপন্থী তথা সন্ত্ৰাসবাদী সংগঠনে জম্মু-কাশ্মীৰত বহু বোৰ সন্ত্ৰাসবাদী ঘটনা ঘটাওঁতে কোনো এটা ঘটনাৰ ক্ষেত্ৰতে গৰিহণা দিয়া নাছিল। এই সন্ত্ৰাসবাদী/উগ্ৰপন্থীবোৰক 'স্বাধীনতা যুঁজাৰু' বুলিহে অভিহিত কৰা হৈ আহিছিল। বিধান সভা ভৱন আক্ৰমণ কৰাৰ ঘটনাটোৱে সমগ্ৰ বিশ্বতে যি তীব্ৰ প্ৰতিক্ৰিয়া কৰিলে, তাৰ পৰিপ্ৰেক্ষিতত আৰু সন্ত্ৰাসবাদৰ বিৰুদ্ধে যুঁজ দিয়া দেশবোৰৰ ভিতৰত আমেৰিকাৰ ঘনিষ্ঠ সহযোগী বুলি স্বীকৃত হোৱাত এই ঘটনাক গৰিহণা দিয়াৰ বাহিৰে মুখ ৰক্ষাৰ বাবে পাকিস্তানৰ আন বিকল্প নাছিল।

বিধান সভা আক্ৰমণৰ ঘটনাৰ সময়ত ভাৰতৰ বৈদেশিক মন্ত্ৰী যশোৱন্ত সিং আছিল আমেৰিকাত। আমেৰিকান নেতৃবৰ্গক তেওঁ ঘটনাৰ সবিশেষ জানিবলৈ দিলে। সিংৰ সৈতে আলোচনাৰ পাছত আৰু তেওঁৰ উপস্থিতিত আমেৰিকাৰ বৈদেশিক সচিব কলিন পাৱেলে ২ অক্টোবৰত (২০০১ চন) ৱাশ্বিংটনত সাংবাদিকৰ আগত ক'লে যে 'অল কায়দা' আৰু ওছামা বিন লাডেনৰ ক্ষেত্ৰত ব্যৱস্থা লোৱাতে তেওঁলোক ক্ষান্ত নাথাকিব— আমেৰিকাৰ যুঁজখন হ'ল সমগ্ৰ বিশ্বকে ক্ষতিগ্ৰস্ত কৰা সন্ত্ৰাসবাদৰ বিৰুদ্ধে আৰু "ভাৰতে যি ধৰণৰ সন্ত্ৰাসবাদত ভুগিছে, তাকো ই সামৰি ল'ব।" কাশ্মীৰ বিধান সভা ভৱনত চলা আক্ৰমণটো "স্পষ্টভাৱে এক সন্ত্ৰাসৰ কাম" বুলি আমেৰিকাৰ বৈদেশিক সচিবজনে ঘোষণা কৰিলে।

উল্লেখ কৰিব পাৰি যে পাকিস্তানৰ কোনো ঠাইত কোনো সন্ত্ৰাসবাদী সংগঠনে কাম কৰি থকা নাই বুলি পাকিস্তানৰ ৰাষ্ট্ৰপতি মুছাৰফে ৰাজহুৱাভাৱে দাবী কৰাৰ এদিনৰ পাছতে বিধান সভা আক্ৰমণৰ ঘটনাটো ঘটে। এই ঘটনাই ইয়াকে প্ৰতীয়মান কৰিলে যে পাকিস্তান চৰকাৰে সন্ত্ৰাসবাদৰ বিৰুদ্ধে আমেৰিকাৰ লগত হাত মিলাই ওছামা বিন লাডেন, 'অল কায়দা' আৰু তালিবান চৰকাৰৰ বিৰুদ্ধে যি ধৰণৰ অভিযানেই নচলাওক লাগিলে, পাকিস্তানত ঘাটি পাতি লৈ জম্মু-কাশ্মীৰত সন্ত্ৰাসবাদী কাম-কাজ চলাই থকা সংগঠনবোৰ পাকিস্তানে বন্ধ নকৰে বা বন্ধ কৰাৰ কোনো ধৰণৰ চেষ্টা চলোৱা হোৱা নাই।

সুজিৎ বৃখাৰীয়ে 'হিন্দু' কাকতত (৭ অক্টোবৰ, ২০০১) লিখা এটা প্ৰবন্ধত এই ঘটনা সন্দৰ্ভত বিশেষ বিশ্লেষণ এটি দাঙি ধৰিছে। তেওঁৰ মতে, "আগ্ৰাৰ শীৰ্ষ সন্মিলন ব্যৰ্থ হোৱা, ৱৰ্ল্ড ট্ৰেড চেণ্টাৰ আৰু পেণ্টাগনত আঘাত হনাৰ ঘটনাই কাশ্মীৰৰ শান্তি প্ৰক্ৰিয়াৰ দিক সলনি কৰিলে। শীৰ্ষ সন্মিলনৰ ফলাফলত চিন্তিত হৈ, বিশ্ববাসীৰ আকৰ্ষণ কৰিবলৈ উগ্ৰপন্থীবোৰে মৰণত শৰণ দি যত্ন কৰিলে। শীৰ্ষ সন্মিলন ব্যৰ্থ হোৱাৰ পাছত জম্মু অঞ্চলত গণহত্যাৰ ঘটনাটো ঘটিল। পাকিস্তানৰ ৰাষ্ট্ৰপতি জেনেৰেল পাৰভেজ মুছাৰফৰ কাশ্মীৰপন্থীৰ ভূমিকাই উগ্ৰপন্থীবোৰৰ মনোবল সবল কৰি তুলিলে। তেওঁলোকক এনে ধাৰণা দিলে যে কেৱল সশস্ত্ৰ সংগ্ৰামহে সফলকাম হ'ব।"

নিজ দেশলৈ উভতি আহি জেনেৰেল মুছাৰফে জেহাদী শক্তিবোৰ নিয়ন্ত্ৰণ কৰিবলৈ যত্ন কৰিলে, কিন্তু কাশ্মীৰ ক্ষেত্ৰত তেওঁলোক জড়িত থকা প্ৰসংগত কেতিয়াও প্ৰশ্ন কৰা নহ'ল। ১১ ছেপ্তেম্বৰৰ পাছত আমেৰিকাই দিয়া হেঁচাতহে মাত্ৰ হৰকত-উল মুজাহিদীনৰ কেইটামান কাৰ্যালয় বন্ধ কৰা হ'ল।

চৰকাৰী বিষয়াসকলৰ মতে, কাশ্মীৰত উত্তেজনা সৃষ্টি হৈ থকাৰ কাৰণ হ'ল— সীমান্তৰ সিপাৰৰ পৰা চলি থকা অনুপ্ৰৱেশ। এজন উচ্চপদস্থ নিৰাপত্তা বিষয়াৰ স্বীকাৰোক্তি, "সেই ক্ষেত্ৰত কোনো উপশম ঘটা নাই। শেহতীয়া অত্যাধুনিক মাৰণাস্ত্ৰ লৈহে তেওঁলোক আহে।"

# সন্ত্ৰাসবাদৰ বিৰুদ্ধে আৰম্ভ হোৱা যুঁজখন আৰু কাশ্মীৰ

বিশ্বৰ 'ছুপাৰ পাৱাৰ' বুলি খ্যাত আমেৰিকাৰ মৰ্যাদাক চৰম আঘাত হনা চাঞ্চল্যকৰ অথচ বৰ্বৰ ঘটনাটো ঘটিল ২০০১ চনৰ ১১ ছেপ্টেম্বৰ আগবেলা। আমেৰিকাৰ চাৰিখন 'বাণিজ্যিক বিমান যাত্ৰীসহ অপহৰণ কৰি, সেই বিমানকেইখনকে বিধ্বংসী অস্ত্ৰৰূপে ব্যৱহাৰ কৰি আত্মঘাতী সন্ত্ৰাসবাদীয়ে ১,৩৬৮ ফুট উচ্চতাৰ নিউয়ৰ্কৰ বৰ্ল্ড ট্ৰেড চেণ্টাৰৰ দুটা টাৱাৰ ধ্বংস কৰাতেই ক্ষান্ত নাথাকি, আমেৰিকাৰ সৈন্য বাহিনীৰ মুখ্য কাৰ্যালয়, যাক 'পেণ্টাগন' বুলি জনাজাত আৰু যিটো ভৱন সৰ্বাধিক সুৰক্ষিত,তাৰো ব্যাপক ক্ষতিসাধন কৰে। আমেৰিকাই চোৰাংচোৱাৰ কাম-কাজত ব্যয় কৰে ভাৰতীয় টকাৰ হিচাবত ১,১৭,৫০০ কোটি টকা। এই দেশৰ চোৰাংচোৱা বাহিনীক 'চি-আই-এ' বুলি জনাজাত। তৎসত্ত্বেও আগতীয়াকৈ এই অঘটন ঘটোৱাৰ বাবে কৰা ষড়যন্ত্ৰৰ গম-গতি লোৱাত দেশখনৰ চোৰাংচোৱা বাহিনী ব্যৰ্থ হ'ল, নিহত হ'ব লগা হ'ল মুঠতে ৬, ৩৩৩ জন নিৰীহ ব্যক্তি।

সন্দেহ কৰা হ'ল যে এই ঘটনাৰ অন্তৰালত আছে কুখ্যাত সন্ত্ৰাসবাদী ওছামা বিন লাডেন আৰু তেওঁৰ উগ্ৰপন্থী সংগঠন 'আল কায়দা'। লাডেন আৰু তেওঁৰ সন্ত্ৰাসবাদী সংগঠন এই ঘটনাত জড়িত থকাৰ ভালেমান তথ্য সংগ্ৰহ হোৱাৰ পাছত লাডেনক চমজাই দিবলৈ আৰু তেওঁৰ সংগঠনটোৰ প্ৰশিক্ষণ শিবিৰবোৰ বন্ধ কৰি দিবলৈ আফগানিস্থানৰ তালিবান চৰকাৰক আমেৰিকা চৰকাৰে আহ্বান জনালে। আনহাতে ৰাষ্ট্ৰপতি বুশ্বে ১১ ছেপ্টেম্বৰৰ সন্ত্ৰাসবাদী কাৰ্যত অত্যন্ত ক্ৰোধিত হৈ সন্ত্ৰাসবাদৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। আমেৰিকান কংগ্ৰেছৰ যুটীয়া সভাত (২১ ছেপ্টেম্বৰ, ২০০১) ৰাষ্ট্ৰপতি বুশ্বে ঘোষণা কৰিলে —'এইবোৰ দাবীৰ ক্ষেত্ৰত আলোচনা বা আপোচ নহয়। তালিবানে কাৰ্য-ব্যৱস্থা ল'ব লাগিব আৰু ল'ব লাগিব ততালিকে। তেওঁলোকে সন্ত্ৰাসবাদীবোৰক চমজাই দিব লাগিব, অথবা তেওঁলোকে তেওঁলোকৰ ভাগ্যৰ সম অংশীদাৰ হ'ব লাগিব।'

বিদেশী ৰাষ্ট্ৰবোৰক উদ্দেশ্য কৰি আমেৰিকাৰ ৰাষ্ট্ৰপতিজনে ক'লে, 'আপোনালোক হয় আমাৰ পক্ষত নহয় সন্ত্ৰাবাদীৰ পক্ষত।' স্বাভাৱিকতে ইয়াৰ পৰা স্পষ্ট হ'ল যে এই বিষয়ত যিবোৰ আমেৰিকাৰ পক্ষলৈ নাহিব, তেওঁলোক সন্ত্ৰাবাদীৰ পক্ষত থকা বুলি আমেৰিকাই বিবেচনা কৰিব। জৰ্জ বুশ্বে আৰু ঘোষণা কৰিলে, 'আজি এই দিনটোৰ পৰা যি ৰাষ্ট্ৰই সন্ত্ৰাসবাদক আশ্ৰয় দিব বা সমৰ্থন কৰিব, সেই ৰাষ্ট্ৰবোৰক আমেৰিকাই শত্ৰুভাবাপন্ন বুলি বিবেচনা কৰিব।'

বুশ্বৰ আৰু ঘোষণা, 'বিশ্বৰ প্ৰতিটো উগ্ৰপন্থী সংগঠন বিচৰা, বন্ধ কৰা আৰু পৰাজিত নকৰালৈকে সন্ত্ৰাসবাদৰ বিৰুদ্ধে আমাৰ যুদ্ধ বন্ধ নহয়।' সন্ত্ৰাসবাদৰ বিৰুদ্ধে এই যুদ্ধ দীৰ্ঘলীয়া হ'ব বুলিও তেওঁ মন্তব্য কৰিলে।

সন্ত্ৰাসবাদৰ বিৰুদ্ধে আমেৰিকাৰ ৰাষ্ট্ৰপতিজনে ঘোষণা কৰা যুদ্ধখনক প্ৰথমে সমৰ্থন কৰা দেশবোৰৰ ভিতৰত অন্যতম আছিল ভাৰত। ভাৰতে যে এটা দশকৰো ওপৰ কাল জম্মু-কাশ্মীৰত সন্ত্ৰাসবাদীৰ বিৰুদ্ধে যুজ দিবলগীয়া হৈছে, সেই কথা ভাৰতে বিশ্ববাসীক সোঁৱৰাই দিলে। ভাৰতৰ এই অগ্ৰণী আৰু আক্ৰমণাত্মক ভূমিকাত পাকিস্তানত তীব্ৰ প্ৰতিক্ৰিয়া হ'ল। আফগানিস্থানৰ গাতে লাগি থকা পাকিস্তান আছিল তালিবান চৰকাৰৰ ঘোৰ সমৰ্থক। তালিবান চৰকাৰক স্বীকৃতি দিয়া মাত্ৰ তিনিখন দেশৰ ভিতৰত পাকিস্তান আছিল সৰ্বপ্ৰথম। আমেৰিকাই ইতিমধ্যে পাকিস্তান চৰকাৰৰ সক্ৰিয় সমৰ্থন বিচাৰিলে। বিচাৰিলে লাডেন আৰু তেওঁৰ সংগঠন সম্পৰ্কে বিস্তৃত তথ্য। পাকিস্তানে নিজস্ব স্বাৰ্থৰ বাবে আমেৰিকাৰ ঘনিষ্ঠ সংযোগী হ'বলৈ বাধ্য হ'ল। পাকিস্তানৰ ৰাইজৰ মাজত কিন্তু তাৰ বিৰূপ প্ৰতিক্ৰিয়া হ'ল। ১৯ ছেপ্টেম্বৰত (২০০১) ৰাষ্ট্ৰপতি মুছাৰফে দেশবাসীৰ উদ্দেশ্যে দিয়া ভাষণত সন্ত্ৰাসবাদৰ বিৰুদ্ধে ঘোষণা কৰা যুঁজত আমেৰিকাৰ পক্ষ লোৱাৰ কাৰণ ব্যাখ্যা কৰি অন্যান্য কথাৰ লগতে নিৰ্দিষ্টভাৱে কাশ্মীৰ প্ৰসংগ উল্লেখ কৰিলে। তেওঁ ক'লে যে এই সংকটৰ সুবিধা ল'বলৈ যত্ন কৰি ভাৰতে পাকিস্তানক একঘৰীয়া কৰিব খুজিছে। কাশ্মীৰক নিয়ন্ত্ৰণ কৰাৰ সুবিধা ল'বলৈ পাকিস্তানে চলোৱা চেষ্টা নিম্নগামী কৰিবলৈ ভাৰতে যত্ন কৰিছে। আৰু যত্ন কৰিছে আফগানিস্থানত পাকিস্তানবিৰোধী চৰকাৰ এখন প্ৰতিষ্ঠা কৰিবলৈ। আমেৰিকাৰ লগত মিত্ৰতা কৰি পাকিস্তানক এখন সন্ত্ৰাসবাদী ৰাষ্ট্ৰৰূপে ঘোষণা কৰিবলৈ ভাৰতে বিচাৰিছে বুলিও তেওঁ ক'লে। অন্যান্য কথাৰ লগতে কাশ্মীৰ প্ৰসংগত পাকিস্তানৰ স্বাৰ্থ ৰক্ষা কৰাৰ বাবেই যি সাম্প্ৰতিক পৰিস্থিতিত পাকিস্তানে আমেৰিকাৰ সপক্ষে থিয় দিব লাগে, সেই কথা উল্লেখ কৰি পাকিস্তানৰ সন্দৰ্ভত ভাৰতক 'নিষ্ক্ৰিয়' (lay off) হ'বলৈ মুছাৰফে আহ্বান জনালে।

মুছাৰফৰ এই 'ভাষণৰ পাছতেই ভাৰতৰ নেতৃবৃন্দৰ লগত পাকিস্তানৰ ৰাষ্ট্ৰপতিজনৰ সৈতে উত্তপ্ত বাক্য বিনিময় হ'বলৈ ধৰিলে আৰু জম্মু-কাশ্মীৰ নিয়ন্ত্ৰণ ৰেখাৰ উভয় দিশত যথেষ্ট সক্ৰিয়তা দেখা গ'ল। উভয় দেশৰ মাজত উত্তেজনা হ্ৰাসৰ বাবে বৃটেইনৰ প্ৰধান মন্ত্ৰী ব্লেয়াৰ, আমেৰিকাৰ বৈদেশিক সচিব পাৱেল আৰু প্ৰতিৰক্ষা সচিব ডনাল্ড ৰামছ্ফেল্ড জৰ্জ বুশ্বে ভাৰত আৰু পাকিস্তানৰ নেতৃবৰ্গক লগ ধৰিবলৈ পঠালে।

২০০১ চনৰ নৱেম্বৰ মাহৰ দ্বিতীয় সপ্তাহত ৰাষ্ট্ৰসংঘৰ ৫৬তম সাধাৰণ পৰিষদৰ অধিৱেশনত ভাৰতৰ প্ৰধান মন্ত্ৰী অটল বিহাৰী বাজপেয়ী আৰু পাকিস্তানৰ ৰাষ্ট্ৰপতি জেনেৰেল পাৰভেজ মুছাৰফ— উভয়ে ভাষণ দিছিল। বাজপেয়ীয়ে পৰোক্ষভাৱে, কিন্তু মুছাৰফে পোনপটীয়াকৈ কাশ্মীৰ প্ৰসংগ উত্থাপন কৰে। কাশ্মীৰৰ ক্ষেত্ৰত পাকিস্তানৰ চিৰাচৰিত যুক্তিক আগ্ৰাহ্য কৰি বাজপেয়ীয়ে তেওঁৰ ভাষণত (১০ নৱেম্বৰ) অন্যান্য কথাৰ লগতে 'সন্ত্ৰাসবাদৰ সপক্ষে যি কোনো ধৰণৰ আদৰ্শগত, ৰাজনৈতিক বা ধৰ্মীয় যুক্তিযুক্ততা অগ্ৰাহ্য কৰিবলৈ' দৃঢ় ব্যৱস্থা লোৱাৰ বাবে আহ্বান জনায়। 'মূল কাৰণৰ ওপৰত ভিত্তি কৰি সন্ত্ৰাসবাদক শ্ৰেণী বিভাজন কৰা আৰু তাৰ দ্বাৰা কোনো এঠাইত চলা সন্ত্ৰাসবাদক যুক্তিসংগত বুলি কৈ আন কোনো ঠাইত চলা সন্ত্ৰাসবাদক পৰিহাৰ কৰাৰ আত্মবাৰ্থ কৰাৰ যুক্তিবোৰ অগ্ৰাহ্য কৰিবলৈ' প্ৰধানমন্ত্ৰীয়ে আহ্বান জনায়। বাজপেয়ীয়ে কয়, 'এনে ধৰণৰ যুক্তি দিয়াসকলে ব্যাখ্যা কৰা উচিত যে ১১ ছেপ্টেম্বৰৰ বৰ্বৰ আক্ৰমণৰ মূল কাৰণ কি?'

প্ৰধানমন্ত্ৰীৰ এনে মন্তব্যৰ মূল লক্ষ্য যে পাকিস্তান আছিল সেই কথা নক'লেও হ'ব। কিয়নো, পাকিস্তানে এহাতে ৰাজনৈতিক উদ্দেশ্যত জম্মু-কাশ্মীৰত চলা সন্ত্ৰাসবাদক সক্ৰিয়ভাৱে সহায় কৰিছে আৰু আনহাতে ১১ ছেপ্টেম্বৰত (২০০১ চন) নিউয়ৰ্ক আৰু ৱাশ্বিংটনত সন্ত্ৰাসবাদীৰ আসুৰিক ঘটনাক গৰিহণা দিছে।

জেনেৰেল মুছাৰফৰ ভাষণৰ মূল কথা আছিল ইয়াৰ বিপৰীত। পাকিস্তানৰ ৰাষ্ট্ৰপতিজনৰ মতে, "বিশ্বৰ চৌপাশে যিবোৰ উগ্ৰ কাম-কাজ ঘটিছে, তাৰ প্ৰকৃত কাৰণ কি, সেই কথা আমি নিজকে সোধা প্ৰয়োজন। মোৰ মতে, কাৰণ হ'ল— বিশ্বৰ বিভিন্ন ঠাইত সমাধান নোহোৱা ৰাজনৈতিক বিবাদ — বছনিয়া, কছ'ভ', পেলেষ্টাইন, কাশ্মীৰ আৰু আন ঠাইত হোৱা বিবাদ। দুৰ্ভাগ্যক্ৰমে এই আটাইবোৰ বিবাদত মুছলিম জড়িত। আৰু অধিক দুখৰ কথা হৈছে যে মুছলিমসকল বলি হৈছে— এই ঘটনাবোৰত ধৰ্মীয় ৰহণ লাগিছে। নহ'লে, এই আটাইবোৰেই হ'ল ৰাজনৈতিক বিবাদ। ১১ নৱেম্বৰত ৰাষ্ট্ৰসংঘৰ সাধাৰণ অধিৱেশনত দিয়া ভাষণত মুছাৰফে আৰু কয় যে এই বিশ্বজোৰা সন্ত্ৰাসৰ সন্মুখীন হ'বলৈ, সন্ত্ৰাসবাদী ব্যক্তি আৰু সংগঠনৰ বিৰুদ্ধে ব্যৱস্থা লোৱাৰ লগতে ৰাজনৈতিক বিবাদবোৰ সমাধানৰ ব্যৱস্থা ল'ব লাগে। আন কথাত ক'বলৈ গ'লে মুছাৰফে ক'ব খোজে যে কাশ্মীৰৰ ৰাজনৈতিক বিবাদটোৰ সমাধান হ'লেহে তাত সন্ত্ৰাসবাদৰ অৱসান ঘটিব।

আনহাতে, মুছাৰফে ভাষণ দিয়াৰ দিনাই আমেৰিকাৰ ৰাষ্ট্ৰপতি জৰ্জ বুশ্বেও ৰাষ্ট্ৰসংঘৰ অধিৱেশনত ভাষণ দিয়ে। তেওঁ তেওঁৰ পূৰ্বৰ কথা দোহাৰি অন্যান্য কথাৰ লগতে কয় যে যিবোৰ দেশে সন্ত্ৰাসবাদক প্ৰশ্ৰয় দিছে আৰু সমৰ্থন কৰিছে, সেই দেশবোৰে তেওঁলোকৰ কামৰ বাবে গধুৰ মূল্য দিব লাগিব।

স্মৰণযোগ্য যে ৰাষ্ট্ৰসংঘৰ অধিৱেশনত ভাষণ দিয়াৰ আগতে জৰ্জ বুশ্বে বাজপেয়ী আৰু মুছাৰফ উভয়ৰে লগত সন্ত্ৰাসবাদ আৰু সাম্প্ৰতিক পৰিস্থিতিৰ বিষয়ে আলোচনা কৰিছিল। দুয়োজন নেতাই নিজ নিজ দৃষ্টিকোণৰ পৰা কাশ্মীৰৰ বিষয়ে আমেৰিকাৰ ৰাষ্ট্ৰপতিজনক জানিবলৈ দিছিল। মন কৰিবলগীয়া যে কাশ্মীৰ প্ৰসংগত ভাৰতক সমালোচনা কৰি মুছাৰফে নতুন এপাট অস্ত্ৰ এৰিছিল। নিউয়ৰ্কলৈ অহাৰ আগতে ফ্ৰান্স ভ্ৰমণ কৰোঁতে কাশ্মীৰত চৰকাৰী সন্ত্ৰাস চলা বুলি তেওঁ ৰাজহুৱাকৈ অভিযোগ আনে। পাছে, ১১ নৱেম্বৰত (২০০১ চন) ৰাষ্ট্ৰপতি বুশ্বে নিউয়ৰ্কত সাংবাদিক মেল এখনত কাশ্মীৰ সন্দৰ্ভত সাংবাদিকে সোধা প্ৰশ্নৰ উত্তৰত যি মন্তব্য কৰিলে তাৰ ফলত তেওঁ সম্পূৰ্ণৰূপে পাকিস্তানৰ পক্ষ লোৱা বুলি ধাৰণা কৰাৰ থল নিদিলে।

'টাইমছ অৱ ইণ্ডিয়া' কাকতত (২০০১ চনৰ ১২ নৱে      সংখ্যা) প্ৰকাশিত বাতৰি মতে, পাকিস্তানৰ সাংবাদিকে দুটা বিশেষ প্ৰশ্ন জৰ্জ বুশ্বক সুধিছিল। প্ৰথম, কাশ্মীৰৰ প্ৰশ্নত ৰাষ্ট্ৰসংঘৰ নিৰাপত্তা পৰিষদৰ প্ৰস্তাৱ ৰূপায়িত কৰা কাৰ্যক আমেৰিকাই সমৰ্থন কৰিবনে? জৰ্জ বুশ্বে ক'লে যে তেওঁ এই বিষয়ে মুছাৰফৰ সৈতে আলোচনা কৰিছে আৰু কাশ্মীৰ বিষয়ৰ সমাধানৰ বাবে ভাৰত আৰু পাকিস্তানৰ মাজত আলোচনা অনুষ্ঠিত কৰাৰ বাবে 'সৰ্বাধিক' কৰিব পৰাখিনি আমেৰিকাই কৰিব। ইয়াৰ দ্বাৰা ভাৰতে কি অন্য দ্বিপাক্ষিক আলোচনাৰ

কথাকে আমেৰিকাৰ ৰাষ্ট্ৰপতিজনে দোহাৰিলে ; কিন্তু ৰাষ্ট্ৰসংঘৰ কাশ্মীৰ বিষয়ৰ প্ৰস্তাৱ ৰূপায়িত কৰা কাৰ্যক সমৰ্থন কৰা— নকৰাৰ বিষয়ে নিৰ্দিষ্টভাৱে কোনো কথা নক'লে।

দ্বিতীয় প্ৰশ্নটো আছিল— মুছাৰফে শেহতীয়াকৈ অভিযোগ কৰা কাশ্মীৰত চৰকাৰী সন্ত্ৰাসবাদ সম্পৰ্কে। এই বিষয়ে আমেৰিকাৰ ৰাষ্ট্ৰপতিজনৰ মতামত বিচৰা হৈছিল। জৰ্জ বুশ্বে এই বিষয়ে পোনপটীয়া উত্তৰ নিদি জম্মু-কশ্মীৰ বিধান সভা ভৱনটো এক অক্টোবৰত (২০০১) আক্ৰমণ কৰা ঘটনাৰ কথা উল্লেখ কৰি ক'লে যে এই ঘটনাক তেওঁ আৰু মুছাৰফে গৰিহণা দিছে। লগতে ক'লে, 'সন্ত্ৰাসবাদ সম্পৰ্কে আমাৰ দৃষ্টিভংগী একে।' বুশ্বৰ এনে মন্তব্যবোৰৰ পৰা ধাৰণা হয় যে সন্ত্ৰাসবাদৰ বিৰুদ্ধে আমেৰিকাই আৰম্ভ কৰা যুঁজখনত পাকিস্তানক কৌশলগত কাৰণত ঘনিষ্ঠ সহযোগীৰূপে ল'লেও কাশ্মীৰৰ প্ৰশ্নত আমেৰিকাৰ সুকীয়া দৃষ্টিভংগী আছে।

আনহাতে ৰাষ্ট্ৰসংঘৰ অধিবেশনত পাকিস্তানৰ ৰাষ্ট্ৰপতিজনে কাশ্মীৰ প্ৰসংগত যিবোৰ মন্তব্য কৰিলে, সেইবোৰৰ প্ৰতি প্ৰধানমন্ত্ৰী বাজপেয়ীৰ প্ৰতিক্ৰিয়া আছিল অতি তীব্ৰ। নিউয়ৰ্কত ভাৰতীয় আমেৰিকানসকলে জনোৱা সম্বৰ্ধনাৰ উত্তৰত বাজপেয়ীয়ে অন্যান্য কথাৰ লগতে ক'লে, 'তেওঁৰ (মুছাৰফৰ) মনৰ কাৰ্যসূচী মাত্ৰ এটাই... কেনেকৈ কাশ্মীৰখন কাঢ়ি ল'ব পাৰে, কিন্তু তেওঁ কাশ্মীৰখন নাপায়।' বাজপেয়ীয়ে ঘোষণা কৰিলে যে ভাৰতে কেতিয়াও কাশ্মীৰ এৰি নিদিয়ে আৰু চুবুৰীয়া ৰাষ্ট্ৰখনৰ যিকোনো অসৎ আঁচনিৰ উপযুক্ত প্ৰত্যুত্তৰ দিয়া হ'ব।'

১৩ নৱেম্বৰত (২০০১) তালিবান চৰকাৰে সদলবলে ৰাজধানী কাবুল পৰিত্যাগ কৰাৰ লগে লগে, প্ৰকৃততে আফগানিস্থানত এটা নতুন অধ্যায়ৰ সূচনা হ'ল। ইয়াৰ প্ৰতিক্ৰিয়া জম্মু-কাশ্মীৰত কি হ'ব? শ্ৰীনগৰত থকা 'ফিফটিন কৰ্পছ'ৰ কমাণ্ডাৰ জে আৰ মুখাৰ্জীৰ মতে ('হিন্দু'- ২০ নৱেম্বৰ ২০০১) পাকিস্তানে বুজন সংখ্যক তালিবানক জম্মু-কাশ্মীৰলৈ পঠাব আৰু কাশ্মীৰত সন্ত্ৰাসবাদী কাম-কাজ বৃদ্ধি পাব। প্ৰশ্ন হৈছে যে আগৰ দৰে পাকিস্তানে তালিবানক সকলো প্ৰকাৰে সহায় কৰিবনে? পাকিস্তানত ঘাটি থকা উগ্ৰপন্থী তথা সন্ত্ৰাসবাদী সংগঠনবোৰক পাকিস্তানে আগৰ দৰে সহায় কৰিবনে?

ভাৰতবাসীয়ে কিন্তু মনত ৰখা প্ৰয়োজন যে তেওঁলোকৰ সমস্যা সমাধান কৰিব লাগিব তেওঁলোকে নিজে— আনৰ ওপৰত ভৰসা কৰি লাভ নাই।

## উপসংহাৰ

কুৰি শতিকাৰ অৰ্ধেকতকৈ অধিক দিনৰ পাছত এতিয়া নতুন শতিকাটোৰ আৰম্ভণিৰ সময়তো জম্মু-কাশ্মীৰ সমস্যাৰ স্থায়ী সমাধানৰ কোনো ধৰণৰ আশাৰ বেঙনি পৰিলক্ষিত হোৱা নাই। পাকিস্তানৰ ৰাষ্ট্ৰপতি মুছাৰফে আমেৰিকাৰ ঘনিষ্ঠ সহযোগী হৈ তালিবান চৰকাৰ, ওছামা বিন লাডেন আৰু তেওঁৰ সন্ত্ৰাসবাদী সংগঠন 'আল কায়দা'ৰ বিৰুদ্ধে অভিযান চলোৱাৰ বাবে নিজৰ দেশতে তেওঁ প্ৰবল বিৰোধিতাৰ সন্মুখীন হৈছে। সেয়ে গাদী ৰক্ষাৰ বাবে তেওঁ কাশ্মীৰ প্ৰসংগ যিকোনো ক্ষেত্ৰতে, বিশেষকৈ আন্তঃৰাষ্ট্ৰীয় মঞ্চত তুলি ধৰাৰ বাবে যত্নবান হৈছে। কাৰণ, আন বিষয়ত মতভেদ থাকিলেও কাশ্মীৰৰ প্ৰশ্নত পাকিস্তানবাসী ঐক্যবদ্ধ।

লাডেনক বিচাৰি আফগানিস্থান আক্ৰমণ কৰাৰ বাবে আঁচনি লৈ পাকিস্তানৰ চৰ্তহীন সমৰ্থন বিচৰাৰ সময়ত আমেৰিকাৰ 'ৱাশ্বিংটন প'ষ্ট' নামৰ খ্যাতনামা বাতৰি কাকতখনে এটা চাঞ্চল্যকৰ বাতৰি পৰিবেশন কৰিছিল। বাতৰিটোৰ মতে, লাডেনক ধৰাৰ অভিযানত সক্ৰিয় অংশ গ্ৰহণ কৰাৰ পুৰস্কাৰ স্বৰূপে কাশ্মীৰক আমেৰিকাই পাকিস্তানক দিব লাগিব (পি টি আয়ে তাৰিখে পৰিবেশন কৰা বাতৰি)। উভয় চৰকাৰে বাতৰিটো অস্বীকাৰ কৰিলেও উভয়ৰ মাজত এই সন্দৰ্ভত গোপন বুজাবুজি হৈছে বুলিও বাতৰি ওলাল। তেনে কথা অস্বীকাৰ কৰা হৈছে যদিও ইয়াৰ সত্যাসত্য ভৱিষ্যতেহে ওলাব।

স্বাভাৱিক কাৰণতে ভাৰত আৰু পাকিস্তান উভয়ে নিজ নিজ দখলত থকা অঞ্চল কেতিয়াও এৰি নিদিয়ে আৰু এৰিবলৈ বাধ্য কৰাটো এক অবাস্তৱ চিন্তা। এই কঠোৰ বাস্তৱতাৰ ভিত্তিত দ্বিপাক্ষিক আলাপ-আলোচনাৰ ভিত্তিত এৰা-ধৰাৰ মাজেদি শান্তিপূৰ্ণভাৱে কাশ্মীৰ প্ৰশ্ন মীমাংসা কৰাৰ বাহিৰে আন বাস্তৱ বিকল্প একো নাই। এগৰাকী ৰাজনৈতিক দূৰদৃষ্টিসম্পন্না ৰাজনৈতিক নেত্ৰী বুলি খ্যাত ইন্দিৰা গান্ধীয়ে এই কথা মৰ্মে মৰ্মে হৃদয়ংগম কৰিছিল। সেইবাবেই ছিমলা চুক্তি সম্পাদনৰ সময়ত পাকিস্তানৰ তেতিয়াৰ ৰাষ্ট্ৰপতি জেদ এ ভূট্টোৰ সৈতে এই বিষয়ে এক গোপন বুজাবুজিত উপনীত হৈছিল। পাছে, বিভিন্ন কাৰণত সেই বুজাবুজি কাৰ্যকৰী কৰিব পৰা নগ'ল। তেনে এক দৃঢ় পদক্ষেপ ল'বলৈ উভয় দেশত দুজন নেতাৰ আবিৰ্ভাৱ নোহোৱালৈকে আৰু উভয় দেশৰ জনমত আবেগ-অনুভূতিৰ দ্বাৰা চালিত নহৈ যুক্তি আৰু বাস্তৱ পৰিস্থিতিৰ দ্বাৰা চালিত হ'লেহে বোধহয় কাশ্মীৰত বৰ্তমানে চলি থকা নৰমেধ যজ্ঞখনৰ অৱসান ঘটাৰ পথ ওলাব। আৰু তেতিয়াহে উভয় দেশে নিজ সীমান্ত ৰক্ষাৰ বাবে বছৰি যি কোটি কোটি টকা ব্যয় কৰিছে, তাক হ্ৰাস কৰি সেই ধন উভয় দেশৰ জনসাধাৰণৰ উন্নতিমূলক কামত ব্যয় কৰাৰ পথ মুকলি হৈ স্থায়ী শান্তি আৰু সম্প্ৰতি স্থাপন সম্ভৱপৰ হৈ উঠিব পাৰে। প্ৰশ্ন হৈছে সেয়া কেতিয়াকৈ? আৰু কিমান দিন তাৰ বাবে অপেক্ষা কৰাৰ প্ৰয়োজন হ'ব?

# উল্লেখযোগ্য ঘটনাৱলী ঃ জম্মু-কাশ্মীৰৰ

---

খ্ৰীঃপূৰ্ব ২৭৪-২৩৭ ৰ ভিতৰত মহাৰাজ অশোকৰ সাম্ৰাজ্যত কাশ্মীৰ অন্তৰ্ভুক্ত।

খ্ৰীষ্টাব্দ ৭৮-১২৩ চনৰ ভিতৰত কুশান সম্ৰাট কণিষ্কৰ সাম্ৰাজ্যত কাশ্মীৰ অন্তৰ্ভুক্ত।

৭২৪-৭৬০ ললিতাদিত্যৰ শাসন

১৩২০ মুছলমানৰ শাসন আৰম্ভ। এই শাসন অব্যাহত থাকে ১৮১৯ চনলৈকে।

১৫৮৬ মোগল সাম্ৰাজ্যৰ ভিতৰত কাশ্মীৰ অন্তৰ্ভুক্ত কৰিলে সম্ৰাট আকবৰে।

১৮১৯-১৮৪৬ শিখৰ শাসন।

১৮৪৬ ইষ্ট ইণ্ডিয়া কোম্পানী আৰু জম্মুৰ ৰজা গোলাব সিঙৰ মাজত সম্পাদিত অমৃতসৰ চুক্তিৰ অধীনত 'জম্মু আৰু কাশ্মীৰ' ৰাজ্য গঠন। ৭৫ লাখ টকা ধন আদায় দি গোলাব সিং এই নতুন ৰাজ্যখনৰ শাসক হ'ল। অৰ্থাৎ ডোগ্ৰাৰ শাসন আৰম্ভ।

১৯৩১ কাশ্মীৰত সংগঠিত ৰাজনৈতিক আন্দোলনৰ আৰম্ভণি।

১৯৩২ শেখ মহম্মদ আব্দুল্লাৰ দ্বাৰা 'সৰ্বৌ জম্মু আৰু কাশ্মীৰ মুছলিম কনফাৰেন্স' (All Jammu and Kashmir Muslim Conference) গঠন।

১৯৩৯ 'মুছলিম কনফাৰেন্সৰ' নতুন নামকৰণ কৰা হ'ল 'নেচনেল কনফাৰেন্স'।

১৯৪৬ 'অমৃতসৰ চুক্তি' বাতিল কৰাৰ দাবী জনাই আৰু কাশ্মীৰৰ জনসাধাৰণক সাৰ্বভৌম অধিকাৰ দিয়াৰ দাবীত নেচনেল কনফাৰেন্স দলৰ দ্বাৰা 'কাশ্মীৰ ত্যাগ' আন্দোলন আৰম্ভ, আব্দুল্লা আৰু তেওঁৰ সতীৰ্থসকল গ্ৰেপ্তাৰ।

<u>১৯৪৭</u>

১৫ আগষ্ট জম্মু-কাশ্মীৰ চৰকাৰ আৰু পাকিস্তান চৰকাৰৰ মাজত 'স্থিতাবস্থা' (Stand-still agreement) চুক্তি সম্পাদন।

২৯ ছেপ্টেম্বৰ শেখ আব্দুল্লাৰ মুক্তি।

৪ অক্টোবৰ ৰাজ্যখনত সমান্তৰাল চৰকাৰ এখন গঠনৰ কথা ঘোষণা।

১৫ অক্টোবৰ মহাৰাজা হৰি সিঙৰ দ্বাৰা জম্মু আৰু কাশ্মীৰৰ প্ৰধানমন্ত্ৰীৰূপে এম চি মহাজনক নিযুক্তি।

২০ অক্টোবৰ ৰাজ্যখনৰ সংবিধান ৰচনাৰ বাবে পঞ্জাব উচ্চ ন্যায়ালয়ৰ অৱসৰপ্ৰাপ্ত ন্যায়াধীশ বক্সী টেক চান্দক নিযুক্তি।

২৪ অক্টোবৰ আক্ৰমণকাৰীক বাধা দিবলৈ সাহায্য বিচাৰি ভাৰত চৰকাৰলৈ মহাৰজা হৰি সিঙৰ চিঠি।

২৭ অক্টোবৰ চামিলকৰণৰ নথিত (Instrument of Accession) মহাৰাজা হৰি সিঙৰ স্বাক্ষৰ আৰু এই কামত শ্বেখ আব্দুল্লাৰ অনুমোদন।
আক্ৰমণকাৰীৰ পৰা ৰাজ্যখনক ৰক্ষা কৰাৰ উদ্দেশ্যে ভাৰতৰ সৈন্য বাহিনী প্ৰেৰণ। জৰুৰীকালীন প্ৰশাসনৰ মুৰব্বীৰূপে শ্বেখ আব্দুল্লাক নিযুক্তি।

৩১ অক্টোবৰ ৰাজ্যখনৰ 'মুখ্য জৰুৰীকালীন বিষয়া'ৰূপে শ্বেখ আব্দুল্লাৰ দায়িত্বভাৰ গ্ৰহণ।

১ নৱেম্বৰ জনগণৰ ৰায়যোগে কাশ্মীৰ প্ৰশ্নৰ সমাধান কৰিবলৈ লৰ্ড মাউণ্টবেটেনে দিয়া প্ৰস্তাৱ জিন্নাৰ দ্বাৰা অগ্ৰাহ্য।

২ নৱেম্বৰ শান্তি আৰু আইন-শৃংখলা পুনৰবাৰ প্ৰতিষ্ঠা হ'লে জম্মু-কাশ্মীৰত গণভোট গ্ৰহণ কৰা হ'ব বুলি প্ৰধানমন্ত্ৰী নেহৰুৱে অনাতাঁৰ ঘোষণা।

<u>১৯৪৮</u>

১ জানুৱাৰী জনজাতীয় আক্ৰমণকাৰীসকলক পাকিস্তানে সহায় কৰা বুলি ৰাষ্ট্ৰসংঘত ভাৰতৰ অভিযোগ। ৰাজ্যখনৰ পৰা পাকিস্তানে তেওঁলোকৰ সেনা বাহিনী আঁতৰাই নিবলৈ কোৱাৰ বাবে ৰাষ্ট্ৰসংঘক ভাৰতৰ আবেদন। আক্ৰমণকাৰীহঁত আঁতৰি গ'লে ৰাজ্যখনৰ ভৱিষ্যৎ সম্পৰ্কে গণভোট গ্ৰহণৰ বাবে ভাৰতৰ প্ৰস্তাৱ।

১৩ আগষ্ট ৰাজ্যখনৰ জনসাধাৰণৰ ইচ্ছা সাপেক্ষে ৰাজ্যখনৰ ভৱিষ্যৎ নিৰ্ধাৰণৰ বাবে ৰাষ্ট্ৰসংঘই গঠন কৰি দিয়া আয়োগৰ প্ৰস্তাৱ।

২৫ মাৰ্চ অন্তৰ্বৰ্তীকালীন চৰকাৰৰ প্ৰধানমন্ত্ৰীৰূপে শ্বেখ আব্দুল্লাৰ দায়িত্বভাৰ গ্ৰহণ।

২০ ডিচেম্বৰ পাকিস্তানৰ দ্বাৰা ৰাষ্ট্ৰসংঘৰ প্ৰস্তাৱ গ্ৰহণ।

<u>১৯৪৯</u>

১ জানুৱাৰী ভাৰত আৰু পাকিস্তানী সৈন্যৰ মাজত যুদ্ধবিৰতি। ফলত ৰাজ্যখনৰ ৮৪ হেজাৰ কিঃ মিঃ অঞ্চল পাকিস্তানৰ নিয়ন্ত্ৰণত।

৯ জুন পুত্ৰ কৰণ সিঙক দায়িত্বভাৰ দি মহাৰজা হৰি সিঙৰ শাসন ভাৰ ত্যাগ।

১৭ অক্টোবৰ ভাৰতৰ সাংবিধানিক পৰিষদৰ দ্বাৰা ৩৭০নং অনুচ্ছেদ দেশখনৰ সংবিধানত অন্তৰ্ভুক্তিত অনুমোদন।

<u>১৯৫০</u>

১৯ ছেপ্টেম্বৰ— ৰাষ্ট্ৰসংঘৰ মধ্যস্থতাকাৰী চাৰ অৱেন ডিক্সনৰ অনুমোদন যে ভাৰত আৰু পাকিস্তানৰ মাজত ৰাজ্যখনৰ বিভাজন হ'ব লাগে।

<u>১৯৫১</u>

২০ নৱেম্বৰ— ৰাজ্যখনৰ বাবে প্ৰস্তুত কৰা সংবিধান কাৰ্যকৰী।

<u>১৯৫২</u>

জুন/জুলাই— ৩৭০ নং অনুচ্ছেদ অনুসৰি ৰাজ্যখনক স্বায়ত্ত শাসন প্ৰদান সম্পৰ্কীয় বিষয়

সন্দৰ্ভত জৱাহৰলাল নেহৰু আৰু শেখ আব্দুল্লাৰ মাজত চুক্তি সম্পাদন— যিখন 'দিল্লী চুক্তি' বুলি জনাজাত।

১৪ নৱেম্বৰ— যুৱৰাজ কৰণ সিঙক ৰাজ্যখনৰ মুৰব্বীৰূপে নিৰ্বাচন কৰিলে। ৰাজ্যখনৰ বিধান সভাই।

১৭ নৱেম্বৰ— ভাৰতৰ লগত 'পূৰ্ণ পৰ্যায়ৰ চামিলকৰণৰ' বাবে ভাৰতীয় জনসংঘ, হিন্দু মহাসভা আৰু ৰামৰাজ্য পৰিষদৰ সমৰ্থনত জম্মু প্ৰজা পৰিষদৰ আন্দোলন।

**১৯৫৩**

৯ আগষ্ট— শেখ আব্দুল্লা বৰ্খাস্ত আৰু গ্ৰেপ্তাৰ। ৰাজ্যখনৰ পৰৱৰ্তী প্ৰধানমন্ত্ৰী হয় শেখ আব্দুল্লাৰ ডেপুটী বক্সি গোলাম মহম্মদ।

**১৯৫৪**

শেখ আব্দুল্লাৰ সমৰ্থনপ্ৰাপ্ত 'প্লেবিচাইট ফ্ৰণ্ট' গঠন— মিৰ্জা আফজল বেগৰ নেতৃত্বত।

নৱেম্বৰ— কাশ্মীৰত প্ৰজা ছ'চিয়েলিষ্ট পাৰ্টিৰ শাখা গঠন—ৰাজ্যখনত এইটোৱেই হ'ল সৰ্বভাৰতীয় ৰাজনৈতিক দলৰ প্ৰথম শাখা।

**১৯৫৫**

আগষ্ট— শেখ আব্দুল্লাৰ পৃষ্ঠপোষকতাত মিৰ্জা আফজল বেগৰ দ্বাৰা 'প্লেবিচাইট ফ্ৰণ্ট' প্ৰতিষ্ঠা। লগে লগে কাশ্মীৰত উগ্ৰবাদৰ পতাকা উত্তোলন।

১০ ডিচেম্বৰ— ভাৰতৰ অংশবিশেষ হ'বলৈ ৰাজ্যখনৰ জনসাধাৰণে ইতিমধ্যে সিদ্ধান্ত লৈছে বুলি শ্ৰীনগৰত খ্ৰুছভ আৰু বুলগেনিনৰ ঘোষণা।

**১৯৫৬**

৩০ অক্টোবৰ— ৰাজ্যখনৰ সাংবিধানিক পৰিষদৰ দ্বাৰা ৰাজ্যখনৰ সংবিধান গ্ৰহণ। ৰাজ্যখন ভাৰতৰ অবিচ্ছেদ্য অংগ বুলি সংশোধন কৰিব নোৱৰা এটা দফা সংবিধানত অন্তৰ্ভুক্ত।

**১৯৫৭**

৬ ছেপ্টেম্বৰ— শাসক নেচনেল কনফাৰেন্স দলৰ পৰা জি এম ছাদিক আৰু তেওঁৰ অনুগামীসকলৰ পদত্যাগ আৰু 'ডেমক্ৰেটিক নেচনেল কনফাৰেন্স' নামৰ নতুন দল গঠন।

**১৯৫৮**

নৱেম্বৰ— নেচনেল কনফাৰেন্সৰ লগত 'ডেমক্ৰেটিক নেচনেল কনফাৰেন্স' চামিল।

**১৯৫৯**

১ এপ্ৰিল— ৰাজ্যখনত প্ৰৱেশৰ বাবে থকা 'পাৰ্মিট' ব্যৱস্থা প্ৰত্যাহাৰ।

১ অক্টোবৰ— কেন্দ্ৰীয় নিৰ্বাচনী আয়োগৰ কৰ্তৃত্ব ৰাজ্যখনলৈ সম্প্ৰসাৰণ কৰি আৰু ৰাজ্যখনৰ উচ্চ ন্যায়ালয়ৰ স্থিতি দেশৰ আন ৰাজ্যৰ উচ্চ ন্যায়ালয়ৰ লগত একে কৰি ৰাজ্যখনৰ সংবিধান সংশোধন।

**১৯৬৩**

মাৰ্চ— পাকিস্তান আৰু চীনৰ মাজত হোৱা চুক্তি মতে, পাক অধিকৃত কাশ্মীৰৰ ২০৫৫ বৰ্গ মাইল অঞ্চল চীনক হস্তান্তৰ। ভাৰতৰ প্ৰতিবাদ।

১১ অক্টোবৰ— কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰৰ সকলো মন্ত্ৰীয়ে প্ৰধানমন্ত্ৰীৰ ওচৰত পদত্যাগ পত্ৰ দাখিল কৰাৰ বাবে আহ্বান জনোৱা 'কামৰাজ আঁচনি'ৰ অধীনত বক্সি গোলাম মহম্মদৰ পদত্যাগ। তেওঁৰ ঠাইত ৰাজ্যখনৰ প্ৰধানমন্ত্ৰী হয় ছামছুদ্দিন।

২৭ ডিচেম্বৰ হজৰতবাল উপাসনা গৃহৰ পৰা পবিত্ৰ চুলি অন্তৰ্ধান হোৱাত বিপুল উত্তেজনা।

**১৯৬৪**

৪ জানুৱাৰী— হেৰোৱা পবিত্ৰ চুলি উদ্ধাৰ হোৱা বুলি চৰকাৰৰ ঘোষণা।

১ মাৰ্চ— ছামছুদ্দিনৰ ঠাইত ৰাজ্যখনৰ প্ৰধানমন্ত্ৰী হয় জি এম ছাদিক।

৮ এপ্ৰিল— শেখ আব্দুল্লাৰ মুক্তি। তেওঁৰ বিৰুদ্ধে অনা ষড়যন্ত্ৰৰ গোচৰ প্ৰত্যাহাৰ।

২৯ এপ্ৰিল— প্ৰধানমন্ত্ৰী নেহৰুৰ ব্যক্তিগত অতিথিৰূপে শেখ আব্দুল্লাৰ দিল্লী ভ্ৰমণ আৰু নেহৰুৰ সৈতে বিস্তৃত আলোচনা।

২৫ মে'— সতীৰ্থৰ সৈতে শেখ আব্দুল্লাৰ পাকিস্তান ভ্ৰমণ। 'ভাৰত-পাকিস্তান-কাশ্মীৰ' কনফেডাৰেশ্যন গঠনৰ বাবে আব্দুল্লাই দিয়া প্ৰস্তাৱ পাকিস্তানৰ প্ৰেছিডেণ্ট ফিল্ড মাৰ্শ্বাল আয়ুব খানৰ দ্বাৰা প্ৰত্যাখ্যান।

২৭ মে'— জৱাহৰলাল নেহৰুৰ মৃত্যু। পাকিস্তানৰ পৰা আব্দুল্লাৰ প্ৰত্যাবৰ্তন।

২২ ছেপ্টেম্বৰ— ভাৰত প্ৰতিৰক্ষা বিধিৰ অধীনত ৰাজ্যখনৰ প্ৰাক্তন প্ৰধানমন্ত্ৰী বক্সি গোলাম মহম্মদ গ্ৰেপ্তাৰ।

২১ ডিচেম্বৰ— ভাৰতৰ সংবিধানৰ ৩৫৬ আৰু ৩৫৭ অনুচ্ছেদ ৰাজ্যখনলৈ সম্প্ৰসাৰণ কৰাত ৰাজ্যখনত প্ৰতিবাদৰ জোৱাৰ।

**১৯৬৫**

২ মাৰ্চ— 'জম্মু আৰু কাশ্মীৰ নেচনেল কনফাৰেন্স' "জম্মু আৰু কাশ্মীৰ প্ৰদেশ কংগ্ৰেছ পাৰ্টিলৈ" ৰূপান্তৰ।

১০ এপ্ৰিল— ৰাজ্যখনৰ নিৰ্বাচিত সাংবিধানিক মুৰব্বীৰ পদটোৰ নাম 'সদৰ-ই-ৰিয়াছত'ৰ সলনি দেশৰ আনবোৰ ৰাজ্যৰ দৰে 'ৰাজ্যপাল' আৰু এই পদৰ নিযুক্তি ৰাষ্ট্ৰপতিয়ে কৰাৰ ব্যৱস্থা বলবৎ। একেদৰে ৰাজ্যখনৰ 'প্ৰধানমন্ত্ৰী' পদৰ নাম 'মুখ্যমন্ত্ৰী' কৰাৰ ব্যৱস্থা।

৫ আগষ্ট— সশস্ত্ৰ পাকিস্তানী অনুপ্ৰৱেশকাৰীৰ 'যুদ্ধবিৰতি' ৰেখা অতিক্ৰম।

১ ছেপ্টেম্বৰ— আন্তঃৰাষ্ট্ৰীয় সীমান্তৰ চাম্ব অঞ্চলত পাকিস্তানী সেনাৰ আক্ৰমণ।

৬ ছেপ্টেম্বৰ— লাহোৰ আৰু শিয়ালকোট খণ্ডত ভাৰতৰ প্ৰত্যাক্ৰমণ।

২৩ ছেপ্টেম্বৰ— ভাৰত-পাকিস্তানৰ মাজত যুদ্ধবিৰতি।

**১৯৬৭**

২ ফেব্ৰুৱাৰী— জনপ্ৰতিনিধিত্ব আইন ৰাজ্যখনত প্ৰবৰ্তিত।

১৮ এপ্রিল— 'জম্মু অটনমি ফৰাম' গঠন।

৬ নৱেম্বৰ— ফৰামৰ দাবী বিবেচনা কৰিবলৈ চৰকাৰৰ দ্বাৰা 'গজেন্দ্র গাডকাৰ' আয়োগ গঠন।

১৯৬৮— পাকিস্তানৰ সাহায্যত 'আল ফাতেহ' নামৰ উগ্রপন্থী সংগঠনৰ জন্ম।

**১৯৭১**

১৪ জানুৱাৰী— নির্বাচনত অংশ গ্রহণ কৰাত বাধা দিবলৈ অবৈধ কার্যকলাপ আইনৰ অধীনত প্লেবিচাইট ফ্রন্ট'ক নিষিদ্ধ ঘোষণা।

৩ ডিচেম্বৰ— বাংলাদেশৰ মুক্তি সংগ্রামত ভাৰত জড়িত থকাৰ প্রতিশোধ ল'বলৈ ভাৰতৰ পশ্চিম সীমান্তত পাকিস্তানৰ আক্রমণ।

১২ ডিচেম্বৰ— জি এম ছাদিকৰ মৃত্যুত ছৈয়দ মীৰ কাছিম ৰাজ্যখনৰ নতুন মুখ্যমন্ত্রী।

**১৯৭২**

২ জুলাই— ভাৰত আৰু পাকিস্তানৰ মাজত ছিমলা চুক্তি চহী। এই চুক্তিৰ জৰিয়তে যুদ্ধবিৰতি ৰেখাক 'প্রকৃত নিয়ন্ত্রণ ৰেখা' (line of actual control) বুলি নামকৰণ। দ্বিপাক্ষিক আলোচনাৰ দ্বাৰাইহে কাশ্মীৰ বিবাদ নিষ্পত্তিৰ বাবে উভয় দেশৰ সিদ্ধান্ত।

**১৯৭৪**

১৩ নৱেম্বৰ— প্রধানমন্ত্রী ইন্দিৰা গান্ধীৰ প্রতিনিধি ৰূপে জি পার্থসাৰথি আৰু শেখ আব্দুল্লাৰ প্রতিনিধিৰূপে মির্জা মহম্মদ আব্দুল বেগৰ দ্বাৰা কাশ্মীৰ চুক্তি সম্পাদন।

২৫ ফেব্রুৱাৰী— কংগ্রেছ বিধায়িনী দলে সমর্থন কৰিব বুলি প্রতিশ্রুতি দিয়াত ৰাজ্যখনৰ মুখ্যমন্ত্রীৰূপে শেখ আব্দুল্লাৰ শপত গ্রহণ।

৫ জুলাই— 'প্লেবিচাইট ফ্রন্ট'ৰ বিলুপ্তি। শেখ আব্দুল্লাক সভাপতিৰূপে লৈ নেচনেল কনফাৰেন্স পুনৰুজ্জীবিত।

**১৯৭৭**

২৭ মার্চ— কংগ্রেছ দলে সমর্থন প্রত্যাহাৰ কৰাত শেখ আব্দুল্লাৰ পদত্যাগ। ৰাজ্যপালৰ শাসন প্রবর্তন। বিধান সভা ভংগ।

৩০ জুন— বিধান সভাৰ নির্বাচন।

৪ জুলাই— নির্বাচনৰ ফল ঘোষণা। ৭৬খন আসনৰ ভিতৰত নেচনেল কনফাৰেন্সৰ ৪৭ খন আসন লাভ।

**১৯৭৯**

৩০ মে'— আঞ্চলিক অভাৱ। অভিযোগবোৰৰ তদন্ত কৰিবলৈ ছিক্রী আয়োগ নিযুক্ত। ৰাজ্য চৰকাৰ আৰু 'অল পার্টি একচন কমিটী অৱ জম্মু'ৰ মাজত হোৱা চুক্তি মতেই এই ব্যৱস্থা।

**১৯৮১**

২৩ জানুৱাৰী— শেখ আব্দুল্লাই তেওঁৰ উত্তৰাধিকাৰীৰূপে তেওঁৰ পুত্র ডাঃ ফাৰুক আব্দুল্লাক মনোনীত।

**১৯৮২**

৮ ছেপ্টেম্বৰ— শেখ আব্দুল্লাৰ মৃত্যু। মুখ্যমন্ত্ৰীৰূপে ডাঃ ফাৰুক আব্দুল্লাৰ দায়িত্বভাৰ গ্ৰহণ।

**১৯৮৩**

৫ জুন— বিধান সভাৰ নিৰ্বাচনত নেচনেল কনফাৰেন্সৰ জয়লাভ। কনফাৰেন্সৰ ৪৪খন আৰু কংগ্ৰেছৰ ২৫খন আসন লাভ (কাশ্মীৰ উপত্যকাত কংগ্ৰেছৰ ২খন আৰু জম্মুত ২৩ খন)।

৫-৬ অক্টোবৰ— ডাঃ ফাৰুকৰ আহ্বানত শ্ৰীনগৰত সৰ্বভাৰতীয় বিৰোধী দলবোৰৰ বৈঠক।

**১৯৮৪**

১৪ জানুৱাৰী— প্ৰতিবাদী বিক্ষোভত পুলিচৰ গুলীত ছজন কংগ্ৰেছ কৰ্মী নিহত।

১১ ফেব্ৰুৱাৰী— অমৰ চাণ্ড পণ্ডিতক হত্যাৰ অপৰাধত কাশ্মীৰ লিবাৰেশ্যন ফ্ৰন্টৰ প্ৰতিষ্ঠাপক মগবুলক ফাঁচী।

২-৬ এপ্ৰিল— কাশ্মীৰৰ ৰাজ্যপাল বি. কে নেহৰুক গুজৰাটলৈ বাধ্যতামূলক স্থানান্তৰ। জগমোহনক কাশ্মীৰৰ ৰাজ্যপাল নিযুক্ত।

২ জুলাই— নেচনেল কনফাৰেন্সত বিভাজন আৰু বিধান সভাত সংখ্যাগৰিষ্ঠতা নথকা বুলি ৰাজ্যপাল জগমোহনৰ দ্বাৰা মুখ্যমন্ত্ৰী পদৰ পৰা ডাঃ আব্দুল্লাক বৰ্খাস্ত। জি এম শ্বাহ নতুন মুখ্যমন্ত্ৰী।

**১৯৮৫**

১৫ আগষ্ট— ভাৰত বিৰোধী বিক্ষোভকাৰীৰ ওপৰত পুলিচৰ গুলীচালনা।

**১৯৮৬**

ফেব্ৰুৱাৰী— অনন্তনাগত কাশ্মীৰী পণ্ডিতসকলক মাৰপিট, ঘৰত অগ্নিসংযোগ, লুটপাত।

৭ মাৰ্চ— জি এম শ্বাহ চৰকাৰ বৰ্খাস্ত আৰু ৰাষ্ট্ৰপতিৰ শাসন প্ৰৱৰ্তন।

১৮ ছেপ্টেম্বৰ— পাক প্ৰশিক্ষণপ্ৰাপ্ত উগ্ৰপন্থী আজিজ ধৰ সংঘৰ্ষত নিহত আৰু পাকিস্তানৰ 'প্ৰক্সি ৱাৰ'ৰ সূচনা।

**১৯৮৭**

১৯ মাৰ্চ— ১৪টা মুছলিম দল লগ হৈ 'মুছলিম ইউনাইটেড ফ্ৰন্ট' গঠন।

২৩ মাৰ্চ— বিধান সভাৰ নিৰ্বাচন। নেচনেল কনফাৰেন্সৰ ৪০ খন, কংগ্ৰেছৰ ২৫খন, এম ইউ এফৰ ৪খন আৰু প্ৰথমবাৰৰ বাবে বিজেপিৰ দুখন আসন লাভ। নিৰ্বাচনত ৰিগিং কৰাৰ অভিযোগ কৰি এম ইউ এফৰ বিক্ষোভ।

**১৯৮৮**

১০ জুন বিদ্যুতৰ নিৰিখ বৃদ্ধিৰ প্ৰতিবাদত শ্ৰীনগৰত বিক্ষোভকাৰীৰ ওপৰত কৰা গুলীচালনাত তিনিজন নিহত। কাশ্মীৰ উপত্যকাত তিনি দিন বন্ধ।

১৫ আগষ্ট ভাৰতবিৰোধী বিক্ষোভ। সান্ধ্য আইন জাৰি।

১৭ আগষ্ট পাকিস্তানী প্ৰেছিডেণ্ট জিয়া-উল-হকৰ মৃত্যুত বিক্ষোভ।

১৮ আগষ্ট পুলিচৰ গুলীত ৪ জন নিহত।

২৬ আগষ্ট পুলিচৰ গুলীত ৩ জন নিহত।

২৭ আগষ্ট ১৩ দিনৰ পাছত সান্ধ্য আইন প্ৰত্যাহাৰ।

<u>১৯৮৯</u>

১৬ জানুৱাৰী জম্মু-কাশ্মীৰ মুছলিম কন্‌ফাৰেন্স গঠন।

১৩-১৪ফেব্ৰুৱাৰী কছদিৰ গ্ৰন্থ 'ছাটানিক ভাৰ্ছেছৰ' বিৰুদ্ধে বন্ধ পালন। পুলিচৰ সৈতে সংঘৰ্ষত কমেও ৫০ জন আহত।

২৭ ফেব্ৰুৱাৰী- ৫ মাৰ্চ একে বিষয়তে প্ৰতিবাদ আৰু পুলিচৰ সৈতে সংঘৰ্ষ।

৩ এপ্ৰিল 'যুৱকক নিৰ্বিচাৰে গ্ৰেপ্তাৰ'ৰ প্ৰতিবাদত শ্ৰীনগৰত বিক্ষোভ, পুলিচলৈ বোমা নিক্ষেপ।

৭ মে' জম্মু-কাশ্মীৰ লিবাৰেশ্যন ফ্ৰন্টৰ চাৰিদিনীয়া বন্ধ আহ্বান।

১১ মে' জে কে এল এফৰ দ্বাৰা 'কাশ্মীৰ ত্যাগ' আন্দোলন আৰম্ভ।

১১ জুলাই নতুন ৰাজ্যপালৰূপে জেনেৰেল কে ভি কৃষ্ণ ৰাওৰ শপত গ্ৰহণ।

১৯ জুলাই পুলিচৰ আতিশয্যৰ বিৰুদ্ধে জম্মু-কাশ্মীৰ লিবাৰেশ্যন ফ্ৰন্টৰ এদিনীয়া বন্ধৰ আহ্বান।

২০ জুলাই লাদাখৰ লেহত সাম্প্ৰদায়িক সংঘৰ্ষ।

১৫ আগষ্ট কাশ্মীৰত বন্ধ পালন।

২১ আগষ্ট উগ্ৰপন্থীৰ দ্বাৰা ৰাজ্যখনত প্ৰথমটো ৰাজনৈতিক হত্যা, নেচনেল কন্‌ফাৰেন্সৰ কৰ্মী উগ্ৰপন্থীৰ গুলীত নিহত।

৮ ছেপ্টেম্বৰ শেখ আব্দুল্লাৰ মৃত্যু বাৰ্ষিকী পালন। তেওঁৰ সমাধিস্থলত আয়োজিত নেচনেল কন্‌ফাৰেন্সৰ সন্ত্ৰাসবাদী কাৰ্যৰ গৰিহণা।

১৪ ছেপ্টেম্বৰ উগ্ৰপন্থীৰ গুলীত বি. জে. পি. নেতা টিয়ালাল নিহত।

৭ অক্টোবৰ লাদাখৰ অধিবাসীক অনুসূচিত জনজাতিৰ মৰ্যাদা।

৪ নৱেম্বৰ জম্মু-কাশ্মীৰ লিবাৰেশ্যন ফ্ৰন্টৰ নেতা মকবুল ভাটক মৃত্যুদণ্ড বিহা প্ৰাক্তন ছেছন ন্যায়াধীশ নীলকণ্ঠ গঞ্জু গুলীত নিহত।

৮ ডিচেম্বৰ কেন্দ্ৰীয় গৃহমন্ত্ৰী মুফটি মহম্মদ চৈয়দৰ জীয়ৰী কবিয়া চৈয়দক জম্মু-কাশ্মীৰ লিবাৰেশ্যন ফ্ৰন্টৰ দ্বাৰা অপহৰণ।

১৩ ডিচেম্বৰ চৰকাৰে কাৰাবন্দী কৰি ৰখা জম্মু-কাশ্মীৰ লিবাৰেশ্যন ফ্ৰন্টৰ পাঁচজন নেতাৰ মুক্তিৰ বিনিময়ত কবিয়াক মুক্তি, ফ্ৰন্টৰ বিজয়োৎসৱ পালন।

১৫ ডিচেম্বৰ কাশ্মীৰ উপত্যকাত সান্ধ্য আইন। নিৰাপত্তা বাহিনীৰ গুলীত পাঁচজন নিহত।

<u>১৯৯০</u>

১৯ জানুৱাৰী জগমোহনক ৰাজ্যপাল নিযুক্ত। মুখ্যমন্ত্ৰী পদৰ পৰা ডাঃ ফাৰুক আব্দুল্লাৰ পদত্যাগ।

২০ জানুৱাৰী শ্ৰীনগৰত নিশা ঘৰে ঘৰে তালাচী অভিযান। নিৰাপত্তা বাহিনীৰ আতিশয্যৰ

| | |
|---|---|
| | বিৰুদ্ধে প্ৰতিবাদ বিক্ষোভ। নিৰাপত্তা বাহিনীৰ গুলীত শ্ৰীনগৰত ৩৫ জন নিহত। |
| ২২ জানুৱাৰী | শ্ৰীনগৰত নিৰাপত্তা বাহিনীৰ গুলীত আঠজন নিহত। অৰ্ধ সামৰিক বাহিনী ৰাজ্যিক পুলিচৰ তিনিজনক হত্যা কৰাৰ বাবে দুশ ৰাজ্যিক পুলিচৰ প্ৰতিবাদ বিক্ষোভ। |
| ১৩ ফেব্ৰুৱাৰী | শ্ৰীনগৰ দূৰদৰ্শন কেন্দ্ৰৰ সঞ্চালক লাচ্ছা কেটলক গুলীয়াই হত্যা। |
| ১৬ ফেব্ৰুৱাৰী | ৰাজ্যপালৰ নিৰ্দেশত বিধান সভা ভংগ। |
| ১ মাৰ্চ | কাশ্মীৰী পণ্ডিতসকলৰ কাশ্মীৰ ত্যাগ আৰম্ভ। শ্ৰীনগৰৰ ঝাকুৰা আৰু বাৰজালাত গুলীচালনাত ৩০ জন নিহত। |
| ২৪ মাৰ্চ | নিৰ্দলীয় প্ৰাক্তন বিধায়ক মীৰ মুস্তাফাক হিজবুল মুজাহিদীনৰ দ্বাৰা অপহৰণ আৰু ২৮ মাৰ্চত হত্যা। |
| ৬ এপ্ৰিল | কাশ্মীৰ বিশ্ববিদ্যালয়ৰ উপাচাৰ্য মুছিৰ-উল-হক, তেওঁৰ ব্যক্তিগত সচিব আব্দুল ঘনি আৰু এইচ-এম-টিৰ জেনেৰেল মেনেজাৰ কে. এল. খেৰাক জম্মু এণ্ড কাশ্মীৰ ষ্টুডেন্টছ লিবাৰেশ্যন ফ্ৰন্টৰ দ্বাৰা অপহৰণ। খেৰাক ১০ এপ্ৰিলত আৰু আন দুজনক ১১ এপ্ৰিলত হত্যা। |
| ২১ মে' | মীৰৱাইজ মৌলবী মহম্মদ ফাৰুকক গুলীয়াই হত্যা। শোক সমদলৰ ওপৰত গুলীচালনা। ৫০ জনতো অধিক নিহত। |
| ২৪ মে' | ৰাজ্যপাল জগমোহনৰ পদত্যাগ। |
| ২৬ মে' | গিৰীশ চন্দ্ৰ চাক্সেনা ৰাজ্যপাল নিযুক্ত। জম্মুত বন্ধ পালন। |
| ১৯ জুন | ৰাজ্যিক সংবিধান মতে ৰাজ্যপালৰ শাসন প্ৰযোজ্য। |

<u>১৯৯১</u>

| | |
|---|---|
| ৩০ এপ্ৰিল | জম্মু-কাশ্মীৰ লিবাৰেশ্যন ফ্ৰন্টৰ এৰিয়া কমাণ্ডাৰ এজনক হিজবুল মুজাহিদীনে হত্যা কৰাৰ প্ৰতিবাদত শ্ৰীনগৰত পাকিস্তানবিৰোধী বিক্ষোভ। |
| ৫ মে' | সীমান্তৰ কাষত ৭৩ জন উগ্ৰপন্থীক হত্যা। |
| ৮ মে' | খাইনাবত এদল শৱযাত্ৰীৰ ওপৰত নিৰাপত্তা বাহিনীয়ে গুলী চলোৱাত কমেও ৫০ জন নিহত। |

<u>১৯৯২</u>

| | |
|---|---|
| ২৬ জানুৱাৰী | ব্যাপক নিৰাপত্তা ব্যৱস্থাৰ মাজত শ্ৰীনগৰৰ লালচ'কত ৰাষ্ট্ৰীয় পতাকা উত্তোলন, বি. জে. পিৰ সভাপতিৰ নেতৃত্বত কাশ্মীৰলৈ একতা যাত্ৰা। |
| ১১ ফেব্ৰুৱাৰী | নিয়ন্ত্ৰণ ৰেখা অতিক্ৰম কৰিবলৈ পাক-অধিকৃত কাশ্মীৰ জম্মু-কাশ্মীৰ লিবাৰেশ্যন ফ্ৰন্টৰ মুৰব্বী আমানুল্লাৰ নেতৃত্বত শান্তি যাত্ৰা। পুলিচ আৰু অংশগ্ৰহণকাৰীৰ মাজত লগা সংঘৰ্ষত বাৰজন নিহত। |
| ৩০ মাৰ্চ | সীমান্ত অতিক্ৰম কৰিবলৈ যোৱা জম্মু-কাশ্মীৰ লিবাৰেশ্যন ফ্ৰন্টৰ শান্তি |

| | |
|---|---|
| | যাত্ৰাত অংশগ্ৰহণকাৰী পাঁচশজনক পাক অধিকৃত কাশ্মীৰত পাকিস্তান চৰকাৰৰ দ্বাৰা গ্ৰেপ্তাৰ। |
| ১৪ এপ্ৰিল | উগ্ৰপন্থীয়ে চি. আৰ. পি. এফ. কমাণ্ডেণ্ট আৰু ডেপুটী কমাণ্ডেণ্টক আহত কৰাৰ প্ৰত্যুত্তৰত চি আৰ পি এফে গুলীচালনা কৰাত ১৪ জন অসামৰিক লোক নিহত। |
| ১৫ মে' | জম্মু-কাশ্মীৰ লিবাৰেশ্যন ফ্ৰণ্ট আৰু হিজবুল মুজাহিদীনৰ মাজত লগা সংঘৰ্ষত ৭ জন নিহত। |
| ১৫ জুলাই | মতানৈক্য আঁতৰ কৰিবলৈ জম্মু-কাশ্মীৰ লিবাৰেশ্যন ফ্ৰণ্ট আৰু হিজবুল মুজাহিদীনৰ মাজত ঐকমত। কাশ্মীৰৰ বাবে আত্মনিৰ্ধাৰণ (self determination) উভয়ৰে উমৈহতীয়া লক্ষ্য বুলি গ্ৰহণ। |
| ১৮ জুলাই | জম্মুৰ দোদা অঞ্চলত পুলিচৰ এজন এছ আই আৰু চি আৰ পি এফৰ তিনিজনকে ধৰি ছজনক হত্যা। |
| ৩০ জুলাই | এগৰাকী কন্যা আৰু তাইৰ বান্ধৱীক ধৰ্ষণ কৰাৰ বাবে বি এছ এফৰ দুজন জোৱানক চাকৰিৰ পৰা বৰ্খাস্ত কৰা বুলি বি এছ এফৰ ডিজিৰ ঘোষণা। |
| ১৪ ছেপ্টেম্বৰ | জম্মু-কাশ্মীৰত নিয়োজিত নিৰাপত্তা বাহিনীৰ বিষয়া আৰু জোৱানৰ ২৩০ জনৰ বিৰুদ্ধে ব্যৱস্থা লোৱা বুলি প্ৰধানমন্ত্ৰীৰ ঘোষণা। |
| ২৬ অক্টোবৰ | জম্মুৰ এটা পৰীক্ষা কেন্দ্ৰ বোমাৰে ধ্বংস কৰিবলৈ ব্যৰ্থ চেষ্টা, কিন্তু এই কামত লিপ্ত সুনীল কাউল বোমাত নিহত আৰু সুৰেশ ডান বোলা আনজন আহত। |
| **১৯৯৩** | |
| ৭ জানুৱাৰী | উগ্ৰপন্থীৰ আক্ৰমণত অৰ্ধ-সামৰিক বাহিনীৰ দুজন আঘাতপ্ৰাপ্ত হোৱাত এই বাহিনীয়ে অসামৰিক লোকৰ ওপৰত গুলী চলাওঁতে ছপুৰত ৪০ জন নিহত। |
| ৩০ জানুৱাৰী | ছপুৰৰ এই ঘটনাৰ তদন্ত কৰিবলৈ দায়িত্ব দিয়া হয় পঞ্জাব আৰু হাৰিয়ানা উচ্চ ন্যায়ালয়ৰ এজন ন্যায়াধীশক। |
| ২-৩ মাৰ্চ | প্ৰদেশ কংগ্ৰেছৰ সভাপতি গোলাম ৰছুল কৰৰ দুজন ঘনিষ্ঠ সম্পৰ্কীয় লোকক হত্যা। |
| ১২ মাৰ্চ | ছাক্সেনাৰ সলনি জেনেৰেল কে ভি কৃষ্ণ ৰাওক ৰাজ্যপাল নিযুক্ত। |
| ১৪ মাৰ্চ | জামাত-ই-ইছলামীৰ নেতা এছ এ এছ জিলানীক অপহৰণ। |
| ১ এপ্ৰিল | জ্যেষ্ঠ জে. কে. এল. এফ নেতা ডাঃ আব্দুল আহাদ গুৰুক হিজবুল মুজাহিদীনৰ দ্বাৰা অপহৰণ আৰু হত্যা। |
| ২১ এপ্ৰিল | হজৰতবাল উপাসনা গৃহত সন্ত্ৰাসবাদীৰ আশ্ৰয় গ্ৰহণ। |
| ২৩ এপ্ৰিল | সেনাৰ হাজোতত ৰিয়াজ আহমদ নামৰ পুলিচ এজন মৃত্যু হোৱাৰ প্ৰতিবাদত ৰাজ্যখনত পুলিচ বাহিনীৰ ধৰ্মঘট। |
| ২৭ এপ্ৰিল | ধৰ্মঘটৰত পুলিচক নিৰস্ত্ৰ কৰে সেনা বাহিনীৰ লোকে। |

| | |
|---|---|
| ১ মে' | বি. এছ. এফ আৰু উগ্ৰপন্থীৰ মাজত গুলীয়াগুলীৰ পাছত ছুপুৰত হোৱা অগ্নিকাণ্ডত বিপুল ক্ষতি। |
| ১৪ আগষ্ট | জম্মু অঞ্চলৰ কিষ্টৱাৰৰ কাষত উগ্ৰপন্থীয়ে এখন বাছ ৰখাই মুছলমান যাত্ৰীসকলক আঁতৰাই থৈ ১৬ জন হিন্দু যাত্ৰীক হত্যা। |
| ২৭ ছেপ্টেম্বৰ | জম্মু-কাশ্মীৰৰ জনসাধাৰণৰ মৌলিক অধিকাৰ আত্মনিৰ্ধাৰণৰ বাবে শান্তিপূৰ্ণ সংগ্ৰাম কৰিবলৈ ২৭ টা দলৰ 'অল পাৰ্টিজ হুৰিয়ত কন্‌ফাৰেন্স' গঠন কৰা বুলি মীৰৱাইজ ওমৰ ফাৰুকৰ ঘোষণা। |
| ১৫ অক্টোবৰ | হজৰতবাল উপাসনাগৃহ সেনাৰ দ্বাৰা অৱৰোধ। কাৰণ, ৰাজ্য চৰকাৰে এই বুলি খবৰ পালে যে ধৰ্মগুৰু মহম্মদৰ পবিত্ৰ চুলি থকা কোঠাটোৰ তলা ভাঙি সেই পবিত্ৰ বস্তুবোৰ সলনি কৰা হৈছে। এই হজৰতবাল উপাসনাগৃহ কাশ্মীৰীসকলৰ বাবে অতি পবিত্ৰ ঠাই। |
| ২২ অক্টোবৰ | বিজবেহেৰাত বিক্ষোভকাৰীৰ ওপৰত বি এছ এফৰ গুলীচালনাত ৪৩ জন নিহত। |
| ১৫ নৱেম্বৰ | আবদ্ধ হৈ থকা উগ্ৰপন্থী আৰু চৰকাৰৰ প্ৰতিনিধিৰ মাজত চুক্তি। হাতত থকা অস্ত্ৰ-শস্ত্ৰ জমা দি উগ্ৰপন্থীসকলৰ উপাসনাগৃহ ত্যাগ। |
| **১৯৯৪** | |
| ২৭ জানুৱাৰী | কুপৱাৰাত সেনাৰ গুলীত ১৮ জন অসামৰিক লোক নিহত। |
| ২৯ মাৰ্চ | বাদামী বাগ কেন্টনমেন্টত সন্ত্ৰাসবাদীয়ে বিস্ফোৰণ ঘটাই নিহত কৰে এজন মেজৰ জেনেৰেলকে ধৰি ১৩ জন সেনা বাহিনীৰ বিষয়াক। |
| ২১ মে' | উচ্চতম ন্যায়ালয়ৰ নিৰ্দেশমৰ্মে জম্মু-কাশ্মীৰ লিবাৰেশ্যন ফ্ৰণ্টৰ মুৰব্বী য়াচিন মালিকক মুক্তি। |
| ২০ জুন | হিজবুল মুজাহিদীনৰ দ্বাৰা অনন্তনাগত দক্ষিণ কাশ্মীৰৰ মীৰৱাইজ কাজী নিছাৰ আহমদ নিহত। প্ৰায় ৫০ হেজাৰ লোকৰ বিক্ষোভ, পাকিস্তানবিৰোধী আৰু হিজবুলবিৰোধী ধ্বনি। |
| ১৪ অক্টোবৰ | কুৰি বছৰ বন্দী হৈ থকাৰ পাছত ছব্বিৰ আহমদ শ্বাহৰ মুক্তি। |
| **১৯৯৫** | |
| জানুৱাৰী | কেৱল এই মাহতেই নিৰাপত্তা বাহিনীৰ বিৰুদ্ধে সন্ত্ৰাসবাদীৰ ১৫৭টা আক্ৰমণ, জম্মুত গণৰাজ্য দিৱসৰ প্যেৰেডত বোমা বিস্ফোৰণ। |
| ফেব্ৰুৱাৰী | প্ৰথম সপ্তাহত আখনুৰৰ চৌদিশে এজানি বোমা বিস্ফোৰণ। |
| ৯ মে' | উগ্ৰপন্থীৰ দ্বাৰা 'চৰাৰ-ই-শ্বৰিফ' নগৰত অগ্নি সংযোগ। চৰাৰ-ই-শ্বৰিফ উপাসনাগৃহৰ কাষত এহেজাৰ ঘৰ ধ্বংস। |
| ১১ মে' | চৰাৰ-ই-শ্বৰিফ উগ্ৰপন্থীৰ দ্বাৰা অগ্নিসংযোগ কৰি ধ্বংস। ১৪৬০ চনত জয়নুল আবেদিনে ছুফী ধৰ্মগুৰু শেখ নুৰুদ্দিন নুৰানিৰ কবৰৰ ওপৰত এই ধৰ্মীয় গৃহটো সজাইছিল। |

| | |
|---|---|
| ৪ জুলাই | বাসভৱনৰ পৰা অপহৰণ কৰি নি ইন্দিৰা কংগ্ৰেছ আৰু নেচনেল কন্‌ফাৰেন্সৰ ১১ জন কৰ্মীক উগ্ৰপন্থীৰ দ্বাৰা হত্যা। |
| ৫ ছেপ্টেম্বৰ | লাদাখ স্বায়ত্তশাসিত পৰিষদৰ ৩০ জন সদস্যৰ শপত গ্ৰহণ। |
| ৬ ছেপ্টেম্বৰ | শ্ৰীনগৰত পাৰ্চেল বোমাৰ বিস্ফোৰণত 'এছিয়ান এজ'ৰ বিশেষ সংবাদদাতা মহম্মদ জামিলৰ মৃত্যু। |
| ২ ডিচেম্বৰ | জম্মু-কাশ্মীৰত আন ছমাহলৈ ৰাষ্ট্ৰপতিৰ শাসনৰ ম্যাদ বৃদ্ধি কৰাত ৰাজ্যসভাৰ অনুমোদন। |

<u>১৯৯৬</u>

| | |
|---|---|
| ১৫ মাৰ্চ | হিংসাৰ অৱসান ঘটাবলৈ আৰু ৰাজ্যখনত গণতান্ত্ৰিক প্ৰক্ৰিয়া আৰম্ভ কৰিবলৈ উগ্ৰপন্থী আৰু চৰকাৰৰ মাজত আলোচনা। |
| ২৮ মাৰ্চ | জে. কে. এল. এফ. অবৈধ সংগঠন বুলি কেন্দ্ৰীয় চৰকাৰৰ ঘোষণা। |
| এপ্ৰিল | ৭ বছৰৰ পাছত নিৰ্বাচনৰ প্ৰস্তুতি (শেষৰবাৰ নিৰ্বাচন অনুষ্ঠিত হৈছিল ১৯৮৯ চনত)। পাকিস্তানৰ দ্বাৰা নিৰ্বাচনৰ বিৰোধিতা আৰু অপপ্ৰচাৰ। নিৰ্বাচনৰ পৰা নেচনেল কন্‌ফাৰেন্স বিৰত। |
| ৭ মে' | লাদাখ আৰু জম্মুৰ লোকসভা সমষ্টিত ভোট গ্ৰহণ। |
| ২৩ মে' | অনন্তনাগ আৰু বৰামুল্লা লোকসভা সমষ্টিত ভোট গ্ৰহণ |
| ৩০ মে' | শ্ৰীনগৰ আৰু উধামপুৰ লোকসভা সমষ্টিত ভোট গ্ৰহণ। |
| জুন | ৰাজ্যখনৰ মুঠ ভোটাৰৰ ৪৯ শতাংশই অংশগ্ৰহণ কৰা নিৰ্বাচনৰ প্ৰথম সপ্তাহত ফলাফল ঘোষণা। মুঠতে ৫,৭০,৮০০ অৰ্থাৎ মুঠ ভোটদানৰ ২৬ দঃ ১৬ শতাংশ ভোট লাভ কৰি ইন্দিৰা কংগ্ৰেছ দলৰ ৪ খন— বাৰমুল্লা, শ্ৰীনগৰ, লাদাখ আৰু জম্মু আসন দখল। বি. জে. পিয়ে মুঠতে ৪, ০৭, ৫৬০ টা অৰ্থাৎ মুঠ ভোটদানৰ ১৮ দঃ ৬৮ শতাংশ ভোট লাভ কৰিলেও মাত্ৰ এখন উধামপুৰ আসন দখল। জনতা দলে ৩,৬৫,৮৭৪ টা অৰ্থাৎ মুঠ ভোটদানৰ ১৬ দঃ ৭৭ শতাংশ ভোট লাভ কৰিলেও মাত্ৰ এখন অনন্তনাগ আসন দখল। |

<u>১৯৯৭</u>

| | |
|---|---|
| ২১ মাৰ্চ | সংগ্ৰামপুৰত সাতজন কাশ্মীৰী পণ্ডিতক গুলীয়াই হত্যা। |
| ২৪ মাৰ্চ | জম্মু-কাশ্মীৰৰ পৃথকতাবাদীসকলক সমৰ্থন কৰি যাব বুলি পাক ৰাষ্ট্ৰপতি লাঘাৰিয়ে কৰা ঘোষণাক ভাৰতৰ গৃহমন্ত্ৰী ইন্দ্ৰজিৎ গুপ্তৰ সমালোচনা। |
| ২৮ মাৰ্চ | ভাৰত আৰু পাকিস্তানৰ মাজত বৈদেশিক সচিব পৰ্যায়ৰ আলোচনা। |
| ২০ এপ্ৰিল | আই. কে গুজৰাল ভাৰতৰ প্ৰধানমন্ত্ৰী। |
| ২১ মে' | বাদগাম জিলাৰ সংগ্ৰামপুৰত বাছি বাছি ৮ জন পণ্ডিত যুৱকক হত্যা। |
| ১ জুন | জম্মুত নেচনেল কন্‌ফাৰেন্সৰ নেতা গোলাম ৰছুলক গুলীয়াই হত্যা। |

১৫ জুন — উধামপুৰ জিলাৰ গুলবাৰ্গত এজন অধ্যক্ষকে ধৰি পণ্ডিত সম্প্ৰদায়ৰ তিনিজন শিক্ষাবিদক হত্যা।

২৩ জুন — কাশ্মীৰ আৰু ছিয়াচেনকে ধৰি সমাধান নোহোৱা সমস্যাবোৰৰ বিষয়ে আলোচনা কৰিবলৈ যুটীয়া 'ৱৰ্কিং গ্ৰুপ' গঠন কৰাত ভাৰত-পাকিস্তানৰ ঐক্যমত।

২৬ জুলাই — কাশ্মীৰৰ উগ্ৰপন্থীৰ সৈতে আলোচনা কৰিবলৈ প্ৰধানমন্ত্ৰী আই. কে. গুজৰালৰ প্ৰস্তাৱ।

২৪ আগষ্ট — জম্মু-কাশ্মীৰৰ কাৰ্গিল, কুপৱাৰা আৰু উৰি খণ্ডত ১৫ আগষ্টত ভাৰত-পাকিস্তানৰ মাজত আৰম্ভ হোৱা বিক্ষিপ্ত ঘটনা অব্যাহত। পাকিস্তানৰ ৫০ জন আৰু ভাৰতৰ ১০ জন সেনাৰ মৃত্যু। নিয়ন্ত্ৰণ ৰেখাত ব্যাপক সতৰ্কতা।

২ অক্টোবৰ — নাওগাম, উৰি আৰু কুপৱাৰা খণ্ডত পাকিস্তানে চলোৱা গুলীৰ প্ৰত্যুত্তৰ দিওঁতে ৫০ জন পাকিস্তানী সৈন্য নিহত।

৪ অক্টোবৰ — লাদাখ স্বায়ত্ত শাসিত পাৰ্বত্য উন্নয়ন বিল বিধান সভাত গৃহীত।

৬ অক্টোবৰ — আইন-শৃংখলা পৰিস্থিতিৰ উন্নতি হোৱাত শ্ৰীনগৰ আৰু বৰামুল্লাকে ধৰি কেইখনমান নগৰৰ পৰা সেনা প্ৰত্যাহাৰ কৰিবলৈ জম্মু-কাশ্মীৰ চৰকাৰৰ সিদ্ধান্ত।

**১৯৯৮**

২৫ জানুৱাৰী — হিন্দুৰ এটা মন্দিৰত অগ্নিসংযোগ আৰু ৯ গৰাকী মহিলা আৰু চাৰিটা ল'ৰা-ছোৱালীকে ধৰি কাশ্মীৰী পণ্ডিত সম্প্ৰদায়ৰ ২৩ জনক গণহত্যা। ঘটনাৰ স্থান শ্ৰীনগৰ জিলাৰ বানধুমা।

১৮ ফেব্ৰুৱাৰী — জে. কে. এল. এফৰ ক্ষেত্ৰত নিষেধাজ্ঞা আৰু দুবছৰ বৃদ্ধি (ফেব্ৰু. ৯৮—২০০০)।

২৪ মে' — কেন্দ্ৰীয় গৃহমন্ত্ৰী এল. কে. আদবানিৰ হাতত জম্মু-কাশ্মীৰ পৰিক্ৰমা দপ্তৰ।

১৯ জুন — দোদা জিলাত হিন্দু সম্প্ৰদায়ৰ বিয়াৰ দল এটাক উগ্ৰপন্থীয়ে আক্ৰমণ কৰি ২৬ জনক হত্যা।

৪ আগষ্ট — পুঞ্চ জিলাত একেটা পৰিয়ালৰ ১৯ জনক উগ্ৰপন্থীৰ দ্বাৰা হত্যা।

২ ছেপ্টেম্বৰ — কাশ্মীৰী পণ্ডিতসকলে কৰা পৃথক ৰাজ্যৰ দাবী মুখ্যমন্ত্ৰী ডাঃ ফাৰুক আব্দুল্লাৰ দ্বাৰা অগ্ৰাহ্য।

**১৯৯৯**

২০ ফেব্ৰুৱাৰী — ভাৰতৰ প্ৰধানমন্ত্ৰী বাজপেয়ীৰ বাছেৰে লাহোৰ যাত্ৰা।

২১ ফেব্ৰুৱাৰী — বাজপেয়ী আৰু পাক প্ৰধানমন্ত্ৰী শ্বৰীফৰ লাহোৰ ঘোষণা।

২৬ মে'ৰ পৰা ১১ জুলাইলৈকে কাৰ্গিলত যুদ্ধ।

১১ - ১২ জুলাই — পাকিস্তানৰ অপসাৰণ।

১৪ জুলাই — অপাৰেচন বিজয় সফল ঃ প্ৰধানমন্ত্ৰীৰ ঘোষণা।

| | |
|---|---|
| ১২ অক্টোবৰ | জেনেৰেল মুছাৰফৰ অভ্যুত্থান; নৱাজ শ্বৰীফক ক্ষমতাচ্যুত কৰি ক্ষমতা দখল। |
| ৩ নৱেম্বৰ | শ্ৰীনগৰৰ বাদামিগড় কেন্টনমেন্টত থকা ১৫নং কৰ্পছৰ মুখ্য কাৰ্যালয়ত 'লস্কৰ-ই-তৈবাৰ' ছুইছাইড স্কোৱাডৰ আক্ৰমণ। জন-সম্পৰ্কৰক্ষী বিষয়া মেজৰ পি পুৰুষোত্তমকে ধৰি সেনা বাহিনীৰ ৬ জন নিহত। |
| ২৪ ডিচেম্বৰ | কাঠমাণ্ডুৰ পৰা ইণ্ডিয়ান এয়াৰ লাইনছৰ ১৫৫ জন যাত্ৰীসহ এখন বিমান কান্দাহাৰলৈ অপহৰণ। কাশ্মীৰৰ তিনিজন সন্ত্ৰাসবাদীকমুক্তি দিয়াৰ বিনিময়ত যাত্ৰীসকলক মুক্তি। ৰূপিন কাট্যাল নামৰ যাত্ৰী এজনক অপহৰণকাৰীৰ দ্বাৰা হত্যা। |

<u>২০০০</u>

| | |
|---|---|
| ৩ জানুৱাৰী | কান্দাহাৰৰ পৰা ইণ্ডিয়ান এয়াৰ লাইনছৰ বিমান অপহৰণ কৰাৰ অন্তৰালত পাকিস্তান জড়িত বুলি প্ৰধানমন্ত্ৰী বাজপেয়ীৰ অভিযোগ। |
| ৬ জানুৱাৰী | ১৯৯৯ চনৰ দক্ষিণ কাশ্মীৰৰ গাঁও এখনত খান্দি উলিওৱা মৃতদেহৰ ডি-এন-এ পৰীক্ষা কৰাত সেইটো প'ল ৱেলছৰ মৃতদেহ বুলি নিশ্চিতকৰণ। ১৯৯৫ চনৰ জুলাইত 'অল ফাৰণ' নামৰ উগ্ৰপন্থী সংগঠনটোৱে অপহৰণ কৰা চাৰিজন বিদেশীৰ এজন আছিল পল ৱেলছ। |
| ২২ জানুৱাৰী | জম্মু ডিভিজনৰ আখনুৰতনিয়ন্ত্ৰণ ৰেখাৰ কাষত ২৫ জন পাক সৈন্য ভাৰতৰ নিৰাপত্তা বাহিনীৰ হাতত নিহত। |
| ২৩ জানুৱাৰী | নিয়ন্ত্ৰণ ৰেখা অতিক্ৰম কৰিলে ভাৰতক এশিকনি দিয়া হ'ব বুলি জেনেৰেল মুছাৰফৰ সতৰ্কবাণী |
| ১৯ ফেব্ৰুৱাৰী | শান্তি প্ৰক্ৰিয়া আৰম্ভ কৰিবলৈ পাকিস্তানৰ প্ৰস্তাব। বাজপেয়ীৰ ঘোষণা— 'পাকিস্তান অধিকৃত কাশ্মীৰ' ঘূৰাই নিদিলে আলোচনা নহয়। |
| ২০ মাৰ্চ | দক্ষিণ কাশ্মীৰৰ ছত্তিসিংপুৰ গাঁৱত অচিনাক্ত উগ্ৰপন্থীৰ হাতত ৩৫ জন শিখক হত্যা। |
| ২১ মাৰ্চ | বিল ক্লিন্টনে ক'লে— পাক-ভাৰত উত্তেজনা হ্ৰাস কৰাৰ বাবে আলোচনা হ'বলৈ হ'লে নিয়ন্ত্ৰণ ৰেখাক সন্মান জনাবই লাগিব। |
| ২৫ মাৰ্চ | মুছাৰফৰ সৈতে আলোচনা কৰাৰ পাছত পাকিস্তান টি ভিত ক্লিন্টনৰ ঘোষণা— আমেৰিকাই কাশ্মীৰ প্ৰশ্নত মধ্যস্থতা নকৰে। |
| ১৫ মে' | অনন্তনাগৰ মন্দিপুৰৰ কাষত হোৱা বিস্ফোৰণত জম্মু-কাশ্মীৰৰ শক্তি দপ্তৰৰ ৰাজ্যিক মন্ত্ৰী গোলাম হাছান ভাট নিহত। |
| ২ জুন | শ্ৰীনগৰৰ পৰা ৩০ কিঃ মিঃ দূৰৰ এখন গাঁৱত ছিয়া পন্থী মুছলীমৰ সমাবেশত বোমা বিস্ফোৰণত ১৬ জন নিহত। |
| ২৬ জুন | জম্মু-কাশ্মীৰত অধিক স্বায়ত্ত শাসনৰ প্ৰস্তাৱ বিধান সভাত মৌখিক ভোটত গৃহীত। |

| | |
|---|---|
| ২০ জুন | জম্মু-কাশ্মীৰ বিধান সভাই গ্ৰহণ কৰা অধিক স্বায়ত্ত শাসনৰ প্ৰস্তাৱ সংবিধানৰ গাঁথনিৰ ভিতৰত বুলি প্ৰধান মন্ত্ৰী বাজপেয়ীৰ ঘোষণা। |
| | জম্মু-কাশ্মীৰৰ পৰা পৃথক হ'বলৈ বিচৰা প্ৰস্তাৱ এটা লাদাখ স্বায়ত্তশাসিত পাৰ্বত্য উন্নয়ন পৰিষদত গৃহীত। |
| ৪ জুলাই | জম্মু-কাশ্মীৰক অধিক স্বায়ত্ত শাসন দিয়াৰ প্ৰস্তাৱ কেন্দ্ৰীয় মন্ত্ৰীসভাৰ দ্বাৰা অগ্ৰাহ্য। |
| ৫ জুলাই | জম্মু-কাশ্মীৰক ১৯৫৩ চনৰ আগৰ মৰ্যাদা প্ৰদানৰ প্ৰশ্ন প্ৰধানমন্ত্ৰীৰ দ্বাৰা অগ্ৰাহ্য। |
| ১৪ জুলাই | কাশ্মীৰ কেতিয়াও ভাৰতৰ পৰা পৃথক হৈ স্বাধীন নহয় বা পাকিস্তানৰ অংশবিশেষ হৈ নপৰে বুলি মুখ্যমন্ত্ৰী ড° ফাৰুক আব্দুল্লাৰ ঘোষণা। |
| ২৪ জুলাই | তিনি মাহৰ বাবে হিজবুল মুজাহিদীনৰ একপক্ষীয় যুদ্ধ বিৰতি ঘোষণা। |
| ২৬ জুলাই | জম্মু-কাশ্মীৰক অধিক স্বায়ত্তশাসন দিয়াৰ প্ৰস্তাৱ লোকসভাত একমুখে বিৰোধিতা। |
| ১ আগষ্ট | অমৰনাথলৈ যোৱা তীৰ্থযাত্ৰীক পাহালগামত আক্ৰমণ। তীৰ্থযাত্ৰীকে ধৰি ২৭ জন নিহত। |
| ২ আগষ্ট | কাশ্মীৰত উগ্ৰপন্থীৰ এলানি আক্ৰমণত ২৬ জন শ্ৰমিক আৰু গাঁওৰক্ষী কমিটীৰ ৮ জন সদস্যক হত্যা। |
| ৮ আগষ্ট | ২৪ জুলাইত কৰা যুদ্ধবিৰতিৰ ঘোষণা হিজবুল মুজহিদীনৰ প্ৰত্যাহাৰ। |
| ১০ আগষ্ট | কাশ্মীৰত 'কাৰ বোমা' বিস্ফোৰণত এজন ফটো সাংবাদিককে ধৰি ১৩ জনৰ মৃত্যু। |
| ২৪ আগষ্ট | 'বাজপেয়ীৰ শুভ ইচ্ছাক কাৰগিলে বিশ্বাসঘাতকতা কৰিলে' — জাপানী প্ৰধানমন্ত্ৰী মুৰিৰ উক্তি। কাশ্মীৰৰ হিংসাত্মক ঘটনাক তেওঁৰ গৰিহণা। |
| ৩১ আগষ্ট | ৩৫ জন শিখক হত্যা কৰাৰ ঘটনা সন্দৰ্ভত দুজন পাকিস্তানী উগ্ৰপন্থী গ্ৰেপ্তাৰ। |
| ৪ অক্টোবৰ | 'ভাৰত আৰু পাকিস্তানৰ মাজত উত্তেজনাৰ কাৰণ হ'ল কাশ্মীৰ' আৰু 'বিদেশীৰ হস্তক্ষেপ বন্ধ হ'ব লাগে' বুলি সংসদৰ যুটীয়া অধিৱেশনত দিয়া ভাষণত ৰুছ ৰাষ্ট্ৰপতি পুটিনৰ ঘোষণা। |
| ৩১ অক্টোবৰ | বৰাকপুৰাত ৩ এপ্ৰিলত গুলীচালনাৰ তদন্ত কৰিবলৈ গঠিত ন্যায়াধীশ এছ আৰ পণ্ডিয়ান আয়োগৰ প্ৰতিবেদন গ্ৰহণ কৰি ৭ জন পুলিচ আৰু চি আৰ পি এফ জোৱানক বাজ্য চৰকাৰৰ দ্বাৰা নিলম্বিত। |
| ১৯ নৱেম্বৰ | প্ৰধানমন্ত্ৰী বাজপেয়ীৰ জম্মু-কাশ্মীৰত ৰমজানৰ সময়ত একপক্ষীয় যুদ্ধ বিৰতি ঘোষণা। |
| ২২ নৱেম্বৰ | দিল্লীৰ লালকিল্লাত লস্কৰ-ই-তৈবাৰ 'ছুইচাইড স্কোৱাড'ৰ আক্ৰমণত সেনা বাহিনীৰ তিনিজন জোৱান নিহত। |

| | |
|---|---|
| ২৫ নৱেম্বৰ | হুৰিয়াতৰ নেতা য়াছিন মালিকৰ মন্তব্য যে বাজপেয়ীৰ ঘোষণা এক সাহসী প্ৰচেষ্টা। |
| ২৮ নৱেম্বৰ | গৃহমন্ত্ৰী এল কে আদবানিৰ মন্তব্য যে যুদ্ধ বিৰতিৰ ঘোষণাৰ উদ্দেশ্য কেৱল কাশ্মীৰৰ উগ্ৰপন্থীৰ প্ৰতিয়েই নহয়— হুৰিয়তৰ উগ্ৰপন্থীলৈকো |
| ২ ডিচেম্বৰ | নিয়ন্ত্ৰণ ৰেখাত 'সৰ্বাধিক সংযত' হ'বলৈ পাকিস্তানৰ নিৰ্দেশ। |
| ১৯ ডিচেম্বৰ | প্ৰধান মন্ত্ৰী বাজপেয়ীৰ মতে 'আত্ম নিৰ্ধাৰণ' সম্পৰ্কীয় ৰাষ্ট্ৰসংঘৰ প্ৰস্তাৱটোৱে প্ৰাসংগিকতা হেৰুৱাই পেলাইছে। কাৰণ, তাৰ সময় পাৰ হৈ গৈছে। |
| ৩১ ডিচেম্বৰ | জামাত-ই-ইছলামীৰ মুৰব্বী চৈয়দ আলী শ্বাহ জিলানি আৰু পিপলছ কনফাৰেন্সৰ মুৰব্বী আব্দুল্লা ঘনি ল'নৰ মুক্তি। |

**২০০১**

| | |
|---|---|
| ১৪ জানুৱাৰী | মুখ্যমন্ত্ৰী ডাঃ ফাৰুক আব্দুল্লাক হত্যাৰ চেষ্টা বিফল। তেওঁক গ্ৰেণেডেৰে আক্ৰমণ ঃ এই কাম 'হিজবুল-মুজাহিদীনে' কৰা বুলি প্ৰকাশ। |
| ১৬ জানুৱাৰী | ভাৰতীয় সেনাৰ পোছাক পিন্ধি 'লস্কৰ-ই-তৈবা'ৰ দ্বাৰা শ্ৰীনগৰ বিমানকোঠ আক্ৰমণ। সংঘৰ্ষত ৬জন নিহত। যোৱা ৩ দিনত 'লস্কৰ-ই-তৈবা'ৰ তিনিজন আৰু নেচনেল কনফাৰেন্স দলৰ এজন নেতাৰ পুত্ৰকে ধৰি বিভিন্ন ঘটনাত কমেও ৭জন নিহত। |
| ২১ জানুৱাৰী | কাশ্মীৰত বিস্ফোৰণ। ৬জন উগ্ৰপন্থীকে ধৰি নিহত ১২, আহত ৫০। |
| ২৩ জানুৱাৰী | ২৬ জানুৱাৰীত শেষ হ'ব লগা প্ৰধানমন্ত্ৰীৰ একপক্ষীয় যুদ্ধ বিৰতিৰ ম্যাদ পুনৰ বৃদ্ধি। |
| ২৫ জানুৱাৰী | শ্ৰীনগৰত বোমা বিস্ফোৰণত পুলিচ বিষয়া নিহত। যুদ্ধবিৰতিৰ প্ৰতি আমেৰিকাৰ আদৰণি। উগ্ৰপন্থীসকলক হিংস্ৰ কাৰ্য বন্ধ কৰাত প্ৰভাৱ খটুৱাবলৈ পাকিস্তানৰ প্ৰতি আমেৰিকাৰ আহ্বান। |
| ৫ এপ্ৰিল | জম্মু-কাশ্মীৰত স্থায়ী শান্তি প্ৰতিষ্ঠাৰ বাবে ৰাজ্যখনৰ সকলো পক্ষৰ লগত আলোচনা কৰিবলৈ পৰিকল্পনা আয়োগৰ উপাধ্যক্ষ কে চি পন্তক কেন্দ্ৰীয় চৰকাৰৰ দায়িত্বভাৰ অৰ্পণ। |
| ৮ জুন | চৰৰ-ই-শ্বৰীফ উপাসনা গৃহত গ্ৰেণেড আক্ৰমণ। চাৰিজন নিহত। |
| ৯ জুন | প্ৰতিবাদী বিক্ষোভ |
| ২৩ মে' | ভাৰত ভ্ৰমণ কৰিবলৈ পাকিস্তানৰ ৰাষ্ট্ৰপতি মুচ্ছাৰফক আমন্ত্ৰণ। জম্মু-কাশ্মীৰত যুদ্ধবিৰতি প্ৰত্যাহ্বাৰ। |
| ১৪ জুলাই | শীৰ্ষ বৈঠকৰ বাবে মুচ্ছাৰফ দিল্লীত উপস্থিত। |
| ১৫ জুলাই | আগ্ৰাত শীৰ্ষ বৈঠক আৰম্ভ। |
| ১৬ জুলাই | শীৰ্ষ বৈঠক ব্যৰ্থ। নিশা ১১.১০ বজাত মুচ্ছাৰফৰ আগ্ৰা ত্যাগ। |
| ১৯ ছেপ্টেম্বৰ | সন্ত্ৰাসবাদৰ বিৰুদ্ধে আমেৰিকাৰ পক্ষ লৈ পাকিস্তানৰ ৰাষ্ট্ৰপতি মুচ্ছাৰফৰ ঘোষণাঃ "এই সংকটক মূলধন কৰি ভাৰতে পাকিস্তানক এৰাবীয়া কৰিব |

খুজিছে, কাশ্মীৰ নিয়ন্ত্ৰণ কৰিবলৈ পাকিস্তানে চলোৱা প্ৰচেষ্টাক নিম্নগামী কৰিছে, আৰু আফগানিস্থানত এখন (পাকিস্তান) বিৰোধী চৰকাৰ প্ৰতিষ্ঠাৰ যত্ন কৰিছে। আমেৰিকাৰ সৈতে তেওঁলোকে মিত্ৰতা কৰিবলৈ বিচাৰিছে আৰু পাকিস্তানক সন্ত্ৰাসবাদী ৰাষ্ট্ৰ বুলি ঘোষণা কৰাবলৈ বিচাৰিছে।'' ভাৰতক 'নিষ্ক্ৰিয়' (lay off) হ'বলৈ মুছাৰফৰ আহ্বান।

২৩ ছেপ্টেম্বৰ জম্মু ডিভিজনত যোৱা তিনি সপ্তাহত ১০২ জনৰ মৃত্যু হোৱা বুলি চৰকাৰীভাৱে প্ৰকাশ। ইয়াৰে ৩২ জন নিৰাপত্তা বাহিনীৰ লোক, ৬১জন উগ্ৰপন্থী।

২৪ ছেপ্টেম্বৰ আমেৰিকা চৰকাৰে নিষিদ্ধ ঘোষণা কৰি যি ২৭ টা উগ্ৰপন্থী সংগঠনৰ সম্পত্তি বাজেয়াপ্ত কৰিলে, তাৰ ভিতৰত পাকিস্তানৰ হৰকত-উল-মুজাহিদীনো আছে।

২৫ ছেপ্টেম্বৰ কাশ্মীৰত হোৱা 'সংগ্ৰাম' যুক্তিযুক্ত বুলি মুছাৰফৰ ঘোষণা।

১ অক্টোবৰ 'জৈছ-ই-মহম্মদ' নামৰ পাকিস্তানৰ উগ্ৰপন্থী সংগঠনটোৰ চাৰিজন 'ফিদায়েন'ৰ দ্বাৰা জম্মু-কাশ্মীৰ বিধান সভা ভৱনত ভয়াবহ আক্ৰমণ। নিহত ৩৮, আহত ৬০।

*প্ৰধানমন্ত্ৰী বাজপেয়ীৰ আমেৰিকাৰ ৰাষ্ট্ৰপতি জৰ্জ বুশ্বলৈ চিঠি— ভাৰতৰ জনসাধাৰণৰ ধৈৰ্যৰ যে এটা সীমা আছে, সেই কথা পাকিস্তানে বুজা উচিত।

*পাকিস্তান সমৰ্থিত উগ্ৰপন্থী সংগঠনবোৰ নিষিদ্ধ কৰিবলৈ আমেৰিকাৰ প্ৰতি বৈদেশিক দপ্তৰৰ ৰাজ্যিক মন্ত্ৰী ওমৰ আব্দুল্লাৰ আহ্বান।

৩ অক্টোবৰ *ৱাশ্বিংটনত আমেৰিকাৰ বৈদেশিক সচিব কলিন পাৱেলে জম্মু-কাশ্মীৰ বিধান সভা আক্ৰমণ কৰাৰ ঘটনাক গৰিহণা দি ক'লে— এই ঘটনা এক 'ভয়াবহ সন্ত্ৰাসবাদী কাৰ্য'।

*বিধান সভাত মুখ্যমন্ত্ৰী ডাঃ আব্দুল্লাৰ কেন্দ্ৰীয় চৰকাৰলৈ আহ্বান— ভাৰতে এতিয়া পাকিস্তানক আক্ৰমণ কৰি সেই দেশত থকা সকলোবোৰ প্ৰশিক্ষণ কেন্দ্ৰ ধ্বংস কৰিব লাগে।

৪ অক্টোবৰ বৃটেইনৰ প্ৰধানমন্ত্ৰী টনী ব্লেয়াৰৰ প্ৰধানমন্ত্ৰী বাজপেয়ীলৈ টেলিফোন। বৃটিছ সংসদৰ বিশেষ অধিবেশনত ঘোষণা ঃ সকলো দিশত আৰু সকলো অঞ্চলত সন্ত্ৰাসবাদৰ বিৰুদ্ধে যুঁজ দিয়া হ'ব।

৫ অক্টোবৰ জম্মু-কাশ্মীৰৰ প্ৰচাৰ মাধ্যমক সন্ত্ৰাসবাদীৰ প্ৰতিলিপি মতে কাম কৰিবলৈ পাক-চোৰাংচোৱা সংগঠন আই-এছ-আইৰ 'টাৰ্গেট পেন' নামৰ অভিযান।

* ইছলামাবাদত বৃটিছ প্ৰধানমন্ত্ৰী টনী ব্লেয়াৰ।

৬ অক্টোবৰ ইছলামাবাদৰ পৰা নতুন দিল্লী ভ্ৰমণলৈ অহা বৃটিছ প্ৰধানমন্ত্ৰী টনী ব্লেয়াৰৰ মন্তব্যঃ ভাৰতৰ বিনিময়ত পাকিস্তানৰ সৈতে পশ্চিমীয়া ৰাষ্ট্ৰৰ সম্পৰ্ক পুনাৰম্ভ নহয়। * সন্ত্ৰাসবাদ বিৰোধী অভিযান চলোৱাৰ নামত নিজৰ সন্ত্ৰাসবাদী কাৰ্যসূচী অনুসৰণ কৰা ৰাষ্ট্ৰক সংযত কৰিবলৈ বিশ্ববাসীলৈ বাজপেয়ীৰ

আহ্বান। * ওছামা বিন লাডেনৰ মতে আফগানিস্থানৰ বাহিৰেও তেওঁ নিৰাপদে গুপ্তভাৱে থাকিব পৰা স্থান ইণ্ডোনেচিয়াৰ পৰা আলজেৰিয়া, চেচনিয়াৰ পৰা কাশ্মীৰ আৰু বছনিয়াৰ পৰা ছুডানলৈকে আছে।

৭ অক্টোবৰ লাডেন আৰু তেওঁৰ সন্ত্ৰাসবাদী সংগঠনৰ সদস্যসকলক ধৰিবলৈ আফগানিস্থানৰ তালিবান চৰকাৰৰ বিৰুদ্ধে আমেৰিকাৰ নেতৃত্বত যুদ্ধ আৰম্ভ।

৮ অক্টোবৰ মুছাৰফৰ বাজপেয়ীলৈ টেলিফোন। উভয় দেশৰ মাজত উত্তেজনা বৃদ্ধি নকৰিবলৈ আবেদন। বাজপেয়ীৰ উত্তৰ— উত্তেজনা বৃদ্ধি কৰিবলৈ ভাৰতে কেতিয়াও বিচৰা নাই।

* ইছলামাবাদত মুছাৰফে কাশ্মীৰৰ পৰিস্থিতি "স্বাধীনতাৰ বাবে সংগ্ৰাম" বুলি পুনৰবাৰ অভিহিত কৰিলে। জম্মু-কাশ্মীৰ বিধান সভা ভৱনত হোৱা আক্ৰমণক গৰিহণা দি ক'লে যে এই কাম স্বাধীনতা সংগ্ৰামৰ অংশবিশেষ হ'ব নোৱাৰে।

১০ অক্টোবৰ ৰাষ্ট্ৰসংঘত বাজপেয়ীৰ ভাষণ। বিভিন্ন যুক্তিত সন্ত্ৰাসবাদৰ শ্ৰেণী বিভাজনৰ বিৰোধিতা।

১১ অক্টোবৰ * পাকিস্তানৰ ৰাষ্ট্ৰপতি পাৰভেজ মুছাৰফৰ ভাষণ। অন্যান্য কথাৰ লগতে ক'লেঃ বছনিয়া, কছ'ভ', পেলেষ্টাইন, কাশ্মীৰ আদি বিবাদৰ মূলতে হ'ল ৰাজনৈতিক বিবাদ। তেওঁৰ দাবী— ৰাষ্ট্ৰসংঘৰ নিৰাপত্তা পৰিষদে বহু দিনৰ আগতে গ্ৰহণ কৰা প্ৰস্তাৱ কাৰ্যকৰী কৰিব লাগে। * আমেৰিকাৰ ৰাষ্ট্ৰপতি জৰ্জ বুশ্ব আৰু মুছাৰফৰ যুটীয়া বিবৃতিত কোৱা হয়ঃ কাশ্মীৰৰ জনসাধাৰণৰ আস্থাৰ কথা বিবেচনাত লৈ কূটনৈতিক আৰু আলাপ-আলোচনাৰ যোগেদি ভাৰত-পাকিস্তানে কাশ্মীৰ সমস্যা সমাধান কৰিব লাগে।

১২ অক্টোবৰ আমেৰিকাৰ আফগানিস্থান আক্ৰমণৰ বিৰুদ্ধে কাশ্মীৰত ব্যাপক প্ৰতিবাদ।

১৩ অক্টোবৰ আগ্ৰাত কেন্দ্ৰীয় গৃহমন্ত্ৰী আদবানিৰ মন্তব্যঃ জম্মু-কাশ্মীৰৰ উগ্ৰপন্থী সংগঠনবোৰৰ সৈতে ওছামা বিন লাডেন আৰু তেওঁৰ সংগঠনবোৰৰ সৈতে ঘনিষ্ঠ সম্পৰ্ক আছে।

১৪ অক্টোবৰ * 'আল কায়দা'ৰ মুখপাত্ৰ চুলেইমান আবু ঘাইলৰ আমেৰিকা আৰু বৃটেইনলৈ আহ্বান ঃ কাশ্মীৰত মুছলমানসকলৰ বিৰুদ্ধে হিন্দুক সমৰ্থন নকৰিব। *মেন্ধৰ অঞ্চলত নিয়ন্ত্ৰণ ৰেখা অতিক্ৰম কৰা ১১ জন উগ্ৰপন্থী নিহত।

১৫ অক্টোবৰ জৰ্জ ফাৰ্ণাণ্ডেজৰ পুনৰ প্ৰতিৰক্ষা মন্ত্ৰীৰূপে শপত গ্ৰহণ। * নিয়ন্ত্ৰণ ৰেখাৰ সিপাৰত থকা কয়েও ১১টা পাকিস্তানী চকী, বাংকাৰ আদি ভাৰতীয় সেনাৰ হাতত ধ্বংস।

১৬ অক্টোবৰ "ভাৰত-পাকিস্তানৰ সম্পৰ্কৰ ক্ষেত্ৰত কাশ্মীৰ প্ৰধান বিষয়" বুলি ইছলামাবাদত আমেৰিকাৰ বৈদেশিক সচিব জেনেৰেল কলিন পাৱেলৰ ঘোষণা

১৭ অক্টোবৰ নতুন দিল্লীলৈ আহি কলিন পাৱেলে ক'লেহি যে "মই এই ভাৰতহে কেন্দ্ৰীয় বুলি কৈছিলো যে এইটো গুৰুত্বপূৰ্ণ"

১৮ অক্টোবৰ নিয়ন্ত্ৰণ ৰেখাৰ আখনুৰ আৰু চাম্বা অঞ্চলত পাকিস্তানৰ গুলীবৰ্ষণ।

২৪ অকোবৰ এল কে আদবানিৰ ঘোষণা "জম্মু-কাশ্মীৰৰ সন্ত্ৰাসবাদ আমাৰ সমস্যা। আন কোনো দেশে সহায় কৰক-নকৰক সন্ত্ৰাসবাদৰ বিৰুদ্ধে আমি জয়লাভ কৰিম।"
* আফগানিস্থানৰ বিৰুদ্ধে আমেৰিকাৰ যুদ্ধ আৰম্ভ।

২৮ অক্টোবৰ বাগদাম জিলাৰ মছজিদ এটাত আশ্ৰয় লৈ থকা উগ্ৰপন্থীক আঁতৰাই পঠাবলৈ নিৰাপত্তা বাহিনীৰ অভিযান।

২৯ অক্টোবৰ কাশ্মীৰত বিভিন্ন ঘটনাত ভালেমান উগ্ৰপন্থীৰ লগতে ৰাজ্যখনৰ এজন ডি এছ পি নিহত।

# চকুৰ পচাৰতে জম্মু-কাশ্মীৰ ৰাজ্যখন

**মুঠ মাটিকালি** : ২,২২,২৩৬ বৰ্গ কিলোমিটাৰ যদিও ভাৰতৰ দখলত থকা মাটিৰ পৰিমাণ হ'ল ১,০১,৩৮৭ বৰ্গ কিলোমিটাৰহে। বাকী অংশ পাকিস্তান আৰু চীনৰ দখলত।

- পাকিস্তানৰ দখলত আছে ৭৬,১১৪ বৰ্গ কিলোমিটাৰ।
- চীনক পাকিস্তানে হস্তান্তৰ কৰা মাটিৰ পৰিমাণ হ'ল ৫,১৩০ বৰ্গ কিলোমিটাৰ (দুহেজাৰ বৰ্গ মাইল)। আনহাতে চীনে অবৈধভাৱে দখল কৰা মাটিৰ পৰিমাণ হ'ল ৩৯,৬০৫ বৰ্গ কিলোমিটাৰ।

[ উল্লেখ কৰিব পাৰি যে পাক অধিকৃত অঞ্চলৰ ভিতৰত আছে 'আজাদ কাশ্মীৰ' আৰু বাকীখিনি কোৱা হয় 'নৰ্দাৰ্ণ এৰিয়াজ' (Northern areas) যিটো অঞ্চল পাকিস্তানে পোনপটীয়াকৈ শাসন কৰে। ইয়াত দুটা প্ৰশাসনীয় গোট আছে— (১) গিলগিট আৰু (২) বাল্টিস্তান]

**জনসংখ্যা** : (১৯৯১ চনত জম্মু-কাশ্মীৰত লোক পিয়ল হোৱা নাছিল বাবে চীন আৰু পাকিস্তান অধিকৃত অঞ্চল বাদ দি ১৯৮১ চনৰ লোক পিয়ল মতে) ৫,৯৮৭,৩৮৯

পুৰুষ : ৩,১৬৪,৬৬০

মহিলা : ২,৮২২,৭২৯

**জনবসতি** : প্ৰতি বৰ্গ কিলোমিটাৰত ৫৯ জন।

## কোন ধৰ্মৰ লোক, ক'ত কিমান

| | কাশ্মীৰ | জম্মু | লাডাখ |
|---|---|---|---|
| হিন্দু | ১,২৪,০৭৮ | ১,৮০২,০০০ | ৫,৩৩৮ |
| মুছলমান | ২,৯৭৬,৯৩২ | ৮০৪,৬৩৭ | ৬১,৮৮২ |
| বৌদ্ধ | ১৮৯ | ১,১৪১ | ৬৮,৩৭৬ |
| খ্ৰীষ্টান | ৪৬৬ | ৭,৭৭৮ | ২৩৭ |
| শিখ | ৩৩,১১৭ | ১০০,১৬৪ | ৩৩৪ |

## জিলা আৰু জনসংখ্যা
## ৰাজ্যখনত মুঠ জিলাৰ সংখ্যা ১৪ খন

| জিলাৰ নাম | সদৰ | জনসংখ্যা |
|---|---|---|
| ১। অনন্তনাগ | অনন্তনাগ | ৬৫৬,৩৫১ |
| ২। বদগাম | বদগাম | ৩৬৭,২৬২ |
| ৩। বৰামুলা | বৰামুলা | ৬৭০,১৪২ |
| ৪। দোদা | দোদা | ৪২৫,২৬২ |
| ৫। জম্মু | জম্মু | ৯৪৩,৩৯৫ |
| ৬। কাৰ্গিল | কাৰ্গিল | ৬৫,৯৯২ |
| ৭। কাঠুৱা | কাঠুৱা | ৩৬৯,১২৩ |
| ৮। কুপৱাৰা | কুপৱাৰা | ৩,২৮,৭৪৩ |
| ৯। লাডাখ | লেহ | ৬৮,৩৮০ |
| ১০। পুলৱামা | পুলৱামা | ৪০৪,০৭৮ |
| ১১। পুঞ্চ | পুঞ্চ | ২২৪,১৯৭ |
| ১২। ৰাজৌৰী | ৰাজৌৰী | ৩০২,৫০০ |
| ১৩। শ্ৰীনগৰ | শ্ৰীনগৰ | ৭০৮,৩২৮ |
| ১৪। উধামপুৰ | উধামপুৰ | ৪৫৩,৬৩৬ |

# কাশ্মীৰত সাম্প্ৰদায়িকতাবাদ আৰু উগ্ৰবাদ

কুৰি শতিকাৰ শেষৰ দশকটোত জম্মু-কাশ্মীৰত সাম্প্ৰদায়িকতাবাদ, মৌলবাদ উগ্ৰবাদ আৰু বিচ্ছিন্নতাবাদ কিয় আৰু কেনেকৈ গা কৰি উঠিল, সেই বিষয়ে বিভিন্নজনে বিভিন্ন ব্যাখ্যা দিলেও এই কথা স্বীকাৰ কৰিবই লাগিব যে (১) কাশ্মীৰ বিষয়টো বিবদমান হৈ উঠাত বা কৰি তোলাৰ ফলত (২) ঐস্লামিক মৌলবাদী সংগঠনবোৰে বিশেষ ভূমিকা ল'বলৈ সুবিধা পালে আৰু এই ক্ষেত্ৰত (৩) পাকিস্তানে সকলো ধৰণে সহায় আৰু অনুপ্ৰেৰণা আগবঢ়ালে। (৪) জম্মু-কাশ্মীৰ ৰাজ্যখনৰ সংখ্যাগৰিষ্ঠ লোক ইছলাম ধৰ্মী নোহোৱা হ'লে আৰু (৫) ভাৰতক চিৰ শত্ৰু বুলি জ্ঞান কৰা পাকিস্তান ভাৰতৰ গাতে লাগি নথকা হ'লে আৰু (৬) সেই ৰাষ্ট্ৰখন ইছলাম ধৰ্মী ৰাষ্ট্ৰ নোহোৱা হ'লে জম্মু-কাশ্মীৰত সাম্প্ৰদায়িকতাবাদ, মৌলবাদ, উগ্ৰবাদ আৰু বিচ্ছিন্নতাবাদ ইমান ব্যাপক নহ'লহেঁতেন। (৭) শেখ আব্দুল্লাৰ পৰলোকপ্ৰাপ্তিৰ পাছতে ৰাজ্যখনত এই 'বাদ'বোৰে মূৰ দাঙি উঠিব পৰাৰ এটা ঘাই কাৰণ হ'ল— নেতৃত্বত থকাসকলৰ অদূৰদৰ্শিতা আৰু চৰম বিফলতা।

বিশিষ্ট অধ্যাপক হৰি সিঙে তেওঁৰ গ্ৰন্থ এখনত ('কাশ্মীৰ— এ টেল অৱ্ ছেম') জম্মু-কাশ্মীৰত সাম্প্ৰদায়িকতাবাদৰ জন্ম আৰু বিকাশ সম্পৰ্কে ভালেমান তথ্যসমৃদ্ধ আৰু গুৰুত্বপূৰ্ণ বিশ্লেষণ আগ বঢ়াইছে। তেওঁৰ মতে, 'জামাত-ই-ইছলামী আৰু ইয়াৰ অগ্ৰণী সংগঠনবোৰে উপত্যকাটোত সাম্প্ৰদায়িকতাবাদ প্ৰৱেশ কৰালে। উপত্যকাটোত বহু সংখ্যক মাদ্ৰাছা পতাত আৰবৰ ধনে জামাতক সহায় কৰিলে— যিবোৰ মাদ্ৰাছাই সাম্প্ৰদায়িকতাবাদী অৰ্ধশিক্ষিত এটা নতুন প্ৰজন্মৰ জন্ম দিলে। উগ্ৰপন্থী তৈয়াৰ কৰা প্ৰক্ৰিয়াটোত এই যুৱকসকলে প্ৰয়োজনীয় উপাদান আগবঢ়ালে। উপত্যকাটোৰ পৰা পণ্ডিতসকল পলাই যোৱাৰ বাবে তেওঁলোকেই দায়ী।

'উপত্যকাটোৰ জীৱন ধাৰাত মোল্লাসকলে সদায়ে প্ৰাধান্য বিস্তাৰ কৰিছিল। ৰাজনীতিকসকলেও তেওঁলোকৰ ৰাজনীতি গঢ়ি তুলিছিল মছজিদক ভিত্তি কৰি। ইছলাম ধৰ্মত মছজিদ আৰু ৰাষ্ট্ৰৰ মাজত কোনো পাৰ্থক্য নাই। কিন্তু ভাৰতৰ দৰে এখন বৈচিত্ৰ্যপূৰ্ণ সমাজত ধৰ্মৰ লগত ৰাজনীতি সনা-পোটকা কৰিব নোৱাৰি। কৰিলে, সেয়া হ'ব অৰাজকতালৈ যোৱাৰ নিশ্চিত পথ। এই ক্ষেত্ৰত বিশ্বৰ কোনো এখন সমাজ আমাৰ লগত তুলনা নহয়।"

অধ্যাপক জনৰ মতে, "জামাতে ইছলামক এটা ৰাজনৈতিক আদৰ্শৰূপে দাঙি ধৰিছে। জামাতৰ প্ৰতিষ্ঠাপক আবুল আলা মাউদুদিৰ (Maududi) মতে, ব্যক্তিগতই হওক বা ৰাজনৈতিকই হওক, জীৱনৰ এনে কোনো এটা ভাগ নাই যি ইছলাম ধৰ্মই সামৰি লোৱা নাই। দেখাতেই ই এক অদ্ভুত বক্তব্য। কোনো ধৰ্মই বৰ্তমান আৰু ভৱিষ্যৎ প্ৰজন্মৰ বাবে

এক সম্পূৰ্ণ চালক হ'ব নোৱাৰে। ধৰ্মৰ পৰিৱৰ্তন হৈছে আৰু ইয়াৰ বিকাশ ঘটিছে। কেৱল ইছলাম ধৰ্মহে সলনি হ'ব নোখোজে— বিশেষকৈ ভাৰতত। সেয়ে, সংস্কৃতি হ'ল মোল্লাসকলৰ এক্তিয়াৰৰ ভিতৰত। ফলত, ছলমন ৰুছদীক গুলিয়াব লাগিব, তছলিমা নাছৰিণক হত্যা কৰিব লাগিব, মহিলাসকলে ওৰণি ল'ব লাগিব, সংগীত আৰু নৃত্যৰ প্ৰতি ক্ৰোধদৃষ্টি পেলাব লাগিব। মোল্লাসকলৰ বাবে সংস্কৃতিৰ অৰ্থ হৈছে, প্ৰফেটসকলৰ দিনৰ বেদুইন জনজাতিসকলৰ পৰম্পৰা— মোগলৰ ৰাজসভাৰ সুৰুচিসম্পন্ন পৰম্পৰা নহয়।

## একমাত্ৰ সত্য ধৰ্মমত

জামাতে আৰু বিশ্বাস কৰে যে ইছলামেই হৈছে একমাত্ৰ সত্য ধৰ্মমত— আন সকলো ধৰ্মমত হৈছে অসত্য (জামাতৰ মতে আনবোৰ ধৰ্মমতো ভগৱানৰ পৰাই আহিছে— কিন্তু ইছলামেই হ'ল বিশুদ্ধ)। আনবোৰ ধৰ্মীয় বিশ্বাসৰ লগত সহ-অৱস্থানৰ কোনো অৱকাশেই নাই— আনবোৰে ইছলামক বাট এৰি দিবই লাগিব। সেইবাবে সংখ্যালঘু হৈ থকা ঠাইত মুছলমানসকলে নিজকে খাপ খুৱাই ল'ব নোৱাৰে।"

"মাউদুদিৰ বিশ্বাস যে আল্লাই সামাজিক আইনবোৰ প্ৰণয়ন কৰিলে। সেয়ে, তেওঁ ক'ব খোজে যে ইতিমধ্যে কেইবা শতিকা অতিক্ৰম কৰা এই সামাজিক আইনবোৰ সলনি হ'ব নালাগিব— এতিয়া আমাৰ দিনত সেইবোৰ যিমানেই অদ্ভুত যেন নালাগক কিয়। উদাহৰণস্বৰূপে, চুৰি কৰিলে হাত কাটি পেলোৱা। এনেকুৱা এখন সমাজত প্ৰগতিশীল সমাজৰ আইনৰ কোনো অৱকাশেই নাই। আনহে নেলাগে, ক্ষমা বা অনুকম্পাৰ বাবেও নাই কোনো অৱকাশ। ভগৱানক ক্ষমাদানৰ উৎস বুলি ভবা এচাম লোকৰ মাজত এই বৰ্বৰ আচাৰ-নীতি থকাটো আচৰিত কথা।

'মাউদুদিৰ ক্ৰোধ হ'ল ধৰ্ম নিৰপেক্ষসকলৰ বিৰুদ্ধে— যিসকলক তেওঁ ইছলামৰ প্ৰধান শত্ৰু বুলি বিবেচনা কৰে। কিয়নো, তেওঁৰ মতে ধৰ্ম নিৰপেক্ষসকলে ৰাজহুৱা জীৱনৰ পৰা ধৰ্মক আঁতৰাই ৰাখে। যিখন দেশৰ সংবিধানে ধৰ্মনিৰপেক্ষতাৰ ওপৰত আস্থাৰ কথা ঘোষণা কৰিছে, সেইখন দেশত জামাতে ধৰ্মনিৰপেক্ষতাৰ প্ৰতি বিৰোধিতা অব্যাহত ৰাখিছে।"

## অসম্পূৰ্ণ কাম

সিঙে তেওঁৰ গ্ৰন্থখনত আৰু উল্লেখ কৰিছে যে জেহাদে "এই বিশ্বাসক উৎসাহিত কৰে যে মুছলমানসকলৰ এটা অসম্পূৰ্ণ কাম আছে। সেয়া হৈছে— ইছলামৰ বাবে বিশ্বৰ বাকী অংশ জয় কৰা। ই বিশ্বাস কৰে যে এখন ঐছলামিক সমাজতহে মুছলমানসকলে আধ্যাত্মিক লক্ষ্যত উপনীত হ'ব পাৰে। এই দৃষ্টিভংগীৰ মতে, ইয়াৰ বাবে এখন মিশ্ৰিত সমাজ উপযুক্ত নহয়।"

মাউদুদিৰ নেতৃত্বাধীন জামাত-ই-ইছলামীয়ে ১৯৪২ চনৰ পৰা কাশ্মীৰ উপত্যকাত কৰ্ম তৎপৰ হৈ অনুগামীৰ সংখ্যা বঢ়াবলৈ লয়। সেই সময়ত ৰাজ্যখনৰ ডোগ্ৰা শাসকে

জামাতক কোনো ধৰণৰ বাধা নিদিয়াত নিজৰ মত প্ৰচাৰত জামাতে কোনো অসুবিধা নাপালে। সৰ্বভাৰতীয় মুছলিম সংগঠনৰ নহয়— পাকিস্তানী জামাতৰ শাখা ৰূপেহে কাম কৰাত ভাৰতৰ লগত চামিলকৰণৰ কথা জম্মু-কাশ্মীৰৰ মাউদুদিৰ নেতৃত্বাধীন জামাতে মানি নল'লে। সৰ্বভাৰতীয় সংগঠনৰ সৈতে কাশ্মীৰৰ জামাত সংগঠনে ১৯৫৩ চনত সম্পৰ্ক ছেদ কৰিলে।

ৰাজ্যখনৰ 'জামাত-ই-ইছলামী'ৰ প্ৰভাৱ কেনেকুৱা হৈ উঠিল, তাৰ প্ৰমাণ হ'ল ১৯৭২ চনৰ বিধান সভাৰ নিৰ্বাচনত পাঁচখন আসন লাভ। অৱশ্যে জামাতৰ প্ৰতি তেতিয়া কংগ্ৰেছৰ সমৰ্থন আছিল। হ'লেও এই সাফল্য তাৎপৰ্যপূৰ্ণ।

১৯৭৭ চনত জামাতে 'জামাত-ই-টুলবা' নামৰ এটি ছাত্ৰ সংগঠন আৰু পৰৱৰ্তীকালত 'দুখতৰণ-ই-মিলানী' নামৰ এটি মহিলা সংগঠন গঢ়ি তোলে।' জামাত-ই-টুলবা' ই ৰাজ্যখনৰ উগ্ৰপন্থীক সমৰ্থন কৰিছিল। আনহাতে, ভাৰতৰ সৈতে জম্মু-কাশ্মীৰ চামিলকৰণৰ বিৰোধিতা কৰা কথাই জামাতৰ ভিতৰতে উগ্ৰপন্থীৰ জন্ম দিলে।

## পাকিস্তানৰ বিৰুদ্ধে মাত নামাতিলে

জামাত-ই-ইছলামীৰ স্থান ৰাজ্যখনত এনে পৰ্যায়লৈ গ'ল যে কাশ্মীৰত তেওঁলোকে বিশ্বৰ বিভিন্ন মুছলমান দেশৰ শীৰ্ষস্থানীয় সংগঠন আৰু মুছলমান নেতাৰ এখন আন্তঃৰাষ্ট্ৰীয় সন্মিলনৰ আয়োজন কৰিলে। এই সন্মিলনে পাকিস্তানৰ বিৰুদ্ধে এবাৰো মাত নামাতিলে— কাশ্মীৰ সম্পৰ্কত ৰাষ্ট্ৰসংঘই গ্ৰহণ কৰা প্ৰস্তাৱ কাৰ্যকৰী কৰিবলৈ দাবী জনালে।

মাউদুদি পাকিস্তানলৈ পলাই গৈ তাত তেওঁৰ জামাত সংগঠনটো আজিৰ শক্তিশালী অৱস্থালৈ অনাৰ কথা বিবেচনা কৰিলেহে (কাশ্মীৰ) উপত্যকাৰ বৰ্তমানৰ উগ্ৰবাদৰ কথা ব্যাখ্যা কৰিব পাৰি। ঐছ্লামিকীকৰণ কাৰ্যসূচীৰ অন্তৰালতেই নহয়, পাকিস্তানত জামাত এটা শক্তিশালী ৰাজনৈতিক শক্তি। পাকিস্তানত অমুছলমানসকলক উৎপীড়ন কৰাত অধিকাংশ ক্ষেত্ৰতে দায়ী হ'ল জামাত। স্মৰণ কৰিব পাৰি যে বহু সংখ্যক আহমদীয়াই মৃত্যু বৰণ কৰা ১৯৫৩ চনৰ আহমদীয়া বিৰোধী সংঘৰ্ষৰ সূচনা কৰিছিল এই সংগঠনেই। মৌলানা মাউদুদিৰ বিচাৰ কৰা সামৰিক আদালতে তেওঁক মৃত্যুদণ্ড বিহিছিল কিন্তু প্ৰেছিডেণ্ট আয়ুব খানে সেই ৰায় কাৰ্যকৰী কৰিবলৈ অস্বীকাৰ কৰিলে। এনে আহমদীয়া-বিৰোধী সংঘৰ্ষৰ বাবে পাকিস্তানৰ প্ৰথমজন বৈদেশিক মন্ত্ৰী পদৰ বাবে জিন্নাই ব্যক্তিগতভাৱে বাছি লোৱা ছাৰ জাফৰুল্লা খান আহমদীয়া হোৱা বাবেই তেওঁক চৰকাৰৰ পৰা আঁতৰাই পঠোৱা হ'ল। আহমদীয়া হোৱা বাবেই পাকিস্তানৰ পৰা একমাত্ৰ 'নোবেল বঁটা বিজয়ী অধ্যাপক ছালামক দ্বিতীয় শ্ৰেণীৰ নাগৰিকৰূপে ব্যৱহাৰ কৰাত তেওঁ লণ্ডনত থাকিবলৈ ল'লে।"

জামাতৰ বিষয়ে অধিক আলোচনা নকৰি ইয়াকে মাত্ৰ ক'ব পাৰি যে কাশ্মীৰত মৌলবাদী আৰু বিদ্ৰোহাত্মক মনোভাৱ সম্প্ৰসাৰণত জামাত-ই-ইছলামীৰ বিশেষ বৰঙণি আছে।

এই দিশত বিশেষ বৰঙণি থকা বুলি এটা মহলে আঙুলিয়াই দিব খোজে— কাশ্মীৰ উপত্যকাত মুছলিম পুৰোহিতৰ ব্যৱস্থাত। ইছলাম ধৰ্মত পুৰুষানুক্ৰমে পুৰোহিত হোৱাৰ ব্যৱস্থা নাই যদিও 'মিৰৱাইজ' পদটোৰ ক্ষেত্ৰত এই উপত্যকাত এই ব্যৱস্থাই প্ৰৱৰ্তিত হ'ল। মিৰৱাইজসকলৰ ভূমিকা সম্পৰ্কে পুনৰ অধ্যাপক হৰিজয় সিঙৰে উদ্ধৃতি দিয়া হ'ল।

"মিৰৱাইজ পৰম্পৰা প্ৰায় ছশ বছৰীয়া পুৰণি। থলুৱা পৰম্পৰা হ'লেও, ই অতিশয় গোড়া আৰু পাকিস্তান পন্থী। ৰাজ্যখনত মিৰৱাইজে এক গঠনমূলক ভূমিকা লোৱা নাছিল আৰু ই ৰাজ্যখনত সুস্থিৰতাৰ কোনো কাৰক নহয়। সততে তেওঁ পক্ষ সলনি কৰিছিল— কেতিয়াবা তেওঁ শেখক আৰু কেতিয়াবা তেওঁৰ শত্ৰুসকলক সমৰ্থন কৰিছিল।..."

## ১৯৯৮ চনৰ জুলাইত আৰম্ভ

১৯৮৮ চনৰ জুলাই মাহত ৰাজ্যখনত সন্ত্ৰাসবাদী কাৰ্য আৰম্ভ হয়। কাশ্মীৰৰ টেলিফোন এক্সচেঞ্জ ভৱনটোৰ কাষত প্ৰথমে এটা সৰু বিস্ফোৰণৰ ঘটনা ঘটে। এয়ে আৰম্ভণি। তাৰ পাছতে বিস্ফোৰণ ঘটে পৰ্যটক অভ্যৰ্থনা কেন্দ্ৰত। সেই যে আৰম্ভ হ'ল— তাৰ পিছত আৰু ৰক্ষা নাই— দিনে দিনে সন্ত্ৰাসবাদী কাৰ্য বাঢ়িবলৈ ধৰিলে।

বিশিষ্ট সাংবাদিক অৰুণ যোশীৰ মতে,[৫৬] "কাশ্মীৰৰ ন-শিকাৰুসকল আঁতৰি গ'ল। আফগানিস্থান আৰু পাকিস্তানৰ যুদ্ধত অভিজ্ঞসকলে সেইসকলৰ ঠাই ল'লে। এওঁলোকে যুদ্ধ, যুদ্ধৰ কৌশল আৰু লক্ষ্যৰ বিষয়ে জানে। তেওঁলোক কঠোৰ।"

কাশ্মীৰী নেতৃত্বৰ বাবে এই গোটবোৰে এতিয়া ৰাজনৈতিক কাৰ্যসূচী নিৰ্ধাৰণ কৰিবলৈ যত্ন কৰিছে। বিদেশী উগ্ৰপন্থীৰ লগত কথা-বতৰা নপতাকৈ এতিয়া ১৯৯২ চনত জন্ম গ্ৰহণ কৰা 'অলপাৰ্টি হুৰিয়ৎ কনফাৰেন্সে, (এ-পি-এইচ-চি) নিজৰ বাবে নিজৰ পথ নিৰ্ণয় কৰিবলৈ অসমৰ্থ। কাশ্মীৰত বিদেশী উগ্ৰপন্থীৰ প্ৰভাৱ কেনেকুৱা, সেই কথাকে ই প্ৰতীয়মান কৰে।

১৯৯৩ চনৰ নৱেম্বৰ মাহৰ কথা। কাশ্মীৰত থকা মুছলমানসকলৰ সৰ্বাধিক শ্ৰদ্ধাভাজন হ'ল হজৰতবাল উপাসনা গৃহ। ধৰ্মগুৰু মহম্মদৰ পবিত্ৰ চুলি ইয়াতে ৰখা হয়। ইয়াত সোমাই থকা উগ্ৰপন্থীসকলে সেনা বাহিনীৰ অবিৰাম হেঁচা সহ্য কৰিব নোৱাৰি আত্মসমৰ্পণ কৰিব লগা হ'ল। এই 'যুঁজাৰুসকলৰ' বাবেই কাশ্মীৰৰ জনসাধাৰণে বহু বছৰ ধৰি নিৰ্যাতন ভুগিবলগীয়া হৈছিল। পাকিস্তানৰ বাবেও আছিল এক আঘাত। কাৰণ, এই সকল লোকক প্ৰশিক্ষণ দি সকলো ধৰণৰ অস্ত্ৰ-শস্ত্ৰ পাকিস্তানে যোগান ধৰি বীৰপুৰুষ বুলি প্ৰক্ষিপ্ত কৰিছিল। এওঁলোকেই আত্মসমৰ্পণ কৰিলে।

১৯৯৬, ১৯৯৮ আৰু ১৯৯৯ চনত নিৰ্বাচন বিঘ্নিত কৰিবলৈ এই গোটবোৰ সক্ষম নোহোৱা কথাই পাকিস্তানৰ খঙৰ জুইকুৰা দুগুণে বঢ়াই দিলে। পাকিস্তানে কাশ্মীৰত বিদেশী উগ্ৰপন্থী সুমুৱাই দিলে। ফলত এতিয়া হিজবুল মুজাহিদিন' আৰু 'জামায়িত উল-

৫৬। 'হিন্দুস্থান টাইমছ' কাকতৰ ২০০১ চনৰ ২৯ জানুৱাৰীৰ সংখ্যা।

মুজাহিদিন'ৰ বাহিৰে আন আটাইবোৰ থলুৱা উগ্ৰপন্থী সংগঠনৰ স্থিতি নাইকিয়া হ'ল। মাজে-সময়ে সেইবোৰ ওলায়— কিন্তু সেয়া মাত্ৰ কাকতহে।

কাশ্মীৰত উগ্ৰবাদ জীয়াই থাকিব লাগিব। পাকিস্তানে জানে যে তেওঁলোকে ক্ষিপ্ৰতাৰে কাম কৰিব লাগিব আৰু আফগান উগ্ৰপন্থীক প্ৰৱেশ কৰোৱাব লাগিব। দীঘল দাড়ি থকা সেইসকল অস্ত্ৰ-শস্ত্ৰসহ আহিল। কাশ্মীৰীসকলে তেওঁলোকৰ তৃপ্তিকৰ খাদ্য সম্ভাৰেৰে সেইসকলক আদৰণি জনালে। কাৰণ, সেইসকল আহিছে কাশ্মীৰৰ বাবে যুঁজ কৰিবলৈ।

তাৰ পিছত এই বিদেশীসকলে থলুৱা উগ্ৰপন্থীসকলক তেওঁলোকৰ সেৱা কৰা কামত ব্যৱহাৰ কৰিলে। উগ্ৰপন্থীৰ বাবে খাদ্য সম্ভাৰ অনা নিয়া কামৰ বাবে এইসকলক 'গাইদ'ৰ অৱস্থালৈ নিম্নগামী কৰালে। মতানৈক্য মুকলিকৈ প্ৰকাশ পালে। তেতিয়া থলুৱা উগ্ৰপন্থী গোটবোৰে 'নিৰাপদ স্থিতি'ৰ সন্ধান কৰিলে। কিছুমানে দাসত্ব স্বীকাৰৰ ভূমিকাকে মানি ল'লে। আন কিছুমানে আঁতৰি গৈ নিৰাপত্তা বাহিনীৰ ওচৰত আত্মসমৰ্পণ কৰিলে। কুকা পেৰে, হিলাল হাইদৰ, নবী আজাদ আৰু হামাদ খানৰ দৰে কিছুমানে বিদ্ৰোহী বিৰোধী গোট গঠন কৰিলে।

'স্বাধীনতাৰ আহ্বান' যিসকলে আৰম্ভ কৰিছিল, সেইসকলৰ আহ্বানৰ প্ৰতি সঁহাৰি দিয়া লোক ক্ৰমশঃ হ্ৰাস পালে। তেওঁলোকৰ হিংস্ৰ কাৰ্য নিবনুৱা যুৱকৰ বহিঃ প্ৰকাশ বুলিহে অভিহিত কৰা হ'ল।

১৯৮৯ চনৰ ১৩ ডিচেম্বৰৰ বিয়লিৰ ঘটনাই সকলোবোৰ সলনি কৰি পেলালে। তেতিয়াৰ কেন্দ্ৰীয় গৃহ মন্ত্ৰী মুফটি মহম্মদ চৈয়দৰ জীয়ৰী কৰিয়া চৈয়দক মুক্তি দিয়াৰ বিনিময়ত জে. কে. এল. এফৰ পাঁচজনক মুক্তি দিয়া হ'ল। তেতিয়াৰ প্ৰধান মন্ত্ৰী বিশ্বনাথ প্ৰতাপ সিঙৰ সমৰ্থন পাই এই সিদ্ধান্ত ল'লে আই কে গুজৰাল আৰু মহম্মদ আৰিফ খানে।

বাইজৰ দৃষ্টিত এই বিনিময় হ'ল ভাৰতৰ শক্তিৰ আত্মসমৰ্পণ। কালিৰ সন্ত্ৰাসবাদী ৰাতিটোৰ ভিতৰতে হঠাতে 'হিৰ' হৈ পৰিল। পাকিস্তানে এটা পইন্ট স্ক'ৰ কৰিলে। সেয়া হৈছে— ভাৰত চৰকাৰ সেও মানিব পাৰে।

কাশ্মীৰৰ অতীতৰ কথা এই গ্ৰন্থৰ আৰম্ভতে উল্লেখ কৰা হৈছে। ধৰ্ম সলনি কৰি মুছলিম ধৰ্মত দীক্ষিত হোৱা বহুতেই ঋষী আছিল। থলুৱাভাৱে 'ঋষি' বুলি জনাজাত এই পন্থীৰ চাৰিত্ৰিক বৈশিষ্ট্য আছিল ধৰ্মীয় সহিষ্ণুতা। এয়া আছিল থলুৱা কাশ্মীৰী, ইংৰাজীত Kashmirant বোলাসকলৰ ঐতিহ্য। কিন্তু পাছত কাশ্মীৰ উপত্যকালৈ চামে চামে যিসকল প্ৰব্ৰজনকাৰী আহিল, সেইসকলৰ সন্তি-সন্ততিসকলৰ কাশ্মীৰ সেই তাহানিৰ ঐতিহ্যৰ প্ৰতি লেশমানো শ্ৰদ্ধা নাছিল। জামাতকে ধৰি বিভিন্ন মুছলমান সংগঠনে তেওঁলোকক ধৰ্মান্ধ, গোড়া, অসহিষ্ণু কৰি তুলিলে। জামাত, জামাতৰ ৰাজনৈতিক সংগঠন 'মুছলিম ইউনাইটেড ফ্ৰন্ট' আৰু উগ্ৰপন্থী সংগঠন 'হিজ-বুল-মুজাহিদিন'ৰ এওঁলোক পৃষ্ঠপোষক হৈ পৰিল। জন্ম ল'লে 'জে. কে. এল এফ', 'ইখৱাট-ই-মুছলমান', 'কাশ্মীৰ লিবাৰেচন ফ্ৰন্ট' 'হৰকট-উল-আনচাৰ', 'ইখৱান-উল-মুছলেমিন', 'মুছলিম মুজাহিদিন',

'আল ফাটেহ্', 'আল জেহাদ', 'জামায়ৎ-উল-মুজাহিদিন', 'হিজবুল মুমিন', 'লস্কৰ-ই-তৈবা', 'আল বাৰকু', 'হিজবুল্লা', 'আল ফাৰণ' আদি বহুবোৰ উগ্ৰপন্থী সংগঠনৰ। ফলত ১৯৮৪ চনৰ পৰা ৰাজ্যখনত হিংসা-সন্ত্ৰাসৰ অগনি জ্বলি উঠিল। এই সংগঠনবোৰৰ কিছুমানৰ কাম-কাজ প্ৰসংগক্ৰমে এই গ্ৰন্থৰ বিভিন্ন অধ্যায়ত আলোচনা কৰা হৈছে। এটা কথা মন কৰিবলগীয়া যে এই সংগঠনবোৰৰ সময়ে সময়ে বিভাজন ঘটি নতুন সংগঠনৰ জন্ম হয়। নেতৃত্বৰ মাজত হোৱা মত বিভাজনেই ঘাই কাৰণ।

এই গ্ৰন্থ প্ৰণয়নৰ সময়ত (২০০১ চন) যিকেইটা সংগঠন শক্তিশালী আৰু সক্ৰিয় সেই কেইটাৰ বিষয়ে চমুকৈ তলত উল্লেখ কৰা হ'ল।

**লস্কৰ-ই-তৈবা :** জম্মু আৰু কাশ্মীৰত যিকেইটা উগ্ৰপন্থী সংগঠনে কাম কৰি আছে, তাৰ ভিতৰত অগ্ৰণী হ'ল লস্কৰ-ই-তৈবা।

১৯৯০ চনত আফগানিস্থানৰ কুনাৰ নামৰ প্ৰদেশত এই সংগঠনৰ জন্ম। পাকিস্তানৰ লাহোৰৰ চেম্বাৰলেন ৰোডত প্ৰধান কাৰ্যালয় থকা 'মাৰ্কেজ-উদ-দাৱা-ৱাল-ইৰছাদ' নামৰ সংগঠনৰ ই হৈছে উগ্ৰবাদী শাখা।

আফগানিস্থান, পাকিস্তান আৰু পাকঅধিকৃত কাশ্মীৰত লস্কৰ-ই-তৈবাৰ প্ৰশিক্ষণ শিবিৰ অনুষ্ঠিত হয়। ২১ দিনীয়া শিবিৰটোৰ নামকৰণ কৰা হৈছে 'দাউৰা-ই-আম'। তিনিমহীয়া বিশেষ প্ৰশিক্ষণটোক বোলা হয় 'দাউৰা-ই-খাছ'।

উগ্ৰবাদী কাম-কাজত 'লস্কৰ-ই-তৈবা'ই 'ফিদায়েন' (অৰ্থাৎ 'চুইচাইদ স্কোৱাদ') প্ৰবৰ্তন কৰি চাঞ্চল্যৰ সৃষ্টি কৰে। ১৯৯০ চনত জন্ম লাভ কৰিলেও প্ৰথমতে 'লস্কৰ-ই-তৈবা' বৰ বেছি সক্ৰিয় হৈ থকাৰ কথা জনা নাযায়। ১৯৯৪ চনৰ শেষৰ ফালৰ পৰাহে এই সংগঠন বিশেষভাৱে সক্ৰিয় হৈ পৰে। এই সংগঠনৰ বাবে ধন অহাৰ প্ৰধান সূত্ৰ হ'ল— পাকিস্তানৰ চোৰাংচোৱা সংগঠন আই-এছ-আই আৰু চৌদি আৰৱ।

**জৈছ-ই-মহম্মদ :** এই উগ্ৰবাদী সংগঠনটোৰ জন্ম পাকিস্তানৰ কৰাচীত— ২০০০ চনৰ ৩১ জানুৱাৰীত। দলটোৰ নেতা হ'ল মৌলানা মাছুদ আজহাৰ। এইজনেই সেই মাছুদ— যিজনক ভাৰতত কাৰাবন্দী হৈ থকাৰ পৰা মুক্ত কৰাবলৈ এদল সন্ত্ৰাসবাদীয়ে ১৯৯৯ চনৰ ২৪ ডিচেম্বৰত কাঠমাণ্ডুৰ পৰা কাঠমাণ্ডু-দিল্লী 'ইণ্ডিয়ান এয়াৰ লাইনছ'ৰ বিমান এখন ১৫৫জন যাত্ৰীসহ কান্দাহাৰলৈ অপহৰণ কৰি নিছিল। মাছুদৰ লগতে আন যি দুজনক মুক্তি দিয়াৰ বিনিময়ত বিমান যাত্ৰীসকলে মুক্তি পাইছিল, তেওঁলোকৰ এজন হ'ল মুস্তাক আহমদ জাৰগাৰ ওৰফে লাটৰাম। জম্মুৰ কোট্-ভালৱাল কাৰাগাৰত পাঁচ বছৰ দিন বন্দী হৈ থকা মাছুদক মুক্তি দিবলৈ কান্দাহাৰলৈ বিশেষ বিমানত ৩১ ডিচেম্বৰত ভাৰতৰ বৈদেশিক মন্ত্ৰী যশোৱন্ত সিংহে নিজে লৈ যোৱাটোও উল্লেখযোগ্য কথা।

মাছুদ আছিল পূৰ্বতে 'হৰকৎ-উল-আনছাৰ' নামৰ উগ্ৰবাদী সংগঠনটোত। ১৯৯৬ চনত সেই সংগঠনটো আমেৰিকাই নিষিদ্ধ কৰাৰ আগলৈকে তেওঁ বিভিন্ন দেশ ভ্ৰমণ কৰি উগ্ৰপন্থী কামৰ বাবে বহু ধন সংগ্ৰহ কৰিছিল। কুখ্যাত উগ্ৰপন্থী ওছামা বিন লাডেনৰ দ্বাৰা সমৰ্থনপ্ৰাপ্ত মাছুদৰ লগত তালিবানৰ মোল্লাৰ ওমৰৰ লগত ঘনিষ্ঠ সম্পৰ্ক। আতংক

ডিগ্ৰী থকা মাছুদৰ পূৰ্বৰ ভালেমান সহপাঠী আছিল আফগানিস্থানৰ তালিবান চৰকাৰৰ মন্ত্ৰীৰ পদত।

'জৈছ-ই-মহম্মদ'ৰ মুখ্য কাৰ্যালয় পাকিস্তানৰ ইছলামাবাদত। সংগঠনটো যথেষ্ট বিত্তশালী। কৰাচীৰ পৰা এই সংগঠনটোৱে উৰ্দু ভাষাৰ এখন পষেকীয়া বাতৰিকাকত প্ৰকাশ কৰে আৰু জম্মু-কাশ্মীৰত 'জেহাদ' চলোৱাৰ বাবে ৰাইজৰ পৰা দান-বৰঙণি সংগ্ৰহ কৰে। পাকিস্তানৰ সাতখন মহানগৰত 'জৈছ-ই-মহম্মদ'ৰ প্ৰচাৰ কাৰ্যালয় আছে। সংগঠনটোৰ যিটো 'কমাণ্ড হেড কোৱাৰ্টৰ' পাক-অধিকৃত কাশ্মীৰৰ মজফ্ফৰবাদত আছে— তাৰে পৰাই জম্মু-কাশ্মীৰত অভিযান চলোৱা হয়। ২০০১ চনত এই সংগঠনৰ সক্ৰিয় সদস্যৰ সংখ্যা আছিল ৫শৰ পৰা ৬শজন। তেওঁলোকৰ অধিকাংশই পূৰ্বতে বিভিন্ন উগ্ৰপন্থী সংগঠনৰ লগত জড়িত। তেনেবোৰ সংগঠনৰ ভিতৰত উল্লেখযোগ্য হ'ল 'হৰকট-উল-জেহাদী (২০০১ চনত আমেৰিকাই নিষিদ্ধ কৰা সংগঠনবোৰৰ তালিকাত এই উগ্ৰবাদী সংগঠনটোও আছে), 'আল-উমৰ', 'জমিয়ৎ-উল-মুজাহিদিন' আদি। অৱশ্যে, মাছুদ আজহাৰে দাবী কৰা মতে[৫৭] ২০০১ চনত সদস্য সংগ্ৰহৰ অভিযান চলাই ৬ লাখ জনক তেওঁলোকে সদস্য কৰিছে। তাৰে ৬ হেজাৰজন কাশ্মীৰত 'জেহাদ'ৰ বাবে। সংগঠনটোৰ কিছুসংখ্যক সদস্য কাশ্মীৰৰ যদিও সৰহ সংখ্যকেই পাকিস্তানৰ। সংগঠনটোৰ নিজা এটা গুপ্ত সংযোগ কেন্দ্ৰ পাক অধিকৃত কাশ্মীৰত আছে— যাৰ ছদ্মনাম হ'ল 'টুবা'। পাকিস্তানৰ আই-এছ-আইৰ পৰা এই সংগঠনে বিপুল পৰিমাণৰ ধন পায়।

পাকিস্তানৰ লগত মাছুদৰ সম্পৰ্ক ঘনিষ্ঠ। ভাৰতত কাৰাবন্দী হৈ থকাৰ সময়ত মানবীয়তা প্ৰদৰ্শনৰ যুক্তি দি পাকিস্তান চৰকাৰে তেওঁক মুক্তি দিবলৈ ভাৰত চৰকাৰক অনুৰোধ কৰিছিল। ১৯৬৬ চনত পাকিস্তানৰ আভ্যন্তৰীণ মন্ত্ৰী নছৰুল্লা খান বাবৰে মাছুদক মুক্তি দিয়াৰ বাবে ভাৰত চৰকাৰক দিয়া যুক্তিটো আছিল যে তেওঁ হৈছে এজন সাংবাদিক।

বৃটেইন আৰু আমেৰিকাই ২০০১ চনৰ বাৰ অক্টোবৰত অন্যান্য কেইটামান সন্ত্ৰাসবাদী সংগঠনৰ লগতে 'জৈছ-ই-মহম্মদ'ৰ সা-সম্পত্তি বাজেয়াপ্ত কৰা বুলি যদিও আনুষ্ঠানিক ঘোষণা এতিয়াও (২০০১ চনৰ নৱেম্বৰ পৰ্যন্ত) বাকী। জম্মু-কাশ্মীৰ বিধান সভাত আক্ৰমণ চলাই এই সংগঠনে ৩৮ জন লোক নিহত কৰিছিল। আক্ৰমণ কৰাৰ কথা আগতীয়াকৈ অনুমান কৰি 'জৈছ-ই-মহম্মদ নামৰ সংগঠনটোৱে বেংকৰ পৰা ধন উলিয়াই আনি 'টেহৰিক-ই-ফাৰকান' নামৰ এটা নতুন সংগঠন খুলি সেই নামত ধন জমা থয়।

**'হৰকট-উল-মুজাহিদিন :** আমেৰিকাই ১৯৯৭ চনত 'হৰকট-উল-আনছাৰ' নামৰ উগ্ৰপন্থী সংগঠনটো নিষিদ্ধ কৰাৰ পাছত 'হৰকট-উল-মুজাহিদিন' নামৰ সংগঠনটোৱে জন্ম লাভ কৰে। ইয়াৰ অধিকাংশ সদস্যই বিদেশী আৰু তেওঁলোকে ৰুছিয়াৰ বিৰুদ্ধে আফগানিস্থানত হোৱা গেৰিলা যুদ্ধত অংশ গ্ৰহণ কৰিছিল। 'ইমপ্ৰভাইজ-এক্সপ্ল'ছিভ ডিভাইচেছ'ত (আই-ই-ডি-এছ) ডেটনেটিং কৰাত এওঁলোক পাৰ্গত বুলি নাম আছে। 'আল-ফাৰণ' নামৰ বৰ্তমানে বিলুপ্ত উগ্ৰপন্থী সংগঠনটোৰ সদস্যসকল এতিয়া এই সংগঠনত। পাকিস্তানত এই সংগঠনৰ জন্ম ১৯৯৩ চনত।

---

৫৭। ইণ্ডিয়া টুডে'ৰ ২০০১ চনৰ ১৫ অক্টোবৰ সংখ্যা।

আফগানিস্থানৰ জাৱাৰপাথিয়াত আছে এই সংগঠনৰ প্ৰধান প্ৰশিক্ষণ কেন্দ্ৰ। ওছামা বিন লাডেনৰ উগ্ৰপন্থী সংগঠন 'আল-কায়দা'ৰ লগত এই সংগঠনৰ যোগসূত্ৰ আছে।

**হিজবুল মুজাহিদিন ঃ** পাকিস্তানীপন্থী কাশ্মীৰৰ থলুৱা সৰ্ববৃহৎ উগ্ৰপন্থী সংগঠনটো হ'ল হিজবুল মুজাহিদিন। ১৯৯০ চনত জন্ম লাভ কৰা এই সংগঠনটোৰ লগত 'টেহ্‌ৰিক-ই-জেহাদ-ই-ইছলামী' চামিল হয়। সংগঠনটোৰ অধিকাংশ উগ্ৰপন্থীয়েই হ'ল 'জামাত-ই-ইছলামী'ৰ। প্ৰথমতে ই জামাতৰে সশস্ত্ৰ শাখা আছিল, কিন্তু পাছত জামাত আঁতৰি যায়।

**আল-বাদৰ ঃ** এইটো এটা সৰু উগ্ৰবাদী সংগঠন যদিও ইয়াৰ সদস্যসকল উদ্দেশ্য সাধনত দৃঢ়। আফগানিস্থান আৰু পাকিস্তানৰ শিবিৰত সদস্যসকল প্ৰশিক্ষণপ্ৰাপ্ত। 'আল-বাদৰে' আন উগ্ৰপন্থী সংগঠনৰ সৈতে লগ লাগি সাধাৰণতে অভিযান চলায়। সংগঠনটোৰ প্ৰতি পাকিস্তানৰ জামাত-ই-ইছলামীৰ সমৰ্থন থকা বুলি জনা যায়। ১৯৯৯ চনত জন্ম লাভ কৰা এই সংগঠনটোৱে কাৰ্যনিৰ্বাহ কৰে পাকিস্তানৰ 'আই-এছ-আইৰ প্ৰত্যক্ষ নিয়ন্ত্ৰণত।

**আল-ওমাৰ-মুজাহিদিন ঃ** কান্দাহাৰলৈ ভাৰতীয় বিমান অপহৰণ কৰি যাত্ৰীসকলক পণবন্দী কৰাত, ভাৰতৰ কাৰাগাৰত বন্দী কৰি ৰখা যি তিনিজন উগ্ৰপন্থীক মুকলি কৰি দিব লগা হৈছিল, তাৰে এজন আছিল মুস্তাক জাৰগাৰ ওৰফে লাটৰাম। তেওঁৰ নেতৃত্বাধীন এই উগ্ৰপন্থী সংগঠনটোৱে 'জৈছ-ই-মোহম্মদ'ৰ লগ লাগি কাশ্মীৰত সন্ত্ৰাসমূলক কাম-কাজ চলাই আছে। ১৯৯০ চনত এই সংগঠনৰ জন্ম।

# বৃটেইন আৰু আমেৰিকাৰ শেনদৃষ্টি

কাশ্মীৰৰ প্ৰতি বৃটেইন আৰু আমেৰিকাই বিশেষভাৱে দৃষ্টি পেলোৱাটো আজিৰ কথা নহয়, প্ৰকৃতপক্ষে ভাৰত বিভাজনৰ বহু বছৰৰ আগৰে পৰাই বিশ্বৰ শক্তিশালী আৰু প্ৰভাৱশালী এই দেশ দুখনে কাশ্মীৰৰ প্ৰতি চকু ৰখাৰ কাৰণ হ'ল— অঞ্চলটোৰ ভৌগোলিক অৱস্থান। আমেৰিকা আৰু বৃটেইনৰ ঘাই শত্ৰু বিশ্বৰ দুখন বৃহৎ কমিউনিষ্ট দেশ চীন আৰু ৰাছিয়া (এতিয়া খণ্ডিত) আছে কাশ্মীৰৰ সীমাত। 'দ্য ষ্টেটছমেন' কাকতৰ প্ৰাক্তন আবাসিক সম্পাদক ডি পি কুমাৰৰ মতে ('কাশ্মীৰ-বিটাৰ্ণ টু ডেমক্ৰেচী') "কাশ্মীৰ উপত্যকাত 'আমেৰিকাৰ স্বাৰ্থ হৈছে— উপত্যকাটোত এটা খোপনি ল'ব পৰা কথাক কেন্দ্ৰ কৰি— ভৱিষ্যতে চীনৰ বিৰুদ্ধে যিটো খোপনিক 'লাণ্ডিং পেড'ৰূপে ব্যৱহাৰ কৰিব পাৰি। উপত্যকাটোৰ পৰা চীনলৈ যোৱা স্থলপথটো গৈছে কমিউনিষ্ট ৰাষ্ট্ৰখনৰ চীনকিয়াঙেদি। চীনকিয়াং অঞ্চলটো বেইজিঙৰ 'ছফ্‌ট আণ্ডাৰবেলি' বুলি আমেৰিকাই ধাৰণা কৰে। আমেৰিকাৰ বিশ্বজোৰা ৰাজনৈতিক-অৰ্থনৈতিক ভূমিকাৰ ক্ষেত্ৰত চীন এক দীৰ্ঘম্যাদী ভাবুকি বুলি আমেৰিকাই চিহ্নিত কৰিছে। সেয়ে, চীনক আঘাত হানিবলৈ উপত্যকাটোত ৱাশ্বিংটনৰ এক দৃঢ় খোপনিৰ প্ৰয়োজন। উপত্যকাটোত দিল্লীৰ ভূমিকা সোপা-টিলা কৰিব পাৰিলেহে সেই কাম সম্ভৱপৰ হ'ব পাৰে।"

দিল্লীৰ ভূমিকা সোপাটিলা কৰিবলৈ হ'লে, এই দুই পশ্চিমীয়া ৰাষ্ট্ৰই দিল্লীৰ প্ৰতিপক্ষ পাকিস্তানৰ লগত হাত মিলোৱাই হ'ল সৰ্বোত্তম বিকল্প। সেইবাবে দেখা গ'ল যে ভাৰত বিভাজন হৈ পাকিস্তান সৃষ্টি হোৱা দিন ধৰি এই দুয়োখন ৰাষ্ট্ৰই পাকিস্তানৰ লগত মিত্ৰতা অক্ষুণ্ণ ৰাখিছে।

জম্মু-কাশ্মীৰ প্ৰসংগক ভাৰতে ৰাষ্ট্ৰসংঘলৈ নিয়াৰ সময়লৈ উভতি যোৱা যাওক। জনজাতিৰ নামাৱলী লৈ জম্মু-কাশ্মীৰত পাকিস্তানে চলোৱা আক্ৰমণৰ ঘটনাটো ভাৰতে ৰাষ্ট্ৰসংঘলৈ নিছিল (১৯৪৮ চনৰ ১ জানুৱাৰী) এই আশা কৰি যে ৰাষ্ট্ৰসংঘৰ পৰা ভাৰতে সুবিচাৰ পাব, আক্ৰমণকাৰীসকলক আঁতৰাই নিবলৈ পাকিস্তানক ৰাষ্ট্ৰসংঘই বাধ্য কৰিব। বৃটেইন আৰু আমেৰিকাই কিন্তু তেওঁলোকৰ সাম্ৰাজ্যবাদী স্বাৰ্থ ৰক্ষাৰ বাবে ভাৰতৰ অন্তৰ্গত এটা বৈধ অঞ্চলক পাকিস্তানে আক্ৰমণ কৰা ঘটনাক 'বিবাদ' লৈ ৰূপান্তৰ কৰিলে, আৰু 'গণভোট' লোৱা কথাকহে অগ্ৰাধিকাৰ দিলে। আক্ৰমণকাৰীইতক আঁতৰাই পঠোৱা কাৰ্যকহে সৰ্ব প্ৰথম অগ্ৰাধিকাৰ দিব লাগে বুলি ভাৰতে কৰা দাবীৰ প্ৰতি লেশমানো কৰ্ণপাত কৰা নহ'ল।

## ভাৰতৰ অভিযোগ কি আছিল?

অভিযোগত ভাৰতে কৈছিল[৫৮]— 'জম্মু আৰু কাশ্মীৰত হোৱা যুঁজত অংশ গ্ৰহণ কৰাৰ পৰা জনজাতীয় আৰু পাকিস্তানী লোকসকলক বাধা দিবলৈ পাকিস্তানক কোৱা হওক। কাশ্মীৰৰ যুঁজখন দীঘলীয়া কৰাৰ বাবে আক্ৰমণকাৰীসকলক সামৰিক আৰু অন্যান্য ধৰণৰ সাহায্য নিদিবলৈ আৰু কাশ্মীৰৰ বিৰুদ্ধে অভিযান চলাবলৈ আক্ৰমণকাৰীহঁতৰ পাকিস্তানৰ অঞ্চলত প্ৰৱেশ কৰা আৰু তেওঁলোকৰ অঞ্চল ব্যৱহাৰ কৰিবলৈ নিদিয়াৰ বাবে পাকিস্তানক আহ্বান জনোৱা হওক।"

ভাৰতে কাশ্মীৰ বিষয়টো ৰাষ্ট্ৰসংঘলৈ নিয়াত বৃটেইন আৰু আমেৰিকাই এক সুবৰ্ণ সুযোগ পালে। তেওঁলোকৰ কূটকৌশলত ভাৰতৰ মূল দাবী তল পৰিল, বিষয়টো জটিল কৰি তোলা হ'ল। বিষয়টোৰ তদন্ত কৰাৰহে সিদ্ধান্ত কৰা হ'ল আৰু তাৰ বাবে ৰাষ্ট্ৰসংঘৰ নিৰাপত্তা পৰিষদে এটা আয়োগ গঠন কৰি দিলে। পৰিষদৰ চেয়াৰমেনে দুটা প্ৰস্তাৱ দাঙি ধৰিলে। প্ৰথম প্ৰস্তাৱত ঘোষণা কৰা হ'ল যে আন্তঃৰাষ্ট্ৰীয় নিয়ন্ত্ৰণৰ অধীনত হোৱা গণভোট যোগে কাশ্মীৰৰ ভৱিষ্যৎ নিৰ্ণয় কৰা হ'ব। দ্বিতীয়, আয়োগক কোৱা হ'ল যুদ্ধ অৱসান ঘটোৱাৰ কথা নিশ্চিত কৰিবলৈ।

"[৫৯]এইখিনি সময়তে আমেৰিকাৰ প্ৰতিনিধি ৱাৰেণ আষ্টিনে ঘোষণা কৰিলে যে গণভোট ন্যায়সংগত হ'ব বুলি নিশ্চিত হ'লেহে জনজাতিসকল আঁতৰি যাবলৈ মান্তি হ'ব...। যেন তেওঁ সেই সকলৰহে উকীল। আন কথাত ক'বলৈ হ'লে, তেওঁ আছিল ৰাষ্ট্ৰসংঘ বা এংলো-আমেৰিকানৰ পৃষ্ঠপোষকতাত এক নিৰপেক্ষ প্ৰশাসনৰ পক্ষপাতী। ইয়াৰ উত্তৰত আয়েংগাৰে (ৰাষ্ট্ৰসংঘলৈ যোৱা ভাৰতৰ প্ৰতিনিধি দলটোৰ এজন আছিল গোপালস্বামী আয়েংগাৰ— যিজন আছিল এসময়ত কাশ্মীৰৰ প্ৰধান মন্ত্ৰী) যুক্তি দিলে যে পৰিষদৰ সন্মুখত থকা বিষয়টো কাশ্মীৰৰ ভৱিষ্যৎ নহয়। কাশ্মীৰত কি ধৰণৰ চৰকাৰ প্ৰতিষ্ঠা হ'ব, সেই বিষয়ত পৰিষদ বা পাকিস্তানৰ কোনো ধৰণৰ কৰ্তৃত্ব নাই। হতাশ হৈ ভাৰতে সিদ্ধান্ত ল'লে ৰাষ্ট্ৰসংঘৰ পৰা প্ৰতিনিধি দল ঘূৰাই আনিবলৈ। এংলো-আমেৰিকানসকলে কিন্তু এই প্ৰচেষ্টাৰ বিৰোধিতা কৰিলে আৰু পৰিষদক নিজৰ আঁচনি মতে আগবাঢ়ি যাবলৈ ক'লে। ৰুছিয়াই দৃঢ়ভাৱে বিৰোধিতা কৰাতহে এই দুষ্কাৰ্যত বাধা পৰিল।"

তাৰ পিছত ৰাষ্ট্ৰসংঘৰ আয়োগ আহিল পাকিস্তানলৈ ১৯৪৮ চনৰ ৭ জুলাইত। তাৎপৰ্যপূৰ্ণ কথা যে পাকিস্তানৰ বৈদেশিক মন্ত্ৰী জাফৰুল্লাখানে প্ৰথমবাৰৰ বাবে স্বীকাৰ কৰিলে যে পাকিস্তানী সেনাৰ তিনিটা ব্ৰিগেদ কাশ্মীৰত আছে। ৰাষ্ট্ৰসংঘত হোৱা আলোচনাত অস্বীকাৰ কৰা কিন্তু এতিয়া পাকিস্তানে কৰা এই স্বীকাৰোক্তিয়ে ভাৰতৰ অভিযোগৰ সত্যতা প্ৰতিপন্ন কৰিলেও আয়োগে এই ক্ষেত্ৰত কোনো ব্যৱস্থাই নল'লে।

আয়োগে যুদ্ধ বিৰতিৰ চুক্তি প্ৰস্তুত কৰিলে। তাৰ অংশ হ'ল তিনিটা— (১) যুদ্ধো

৫৮। 'পি বি' গজেন্দ্ৰগাডকাৰৰ 'কাশ্মীৰ— ৰিট্ৰস্পেক্ট এণ্ড প্ৰচপেক্ট'
৫৯। 'কাশ্মীৰ এ টেল অব চেম'

পক্ষকে ততালিকে যুদ্ধ বিৰতিৰ আহ্বান জানোৱা হ'ল আৰু সেনাৰ সংখ্যা বৃদ্ধি নকৰিবলৈ কোৱা হ'ল। (২) যুদ্ধ বিৰতি চুক্তিখন কেনে ধৰণৰ হ'ব, তাক নিৰ্দিষ্ট কৰা হ'ল— (ক) কাশ্মীৰৰ পৰা পাকিস্তান সেনা প্ৰত্যাহাৰৰ আহ্বান জনোৱা হ'ল; (খ) জনজাতীয় লোকসকলক আঁতৰি যোৱাৰ ব্যৱস্থা কৰিবলৈ পাকিস্তানক কোৱা হ'ল। এইখিনি কাম সম্পূৰ্ণ হ'লে (৩) গণভোটৰ ব্যৱস্থা কৰাৰ পৰামৰ্শ দিয়া হ'ল।

পাকিস্তানে বিচাৰিলে ৰাষ্ট্ৰসংঘৰ এজন গণভোট প্ৰশাসক। ভাৰতে ক'লে যে গণভোটৰ আগতে যুদ্ধ বিৰতি হ'ব লাগিব, পাকিস্তানী সেনা আৰু জনজাতীয় লোকসকল আঁতৰি যাব লাগিব আৰু নব গঠিত 'আজাদ কাশ্মীৰ বাহিনী'ক নিৰস্ত্ৰ কৰিব লাগি। উল্লেখ কৰা প্ৰয়োজন যে ৰাষ্ট্ৰসংঘৰ নিৰাপত্তা পৰিষদে বাছনি কৰিলেও গণভোট প্ৰশাসকজনক নিযুক্তি জম্মু-কাশ্মীৰ চৰকাৰেহে দিব বুলিহে সিদ্ধান্ত হৈছিল।

১৯৪৯ চনৰ এক জানুৱাৰীৰ পৰা যুদ্ধ বিৰতি কাৰ্যকৰী হ'ল। 'ৰাষ্ট্ৰসংঘৰ সামৰিক পৰ্যবেক্ষণ' গোট এটা ৰাষ্ট্ৰসংঘৰ সচিব প্ৰধানে গঠন কৰি দিলে— যিটো ৫০ জনীয়া গোটৰ ২৪ জনেই আছিল আমেৰিকান।

পাকিস্তানে যুদ্ধ বিৰতি চুক্তিখন ভংগ কৰিবলৈ আৰম্ভ কৰিলে। দখলী অঞ্চল খালী কৰি দিয়াৰ পৰিবৰ্তে বা আক্ৰমণকাৰীহঁতক আঁতৰাই পঠোৱাৰ সলনি পাকিস্তানে তাত 'আজাদ কাশ্মীৰ' বুলি এটা সশস্ত্ৰ বাহিনীহে গঠন কৰিলে। ৰাষ্ট্ৰসংঘৰ আয়োগৰ প্ৰস্তাব নমনা সত্ত্বেও কিন্তু পাকিস্তানৰ বিৰুদ্ধে কোনো ব্যৱস্থাই ৰাষ্ট্ৰসংঘৰ তৰফৰ পৰা লোৱা নহ'ল। বৰঞ্চ, গণভোট প্ৰশাসক নিযুক্তিতহে আয়োগে গুৰুত্ব দিলে। নিযুক্তি দিয়া হ'ল আমেৰিকাৰ 'নেভেল অপাৰেছন'ৰ প্ৰাক্তন মুৰব্বী এডমিৰেল চেস্তাৰ নিমিজক। পদটোৰ ক্ষমতাও ব্যাপক কৰা হ'ল। নিমিজৰ নিযুক্তি গ্ৰহণ কৰিবলৈ ভাৰতে অস্বীকাৰ কৰিলে। যুদ্ধ বিৰতিৰ এটা সংশোধনী প্ৰস্তাব দিয়া হ'ল— যিটো পাকিস্তানৰ অনুকূল। ভাৰতে সেইটোও অগ্ৰাহ্য কৰিলে।

বৃটেইন-আমেৰিকাৰ প্ৰাধান্য থকা ৰাষ্ট্ৰসংঘৰ আয়োগে এইবাৰ নতুন কৌশল গ্ৰহণ কৰি 'মধ্যস্থতাকৰণ'ৰ (Arbitration) প্ৰস্তাৱ দি পুনৰবাৰ নিমিজক মধ্যস্থতাকাৰীৰূপে আনিবলৈ চেষ্টা চলালে। আমেৰিকাৰ ৰাষ্ট্ৰপতি হেৰী ট্ৰুমেন আৰু বৃটেইনৰ প্ৰধান মন্ত্ৰী ক্লিমেন্ট এটলীয়েও আনকি এই প্ৰস্তাৱৰ সপক্ষে মত দিলে। ভাৰতে প্ৰস্তাৱটো কিন্তু অগ্ৰাহ্য কৰিলে। ভাৰতৰ যুক্তি হ'ল যে উভয় দেশকে অৰ্থাৎ আক্ৰমণকাৰী আৰু আক্ৰান্তক এই প্ৰস্তাৱৰ জৰিয়তে সমস্থানত থোৱা হৈছে। বৃটেইন আৰু আমেৰিকাৰ ষড়যন্ত্ৰ পুনৰবাৰ ব্যৰ্থ হ'ল।

উদ্দেশ্য সাধনত আয়োগ ব্যৰ্থ হোৱাৰ কথা ৰাষ্ট্ৰসংঘৰ দুজন প্ৰতিনিধি স্যাৰ অৱেন ডিক্সন আৰু ডঃ গ্ৰেহেম প্ৰাহামে ৰাষ্ট্ৰসংঘক জনালে। ডিক্সনৰ আঁচনিখন ভাৰত বা পাকিস্তান কাৰো বাবে গ্ৰহণযোগ্য নহ'ল।

জম্মু-কাশ্মীৰৰ বাবে পৃথক সংবিধান ৰচনা কৰাৰ বাবে এখন সংবিধান পৰিষদ গঠনৰ কথা নেচনেল কনফাৰেন্সে ঘোষণা কৰাত (১৯৫০ চনৰ ২৭ অক্টোবৰ) পাকিস্তানে

নিৰাপত্তা পৰিষদৰ জৰুৰী বৈঠকৰ বাবে জনোৱা আহ্বানক বৃটেন আৰু আমেৰিকাই সমৰ্থন কৰাত পৰিষদৰ বৈঠক বহিল। কোৰিয়াৰ যুদ্ধত ভাৰতে বৃটেইন আৰু আমেৰিকাৰ পক্ষ নোলোৱাত এই দুয়োখন দেশ ভাৰতৰ বিৰুদ্ধে খড়্গহস্ত হৈ পৰাত, পৰিষদৰ বৈঠকত ভাৰত তীব্ৰ সমালোচনাৰ সম্মুখীন হ'ল। কাশ্মীৰত ৰাষ্ট্ৰসংঘৰ বাহিনী নিয়োগ কৰাৰ সিদ্ধান্ত হ'ল। লগতে সোনকালে গণভোট পতাৰো প্ৰস্তাব কৰা হ'ল। ডঃ গ্ৰাহামক পুনৰবাৰ ৰাষ্ট্ৰসংঘৰ মধ্যস্থতাকাৰীৰূপে নিয়োগ কৰা হ'ল। পুনৰবাৰ এডমিৰেল নিমিজক পাছ দুৱাৰেদি কাশ্মীৰলৈ অনাৰ চেষ্টা কৰা হ'ল। পাছে, বৃটেইন-আমেৰিকাৰ স্বাৰ্থ পূৰণৰ সকলোবোৰ ষড়যন্ত্ৰ ৰুছিয়াই 'ভেটো' দি ব্যৰ্থ কৰি দিলে।

উপায়ান্তৰ হৈ 'স্বাধীন কাশ্মীৰ' গঠনত সকলো প্ৰকাৰে সহায় কৰাৰ প্ৰতিশ্ৰুতি দি শেখ আব্দুল্লাৰ জৰিয়তে নিজৰ স্বাৰ্থ পূৰণৰ বাবে বৃটেইন আৰু আমেৰিকাই কৰা চেষ্টাও ব্যৰ্থ হ'ল। কাৰণ, শেখ আব্দুল্লা ক্ষমতাচ্যুত হ'ল।

পৰৱৰ্তী কালত দেখা গ'ল যে কাশ্মীৰ প্ৰশ্ন জীয়াই ৰখাত পাকিস্তানক সকলো প্ৰকাৰে সহায় কৰাত বৃটেইন আৰু আমেৰিকাই বিশেষ বৰঙণি আগবঢ়ালে। এতিয়াও তেওঁলোকৰ বাবে কাশ্মীৰ এক বিবদমান অঞ্চল। পাকিস্তানৰ উচটনি আৰু সক্ৰিয় সমৰ্থনত কাশ্মীৰত সন্ত্ৰাসবাদী কাম-কাজ চলাই থকাৰ সুস্পষ্ট প্ৰমাণ দিয়া সত্বেও আমেৰিকাই পাকিস্তানৰ ক্ষেত্ৰত কোনো ব্যৱস্থা ল'বলৈ সাহস কৰা নাই।

কাশ্মীৰৰ প্ৰশ্নত আমেৰিকা আৰু বৃটেনে ভাৰতৰ স্বাৰ্থবিৰোধী স্থিতি লোৱাৰ কাৰণ কি?

এটা মহলৰ মতে, জম্মু আৰু কাশ্মীৰৰ ভৌগোলিক অৱস্থিতি এনেকুৱা যে মধ্য এছিয়াৰ পৰা প্ৰশান্ত মহাসাগৰলৈকে সুবিস্তীৰ্ণ অঞ্চল পৰ্যবেক্ষণৰ বাবে এই অঞ্চলটো এটা সুন্দৰ 'পৰ্যবেক্ষণ স্তম্ভ'ৰ দৰে। কিন্তু পশ্চিমীয়া এই দেশ দুখনে ভাৰত নহয়— পাকিস্তানকহে বুকুৰ বাচ্ছা বুলি বিবেচনা কৰাৰ ইয়েই একমাত্ৰ কাৰণ নহয়। কুৰি শতিকাৰ শেষৰ পিনে আমেৰিকা বিশ্বৰ এক নম্বৰ 'ছুপাৰ পাৱাৰ' তথা সাম্ৰাজ্যবাদী শক্তিলৈ ৰূপান্তৰিত হ'ল। ১৯২৭ চনতেই পণ্ডিত জৱাহৰলাল নেহৰুৱে কৈছিল যে আমেৰিকা সাম্ৰাজ্যবাদী শক্তিলৈ ৰূপান্তৰ হ'লে, সেই শক্তি হ'ব বৃটিছ সাম্ৰাজ্যবাদী শক্তিতকৈ বেছি ক্ষতিকৰ। বাস্তৱত সেয়ে হ'ল। ফলত স্বৰাজোত্তৰ কালত ভাৰত হৈ পৰিল আমেৰিকান সাম্ৰাজ্যবাদৰ বিৰোধী। সাম্ৰাজ্যবাদ বিৰোধী গোষ্ঠী নিৰপেক্ষ আন্দোলনৰ নেতৃত্ব দিলে ভাৰতে। ভাৰতে অনুসৰণ কৰা স্বতন্ত্ৰীয়া নীতি 'ছুপাৰ পাৱাৰ' আমেৰিকাই সহ্য কৰে কেনেকৈ? ভাৰতক কোনো প্ৰকাৰে শক্তিশালী আৰু প্ৰভাৱশালী হ'বলৈ আমেৰিকাই দিব নোখোজে।

আনহাতে জম্মু-কাশ্মীৰক লৈ ভাৰত আৰু পাকিস্তানৰ মাজত বিবাদ সৃষ্টি কৰাত বিশেষ ভূমিকা লোৱা আমেৰিকাই বিচাৰে এই বিবাদ চলি থকাটো। কাৰণ, তেতিয়াহে উভয় দেশতে 'ছুপাৰ পাৱাৰ'টোৰ বিভিন্ন প্ৰকাৰে প্ৰভাৱ খটুৱাৰ সুবিধা হ'ব। লগতে অৰ্থনৈতিক, উদ্যোগিক আদি সকলো দিশতে অগ্ৰগতি লাভ কৰাত কিছু পৰিমাণে হ'লেও বাধা পাব। কাৰণ, বিবাদৰ অৱসান নঘটিলে প্ৰতিৰক্ষা ব্যয় বৃদ্ধি হ'বই আৰু তাৰ প্ৰভাৱ দেশখনৰ অৰ্থনীতিত পৰিবই।

একেটা মহলৰ মতে, পাকিস্তানৰ প্ৰতি আমেৰিকাৰ বিশেষ প্ৰীতিৰ কাৰণ হ'ল মধ্য এছিয়াৰ ভৱিষ্যৎ। মধ্য এছিয়াত ইৰাণৰ প্ৰভাৱক বাধা দিয়াকে ধৰি আমেৰিকাই তেওঁলোকৰ সম্প্ৰসাৰণবাদী বিভিন্ন ন্যস্ত স্বাৰ্থ পূৰণৰ বাবে পাকিস্তানক ব্যৱহাৰ কৰিব খোজে। পাকিস্তানক হাতত ৰখাটো আমেৰিকাৰ দীৰ্ঘম্যাদী বিশ্বজোৰা ৰাজনৈতিক কৌশলৰ অংশবিশেষ। এই বিষয়ে আৰু দীঘলীয়াকৈ আলোচনা নকৰি এতিয়া কিছু পুৰণি কথালৈ উভতি যাওঁ।

## বৃটেইনৰ চকু আছিল আগৰ পৰাই

জম্মু আৰু কাশ্মীৰ ৰাজ্যখনৰ অৱস্থিতি প্ৰতিৰক্ষা আৰু ৰাজনৈতিক দিশৰ পৰা অতীব গুৰুত্বপূৰ্ণ বাবে ভাৰত শাসন কৰা বৃটিছ চৰকাৰে এই ৰাজ্যখনৰ গুৰুত্বপূৰ্ণ অঞ্চল বিশেষকৈ লাডাখ আৰু গিলগিট অঞ্চল নিজৰ নিয়ন্ত্ৰণাধীনত ৰাখিবৰ বাবে আগৰে পৰাই যত্ন কৰিছিল।

'এ হিষ্টৰী অৱ্ কাশ্মীৰ' নামৰ গ্ৰন্থত কাশ্মীৰ ৰাজ্যখনৰ গুৰুত্বপূৰ্ণ অৱস্থিতি সম্পৰ্কে এনেদৰে আছে :

" ঊনৈশ শতিকাৰ প্ৰথম ভাগত ভাৰতৰ গুৰুত্বপূৰ্ণ সীমান্ত হিচাপে কাশ্মীৰত বৃৰজীৰ দৃষ্টি নিক্ষেপ হ'ল। এই ৰাজ্যৰ মনোমোহা সৌন্দৰ্য আৰু ঐতিহ্যপূৰ্ণ গৌৰৱময় সংস্কৃতি ইতিমধ্যে বিশ্বৰ চুকে-কোণে বিয়পি পৰিছিল। কিন্তু বৃটিছ শাসিত ভাৰতৰ সাম্ৰাজ্য উত্তৰ দিশলৈ ক্ষিপ্ৰভাৱে বৃদ্ধি হোৱাত, এছিয়াৰ জাৰৰ দ্বাৰা শাসিত ৰুছিয়াৰ সম্প্ৰসাৰণ হোৱাত আৰু ক্ষমতা তীব্ৰভাৱে বৃদ্ধি হোৱাত আৰু চীনকিয়াঙলৈকে চীনৰ সীমান্ত সম্প্ৰসাৰিত হোৱাত, তিনিখন সাম্ৰাজ্যৰ সংগমস্থলী হিচাপে এই ঠাইৰ গুৰুত্ব সৰ্বাধিক হ'ল। সোনকালে এই ঠাইডোখৰ বিভিন্ন বিদেশী এজেন্টৰ কাৰ্যকলাপৰ কেন্দ্ৰ হৈ পৰিল— যিবিলাকে ঠাইডোখৰৰ ভৌগোলিক, প্ৰশাসন ব্যৱস্থা আৰু প্ৰতিৰক্ষা সম্পৰ্কে তথ্য সংগ্ৰহ কৰাত লাগিল।"

দেখা গ'ল যে ঊনৈশ শতিকাৰ আগভাগৰ পৰাই কাশ্মীৰত বিদেশী এজেন্টৰ কাৰ্যকলাপ আৰম্ভ হয়। এই বিদেশীসকলৰ ভিতৰত অগ্ৰণী হ'ল বৃটিছসকল। কাৰণ বৃটিছে ভাৰত শাসন কৰি থকাৰ কাৰণে কাশ্মীৰৰ ভৌগোলিক অৱস্থিতি অথবা এই ৰাজ্যখনৰ কোন কিখন ঠাইত তেওঁলোকৰ ঘাটি পাতিলে সুবিধা হ'ব সেই সম্পৰ্কে তথ্য সংগ্ৰহ কৰিবলৈ তেওঁলোকৰ সুচল হ'ল।

১৮০৯ চনত যেতিয়া কাশ্মীৰ শিখ সম্ৰাট মহাৰজা ৰঞ্জিত সিঙৰ অধীনত আছিল, সেই সময়ত বৃটিছে শিখ সম্ৰাটজনৰ লগত এখন চুক্তি সম্পাদন কৰিছিল। এই চুক্তিমতে শিখ সাম্ৰাজ্যত হস্তক্ষেপ নকৰিবলৈ বৃটিছ মান্তি হৈছিল। কিন্তু পিছত যেতিয়া বৃটিছে দেখিলে যে ৰুছিয়াই মধ্য এছিয়া আৰু পাৰস্যত প্ৰভাৱ বিস্তাৰ কৰিছে, তেতিয়া, ৰঞ্জিত সিঙৰ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কাশ্মীৰতো ৰুছিয়াই শেনদৃষ্টি পেলায় বুলি ভয় কৰি কাশ্মীৰ উপত্যকা সম্পৰ্কত বৃটিছৰাজ সাৱধান হ'ল। "সেয়ে আমি দেখা পাওঁ যে বৃটিছৰ প্ৰভাৱ বিস্তাৰ কৰাৰ মানসেৰে বহুতো বৃটিছ লোকে কাশ্মীৰ আৰু সমীপস্থ ঠাইত প্ৰৱেশ কৰিলে।

তেওঁলোকৰে মূৰক্ৰেফ্‌ট আদিকে ধৰি কিছুমানে লাডাখ আৰু সীমান্ত অঞ্চলত ৰঞ্জিত সিঙৰ বিৰুদ্ধে অশান্তিৰ সৃষ্টি কৰিলে।" ['এ হিষ্টৰী অৱ কাশ্মীৰ']

## মূৰক্ৰেফটৰ কাৰ্যকলাপ

মূৰক্ৰেফট আছিল ইষ্ট ইণ্ডিয়া কোম্পানীৰ সামৰিক দিশ অধ্যয়নৰ চুপাৰিণ্টেণ্ডেণ্ট। কাশ্মীৰখন শিখৰ অধীন হৈ থাকোতে ১৮৮২ চনত মূৰক্ৰেফট কাশ্মীৰলৈ আহে। ইয়াৰ আগতে তেওঁ লাডাখ ভ্ৰমণ কৰে।

মধ্য এছিয়াত বৃটিছৰ বাণিজ্য বৃদ্ধিৰ উপায় নিৰ্ধাৰণ কৰিবলৈহে তেওঁ লাডাখ আৰু কাশ্মীৰ ভ্ৰমণ কৰিবলৈ গৈছে বুলি কোৱা হৈছিল। ১৮৮৩ চনৰ মে' মাহলৈকে ছমাহ সময় তেওঁ শ্ৰীনগৰত আছিল। কাশ্মীৰ ভ্ৰমণৰ পিছত তেওঁ চীনৰ এটা অঞ্চল ভ্ৰমণ কৰিবলৈও ইচ্ছা কৰিছিল। কিন্তু চীন চৰকাৰে তেওঁৰ প্ৰাৰ্থনা মঞ্জুৰ নকৰিলে। চীন ভ্ৰমণ কৰিব নোৱাৰি তেওঁ আফগানিস্থান ভ্ৰমণ কৰে।

মূৰক্ৰেফটৰ এই দীঘলীয়া ভ্ৰমণৰ উদ্দেশ্য প্ৰকৃততে বাণিজ্যিক নাছিল— ই আছিল সম্পূৰ্ণ ৰাজনৈতিক। আফগানিস্থান আৰু মধ্য এছিয়াত ৰুছিয়াৰ প্ৰভাৱ বৃদ্ধি হোৱাৰ পটভূমিত বৃটিছে ল'ব পৰা ভূমিকা সম্পৰ্কে অধ্যয়ন কৰাই আছিল তেওঁৰ প্ৰধান লক্ষ্য।

লাডাখ ভ্ৰমণ কৰোতে মূৰক্ৰেফটে লোৱা ভূমিকা ৰহস্যজনক। সেই সময়ত কাশ্মীৰত থকা শিখৰ গৱৰ্ণৰৰ তলত আছিল লাডাখ অঞ্চল। এজন দেশীয় ৰজাই লাডাখ শাসন কৰিছিল আৰু শিখৰ আনুগত্য স্বীকাৰ কৰি তেওঁ কাশ্মীৰত থকা শিখৰ গৱৰ্ণৰক কৰ দিছিল। মূৰক্ৰেফটে লাডাখৰ ৰজাক কাশ্মীৰৰ শিখ গৱৰ্ণৰক কৰ নিদিবলৈ উচটাইছিল। তাৰ ফলত উদ্ভৱ হ'ব পৰা জটিল পৰিস্থিতিত বৃটিছে লাডাখৰ ৰজাক সহায় কৰিব বুলিও তেওঁ প্ৰতিশ্ৰুতি দিছিল। তেওঁ ইমান দূৰলৈ আগবাঢ়িল যে লাডাখখন ৰক্ষাৰ বাবে বৃটিছ চৰকাৰলৈ এখন চিঠি লিখিবলৈ লাডাখৰ ৰজাক বাধ্য কৰিলে।

মূৰক্ৰেফটৰ এনে কাৰ্যত শিখ ৰজা ৰঞ্জিত সিং আচৰিত হ'ল আৰু সেই সময়ত দিল্লীত থকা বৃটিছ ৰেছিডেণ্ট মেটকাফৰ ওচৰত তেওঁ প্ৰতিবাদ জনালে। উপায়ান্তৰ হৈ মেটকাফে শিখৰ ৰজাক জনালে যে মূৰক্ৰেফটৰ কাৰ্য অবৈধ আৰু তেওঁৰ কাৰ্যত বৃটিছ চৰকাৰৰ সমৰ্থন নাই।

মূৰক্ৰেফটে বাল্টিস্তান নামৰ অঞ্চলটোৰ মুৰব্বীজনকো এনেদৰে প্ৰতিশ্ৰুতি দিছিল যে তেওঁৰ অঞ্চল যদি শিখসকলে আক্ৰমণ কৰে, তেন্তে বৃটিছে শিখৰ বিৰুদ্ধে তেওঁক সহায় কৰিব।

এই বিলাক কাৰ্যই কি সূচায়? স্বাভাৱিকতে কাশ্মীৰৰ প্ৰতি বৃটিছৰ শেন চকু। এয়া উনৈশ শতিকাৰ আগভাগৰ কথা। কাশ্মীৰৰ পৰৱৰ্তী ৰাজনৈতিক যুৰঞ্জীয়ে প্ৰমাণ কৰে যে চীন আৰু ৰুছিয়াৰ প্ৰভাৱ এছিয়াৰ বৃহৎ অঞ্চলত বাধা দিবৰ বাবে, কাশ্মীৰখন অতি গুৰুত্বপূৰ্ণ অঞ্চল বুলি বৃটিছে বিবেচনা কৰিছিল।

## ১৭৭৪ চনতেই

বুৰঞ্জীৰ পম খেদিলে এই কথা স্পষ্ট হৈ পৰে যে কাশ্মীৰৰ ওপৰত বৃটিছৰ লোল চকু উনৈশ শকিতাতে পৰা নাছিল— পৰিছিল তাতোকৈ বহুত আগতে।

১৭৭৪ চনত বৃটিছ শাসিত ভাৰতৰ শাসনকৰ্তা ৱাৰেণ হেষ্টিংচে তিব্বতলৈ এটা ৰাজনৈতিক মিছন পঠাইছিল। এই মিছন গঠিত হৈছিল বোগলেক লৈ। এই মিছনৰ আনবিলাক উদ্দেশ্যৰ লগতে অন্যতম উদ্দেশ্য আছিল কাশ্মীৰ তিব্বতৰ ৰাজনৈতিক আৰু বাণিজ্যিক সম্পৰ্ক অধ্যয়ন কৰাটো।

মুৰক্ৰেফটে লাডাখত ভ্ৰমণ কৰি শিখৰ শাসনৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিবলৈ লাডাখৰ শাসনকৰ্তাক উচটনি দিয়াৰ বিষয়ে আগতে চমুকৈ উল্লেখ কৰা হৈছে। মুৰক্ৰেফটৰ লগত আন এজন বৃটিছো আছিল। তেওঁৰ নাম হৈছে জৰ্জ ট্ৰেবেক। তিব্বতৰ উলৰ ব্যৱসায় সম্পৰ্কে অধ্যয়ন কৰাই দুয়োজনৰ ভ্ৰমণৰ উদ্দেশ্য বুলি কোৱা হৈছিল যদিও প্ৰকৃততে তেওঁলোকৰ উদ্দেশ্য আছিল ৰাজনৈতিক। এই বৃটিছ দুজনে লাডাখৰ শাসনকৰ্তাৰ মুখ্য কৰ্মচাৰীসকলক মূল্যবান বস্তু উপহাৰ দি সহায় প্ৰাৰ্থনা কৰিছিল। এই সহায় হ'ল, তেওঁলোকক লাডাখৰ ৰজাৰ লগত সাক্ষাৎ কৰাৰ সুবিধা কৰি দিব লাগে। সেইমতে হ'লেও সাক্ষাতৰ দিন ঠিক হ'ল।

ৰজাৰ লগত সাক্ষাৎ কৰি কথা-বতৰা পাতোতে তেওঁলোকে দুটা বিষয়ে প্ৰধানকৈ জোৰ দিলে। এটা হ'ল— শিখবিলাকে যি কোনো মুহূৰ্ত্তত লাডাখ আক্ৰমণ কৰিব পাৰে বুলি বিশ্বাস কৰাবলৈ যত্ন কৰিলে আৰু সেয়ে লাডাখৰ ৰজাই বৃটিছ চৰকাৰৰ লগত বন্ধুত্বপূৰ্ণ সম্পৰ্ক গঢ়ি তুলিব লাগে বুলি ৰজাক তেওঁলোকে পৰামৰ্শ দিলে। দ্বিতীয়তে, লেহত বৃটিছৰ এটা দুৰ্গ পাতিবলৈ ৰজাই অনুমতি দিব লাগে। ৰজাই দুৰ্গ পতাৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিলে।

মুৰক্ৰেফট আৰু তেওঁৰ সতীৰ্থজন এবছৰ দিন লাডাখত আছিল। এই সময়ছোৱাত দুয়োজনে লাডাখ সম্পৰ্কে বহুতো মূল্যবান তথ্য সংগ্ৰহ কৰিলে কিন্তু বৃটিছৰ ৰাজনৈতিক উদ্দেশ্য যিদৰে সিদ্ধি হ'ব বুলি অনুমান কৰা হৈছিল, তেনেদৰে সিদ্ধি নহ'ল।

মুৰক্ৰেফট আৰু ট্ৰেবেকেই যে লাডাখ ভ্ৰমণ কৰিছিল এনে নহয়। লাডাখ শিখৰ অধীন হৈ থকা সময়ত হেণ্ডাৰচন নামেৰে আন এজন বৃটিছ ভ্ৰমণকাৰীয়েও ১৮৩৪ চনত লাডাখ ভ্ৰমণ কৰে। ১৮৪৬ চনতো লৰ্ড কানিংহ্যাম নামৰ বৃটিছ চৰকাৰৰ এজন প্ৰতিনিধি লাডাখলৈ আহি বহুতো ৰাজনৈতিক তথ্যপাতি সংগ্ৰহ কৰে। মধ্য এছিয়া আৰু তিব্বত ভ্ৰমণকাৰীসকলৰ পৰাও তেওঁ, তিব্বত আৰু মধ্য এছিয়াত ঘটা ঘটনাৱলী সম্পৰ্কে তথ্য সংগ্ৰহ কৰাত লাগি যায়। পিছে জম্মু আৰু কাশ্মীৰৰ শিখ ৰজা গোলাব সিঙে তেওঁৰ উপস্থিতি সহ্য কৰিব নোৱাৰাত, তেওঁ লাডাখৰ পৰা উভতি আহিবলৈ বাধ্য হয়।

কেৱল লাডাখ বা কাশ্মীৰতে নহয়। স্বাৰ্থ সিদ্ধিৰ বাবে গিলগিট অঞ্চল সম্পৰ্কত বৃটিছৰ হস্তক্ষেপ আলোচনা নকৰিলে, জম্মু আৰু কাশ্মীৰত বৃটিছৰ লোল চকু সম্পৰ্কে আলোচনা অসম্পূৰ্ণ হৈ ৰ'ব।

কাশ্মীৰ আৰু বৃটিছ চৰকাৰৰ মাজৰ সম্পৰ্কৰ আঁত বিচাৰিবলৈ হ'লে অমৃতসৰ চুক্তিৰ বিষয়ে জনা প্ৰয়োজন। ১৮৪৬ চনত অমৃতসৰ স্বাক্ষৰিত হোৱা এই চুক্তিখনৰ বিষয়ে ওপৰত প্ৰসংগক্ৰমে আলোচনা কৰি অহা হৈছে।

অমৃতসৰ চুক্তিৰ জৰিয়তে জম্মু আৰু কাশ্মীৰ ৰাজ্যৰ প্ৰশাসনৰ ভাৰ মহাৰজা গোলাব সিঙে পালে সঁচা কিন্তু ৰাজ্যৰ বিভিন্ন অংশত দেখা দিয়া বিদ্ৰোহৰ উচটনি দিছিল বৃটিছে। হয়তো বৃটিছৰ উদ্দেশ্য আছিল— যদি এই বিপ্লৱত মহাৰজাৰ কঁকাল ভাগে, তেন্তে তেওঁলোকে ৰাজ্যখনৰ দায়িত্ব নিজৰ হাতলৈ নি ঈপ্সিত লক্ষ্য সাধন কৰিব পাৰিব। বৃটিছৰ দুৰ্ভাগ্য যে তেওঁলোক সফল নহ'ল। মহাৰজা গোলাব সিঙে সকলো কণ্টক দূৰ কৰিলে। বৃটিছে নিজৰ উদ্দেশ্য সিদ্ধিৰ বাবে গ্ৰহণ কৰিলে আন এটা পন্থা।

## বৃটিছ 'ৰেছিডেণ্ট'

কাশ্মীৰখন সীমামূৰীয়া গুৰুত্বপূৰ্ণ ৰাজ্য বাবে এই ৰাজ্যৰ নীতি নিৰ্ধাৰণ কৰা ৰাজ দৰবাৰত বৃটিছৰ এজন লোকক নিযুক্তি দিবলৈ বৃটিছ চৰকাৰে প্ৰথমতে পৰোক্ষভাৱে আৰু পিছত প্ৰত্যক্ষভাৱে হেঁচা দিলে। এনে কৰাৰ উদ্দেশ্য হ'ল— কাশ্মীৰ ৰাজ্যৰ সীমান্তত কি ঘটিছে, সেই বিষয়ে বৃটিছ চৰকাৰৰ অৱগত হোৱা আৰু সীমান্ত সম্পৰ্কে তথ্য-পাতি সংগ্ৰহ কৰা। বৃটিছ চৰকাৰে নিজৰ উদ্দেশ্যৰ কথা প্ৰত্যক্ষভাৱে মহাৰজাক ক'ব নোৱাৰে বাবে, তেওঁলোকে এনেদৰে অভিযোগ আনিলে যে কাশ্মীৰলৈ ভ্ৰমণ কৰিবলৈ যোৱা ইউৰোপীয়সকলক যাতে কোনোৱে জোৰ জুলুম কৰিব নোৱাৰে, তাৰ বাবে কাশ্মীৰৰ মহাৰজাৰ দৰবাৰত এজন বৃটিছ 'ৰেছিডেণ্ট' নিয়োগ কৰিব লাগে।

প্ৰথম অৱস্থাত পৰোক্ষভাৱে এই প্ৰস্তাৱ দিয়া হ'ল। ১৮৪৬ চনত লৰ্ড হাৰ্ডিঞ্জে কাশ্মীৰ ভ্ৰমণ কৰি আহি মহাৰজালৈ দিয়া চিঠি এখনত মহাৰজাৰ শাসনত, তাত থকা বৃটিছসকল অসন্তুষ্ট বুলি জনালে আৰু তাৰ বাবে মহাৰজাৰ আভ্যন্তৰীণ শাসনত বৃটিছৰ হস্তক্ষেপ দাবী কৰিলে।

বৃটিছৰ এই দাবী মহাৰজা গোলাব সিঙে অগ্ৰাহ্য কৰিলে। মহাৰজাই যুক্তি প্ৰদৰ্শন কৰিলে যে কাশ্মীৰ ৰাজ্যৰ প্ৰশাসনত হস্তক্ষেপ কৰাৰ অধিকাৰ বৃটিছৰ নাই। কিয়নো, ৰাজ্যখনৰ সম্পৰ্কত বৃটিছ চৰকাৰ আৰু মহাৰজাৰ মাজত অমৃতসৰত হোৱা চুক্তিত এই বিষয়ে কোনো কথাৰ উল্লেখ নাই।

মহাৰজাৰ প্ৰতিবাদ অগ্ৰাহ্য কৰি বৃটিছ চৰকাৰে এইবাৰ লেফটেনেণ্ট আৰ টেইলৰক শ্ৰীনগৰলৈ পঠালে। মহাৰজাৰ শাসনত কাশ্মীৰৰ জনসাধাৰণ সন্তুষ্ট হয়নে নহয়, তাক নিৰ্ধাৰণ কৰাই আছিল তেওঁৰ ভ্ৰমণৰ উদ্দেশ্য। তেওঁ কাশ্মীৰলৈ গ'ল, কিন্তু উদ্দেশ্য সাধনৰ বাবে কোনো প্ৰমাণ সংগ্ৰহ কৰিব নোৱাৰি উভতি আহিল।

প্ৰতিবাৰেই ব্যৰ্থ হোৱা সত্ত্বেও পুনৰ মহাৰজা গোলাব সিঙলৈ কৰ্ণেল হেনৰী মণ্টোগমেৰী লৰেন্স আৰু জি টেইলৰে দিয়া চিঠিত কেইটামান হাস্যাস্পদ অভিযোগ আনি প্ৰমাণ কৰিবলৈ বিচাৰিলে যে মহাৰজাৰ শাসনত প্ৰজা অসন্তুষ্ট আৰু সেয়ে মহাৰজাৰ

আভ্যন্তৰীণ শাসন ব্যৱস্থাত হস্তক্ষেপ কৰিবলৈ বৃটিছক দিব লাগে। বৃটিছ বিষয়া দুজনৰ অভিযোগ চাৰিটাৰ এটা আছিল যে শালিধানৰ দাম বৃদ্ধি হোৱাত জনসাধাৰণৰ অসুবিধা হৈছে আৰু আন এটা হৈছে সতী যোৱা প্ৰথাৰ দ্বাৰা চাৰিগৰাকী মহিলাই জীৱন বিসৰ্জন দিয়া কাৰ্য বোধ কৰাত কাশ্মীৰৰ মহাৰজা বিফল হৈছে।

এইদৰে বাৰে বাৰে হেঁচা দিয়াৰ একমাত্ৰ লক্ষ্যৰ বিষয়ে আমি ওপৰত উল্লেখ কৰিছোঁ। পৰোক্ষভাৱে হেঁচা দি কৃতকাৰ্য হ'ব নোৱাৰি এইবাৰ মুকলিভাৱে বৃটিছে প্ৰস্তাৱ দিলে। ১৮৫১ চনত বৃটিছ চৰকাৰে মহাৰজাক জনালে যে কাশ্মীৰত ভ্ৰমণ কৰা ইউৰোপীয়সকলৰ তত্ত্বাৱধান ল'বলৈ মহাৰজাৰ দৰবাৰত এজন বৃটিছ 'ৰেছিডেণ্ট' নিযুক্ত কৰিবলৈ অনুমতি দিব লাগে।

এই প্ৰস্তাৱটো মহাৰজাই বিৰোধিতা কৰিলেও অৱশেষত বৃটিছৰ 'ৰেছিডেণ্ট' হিচাপে নহয়— কিন্তু তেনে ধৰণৰ এজন বৃটিছ লোকক নিযুক্তি দিবলৈ বৃটিছ চৰকাৰক অনুমতি দিলে। এই বিষয়াজনেই সময়ত গোজেই গছ হৈ পৰিল।

## বাণিজ্য চুক্তি

ব্যৱসায়িক দৃষ্টিকোণৰ পৰা কাশ্মীৰ গুৰুত্বপূৰ্ণ এই কাৰণেই যে এই ৰাজ্যৰ মাজেদি মধ্য এছিয়া, চীন আৰু তিব্বত চৰকাৰৰ লগত যোগাযোগ কৰাৰ সুবিধা যথেষ্ট। এই সুবিধা বৃটিছে সম্পূৰ্ণৰূপে গ্ৰহণ কৰিবলৈ আগবাঢ়ি আহিল আৰু ১৮৭৩ চনত বৃটিছ চৰকাৰে মহাৰজাৰ লগত কৰা এখন বাণিজ্য চুক্তিৰ দ্বাৰা মধ্য এছিয়ালৈ যোৱা পথ আৰু ভ্ৰমণকাৰীৰ নিৰাপত্তাৰ দিশটো বৃটিছৰ হাতত এৰি দিবলৈ আৰু শেহত এজন যুটীয়া বৃটিছ কমিছনাৰ নিয়োগ কৰিবলৈ অনুমতি দিবলৈ মহাৰজাক বাধ্য কৰোৱা হ'ল।

'এ হিষ্টৰী অৱ্ কাশ্মীৰ' নামৰ গ্ৰন্থৰ লেখকৰ মতে "চমুতে, মধ্য এছিয়া, চীন আৰু তিব্বত চৰকাৰৰ লগত বাণিজ্যিক আৰু ৰাজনৈতিক সম্পৰ্ক বৃটিছসকলে ল'লে"। আন কথাত, মধ্য এছিয়া আৰু তিব্বতৰ সৈতে কাশ্মীৰৰ ৰাজনৈতিক সম্পৰ্কৰ ভাগ্য নিয়ন্তা হৈ পৰিল বৃটিছৰ বিষয়াসকল। আনকি নালাগে, কাছৰৰ নামৰ ঠাইত বৃটিছৰ বিজন বাণিজ্য বিষয়া নিয়োগ কৰা হ'ল, তেওঁৰ বিষয়ৰবাৰ 'চীনৰ বিষয়ে কাশ্মীৰ ৰেছিডেণ্টৰ বিশেষ সহায়কাৰী' বুলি নামকৰণ কৰা হ'ল।

উপৰোক্ত আলোচনাৰ পৰা নিশ্চিতভাৱে প্ৰতীয়মান হয় যে কাশ্মীৰত প্ৰভুত্ব বিস্তাৰ কৰিবলৈ বৃটিছে চলোৱা চেষ্টাৰ মূলতে আছিল বৃটিছৰ বাণিজ্যিক আৰু প্ৰতিৰক্ষাৰ স্বাৰ্থ।

## গিলগিট

গিলগিট সম্পৰ্কে আলোচনা কৰিলেহে কাশ্মীৰত বৃটিছৰ স্বাৰ্থ সম্পৰ্কে কৰা আলোচনা শেষ কৰিব পৰা যায়।

বহুদিনৰে পৰা শিখসকলৰ অধীনত থকা গিলগিট অঞ্চলটোত ১৮৪৬ চনত মহাৰজা গোলাব সিঙে প্ৰশাসন কাৰ্যকৰী কৰিবলৈ লওঁতে, তাত থকা দুজন বৃটিছ বিষয়াৰ

বাবে গণ্ডগোলৰ সূত্ৰপাত হয়। ১৮৭৭ চনত তালৈ দুজন বৃটিছ বিষয়া পঠোৱা হয় আৰু তেওঁ ৰাজ্যৰ ৰাজনৈতিক আৰু অসামৰিক প্ৰশাসন নিজৰ হাতলৈ আনে। সেই সময়ত গিলগিটক 'পলিটিকেল এজেন্সী' বুলি কোৱা হৈছিল। উল্লেখযোগ্য যে এজেন্সী থকাৰ সময়ত যিজন বৃটিছ বিষয়াই গিলগিট শাসন কৰিছিল, তেওঁ আছিল চোৰাংচোৱা বাহিনীৰ নিম্ন বিষয়া। পিছত উচ্চ পৰ্যায়ৰ বৃটিছ বিষয়াসকলৰ হাতলৈ যেতিয়া গিলগিট অনা হ'ল, তেতিয়া তাৰ নাম দিয়া হ'ল 'গিলগিট এজেন্সী'। এজেন্সীটোৰ প্ৰতিৰক্ষাৰ বাবে বৃটিছ বিষয়াৰ তত্ত্বাৱধানত বৃহৎ সামৰিক দল গঠন কৰিলে আৰু চলাচলৰ সুবিধ ৰ বাবে বাট-পথ তৈয়াৰ কৰিলে। আন কথাত গিলগিট হৈ পৰিল বৃটিছৰ সামৰিক বাহিনী' এটা প্ৰধান কেন্দ্ৰ।

কাশ্মীৰৰ অংগবিশেষ গিলগিটত বৃটিছে খোপনি পোতাৰ মূলতে হ'ল, ৰুছিয়াৰ সম্প্ৰসাৰণ ৰোধ কৰা। কাৰণ, সেই সময়ত আফগানিস্থানত ৰুছিয়াই প্ৰভুত্ব বিস্তাৰ কৰিবলৈ যত্ন কৰিছিল। ৰুছিয়াক বাধা দিয়াৰ প্ৰশ্ন নুঠাহেঁতেন, বৃটিছে গিলগিটত ঘাটি নাপাতিলেহেঁতেন।

## আমেৰিকাৰ ছাঁ

কাশ্মীৰত আমেৰিকাৰ স্বাৰ্থ বহুখিনি আছে বাবেই, নিৰাপত্তা পৰিষদলৈ কাশ্মীৰ প্ৰশ্নটো ভাৰতে দিয়াৰ আগতেই ভ্ৰমণকাৰী বা আন হিচাপে কাশ্মীৰলৈ গৈ বহু আমেৰিকানে স্বাৰ্থসিদ্ধিৰ বাবে যত্ন কৰি আহিছে। ইয়াৰ মূলতে হ'ল তেতিয়াৰ বিশ্বৰ দুটা সৰ্বপ্ৰধান শিবিৰৰ (এটাৰ নেতা আমেৰিকা আৰু আনটোৰ নেতা ৰুছিয়া) মাজত চলা শীতল যুদ্ধ।

এজন আমেৰিকান বিষয়াই কৈছিল ঃ "ৰুছি ৰ কাষত আৰু আফগানিস্থান, চীন, তিব্বত, ভাৰত আৰু পাকিস্তানৰ সীমান্তত গুৰুত্বপূৰ্ণ ঠাইত কাশ্মীৰৰ অৱস্থিতি বাবে আমেৰিকাই তাত অনুৰাগ দেখুৱাইছে।"

চীন আৰু ছোভিয়েট ইউনিয়নৰ বিৰুদ্ধে কাশ্মীৰক এটা ঘাটি হিচাপে ব্যৱহাৰ কৰিবলৈ যে আমেৰিকা ইচ্ছুক আছিল সেই কথা এতিয়া পুৰণি হৈয়ো নতুন। ১৯৪৮ চনৰ এপ্ৰিল মাহত শেখ আব্দুল্লাই এইদৰে স্পষ্টভাৱে ৰাষ্ট্ৰসংঘৰ সদস্যসকলৰ বিৰুদ্ধে অভিযোগ আনিছিল ঃ "অধিকাংশ সদস্যই (নিৰাপত্তা পৰিষদৰ) কাশ্মীৰক কেৱল ৰুছিয়াৰ গুচৰ-চুবুৰীয়া হিচাপে আৰু সেইবাবে ভৱিষ্যতে ৰুছিয়াই আক্ৰমণ কৰাৰ আৱশ্যকীয় ঘাটি বুলিহে বিবেচনা কৰে।"

# লাডাখ আৰু জম্মুৰ অসন্তুষ্টি

জম্মু আৰু কাশ্মীৰক বিভাজন ঘটাই জম্মু, কাশ্মীৰ, লাডাখ— এই তিনিখন ৰাজ্য/কেন্দ্ৰীয় শাসিত অঞ্চল গঠন কৰাৰ দাবী সঘনে উঠি আহিছে। ইয়াৰ ঘাই কাৰণ হ'ল— এই অঞ্চল তিনিটাৰ বৈশিষ্ট্য বহুবোৰ দিশত বেলেগ বেলেগ। কাশ্মীৰৰ উত্তৰ-পশ্চিম অঞ্চল লাডাখ ঘাইকৈ বৌদ্ধধৰ্মী লোকৰ বাসস্থান। কাশ্মীৰৰ পৰা পৃথক কৰি লাডাখক কেন্দ্ৰীয় শাসিত অঞ্চল কৰাৰ বাবে দীৰ্ঘদিন ধৰি তাৰ জনসাধাৰণে দাবী কৰাই নহয়, আন্দোলন কৰিবলৈও বাধ্য হৈছিল। এক আপোচমূলক ব্যৱস্থাৰূপে অঞ্চলটোক স্বায়ত্ত শাসিত পাৰ্বত্য উন্নয়ন পৰিষদৰ মৰ্যাদা দিয়াৰ বাবে ১৯৯৩ চনত কেন্দ্ৰীয় চৰকাৰে সিদ্ধান্ত ল'বলৈ বাধ্য হ'ল। অৱশ্যে এই সিদ্ধান্ত কাৰ্যকৰী কৰা হ'ল ১৯৯৫ চনতহে।

পশ্চিম বংগৰ দাৰ্জিলিঙক দিয়াৰ আৰ্হিত স্বায়ত্ত শাসিত পাৰ্বত্য উন্নয়ন পৰিষদ গঠনৰ পাছত কেন্দ্ৰীয় শাসিত অঞ্চল ঘোষণাৰ দাবী কিছু তল পৰি থাকিলেও ৰাজ্যখনৰ মুখ্যমন্ত্ৰী শেখ আব্দুল্লাই ৰাজ্যখনৰ বাবে অধিক স্বায়ত্ত শাসন আৰু ১৯৫৩ চনৰ আগৰ অৱস্থা ৰাজ্যখনত প্ৰৱৰ্তন কৰাৰ দাবী কৰাত লাডাখত তাৰ তীব্ৰ প্ৰতিক্ৰিয়া হ'ল। শ্ৰীনগৰে লাডাখ শাসন কৰাৰ বিৰুদ্ধে ১৯৫২ চনতেই মাত মাতিছিল প্ৰধান লামা কুশক বাকুলাই। তেওঁৰ সেই সাহসী কণ্ঠস্বৰে লাডাখত ব্যাপক আন্দোলনৰ সূচনা কৰিছিল। সেইজন প্ৰধান লামাই ঘোষণা কৰিছিল যে[৬০], আমাৰ মৃতদেহৰ ওপৰতহে আব্দুল্লাৰ অধিক স্বায়ত্ত শাসনৰ প্ৰস্তাৱ কাৰ্যকৰী হ'ব পাৰে। তেওঁৰ অভিযোগ, "শ্ৰীনগৰৰ অপশাসনক ভাৰত চৰকাৰে বাধা দিবলৈ সক্ষম হোৱা নাই।" "লাডাখ বৌদ্ধিষ্ট এছ'চিয়েশ্যন' (এল-বি-এ) সংগঠনটোৱে এখন প্ৰচাৰ পত্ৰত অভিযোগ কৰিছিল যে যোৱা ৫২ বছৰে [illegible] ৰাজ্যিক সচিবালয়ত আন শ্ৰেণীৰ বৌদ্ধ ধৰ্মাৱলম্বী কৰ্মচাৰীৰ কথা বাদেই— চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰী এজনো নাই।

দীৰ্ঘদিন ধৰি লাডাখ অঞ্চলটো অনাদৃত আৰু অৱহেলিত। প্ৰথমতে পাকিস্তানী আৰু তাৰ পাছত চীনৰ আক্ৰমণৰ সময়তহে লাডাখ বাহিৰৰ জনসাধাৰণৰ দৃষ্টিলৈ আহে। উল্লেখযোগ্য যে কোনো এজন মহাৰজাই লাডাখ ভ্ৰমণ কৰা নাছিল। চৈয়দ মীৰ কাছিম হ'ল ৰাজ্যখনৰ প্ৰথমজন মুখ্যমন্ত্ৰী— যিজনে ৭০ দশকৰ আগভাগত অঞ্চলটো ভ্ৰমণ কৰিছিল।

লাডাখৰ বৌদ্ধধৰ্মীসকলৰ প্ৰধান লামা কুশক বাকুলাৰ কথা ওপৰত উল্লেখ কৰা হৈছে। ৰাজ্যখনৰ ৰাজনীতি আৰু প্ৰশাসনত লাডাখীসকলৰ সক্ৰিয় অংশগ্ৰহণৰ দাবী কৰি বাকুলাই ১৯৫২ চনত আন্দোলনৰ সূচনা কৰিলে। তেওঁ লগতে এই যুক্তিও আগবঢ়াই

---

৬০। 'টাইমচ অব ইণ্ডিয়া' ২৪ জুন সংখ্যা, ২০০০

দিলে যে ৰাজ্যখনৰ বাবে অধিক স্বায়ত্ত শাসনৰ যি দাবী শ্বেখ আব্দুল্লাই কৰিছে, সেই দাবী কেন্দ্ৰীয় চৰকাৰে মানি ল'লে, তেওঁলোকে তিব্বতত যোগ দিব। মুখ্য লামাজনৰ ঘোষণা সত্ত্বেও কিছুদিন লাডাখ শান্ত হৈ আছিল যদিও লাডাখীসকলৰ অসন্তুষ্টি তুঁহ জুইৰ দৰে জ্বলি থাকিল। ১৯৬৪ চনত লাডাখীসকলে এক সংঘবদ্ধ আন্দোলন প্ৰথমবাৰৰ বাবে আৰম্ভ কৰিলে। "কাশ্মীৰীসকলৰ আধিপত্য"ৰ প্ৰতিবাদ কৰি তেওঁলোকে কেন্দ্ৰীয় শাসিত অঞ্চল দাবী কৰিলে। চৰকাৰে নৰম-কঠোৰ ব্যৱস্থাৰে আন্দোলন দমন কৰিবলৈ যত্ন কৰিলে। মাজে মাজে আন্দোলনে শান্ত ৰূপ লোৱা যেন দেখা গ'লেও, সেয়া প্ৰকৃত পৰিস্থিতিৰ প্ৰতিফলন নাছিল।

একেটা দাবীতে ১৯৭৪ আৰু ১৯৮২ চনত ব্যাপক আন্দোলন হ'ল। আঞ্চলিক বৈষম্যৰ অভিযোগ সম্পৰ্কে তদন্ত কৰিবলৈ চৰকাৰে ১৯৭৯ চনত ন্যায়াধীশ ছিক্ৰিৰ নেতৃত্বত এটা আয়োগ গঠন কৰিবলৈ বাধ্য হ'ল। লাডাখীসকলৰ অভাৱ-অভিযোগবোৰৰ যুক্তিযুক্ততাত পতিয়ন গৈ আয়োগে তেওঁলোকৰ প্ৰতিবেদনত ভালেমান অনুমোদন আগবঢ়ালে। তাৰ ভিতৰত উল্লেখযোগ্য হ'ল— লাডাখৰ বাবে এখন পৃথক উন্নয়ন পৰিষদ গঠন, লেহত এখন ডিগ্ৰী কলেজ প্ৰতিষ্ঠা, লাডাখ অতিশয় ঠাণ্ডা বাবে গোটেই বছৰ ধৰি বিদ্যুতৰ নিয়মীয়া যোগান আৰু ৰাজ্যিক মন্ত্ৰীসভাত অন্ততঃ এজন লাডাখীৰ অন্তৰ্ভুক্তি।

ছিক্ৰি আয়োগৰ অনুমোদনবোৰ কাৰ্যকৰী কৰাত ৰাজ্য চৰকাৰে কোনো ধৰণৰ আগ্ৰহ প্ৰকাশ নকৰিলে। বৰঞ্চ লাডাখ অঞ্চলৰ (লেহ জিলাৰ) মুছলিম সংখ্যাগৰিষ্ঠ কাৰ্গিল অঞ্চল ফালি নি এখন পৃথক জিলাৰ মৰ্যাদা দিলে।

১৯৮২ চনত হোৱা আন্দোলন বিভিন্ন পন্থাৰে শাম কটাবলৈ চৰকাৰ সক্ষম হ'ল যদিও পৰৱৰ্তী নতুন কিছুমান পৰিস্থিতিৰ পটভূমিত ১৯৮৯ চনৰ ১৫ অক্টোবৰৰ পৰা ব্যাপকভাৱে পুনৰ আন্দোলন আৰম্ভ হ'ল। বিশিষ্ট সাংবাদিক ডি. পি. কুমাৰৰ মতে, 'পুঞ্জীভূত অভাৱ-অভিযোগ, সুভাষ ঘিছিঙৰ নেতৃত্বত দাৰ্জিলিং পাৰ্বত্য অঞ্চলত ঘটা ঘটনাৱলী, দিকবলয়ৰ ঠিক তলতে থকা উপত্যকাটোত উগ্ৰবাদৰ আবিৰ্ভাব আৰু পূব ইউৰোপ আৰু মধ্য এছিয়াৰ ঘটনাৱলীৰ দূৰণিৰ বিঙে তেওঁলোকৰ খং ১৯৮৯ চনৰ ১৫ অক্টোবৰ তাৰিখে বিস্ফোৰিত হোৱাৰ কাৰক হৈ পৰিল।"

লাডাখক কেন্দ্ৰীয় শাসিত অঞ্চল কৰাৰ বাবে জনোৱা দাবীত হোৱা আন্দোলনত তিনিজন লোক নিহত হ'ল। পৰিস্থিতি উত্তপ্ত হোৱাত লৰালৰিকৈ কেন্দ্ৰীয় গৃহমন্ত্ৰী বুটা সিং লেহলৈ যাব লগা হ'ল। আন্দোলনকাৰী নেতৃবৰ্গৰ সৈতে কেন্দ্ৰীয় গৃহমন্ত্ৰীজনে এখন ত্ৰিপাক্ষিক চুক্তিত স্বাক্ষৰ কৰিলে। ১৯৮৯ চনৰ ২১ অক্টোবৰত এই চুক্তি স্বাক্ষৰ কৰাৰ সময়ত, ৰাজ্য চৰকাৰৰ দুজন মন্ত্ৰী (মংগত ৰাম শৰ্মা আৰু মহম্মদ ছফি উৰি) উপস্থিত আছিল। চুক্তিখন কাৰ্যকৰী কৰাত কিন্তু চৰকাৰে তৎপৰতা প্ৰদৰ্শন নকৰিলে। ফলত, ১৯৯২ আৰু ১৯৯৩ চনত পুনৰ আন্দোলন আৰম্ভ হ'ল। "কাশ্মীৰীসকলৰ আধিপত্যজনিত শোষণ"ৰ অৱসান আৰু লাডাখীসকলৰ নিজৰ ভৌগোলিক, সাংস্কৃতিক আৰু জাতিগত স্বকীয়তাৰ স্বীকৃতিয়েই আন্দোলনৰ লক্ষ্য বুলি ঘোষণা কৰা হ'ল।

১৯৯৩ চনত চৰকাৰী প্ৰতিনিধি দলৰ সৈতে আন্দোলনকাৰী নেতৃবৰ্গৰ আলোচনা হ'ল। ১৯৯৪ চনত পুনৰ আলোচনা হ'ল। দাৰ্জিলিং পাৰ্বত্য পৰিষদৰ আৰ্হিত এখন পৰিষদ গঠনৰ পৰামৰ্শ চৰকাৰে মানি ল'লে। কিন্তু পুনৰবাৰ দেখা গ'ল যে চৰকাৰে তাক কাৰ্যকৰী কৰাত কোনো ধৰণৰ তৎপৰতা প্ৰদৰ্শন নকৰিলে। তেওঁলোকৰ বাবে আৰু নিৰাশাজনক কথা হ'ল— তেতিয়াৰ প্ৰধানমন্ত্ৰী নৰসিংহ ৰাৱে তেওঁলোকক কোৱা কথা। ১৯৯৪ চনৰ ১৭ ফেব্ৰুৱাৰীত প্ৰধানমন্ত্ৰীক সাক্ষাৎ কৰোতে প্ৰধানমন্ত্ৰীয়ে ক'লে যে তেওঁলোকৰ কথা নতুনকৈ পৰীক্ষা কৰা হ'ব আৰু অধিক আলোচনা হ'ব। প্ৰধানমন্ত্ৰীৰ এনে মন্তব্যই লাডাখী ৰাইজৰ নেতৃত্ব দিয়াসকলক হতাশ কৰিলে।

১৯৯৫ চনত আন্দোলন ব্যাপক হ'ল। লেহত মহিলাৰ এটা বিৰাট সমাবেশ হ'ল আৰু তেওঁলোকে কেইবা ঘণ্টা ধৰি উপায়ুক্তক ঘেৰাও কৰিলে। ৮ এপ্ৰিল তাৰিখে সৰ্বদলীয় লাডাখ ছাত্ৰ ইউনিয়নে প্ৰধানমন্ত্ৰীক জনালে যে ২৩ মে'ৰ ভিতৰত যদি প্ৰতিশ্ৰুতি দিয়া মৰ্মে 'লাডাখ স্বায়ত্ত শাসিত পাৰ্বত্য পৰিষদ গঠন'ৰ বিধেয়কখন চৰকাৰে নানে, তেন্তে তেওঁলোকৰ দুজন সদস্যই আত্মজাহ যাব। আনহাতে প্ৰস্তাৱিত পৰিষদখনৰ সমন্বয়কাৰী কমিটীৰ সদস্য ৰিগজিন স্পালবোৰ ঘোষণা কৰিলে যে ৰাজ্যখনৰ বিধান সভাৰ নিৰ্বাচনৰ আগতে পাৰ্বত্য পৰিষদখন গঠন নকৰিলে, তেওঁলোকে নিৰ্বাচন বৰ্জন কৰিব। এনে পৰিস্থিতিত বাধ্য হৈ পৰিষদখন গঠন কৰা হ'ল ১৯৯৫ চনৰ ছেপ্টেম্বৰ মাহত। নক'লেও হ'ব যে নেচনেল কনফাৰেন্স দলৰ নেতৃবৰ্গৰ প্ৰবল বিৰোধিতাৰ বাবেই কেন্দ্ৰীয় চৰকাৰে প্ৰতিশ্ৰুতি দিও পৰিষদ গঠনৰ সিদ্ধান্ত বাৰে বাৰে পিছুৱাই দিছিল।

## জম্মুৰ অসন্তুষ্টি

জম্মু-কাশ্মীৰ ৰাজ্যখনক, কাশ্মীৰ উপত্যকা, লাডাখ আৰু জম্মু— এই তিনিটা ভাগত ভাগ কৰাৰ দাবী যথেষ্ট পুৰণি। লাডাখ অঞ্চলৰ দৰে জম্মু অঞ্চলৰ ৰাইজৰো মাই অভিযোগ হ'ল— ৰাজ্যখনৰ চৰকাৰে তেওঁলোকক অবহেলা কৰিছে। দেশ বিভাজনৰ আগতে জম্মু ৰাজ্যখনৰ ক্ষমতাৰ কেন্দ্ৰ বিন্দুয়েই নাছিল— কাশ্মীৰ উপত্যকাতকৈ জম্মু অঞ্চল আকাৰতেই নহয়— জনসংখ্যাৰ পিনৰ পৰাও ডাঙৰ আছিল। যুদ্ধ বিৰতি ৰেখাই জম্মুৰ আকাৰ হ্ৰাস কৰিলেও এতিয়াও অঞ্চল হিচাপত কাশ্মীৰ উপত্যকাতকৈ জম্মু ডাঙৰ। অৱশ্যে জম্মুৰ জনসংখ্যা কাশ্মীৰ উপত্যাতকৈ সামান্য কম। ৰাজ্যখনৰ মুঠ জনসংখ্যাৰ ৪৫ শতাংশই জম্মুত আৰু ৫৩ শতাংশই কাশ্মীৰ উপত্যকাত বাস কৰে।

জম্মু-কাশ্মীৰ ৰাজ্য ভাৰতৰ লগত চামিল হোৱা সময়ত আৰু ১৯৪৭ চনত পাকিস্তানে আক্ৰমণ কৰাৰ আগতে জম্মু আছিল মুছলমান সংখ্যাগৰিষ্ঠ অঞ্চল। দেশ বিভাজনৰ সময়ত জম্মুৰ বহু মুছলমান পাকিস্তানলৈ গ'ল। সেইবোৰ ঠাই পূৰালেহি পাকিস্তান আৰু পাক-অধিকৃত অঞ্চলৰ পৰা অহা হিন্দু আৰু শিখসকলে। ফলত, জম্মু অঞ্চল হিন্দু সংখ্যাগৰিষ্ঠ হৈ পৰিল।

প্ৰবল দাবীৰ ফলত শেহতীয়াকৈ ৰাজ্যিক বিধান সভাত জম্মু আৰু লাডাখৰ আসনৰ সংখ্যা বৃদ্ধি কৰা হ'ল। এতিয়া অঞ্চল তিনিটাত বিধান সভাৰ আসনৰ সংখ্যা হ'ল

এনেকুৱা ঃ কাশ্মীৰ উপত্যকা ৪৬, জম্মু ৩৭ আৰু লাডাখ ৪। কিন্তু দীৰ্ঘ দিন ধৰি এই সংখ্যা আছিল যথাক্ৰমে ৪৪, ৩০ আৰু ২। অৰ্থাৎ জনসংখ্যা অনুপাতে বিধান সভাত জম্মু আৰু লাডাখৰ প্ৰতিনিধি নাছিল। কেৱল সেয়েই নহয়— বিশিষ্ট সাংবাদিক ভি. পি. কুমাৰৰ মতে[৬১], "৩৭০ অনুচ্ছেদৰ ভিত্তিত একক ৰাজনৈতিক ক্ষমতা লাভ কৰি কাশ্মীৰী শাসকসকলে অনুসৰণ কৰা নীতিয়ে এনে পৰিস্থিতিৰ সৃষ্টি কৰিলে যে জম্মুৰ কোনোৱেই কাশ্মীৰত বসবাস কৰিব নোৱাৰে, চাকৰি কৰিব নোৱাৰে বা ৰাজ্যখনৰ মুখ্যমন্ত্ৰী হ'ব নোৱাৰে। তেওঁলোকে কৰা এয়া সামান্য ত্ৰুটি নহয়। এয়া হৈছে— স্বাধীনতা বিচৰা জম্মুৰ জনসাধাৰণৰ বিৰুদ্ধে প্ৰতিশোধ লোৱাৰ এক বিৰাট ষড়যন্ত্ৰৰ অংশবিশেষ।"

জম্মু হ'ল ৰাজ্যখনৰ প্ৰশাসনৰ শীতকালীন ৰাজধানী। প্ৰতি বছৰে শীতকালি ভালেমান চৰকাৰী কাৰ্যালয় শ্ৰীনগৰৰ পৰা জম্মুলৈ স্থানান্তৰ কৰা হয়। ১৯৮৭ চনত ৰাজ্য চৰকাৰে জম্মুলৈ জাৰকালি স্থানান্তৰ কৰা কাৰ্যালয়ৰ সংখ্যা হ্ৰাস কৰাত জম্মুৰ বাইজৰ মাজত বিৰূপ প্ৰতিক্ৰিয়া হয়।

ৰাজ্যখনৰ বিশিষ্ট সাংবাদিক আৰু সমাজকৰ্মী বলৰাজ পুৰীৰ মতে,[৬২] "নেচনেল কনফাৰেন্স দলৰ জম্মু কমিটীখন আৰু এই কমিটীৰ বিষয়ববীয়াসকলক সঘনে সলনি কৰি কাশ্মীৰী নেতৃত্বই তেওঁলোকক নিষ্ক্ৰিয় কৰি তুলিছিল। কাৰণ, তেওঁলোকে নিজে মনোনীত কৰা লোককো বিশ্বাস কৰা নাছিল। ৰাজতন্ত্ৰৰ অৱসান আৰু ক্ষতিপূৰণ নিদিয়াকৈ খেতিয়কসকললৈ মাটি হস্তান্তৰকৰণে জম্মুৰ ফিউডেল নেতৃত্বৰ স্বাৰ্থ ক্ষুণ্ণ কৰিছিল।... তেওঁলোক (জম্মুৰ ৰাইজ) বঞ্চিত হোৱা অনুভূতি ইয়াৰ পৰাই স্পষ্ট যে সংখ্যাৰ দিনৰ পৰা (কাশ্মীৰ) উপত্যকাটোৰ গৰিষ্ঠতা সামান্য আছিল যদিও ১৯৫২ চনত ৫ জনীয়া মন্ত্ৰীসভাত জম্মুৰ প্ৰতিনিধি আছিল মাত্ৰ এজন (প্ৰতিনিধিজনৰ চৰিত্ৰ যিয়েই নহওক লাগিলে)। শাসক দলটোৰ আটাইবোৰ গুৰুত্বপূৰ্ণ বিষয়ববীয়া— সভাপতি, উপসভাপতি, সাধাৰণ সম্পাদক, কোষাধ্যক্ষ আছিল উপত্যকাটোৰ লোক।"

এনেদৰে নতুন ব্যৱস্থাটোত অংশ গ্ৰহণৰ পৰা বঞ্চিত হোৱা যেন ধাৰণাৰ লগতে নতুন শাসকসকলৰ দ্বাৰা তেওঁলোক (জম্মুৰ হিন্দু ৰাইজ) আশ্বস্ত হ'ল। ভাৰতে স্পষ্টভাৱে প্ৰতিশ্ৰুতি দিয়া গণভোটত ভাৰতৰ বিৰুদ্ধে ভোট দি ৰাজ্যখন যদিহে মুছলিম সংখ্যাগৰিষ্ঠ হ'বলৈ হয়, তেতিয়া হ'লে তেওঁলোকৰ ভাগ্য কি হ'ব, সেই কথা ভাবি জম্মুত সংখ্যাগৰিষ্ঠতা থকা হিন্দুসকলে অনিশ্চয়তা অনুভৱ কৰিলে। এইবোৰ ভয়ে ৰাজ্যখনৰ বিভাজনৰ কথা মনলৈ আনিলে...।"

১৯৮৯ চনৰ শেষৰ পৰা কাশ্মীৰত এক নতুন পৰিস্থিতিৰ উদ্ভৱ হ'ল। ৰাজ্যখনত সন্ত্ৰাসবাদে মূৰ দাঙি উঠিল। কাশ্মীৰ উপত্যকাত থকা কাশ্মীৰী পণ্ডিত অৰ্থাৎ হিন্দুসকলক তাৰ পৰা খেদাৰ বাবে এক পৰিকল্পিত প্ৰচেষ্টা আৰম্ভ হ'ল। (এই বিষয়ে কাশ্মীৰী পণ্ডিত অধ্যায়ত বহলাই আলোচনা কৰা হৈছে)। বহু সংখ্যক কাশ্মীৰী পণ্ডিতে জম্মুত আশ্ৰয়

৬১। 'কাশ্মীৰ বিয়ণ্ড টু ডেমক্ৰেচী' শীৰ্ষক গ্ৰন্থ
৬২। 'কাশ্মীৰ টুৱাৰ্ডছ ইনচাৰজেন্সী' শীৰ্ষক গ্ৰন্থ

ল'লেহি। কাশ্মীৰী উগ্ৰপন্থীসকলৰ উদ্দেশ্য স্পষ্ট— কাশ্মীৰ উপত্যকা কেৱল মাত্ৰ মুছলমানসকলৰ বসতিপ্ৰধান অঞ্চলৰূপে গঢ়ি তোলাটো। আচৰিত হ'ব লগা কথা যে[৬৩] পাঁচ হেজাৰৰো অধিক পণ্ডিতক হত্যা কৰা আৰু ৩ লাখ পণ্ডিতক কাশ্মীৰ উপত্যকাৰ পৰা পলাই যাবলৈ বাধ্য কৰা পৰিস্থিতি দেশ বিভাজনৰ সময়ত ভাৰত খণ্ডিত হৈ পাকিস্তান সৃষ্টি হোৱাৰ সময়ত হোৱা নাছিল। হোৱা নাছিল পাকিস্তানত। হ'ল— ভাৰতৰ অবিচ্ছেদ্য অংগ বুলি ঘোষিত ৰাজ্য জম্মু-কাশ্মীৰত।

জম্মুক এক পৃথক ৰাজনৈতিক স্থিতি প্ৰদান সম্পৰ্কে জম্মু বিশ্ববিদ্যালয়ৰ আধুনিক বুৰঞ্জীৰ অধ্যাপক হৰি ওমে এক তাৎপৰ্যপূৰ্ণ যুক্তি দিব খোজে। তেওঁৰ মতে[৬৪], ১৮৪৬ চনৰ মাৰ্চ মাহত অমৃতসৰ চুক্তিৰ অধীনত জন্ম লাভ কৰাৰ পৰা জম্মু আৰু কাশ্মীৰে কেতিয়াও এক একত্ৰিত ৰাজনৈতিক সত্তা পাব নোৱাৰিলে। ১৯৪৭ চনত ভাৰতৰ লগত চামিল হোৱাৰ সময়লৈকে জম্মু-কাশ্মীৰ আৰু লাডাখৰ ভিন্ন ভিন্ন অঞ্চল বা ৰাজ্যখনৰ আনবোৰ অংশৰ লগত একমাত্ৰ যোগসূত্ৰ আছিল মহাৰজাগৰাকী। যুৱৰাজৰ শাসনৰ অৱসান ঘটাৰ লগে লগে এই যোগসূত্ৰও আনকি নাইকিয়া হৈ গ'ল। চামিলকৰণৰ (ভাৰতৰ লগত) পাছত ৰাজ্যখনৰ পুনৰ্গঠন কৰি জম্মু, কাশ্মীৰ আৰু লাডাখ— তিনিখন পৃথক পৃথক ৰাজ্যৰ সৃষ্টি কৰাটো আদৰ্শমূলক পন্থা হ'লহেঁতেন। কেন্দ্ৰীয় চৰকাৰে যেতিয়া ৰাজ্যখনৰ একক ৰাজনৈতিক স্থিতি ৰাখিবলৈ সিদ্ধান্ত ল'লে, তেতিয়া জম্মু, কাশ্মীৰ আৰু লাডাখৰ সংস্কৃতি, ভাষা, ভূগোল, বুৰঞ্জী আৰু ৰাজনৈতিক অনুভূতিৰ ক্ষেত্ৰত থকা ভিন্নতাৰ বুজ লোৱাটো উচিত কথা আছিল। প্ৰতিটো অঞ্চল মুক্তভাৱে আগুৱাই যাব পৰাকৈ এক প্ৰশাসনীয় গাঁথনি উদ্ভাৱন কৰাৰ প্ৰয়োজন আছিল।" নক'লেও হ'ব যে অধ্যাপক হৰি ওমৰ দৰে দূৰদৰ্শী চিন্তা কৰাৰ বাবে তেতিয়া শেখ আব্দুল্লাই হওক বা দিল্লীৰ শাসনত থকাসকলেই হওক, কাৰো সময় নাছিল।

ঘাইকৈ ৰাজনৈতিক আৰু প্ৰশাসনিকভাৱে জম্মুক অৱহেলা কৰাৰ প্ৰতিবাদত আৰু স্বায়ত্ত শাসনৰ দাবীত জম্মুত এটাৰ পাছত আন এটাকৈ আন্দোলন হ'ল। ১৯৫২-৫৩ চনত প্ৰজা পৰিষদৰ (জম্মুত তেতিয়াৰ ভাৰতীয় জনসংঘৰ দলৰ অনুৰূপ সংগঠন) আন্দোলন, ১৯৬৬-৬৭ চনত ছাত্ৰ আন্দোলন আৰু ১৯৭৯ চনৰ পুঞ্চৰ বিদ্ৰোহে আদিয়ে জম্মু অঞ্চলৰ বাইজৰ ক্ষোভৰ বিষয়ে বুজ ল'বলৈ একাধিক আয়োগ গঠন কৰিবলৈ চৰকাৰক বাধ্য কৰিলে। আঞ্চলিক স্বায়ত্ত শাসন দিয়াৰ বাবে উঠা দাবীৰ জনপ্ৰিয়তালৈ লক্ষ্য কৰি ১৯৮৬ চনত ডাঃ ফাৰুক আব্দুল্লাই এই সন্দৰ্ভত বলৰাজ পুৰীৰ নেতৃত্বত এটা আয়োগ গঠন কৰি দিলে। জম্মুৰ আঞ্চলিক অসমতা পৰীক্ষা কৰাৰ বাবে গঠিত আন এটা আয়োগ আছিল— গজেন্দ্ৰ গাড়কাৰ আয়োগ (১৯৬৭)। আঞ্চলিক অসমতা বিৰাজ কৰাৰ কথা স্বীকাৰ কৰি সেইবোৰ আঁতৰ কৰাৰ বাবে আয়োগে বিভিন্ন পৰামৰ্শ দিলেও সেইবোৰ কাৰ্যকৰী কৰা নহ'ল, জম্মুক স্বায়ত্ত শাসন দিয়াৰ দাবী গ্ৰাহ্য নহ'ল।

---

৬৩। এই পৰিসংখ্যা উদ্ধৃত কৰা হৈছে বিশিষ্ট সাংবাদিক ভি পি কুমাৰৰ গ্ৰন্থ 'কাশ্মীৰ : ৰিটাৰ্ণ টু ডেম'ক্ৰেচী'ৰ পৰা।

৬৪। ভি পি কুমাৰৰ গ্ৰন্থ 'কাশ্মীৰ : ৰিটাৰ্ণ টু ডেম'ক্ৰেচী'।

# 'আজাদ কাশ্মীৰ' আৰু 'নদাৰ্ণ এৰিয়াজ'

ভাৰত আৰু পাকিস্তানৰ মাজত ১৯৪৯ চনত যুদ্ধ বিৰতি হওঁতে পাকিস্তানৰ দখলত থাকিল সৰ্বমুঠ ৩৩ হেজাৰ বৰ্গ মাইল অঞ্চল। তাৰে ৫ হেজাৰ বৰ্গ মাইল অঞ্চলেৰে গঠিত হ'ল 'আজাদ কাশ্মীৰ' অঞ্চল। বাকী অংশ জনাজাত 'নদাৰ্ণ এৰিয়াজ' বুলি— যিটো অংশ পোনপটীয়াকৈ শাসন কৰে পাকিস্তান চৰকাৰে। 'নদাৰ্ণ এৰিয়াজ'ৰ প্ৰশাসনীয় গোট দুটা। এটা গিলগিট আৰু আনটো বাল্টিস্থান।

পাকিস্তান অধিকৃত কাশ্মীৰৰ এই অঞ্চল দুটাৰ পৰিস্থিতি কি? আন্তঃৰাষ্ট্ৰীয় মঞ্চত পাকিস্তানে ভাৰতৰ জম্মু-কাশ্মীৰ অঞ্চলত আত্ম নিৰ্ধাৰণৰ দাবী উত্থাপন কৰে; কিন্তু তেওঁলোকে তাত কি কৰিছে? ১৯৯৫ চনত ৰাষ্ট্ৰসংঘৰ মানৱ অধিকাৰ আয়োগৰ সভাত ভাৰতৰ প্ৰতিনিধি দলৰ নেতা গোলাম নবী আজাদে এই প্ৰশ্ন উত্থাপন কৰি গৈছিল, "পাকিস্তানে জম্মু-কাশ্মীৰত আত্ম নিৰ্ধাৰণৰ দাবী কৰিছে, কিন্তু সেই একে অধিকাৰ দিয়াৰ পৰা পাক-অধিকৃত কাশ্মীৰৰ ৰাইজক বঞ্চিত কৰিছে। নদাৰ্ণ টেৰিটৰীক আনকি প্ৰতিনিধিত্বৰ মৌলিক অধিকাৰৰ পৰাও বঞ্চিত কৰা হৈছে। আজি পৰ্যন্ত তাত নিৰ্বাচন হোৱা নাই।" ('টাইমছ অব্ ইণ্ডিয়া'ৰ ১৯৯৫ চনৰ ৮ মাৰ্চ সংখ্যাত প্ৰকাশিত সুভাষ কিৰ্পাকাৰৰ প্ৰবন্ধ)

মন কৰিব লগা যে পাকিস্তানৰ অংশবিশেষ হৈ পৰাৰ পাছৰে পৰা 'নদাৰ্ণ এৰিয়াজ'ৰ জনসাধাৰণে গণতান্ত্ৰিক অধিকাৰৰ বাবে সংগ্ৰাম কৰিব লগা হৈছে। ১৯৯৪ চনত অঞ্চলটোৰ বাৰ দলীয় মৰ্চাই এটা বিবৃতিত কৈছিল যে মহাৰজাৰ দিনত যি সাধাৰণ অধিকাৰ অঞ্চলটোৰ ৰাইজে পাইছিল, সেইখিনিও পাকিস্তানৰ শাসনৰ দিনত নোহোৱা হ'ল। মহাৰজাৰ শাসন কালত ৰাজ্যিক বিধান সভাত তেওঁলোকৰ বাবে তিনিখন আসন আছিল, কিন্তু পাকিস্তানৰ দিনত এখনো আসন নোহোৱা হ'ল। বিবৃতিটোত উল্লেখ কৰা এটা গুৰুতৰ অভিযোগ হ'ল যে তেওঁলোকৰ চিনাকিয়েই এতিয়া নাইকিয়া হ'ল, তেওঁলোকক ভোটদানৰ পৰা বঞ্চিত কৰা হ'ল। 'নদাৰ্ণ এৰিয়াৰ ৰাইজৰ আন ৰাজ্যৰ দৰে নাই— নাগৰিকৰ অধিকাৰ, নাই পৃথক সাংবিধানিক স্থিতি।"

দীৰ্ঘ-দিন ধৰি জনোৱা দাবীক অগ্ৰাহ্য কৰিব নোৱাৰি অৱশেষত পাকিস্তান চৰকাৰে 'নদাৰ্ণ এৰিয়াজ কাউন্সিল' নামেৰে এখন কাউন্সিল গঠন কৰিলেও ৰাইজে আশা কৰাৰ দৰে কাউন্সিলখন নোহোৱাত এই ব্যৱস্থাত স্থানীয় দলবোৰেও তীব্ৰ অসন্তুষ্টি প্ৰকাশ কৰিলে। ২৪ জনীয়া কাউন্সিলখনৰ নিৰ্বাচন পতা হ'ল। নিৰ্বাচনত তেতিয়াৰ শাসক দল পাকিস্তান পিপলছ পাৰ্টিয়ে ৮খন আৰু বিৰোধী মুছলিম লীগে মাত্ৰ এখন আসনহে লাভ কৰিলে। বাকী আসনবোৰ লাভ কৰিলে অঞ্চলটোৰ স্থানীয় দলবোৰে। স্থানীয়

দলবোৰৰ দাবী মন কৰিব লগা। নিয়ন্ত্ৰণ ৰেখাই পৃথক কৰি ৰখা উভয় কাশ্মীৰৰ পুনৰ একত্ৰীকৰণ, ভাৰত আৰু পাকিস্তান উভয়ৰ পৰা স্বাধীন হৈ থকা আদি হ'ল তেওঁলোকৰ ঘাই দাবী।

'নদাৰ্ণ এৰিয়াজ'ৰ অন্যতম প্ৰশাসনীয় গোট গিলগিট পূৰ্বতে 'গিলগিট এজেন্সী' বুলি জনাজাত আছিল। ১৯৪৭ চনত পাক-সমৰ্থিত জনজাতীয় লোকে কাশ্মীৰ আক্ৰমণ কৰাৰ সময়ত এই অঞ্চলটো বিখ্যাত হৈ পৰে। বৃটিছে গিলগিট এজেন্সী ১৯৩৫ চনত মহাৰজা হৰি সিঙৰ পৰা লীজত লৈছিল ৬০ বছৰৰ বাবে। ভাৰত এৰি যোৱাৰ তিনি সপ্তাহৰ আগতে অৰ্থাৎ ১৯৪৭ চনৰ জুলাই মাহৰ শেষত এই অঞ্চলটো মহাৰজাক ঘূৰাই দিয়ে। গিলগিট স্কাউটৰ কমাণ্ডাৰ আছিল মেজৰ উইলিয়াম ব্ৰাউন। তেওঁৰ পৰা দায়িত্বভাৰ ল'বলৈ অঞ্চলটোৰ গৱৰ্ণৰৰূপে নিযুক্তি দি মহাৰজাই পঠায় তেওঁৰ অনুগত ব্যক্তি ব্ৰিগেডিয়াৰ ঘনচাৰ সিঙক। ইতিমধ্যে গিলগিটৰ পৰিস্থিতি সলনি হৈছে। মহাৰজাই ভাৰতৰ লগত চামিল হোৱাৰ বাতৰি পাই স্থানীয় মুছলিমসকলে বিদ্ৰোহ কৰি উঠিছে। পাকিস্তানৰ লগত চামিলকৰণৰ বাবে হোৱা বিদ্ৰোহত মেজৰ ব্ৰাউনে হাত মিলালে। ১৯৪৭ চনৰ ৪ মাৰ্চত গিলগিত পাকিস্তানী পতাকা উত্তোলন কৰে ব্ৰাউনে নিজে। আনহাতে মহাৰজাই পঠোৱা ব্ৰিগেডিয়াৰজনক দুমাহ বন্দী কৰি ৰাখি মুকলি কৰি দিয়া হয়। পাকিস্তানক অঞ্চলটোৰ প্ৰশাসনৰ দায়িত্ব ল'বলৈ আহ্বান জনোৱা হয়। এইদৰে বিনাযুদ্ধে গিলগিট এজেন্সী পাকিস্তানৰ অংশবিশেষ হৈ পৰে।

### আজাদ কাশ্মীৰৰ স্থিতি কি?

সাংবাদিক ক্ৰিষ্টফাৰ টমাচৰ ('ফল্টলাইন কাশ্মীৰ') মতে, "কিবা এটা প্ৰাপ্তিৰ বাবে যেন অপেক্ষাৰত 'আজাদ কাশ্মীৰ' অঞ্চলটো। আজাদ কাশ্মীৰৰ প্ৰকৃত মৰ্যাদা কি সেয়া নিৰ্ধাৰণ হ'বলৈ এতিয়াও বাকী। আনুষ্ঠানিক আন্তঃৰাষ্ট্ৰীয় স্বীকৃতি এই অঞ্চলে এতিয়াও পোৱা নাই। আজাদ কাশ্মীৰ পাকিস্তানৰ পূৰ্ণাংগ অংশ নহয়। বা অঞ্চলটো সম্পূৰ্ণৰূপে পাকিস্তানৰ পৰা পৃথকো নহয় কিন্তু অঞ্চলটোৰ অৰ্থনৈতিক নিৰ্ভৰশীলতাই এই কথা নিশ্চিত কৰে যে অঞ্চলটোৱে পাকিস্তানৰ ওচৰত আঁঠু ল'ব লাগিব আৰু ৰাজনৈতিকভাৱে তেওঁলোকৰ দ্বাৰা চালিত হ'বলৈ নিজকে এৰি দিব লাগিব। যিহেতু আজাদ কাশ্মীৰ পাকিস্তানৰ প্ৰদেশ নহয়, সেয়ে এই অঞ্চল পাকিস্তানী মূলসুঁতিৰ কেতিয়াও অংশবিশেষ নহয়।

আজাদ কাশ্মীৰত কোনো উদ্যোগ নাই আৰু প্ৰকৃতপক্ষে আয়ৰ কোনো পথ নাই। ভাৰতৰ কাশ্মীৰতকৈ এই অঞ্চল অধিক দুখীয়া যেন দেখা যায়।

আগৰ জম্মু আৰু কাশ্মীৰ দেশীয় ৰাজ্যখনৰ আন যি অংশ পাকিস্তানত পৰিছে, যাক 'নদাৰ্ণ এৰিয়া' (বাল্টিস্থান আৰু আগৰ গিলগিট এজেন্সী লৈ গঠিত) বুলি জনা যায়, সেই অঞ্চলো পাকিস্তানৰ লগত চামিল কৰা হোৱা নাই— যদিওবা ১৯৪৯ চনৰ পৰা সেই অঞ্চলবোৰ পাকিস্তানেই পোনপটীয়াকৈ শাসন কৰি আছে। অধিকাংশই ছুন্নী

সম্প্ৰদায়ৰ লোক থকা 'আজাদ কাশ্মীৰ' আৰু ছিয়া সম্প্ৰদায়ৰ লোকৰ প্ৰাধান্য থকা 'নদাৰ্ণ এৰিয়াজ' পূৰ্ণাংগভাৱে পাকিস্তানৰ লগত চামিল নকৰাৰ কাৰণ হৈছে যে তেনে কৰিলে ১৯৪৭ চনৰ আগৰ অৱস্থালৈ (১৯৬৩ চনত পাকিস্তানে চীনক দিয়া ২০০০ বৰ্গমাইলৰ বাহিৰে) গৈ সমগ্ৰ ৰাজ্যখন পুনৰ এক কৰা আৰু তাৰ পিছত গণভোট লোৱাৰ দাবীক নিম্নগামী কৰা হ'ব। একে সময়তে ভাৰতে কাশ্মীৰৰ প্ৰায় সম্পূৰ্ণ অংশ দখল কৰা কাৰ্য ই যুক্তিযুক্ত কৰি তুলিব।"

ধৰ্মীয় পাৰ্থক্য আৰু ভৌগোলিক দিশৰ পৰাও আজাদ কাশ্মীৰ আৰু 'নদাৰ্ণ এৰিয়াজ'ৰ মাজত পাৰ্থক্য আছে। আজাদ কাশ্মীৰৰ বাবে 'স্বাধীনতা দাবী কৰি সেই অঞ্চলত বহুবাৰ বিক্ষোভ হৈছে। কিন্তু 'আজাদ জম্মু-কাশ্মীৰ'ৰ সংবিধান মতে সেই ৰাজ্যখনে পাকিস্তানৰ লগত চামিলকৰণ আদৰ্শক ক্ষতি কৰিব পৰা কাম কৰিবলৈ কোনো ব্যক্তি বা ৰাজনৈতিক দলক দিয়া নহয়। এই সংবিধানৰ মতে, কোনো অমুছলমান লোক 'আজাদ কাশ্মীৰ'ৰ ৰাষ্ট্ৰপতি বা প্ৰধানমন্ত্ৰী হ'ব নোৱাৰে।

ভাৰত আৰু পাকিস্তানৰ দখলত থকা কাশ্মীৰ ঐক্যবদ্ধ হোৱাৰ দাবীত আজাদ কাশ্মীৰৰ পৰা নিয়ন্ত্ৰণ ৰেখা পাৰ হৈ ভাৰতৰ অঞ্চললৈ অহাৰ বাবে কেইবাটাও অভিযান চলোৱা হয়। ১৯৯০ চনত এই অভিযানত ভাগ লয় কেইবা হেজাৰ যুৱকে। নেতৃত্ব লয় জে. কে. এল. এফৰ নেতা আমানুল্লা খানে। ১৯৯৯ চনৰ শেষৰ পিনে পুনৰবাৰ চলোৱা একে ধৰণৰ অভিযানত অৱশ্যে যোগদান কৰা লোকৰ সংখ্যা কম আছিল। নক'লেও হ'ব যে এই অভিযানত ভাগ লোৱাসকলক নিয়ন্ত্ৰণ ৰেখা পাৰ হ'বলৈ দিয়া নহ'ল।

২০০০ চনৰ ২৪ অক্টোবৰ তাৰিখে ভাৰতৰ প্ৰধানমন্ত্ৰী অটল বিহাৰী বাজপেয়ীয়ে তেওঁৰ বাসভৱনত শিখ ধৰ্মাৱলম্বী লোকৰ সমাৱেশ এটাত পাক-অধিকৃত কাশ্মীৰৰ জনসাধাৰণৰ দুৰ্দশাগ্ৰস্ত অৱস্থাৰ কথা উল্লেখ কৰি কয়, "পাকিস্তানে দখল কৰা অঞ্চলটোৰ অৱস্থা কি? তাত কোনো গণতন্ত্ৰ নাই, তাত বাস কৰা বাইজৰ নাই কোনো অধিকাৰ। অলপতে তাত নিৰ্বাচন হৈছিল, কিন্তু ক্ষমতা গতাই দিয়া হ'ল এজন 'আৰ্মি-জেনেৰেল'ক।"

# মানৱ অধিকাৰ ভংগৰ অভিযোগ ঃ প্ৰচাৰ মাধ্যমৰ ভূমিকা

ড° ফাৰুক আব্দুল্লা চৰকাৰৰ কাৰ্যকাল পাঁচ বছৰ (১৯৯৬-২০০১) সম্পূৰ্ণ হোৱা উপলক্ষে বিভিন্ন দিশত চৰকাৰখনৰ সফলতাৰ খতিয়ান দেশৰ বিভিন্ন কাকতত এটি বিজ্ঞাপনযোগে (১১ অক্টোবৰ, ২০০১) দাঙি ধৰা হৈছিল। 'মানৱ অধিকাৰ' শিতানত সেই বিজ্ঞাপনত কোৱা হৈছিল— 'মানৱৰ অধিকাৰৰ বাবে প্ৰতিশ্ৰুত এই চৰকাৰে ৰাজ্যিক মানৱ অধিকাৰ আয়োগ এটা গঠন কৰে। আয়োগে পোৱা ১৩২০ টা অভিযোগৰ ভিতৰত ৫২০ টা গোচৰ নিষ্পত্তি কৰা হয়, ৮০ টাৰ ক্ষেত্ৰত সাহায্য আৰু সহানুভূতিসূচক নিযুক্তিৰ আদেশ দিয়া হয়।" এই পৰিসংখ্যা চৰকাৰখনৰ পাঁচ বছৰৰ বুলি ধৰি ল'লে প্ৰশ্ন হয় যে প্ৰতি দিনেই জম্মু-কাশ্মীৰত গড় হিচাপত ভালেমান লোক বিভিন্ন হিংস্ৰ আৰু সন্ত্ৰাসবাদী ঘটনাত নিহত আৰু আহত হোৱাৰ উপৰি, ভালেমান সন্ধানহীন হৈ থকা, অপহৰণ, ধৰ্ষণ, হাজোতত মৃত্যু হোৱা আদি মানৱ অধিকাৰ ভংগৰ ঘটনা ঘটা সত্ত্বেও পাঁচ বছৰত মাত্ৰ ১৩২০ খন আবেদনহে ৰাজ্যিক আয়োগটোৱে পালেনে?

ইয়াৰ সম্ভাব্য কাৰণ এনেবোৰ হ'ব পাৰে ঃ (১) মানৱ অধিকাৰ ভংগৰ অভিযোগ বিচাৰৰ বাবে এটা নিৰপেক্ষ আয়োগৰ স্থিতি" কথা বহুতৰে জ্ঞাত নহয়, জ্ঞাত হ'লেও অভিযোগ দাখিল কৰাৰ সুবিধা নাই; (২) আয়োগৰ ওচৰত গোচৰ দি, অভিযোগ দাখিল কৰি একো লাভ নাই বুলি ভবা লোকৰ সংখ্যা কম নহয়; (৩) আদালতত চলি থকা গোচৰ আয়োগে নীতিগত কাৰণত হাতত নলয় আৰু সকলোতকৈ গুৰুত্বপূৰ্ণ কথাটো হৈছে যে (৪) সেনাবাহিনীৰ বিৰুদ্ধে মানৱ অধিকাৰ আয়োগে পোনপটীয়াকৈ কোনো ধৰণৰ তদন্ত কৰিব নোৱাৰে। জম্মু-কাশ্মীৰত যাইকে সেনাৰ বিৰুদ্ধে অভিযোগ যথেষ্ট কিন্তু সেইবোৰ গোচৰৰ ক্ষেত্ৰত আয়োগৰ ভূমিকা সীমিত— প্ৰকৃতপক্ষে নাই বুলিবই পাৰি। এই বিষয়ে ভাৰতৰ জাতীয় মানৱ অধিকাৰ আয়োগৰ সভাপতি ন্যায়াধীশ জে. এছ. বাৰ্মাৰ অভিমত ('টাইমছ অৱ ইণ্ডিয়া' কাকতৰ ২০০০ চনৰ ১৫ ডিচেম্বৰ সংখ্যা) হ'ল ঃ "মানৱ অধিকাৰ আইনৰ ১৯ নং ধাৰাত সেনাৰ বিৰুদ্ধে উঠা অভিযোগৰ ক্ষেত্ৰত ল'ব পৰা ব্যৱস্থা সীমিত। এই ধাৰা অনুসৰি পোনপটীয়া তদন্তৰ ব্যৱস্থা নাই। প্ৰতিৰক্ষা মন্ত্ৰালয়ৰ পৰা এই ধাৰাৰ অধীনত প্ৰতিবেদন বিচৰাৰ ব্যৱস্থা আছে। সেই

প্ৰতিবেদনত সন্তুষ্ট নহ'লে সেই কথাহে আমি ক'ব পাৰো।"

অসীমা কাউল ভাটিয়াৰ সক প্ৰবন্ধ এটিত ('হিন্দুস্থান টাইমছ' কাকতৰ ২০০০ চনৰ ১৫ মে'ৰ সংখ্যা) জম্মু-কাশ্মীৰত ঘটা এটা বিশেষ ঘটনাৰ কথা উল্লেখ কৰা হৈছিল। ঘটনাটো এনেকুৱা ঃ চটিসিংপুৰা অঞ্চলত নিৰাপত্তা বাহিনীৰ হাতত কেইবাজনো লোক নিহত হৈছিল। নিৰাপত্তা বাহিনীৰ তৰফৰ পৰা কোৱা হ'ল যে এই নিহতসকল জড়িত আছিল শিখসকলক হত্যা কৰা ঘটনাত। সেই কথা মিছা আৰু নিৰীহ লোককহে হত্যা কৰা বুলি অনন্তনাগ জিলাৰ গাঁওবাসীয়ে প্ৰতিবাদ জনালে। প্ৰতিবাদে জটিল ৰূপ ল'লে। অৱশেষত প্ৰতিবাদকাৰীসকলৰ ওপৰত কৰা গুলীচালনাত সাতজন নিহত হ'ব লগা হ'ল। মুখ্যমন্ত্ৰী ডাঃ ফাৰুক আব্দুল্লাই বাধ্য হৈ চটিসিংপুৰা ঘটনাত নিহতসকলৰ কবৰ খান্দিবলৈ আদেশ দিব লগা হ'ল। কবৰ খন্দাত দেখা গ'ল যে নিহত পাঁচজন উগ্ৰপন্থী নহয়— নিৰীহ গাঁওবাসীহে।

প্ৰবন্ধটোত ভটিয়াই আৰু কেইটামান দৃষ্টান্ত দাঙি ধৰি জম্মু-কাশ্মীৰত মানৱ অধিকাৰ আছে নে নাই, সেই প্ৰশ্ন তুলিছে। তেওঁৰ মতে, ৰাজ্যখনত সন্ধানহীন হোৱা লোকৰ সংখ্যা যথেষ্ট। সন্ধানহীন পুৰুষসকলৰ পত্নী, পিতৃ-মাতৃ গভীৰ দুখ-বেদনাত জৰ্জৰিত হৈ বছৰৰ পাছত বছৰ বাট চাইছে— তেওঁলোকৰ মৰমৰ মানুহজন উভতি অহালৈ। এনে লোকসকলে এটা সংগঠনো গঢ়ি তুলিছে— কিন্তু তৎসত্ত্বেও বাস্তৱত বিশেষ একো হোৱা নাই বা কৰিব পৰা হোৱা নাই।

বিখ্যাত 'টাইমছ' কাকতত সুদীৰ্ঘ ২৮ বছৰ কাল সাংবাদিকতা কৰা ক্ৰিষ্টফাৰ টমাছে 'ফ্ৰন্টলাইন কাশ্মীৰ' গ্ৰন্থত উল্লেখ কৰা মতে, শীৰ্ষস্থানীয় মানৱ অধিকাৰ সংগঠন 'এমনেষ্টি ইণ্টাৰনেচনেলে ১৯৯৯ চনৰ ফেব্ৰুৱাৰী মাহত 'দিছএপিয়েৰেন্স ইন কাশ্মীৰ' শিতানত উল্লেখ কৰা মতে পুলিচ বা অৰ্ধ-সামৰিক বাহিনীয়ে গ্ৰেপ্তাৰ কৰাৰ পাছত সাতশৰ পৰা আঠশ মানুহ নাইকিয়া হৈছে। এই সকলৰ ভিতৰত চেমনীয়াৰ পৰা অতি বৃদ্ধলৈকে সকলো বয়সৰ আৰু ব্যৱসায়ী, উকীল, শ্ৰমিক আৰু শিক্ষককে ধৰি সকলো বৃত্তিৰ লোক আছে। এইসকলৰ প্ৰায় সকলোৱেই সশস্ত্ৰ সংগ্ৰামৰ লগত কোনো সম্পৰ্ক নথকা সাধাৰণ নাগৰিক যেন দেখা যায়— যিসকলক বিধিহীনভাৱে য'ৰে ত'ৰে পৰাই ধৰি নিয়া হৈছে।"

## পাকিস্তানে সুবিধা লৈছে

জম্মু আৰু কাশ্মীৰ প্ৰশ্নত পাকিস্তানে অন্য প্ৰকাৰে আন্তঃৰাষ্ট্ৰীয় সমৰ্থন আদায় কৰাত ব্যৰ্থ হৈ সেই ৰাজ্যত ভাৰতত মানৱ অধিকাৰ ভংগ কৰাৰ অভিযোগ আনি বিশ্বৰ ভালেমান দেশৰ দৃষ্টি আকৰ্ষণ কৰি কূটনৈতিক দিশত সফল হোৱাৰ কথা অস্বীকাৰ কৰিব নোৱাৰি। পাকিস্তানৰ বন্ধু ৰাষ্ট্ৰ আমেৰিকাৰ এই ক্ষেত্ৰত অগ্ৰণী ভূমিকা আছে। ১৯৯১ চনৰ ১৩ জুন তাৰিখে আমেৰিকাৰ হাউছ অব্ ৰিপ্ৰেজেনটিভে মত প্ৰকাশ কৰিছিল

('টাইমছ অব্ ইণ্ডিয়া'ৰ ১৯৯১ চনৰ ২২ জুলৰ সংখ্যা)— "কাশ্মীৰত আইন ব্যৱস্থা ব্যাপকভাৱে ভাগি পৰা বুলি জনা গৈছে। আন্তঃৰাষ্ট্ৰীয়ভাৱে স্বীকৃত মানৱ অধিকাৰ সংগঠনবোৰক বাধাহীনভাৱে প্ৰৱেশ কৰিবলৈ দি আৰু ৰাষ্ট্ৰসংঘৰ মানৱ অধিকাৰ কমিটীৰ অনুমোদনবোৰ পূৰণ কৰি মানৱ অধিকাৰ উন্নয়নৰ বাবে ভাৰত চৰকাৰে উল্লেখযোগ্য ব্যৱস্থা লোৱাটো হ'ব আমেৰিকা চৰকাৰৰ নীতি। আৰু প্ৰেছিডেণ্টৰ বাবে হ'ব এটা দিকদৰ্শী নীতি।... ইয়াৰ দ্বাৰা ভাৰতৰ নিৰাপত্তা আৰু পুলিচ বাহিনীয়ে কৰা মানৱ অধিকাৰৰ অপব্যৱহাৰৰ কৰ্তন কৰাত উল্লেখযোগ্য অগ্ৰগতি সাধন কৰিব পৰা যাব।"

আমেৰিকাৰ ছিনেটেও কাশ্মীৰত মানৱ অধিকাৰ ভংগৰ ঘটনাবোৰৰ ক্ষেত্ৰত উদ্বেগ প্ৰকাশ কৰে (১৯৯৩ চনৰ ৮ ছেপ্টেম্বৰ)। 'ইউৰোপীয়ান পাৰ্লামেণ্ট'ৰ প্ৰতিনিধি দল সেই সময়ৰ কাশ্মীৰত প্ৰৱেশ কৰিবলৈ কেন্দ্ৰীয় চৰকাৰে অনুমতি নিদিলে। ফলত এই পাৰ্লমেণ্টৰ তৰফৰ পৰাও কাশ্মীৰত মানৱ অধিকাৰ ভংগৰ অভিযোগ আনি তেনে কাৰ্যত উদ্বেগ প্ৰকাশ কৰা হয়।

* * *

এই কথা জনাজাত যে উগ্ৰপন্থী তথা সন্ত্ৰাসবাদী কাম-কাজ কোনো অঞ্চল বা ৰাজ্যত যেতিয়া ব্যাপক হয়, তেতিয়া আইন-শৃংখলা ৰক্ষাৰ বাবে, নাগৰিকৰ জীৱন আৰু সা-সম্পত্তি ৰক্ষাৰ বাবে কঠোৰ আইন প্ৰযোজ্য কৰিব লগা হয় আৰু বৰ্ধিত সংখ্যক নিৰাপত্তা বাহিনী নিয়োগ কৰিব লগা হয়। তেনে পৰিস্থিতিত মানৱ অধিকাৰ ভংগৰ ঘটনা ব্যাপক হয়। এই কাম দুয়োপক্ষৰ পৰা কেনেকৈ হয়, সেই তিক্ত অভিজ্ঞতা ইতিমধ্যে অসমবাসীৰ হৈছে। নিৰাপত্তা বাহিনীৰ জিম্মাত থকা অৱস্থাত উগ্ৰপন্থীৰ মৃত্যু হোৱা, ভুৱা সংঘৰ্ষত মৃত্যু হোৱা, উগ্ৰপন্থীৰ বিৰুদ্ধে চলোৱা অভিযানত 'সন্ধানহীন' হোৱাই নহয়, নিৰাপত্তা বাহিনীয়ে ধৰি নিয়াৰ পাছত 'সন্ধানহীন' লোকক বিচাৰি পৰিয়ালৰ লোক আদালতৰ কাষ চপাৰ পাছতো কোনো ফল নোপোৱাৰ ঘটনা সীমিত হ'লেও তেনেবোৰ ঘটনাৰ কথা অসমৰ বাহিৰৰ জাত। আনহাতে সন্ত্ৰাসবাদীক বিচাৰি অভিযান চলোৱাৰ সময়ত ধৰ্ষণৰ দৰে অমানবীয় বৰ্বৰ ঘটনা যে ঘটে বা ঘটিব পাৰে, সেই কথাও অসমৰ কোনো কোনো অঞ্চলৰ বাহিৰে জানিছে। আনহাতে কোনো সতীৰ্থ উগ্ৰপন্থীৰ হাতত নিহত হ'লে, সংশ্লিষ্ট নিৰাপত্তা বাহিনীৰ সদস্যসকলৰ মাজত প্ৰতিশোধ লোৱাৰ স্বাভাৱিক প্ৰৱণতাই গুৰুতৰ পৰিস্থিতিৰ সৃষ্টি কৰি মানৱ অধিকাৰ ভংগৰ ঘটনা বৃদ্ধি কৰাৰ অভিজ্ঞতাও অসমৰ বহু অঞ্চলৰ বাহিৰৰ হৈছে। জম্মু-কাশ্মীৰৰ পৰিস্থিতি আন ৰাজ্যতকৈ পৃথক হোৱাৰ কাৰণ হ'ল— সেই ৰাজ্যৰ দৰে আন কোনো ৰাজ্যত ইমান দীৰ্ঘদীয়াকৈ আৰু ইমান ব্যাপকভাৱে হিংস্ৰ আৰু অপৰাধমূলক ঘটনা ঘটা নাই। দীৰ্ঘদীয়াকৈ তাত নিৰাপত্তা বাহিনী থাকিব লগা হোৱা আৰু তেওঁলোক উগ্ৰপন্থীৰ ঘাই লক্ষ্য হৈ পৰাৰ পৰিস্থিতিত সংঘৰ্ষৰ

ঘটনা বৃদ্ধি পালেই মানৱাধিকাৰ প্ৰসংগই জটিল ৰূপ লয়।

৯০ দশকৰ আগভাগত জম্মু-কাশ্মীৰত উগ্ৰপন্থীৰ কাম-কাজ আৰম্ভ হোৱাৰ লগে লগেই নিৰাপত্তা বাহিনীয়ে মানৱ অধিকাৰ ভংগ কৰাৰ ভালেমান অভিযোগ উঠে যদিও দেশৰ প্ৰচাৰ মাধ্যমবোৰে তেনেবোৰ কথাত প্ৰথমে বৰ গুৰুত্ব দিয়া নাছিল। জম্মু-কাশ্মীৰৰ বিশিষ্ট সাংবাদিক আৰু সমাজকৰ্মী বলৰাজ পুৰীৰ মতে ('কাশ্মীৰ টুৱাৰ্ডছ ইমাৰজেন্সী' শীৰ্ষক গ্ৰন্থ) ৰাজ্যখনৰ পৰিস্থিতি চম্ভালিবৰ বেলিকা নিৰাপত্তা বাহিনী আৰু প্ৰশাসনীয় কৰ্তৃপক্ষই বহু ক্ষেত্ৰত "মানৱ অধিকাৰ, নাগৰিক অধিকাৰ, আইনগত বিধি-বিধান আৰু সভ্যতাৰ মূল্যবোধ ব্যাপকভাৱে ভংগ কৰাৰ বিষয়ে" জনা-শুনা কথাবোৰৰ বিষয়ে (১৯৯০ চনৰ মাৰ্চ মাহৰ দ্বিতীয় সপ্তাহত) তেওঁ আৰু ইন্দৰ মোহনে এখন চমু প্ৰতিবেদন বাতৰি কাকতত প্ৰকাশ কৰাৰ পাছতহে এই দিশৰ প্ৰতি দেশবাসীৰ দৃষ্টি আকৰ্ষিত হয়। তাৰ পাছতেই মানৱ অধিকাৰ কৰ্মী আৰু সংগঠনবোৰে পৰিস্থিতি বুজ ল'বলৈ ৰাজ্যখনলৈ আহিবলৈ ধৰে। প্ৰচাৰ মাধ্যমত নিৰাপত্তা বাহিনীৰ আতিশয্যৰ বাতৰি প্ৰকাশ পাবলৈ ধৰে। আতিশয্যৰ বহুবোৰ অভিযোগ আদালতত উঠে। বলৰাজ পুৰীয়ে তেওঁৰ গ্ৰন্থখনত কেইবাটাও গুৰুত্বপূৰ্ণ কথা উল্লেখ কৰিছে। "আনহে নেলাগে অপৰাধী আৰু সন্ত্ৰাসবাদীয়েও লাজ পাব লগা বিভিন্ন ধৰণৰ অবৈধ কাম পুলিচ আৰু প্ৰশাসনে কৰাৰ বিৰুদ্ধে জম্মু আৰু কাশ্মীৰ উচ্চ ন্যায়ালয়ে অসহায় প্ৰকাশ কৰে। কাৰাবন্দীৰ প্ৰতি অসৎ আচৰণ কৰাৰ অভিযোগ সন্দৰ্ভত ন্যায়াধীশ এছ. এম. ৰিজভীয়ে কয়— 'অবৈধভাৱে আটক কৰাৰ কেইবা শ গোচৰ মোৰ দৃষ্টি গোচৰলৈ অনা হৈছে। আদালতে কঠোৰ নিৰ্দেশ দিয়া সত্ত্বেও তেওঁলোকক মুক্তি দিয়া হোৱা নাই। তেওঁ মন্তব্য কৰে যে আদালতত বিচাৰাধীন হৈ থকা কেইধাশ গোচৰৰ ক্ষেত্ৰত আটকাধীনসকলৰ বিষয়ে জনা নাযায়।"

পুৰীৰ মতে, "বিজেপিৰ বাহিৰে আন প্ৰায় সকলোবোৰ প্ৰধান ৰাজনৈতিক দলে কাশ্মীৰত মানৱ অধিকাৰ ভংগৰ বিষয়টো উত্থাপন কৰিছে। নিৰাপত্তা বাহিনী উন্মাদ হৈ পৰা বুলি ৰাজীৱ গান্ধীয়ে অভিযোগ কৰিছিল। এই বাহিনী সংযত হ'ব লাগে বুলি প্ৰধানমন্ত্ৰী হৈ থকাৰ সময়ত চন্দ্ৰ শেখৰে কৈছিল। উগ্ৰপন্থী আৰু স্থানীয় বাইজৰ মাজত পাৰ্থক্য ৰক্ষা কৰিবলৈ প্ৰধানমন্ত্ৰী থকা কালত ভি. পি. সিঙে একাধিকবাৰ তেওঁলোকক কৈছিল। চন্দ্ৰ শেখৰ চৰকাৰৰ মন্ত্ৰীসভাৰ গৃহ মন্ত্ৰীৰ পদত থকা সুবোধ কান্ত সহায়ে স্বীকাৰ কৰিছিল যে 'কিছুমান লজ্জাকৰ ঘটনা ঘটিছে, যাৰ বাবে নিৰাপত্তা বাহিনীৰ অভিলেখ সংখ্যক লোকক নিলম্বিত কৰিব লগা হৈছে।' 'বাধাহীনভাৱে' হাজোতত মৃত্যু হোৱাৰ ঘটনাবোৰত আভ্যন্তৰীণ সুৰক্ষাৰ ৰাজ্যিক পৰ্যায়ৰ মন্ত্ৰী হৈ থকা কালত ৰাজেশ পাইলটে 'ক্ষোভ আৰু দুখ' প্ৰকাশ কৰিছিল। প্ৰধানমন্ত্ৰী থকা কালত নৰসিংহ ৰাৱে জম্মু-কাশ্মীৰত নিৰাপত্তা বাহিনীৰ ২৩০জন বিষয়াৰ বিৰুদ্ধে ব্যৱস্থা লোৱাৰ কথা প্ৰকাশ কৰি স্পষ্টভাৱে এই কথাকে বুজাইছিল যে "আমি মানৱ অধিকাৰ ভংগ কাৰ্য সমৰ্থন

নকৰো।" ৰাজ্যখনৰ ৰাজ্যপাল পদত থকাৰ সময়ত জি চি ছাক্সেনায়ো স্বীকাৰ কৰিছিল যে কাশ্মীৰৰ অৱস্থা স্বাভাৱিক কৰাৰ প্ৰক্ৰিয়াৰ বাবে এটা ডাঙৰ বিপৰ্যয় হৈছে— নিৰাপত্তা বাহিনীয়ে চলোৱা আতিশয্য। নিৰাপত্তা বাহিনীক কৰা সমালোচনাক ৰাষ্ট্ৰবিৰোধী বুলি বিজেপিয়ে সাধাৰণতে গৰিহণা দিয়ে যদিও ১৯৯২ চনত শ্ৰীনগৰ ভ্ৰমণলৈ যাওঁতে উগ্ৰপন্থীয়ে ৰাজেশ পাইলটক আক্ৰমণ কৰোতে নিৰাপত্তা বাহিনীৰ হাতত অসামৰিক লোক নিহত হোৱা ঘটনাক বিজেপিৰ উপসভাপতি কে এল শৰ্মাই সমালোচনা কৰিছিল। ১৯৯০ চনৰ ১২ আগষ্টত দিল্লীত অনুষ্ঠিত কাশ্মীৰ বিষয়ৰ এখন আলোচনা চক্ৰত অটল বিহাৰী বাজপেয়ীয়েও স্বীকাৰ কৰিছিল যে নিৰাপত্তা বাহিনীয়ে চলোৱা আতিশয্য হিতে বিপৰীত হৈছে।"

## পাকিস্তানত কি হৈছে

পাকিস্তানে নিজৰ দেশতে মানৱ অধিকাৰ ৰক্ষা কৰিব নোৱৰাৰ বহুতো অভিযোগ আছে। 'মোহাজিৰ'সকলক দ্বিতীয় শ্ৰেণীৰ নাগৰিকৰূপে গণ্য কৰাৰ প্ৰতিবাদত আৰু 'সম অধিকাৰ'ৰ দাবীত বিক্ষোভ প্ৰদৰ্শন কৰোতে ইতিমধ্যে ভালেমান 'মোহাজিৰ' পাকিস্তানৰ নিৰাপত্তা বাহিনীৰ আতিশয্যত মৃত্যু হৈছে। নিজৰ অধিকাৰ সাব্যস্ত কৰাৰ বাবে মোহাজিৰসকলে নিজাকৈ যিটো সংগঠন গঢ়ি তুলিছে, তাৰ নাম হ'ল 'মোহাজিৰ কোৱামি মুভমেণ্ট' (Mohajir Quami Movement)।

উল্লেখযোগ্য যে ১৯৪৭ চনত ভাৰত বিভাজনৰ পাছত ভাৰতত থকা ঘৰ-বাৰী এৰি পাকিস্তানলৈ প্ৰব্ৰজন কৰা মুছলিমসকলক 'মোহাজিৰ' বোলা হয়। পাকিস্তানী মুছলিমসকলে এই সকল মুছলিম নিম্ন শ্ৰেণীৰ বুলি বিবেচনা কৰাই নহয়, সকলো ক্ষেত্ৰতে সেইসকলৰ প্ৰতি বৈষম্য আচৰণ কৰা হয়। পাকিস্তানত থকা 'মোহাজিৰ'ৰ সংখ্যা হ'ব কেইবা নিযুত।

আনহাতে সিন্ধি মুছলিমসকলক পঞ্জাবী মুছলিমসকলে নিম্ন চকুৰে চোৱাত ১৯৪৪ চনতেই জি এম চৈয়দে 'জিয়ে সিন্দ' নামৰ এটা আন্দোলনৰ সূচনা কৰিছিল। সাংবাদিক ডি পি কুমাৰে তেওঁৰ গ্ৰন্থত ('কাশ্মীৰ— ৰিটাৰ্ণ টু ডেমক্ৰেচী') এজন সিন্ধি নেতাৰ এক উল্লেখযোগ্য মন্তব্য উল্লেখ কৰিছে। সেই অনুসৰি লণ্ডনত থকা বিশ্ব সিন্ধি কংগ্ৰেছত সিন্ধু বিধান সভাৰ প্ৰাক্তন সদস্য চৈয়দ মহম্মদ শ্বাহে পাকিস্তানৰ পৰা বাংলাদেশ পৃথক হোৱাৰ কথা উল্লেখ কৰি কৈছিল, "তেনেধৰণৰ পৰিস্থিতি পুনৰ হ'ব পাৰে বুলি মই অনুমান কৰিছো।... সিন্ধিসকলক তেওঁলোকৰ জীৱন নিৰ্বাহৰ আলয়ৰ পৰা বঞ্চিত কৰা হৈছে... আমি তৃতীয় শ্ৰেণীৰ নাগৰিকলৈ ৰূপান্তৰিত হৈছো। পাকিস্তানৰ অংশ হৈ পৰা জনসাধাৰণৰ আত্ম নিৰ্ধাৰণৰ বাবে ১৯৪০ চনত লোৱা প্ৰস্তাবটো কাৰ্যকৰী কৰাৰ বাবে আমি এতিয়া দাবী কৰিছো।..."

পাকিস্তানৰ নিজৰ অৱস্থা এনেকুৱা হোৱা সত্ত্বেও ১৯৯৪ চনত জেনেভাত বহা

ৰাষ্ট্ৰসংঘৰ মানৱ অধিকাৰ আয়োগৰ সভাত জম্মু-কাশ্মীৰত মানৱ অধিকাৰ ভংগৰ ঘটনাবোৰ তদন্ত কৰিবলৈ আয়োগৰ প্ৰতিনিধি দল এটা পঠোৱাৰ প্ৰস্তাৱ দাঙি ধৰি ভাৰতক আন্তঃৰাষ্ট্ৰীয় মঞ্চত কলংকিত কৰাৰ যত্ন কৰে। পাছে সেই প্ৰচেষ্টা সফল নহ'ল। ভোট গ্ৰহণৰ আগে আগে প্ৰথমতে ইৰাণে, তাৰ পাছত চীনে আৰু তাৰ পাছত অন্যান্য দেশে প্ৰস্তাৱটোৰ বিৰোধিতা কৰাত শেষত পাকিস্তানে প্ৰস্তাৱটো উঠাই লয়।

আনহাতে এই কথাও উল্লেখ কৰিব লাগিব যে উগ্ৰপন্থীৰ হেঁচা তথা ভাবুকিৰ বাবেই হওক বা আন কাৰণতে হওক, চৰকাৰী সন্ত্ৰাসৰ বাতৰিয়েহে বাতৰি কাকত আৰু মানৱ অধিকাৰ সংগঠনবোৰে বেছি গুৰুত্ব দিয়ে। উগ্ৰপন্থীৰ ভাবুকিৰ সন্মুখীন হৈ এক লাখৰো অধিক পণ্ডিত সম্প্ৰদায়ৰ লোকে কাশ্মীৰ উপত্যকা ত্যাগ কৰিব লগা হয়। ইয়াৰ উপৰি শিখ ধৰ্মী ৰাইজেই নহয় আৰু প্ৰায় এক লাখ মুছলমান লোকেও কাশ্মীৰ উপত্যকা ত্যাগ কৰিব লগা হয়। এইবোৰ ঘটনাৰ বিষয়ে বাহিৰৰ প্ৰচাৰ মাধ্যমৰ কথা বাদেই, দেশখনৰ প্ৰচাৰ মাধ্যমেও প্ৰয়োজনীয় গুৰুত্ব নিদিলে। কাশ্মীৰী পণ্ডিতসকলৰ মুখ-পত্ৰ ডঃ চৰণগো (Dr. Charangoo) য়ে 'এমনেষ্টি ইণ্টাৰনেচনেল' আৰু 'এছিয়া ৱাচ'ৰ দৰে পশ্চিমীয়া মানৱ অধিকাৰ সংগঠনবোৰৰ প্ৰতিনিধিয়ে কাশ্মীৰ ভ্ৰমণ কৰোতে কাশ্মীৰী পণ্ডিতসকলৰ ভগনীয়া শিবিৰলৈ এবাৰো নোযোৱাত আশ্চৰ্য প্ৰকাশ কৰিছিল।

জম্মু-কাশ্মীৰৰ উগ্ৰবাদীসকলক প্ৰশিক্ষণ দিয়াকে ধৰি সকলো দিশতে সক্ৰিয়ভাৱে পাকিস্তানে সহায় কৰি থকাৰ কথা 'এমনেষ্টি ইণ্টাৰনেচনেলে' জানে যদিও পাকিস্তানৰ বিৰুদ্ধে এবাৰো মন্তব্য এই মানৱ অধিকাৰ সংগঠনটোৱে কৰা বুলি জনা নাযায়।

## বাতৰি কাকতৰ ভূমিকা

'দ্য কমিটী ফৰ ইনিচিয়েটিভ ফৰ কাশ্মীৰ' নামৰ এটা মানৱ অধিকাৰ সংগঠন ৯০ দশকৰ আগভাগত কাশ্মীৰত গঢ়ি উঠিছিল। এই সংগঠনটোৱে প্ৰকৃত পৰিস্থিতি ৰাইজক অৱগত কৰাৰ সলনি তথ্য বিকৃত কৰাহে দেখা গ'ল। প্ৰকৃত কথাৰ ভালকৈ তদন্ত নকৰি বা উগ্ৰপন্থীৰ হেঁচাত বাধ্য হৈ এচাম বাতৰি কাকতে পৰিৱেশন কৰাৰ কথা প্ৰতীয়মান হ'ল ভাৰ্গিজ কমিটীয়ে কেইটামান ঘটনা সম্পৰ্কে চলোৱা তদন্তত। কাশ্মীৰত ঘটা চাঞ্চল্যকৰ ঘটনা কেইটামানৰ তদন্ত কৰিবলৈ ভাৰতৰ প্ৰেছ কাউন্সিলে বিশিষ্ট সাংবাদিক বি জি ভাৰ্গিজৰ নেতৃত্বাধীন কমিটী এখনক কাশ্মীৰলৈ পঠায়। কমিটীয়ে চাৰিটা ঘটনাৰ তদন্ত কৰে। (১) ১৯৯১ চনৰ ৫ মে' তাৰিখে নিয়ন্ত্ৰণ ৰেখা অতিক্ৰম কৰা ৭৩ জন উগ্ৰপন্থীক হত্যা, (২) ১৯৯২ চনৰ ২২-২৩ ফেব্ৰুৱাৰীত কুনঅন নামৰ ঠাইত গণ ধৰ্ষণ, (৩) জাকুৰা অঞ্চলত ১৯৯০ চনৰ ১ মাৰ্চৰ সেনাবাহিনীৰ গুলীবৰ্ষণ আৰু (৪) ১৯৯০ চনৰ ১০ আগষ্টত পাজিকুৰা নামৰ ঠাইত গণ ধৰ্ষণ।

ভাৰ্গিজ কমিটীয়ে তদন্ত কৰি তলত উল্লেখ কৰা তথ্যবোৰ পায়।

(১) পাকিস্তানী সেনাই 'কভাৰিং ফায়াৰ'ৰ ব্যৱস্থা কৰি ৭৩ জন উগ্ৰপন্থীক নিয়ন্ত্ৰণ

ৰেখা পাৰ কৰি পঠাওঁতে ভাৰতীয় সেনাই উগ্ৰপন্থীইঁতক প্ৰত্যাহ্বান জনায়। উগ্ৰপন্থীইঁতে গুলীবৰ্ষণ কৰোতে ভাৰতীয় সেনায়ো গুলীবৰ্ষণ কৰাত এই উগ্ৰপন্থীসকলৰ মৃত্যু হয়। তেওঁলোকক গ্ৰেপ্তাৰ কৰিব লাগিছিল বুলি মানৱ অধিকাৰ কৰ্মীয়ে দিয়া পৰামৰ্শ পালন কৰাটো সম্ভৱপৰ নহ'ল।

(২) ঘটনা ঘটা বুলি কোৱা দিনাৰ পৰা দহ দিনৰ পাছত বিষয়টো উত্থাপন কৰাৰ উদ্দেশ্য হৈছে 'সশস্ত্ৰ বাহিনীক হেয় প্ৰতিপন্ন কৰিবলৈ উগ্ৰপন্থী আৰু তেওঁলোকৰ পৃষ্ঠপোষকসকলৰ ই এক উদ্দেশ্যপ্ৰণোদিত প্ৰচাৰ অভিযান...''। কমিটীয়ে দেখিবলৈ পালে যে এই অভিযোগ উঠাৰ পাছতো কুনঅন অঞ্চলৰ মহিলাসকলে চিভিল হাস্পতালৰ সলনি মিলিটেৰী হাস্পতাললৈ যাবলৈহে ভাল পায়।

আনহাতে, ভাৰ্গিজ কমিটীয়ে দেখিবলৈ পালে যে যিটো ভিডিঅ' কেছেট কমিটীক দিয়া হৈছিল, সেইটো হৈছে উগ্ৰপন্থীয়ে কৌশলেৰে প্ৰস্তুত কৰা অসত্যৰ সমাহাৰ— ভাৰতৰ বিষয়ে ক্ষোভ আৰু ঘৃণা সৃষ্টিৰ প্ৰয়াস।

(৩) জাকুৰাত অপ্ৰৰোচিত গুলীচালনাৰ অভিযোগ আনিছিল 'কমিটী ফৰ ইনিচিয়েটিভ অন কাশ্মীৰ' নামৰ সংগঠনটোৱে। সেনাবাহিনীৰ মতে 'আৰ্মি বাছ' এখনে স্কুলৰ পৰা ল'ৰা-ছোৱালী লৈ আহোঁতে এদল লোকে বাছখনলৈ শিলগুটি দলিয়াবলৈ ধৰে। তেতিয়া নিৰাপত্তা বাহিনীৰ লোকে গুলীবৰ্ষণ কৰিবলৈ বাধ্য হয়। অভিযোগ অনা সংগঠনটোৰ মতে তাত স্কুল নাছিলেই। তদন্ত কৰি দেখা গ'ল যে স্কুল আছিল। 'আৰ্মি বাছ'ত ছাত্ৰ-ছাত্ৰীসকল ঘৰলৈ উভতি অহাৰ কথা সঁচা।

(৪) ১৯৯০ চনৰ ১০ আগষ্টত পাজিপুৰা নামৰ ঠাইত সেনাৰ টহলদাৰী দল এটাক হঠাতে আক্ৰমণ কৰা হয়। প্ৰকাশ যে তাৰ পাছত হোৱা গুলীয়াগুলিত ২৫জনৰ মৃত্যু হয়, ৮ৰ পৰা ১৫ গৰাকী মহিলাক ধৰ্ষণ কৰা হয় আৰু ভালেমান ঘৰত অগ্নিসংযোগ কৰা হয়।

ভাৰ্গিজ কমিটীয়ে ঘটনাস্থলীলৈ যাব নোৱাৰিলে। কিন্তু ঘটনাটোৰ লগত জড়িত ভালেমানক সাক্ষাৎ কৰিলে। ৰাজ্যখনৰ প্ৰাক্তন মুখ্য ন্যায়াধীশ এগৰাকীকো সাক্ষাৎ কৰিলে। কমিটীয়ে বিভিন্ন দিশ চালি-জাৰি চাই মন্তব্য কৰিলে যে গুলীচালনাৰ ঘটনাটো ঘটা আৰু কিছু লোক নিহত হোৱাৰ কথা সঁচা, কিন্তু নিহতৰ সঠিক সংখ্যা জনা নাযায়। অভিযোগৰ 'বাকী অংশবোৰ মনে সজা' বুলি কমিটীয়ে মন্তব্য কৰিলে।

কাশ্মীৰ উপত্যকাত সাংবাদিকসকলে সন্মুখীন হোৱা সমস্যাৰ কথা তদন্ত কৰিবলৈ 'ট্ৰিবিউন' কাকতৰ তেতিয়াৰ সম্পাদক ভি এন নাৰায়ণৰ নেতৃত্বত চাৰিজনীয়া এটা প্ৰতিনিধি দল ভাৰতৰ প্ৰেছ কাউন্সিলে পঠিয়ায়। প্ৰতিনিধি দলটোৱে তেওঁলোকৰ প্ৰতিবেদনত কৰা মন্তব্য মন কৰিবলগীয়া। প্ৰতিবেদনখনৰ মতে কাশ্মীৰীসকল ভয়ত ত্ৰস্তমান আৰু উপত্যকাটোৰ জীৱন সম্পূৰ্ণৰূপে উগ্ৰপন্থীৰ নিয়ন্ত্ৰণাধীন। উগ্ৰপন্থীসকলক উলংঘা কৰাৰ সাহস গোটাৰ পাৰিছে মাত্ৰ কেইখনমান বাতৰি কাকতেহে। প্ৰতিবেদনত

উল্লেখ থকা এটা আমোদজনক দিশ হৈছে যে উগ্রপন্থীৰ নির্দেশ পালন কৰা বাতৰি কাকতবোৰে বেছি বিজ্ঞাপন পায়, কিন্তু উগ্রপন্থীৰ নির্দেশৰ বিৰোধিতা কৰা বাতৰি কাকতবোৰে পায় কম বিজ্ঞাপন। চৰকাৰী ঘৰ আবণ্টন কৰাৰ ক্ষেত্ৰতো ধৰণ একেটাই। প্রতিবেদন মতে, অফ্ছেট প্রেছৰ কিছুমান মালিকে (এওঁলোকৰ বেছি ভাগেই হ'ল চৰকাৰী বিষয়া আৰু শাসক দলৰ সদস্য) ৰাষ্ট্ৰবিৰোধী বিষয়ৰ প্ৰচাৰ পত্ৰ ছপা কৰে। কিছুমান সাংবাদিক বিশেষকৈ বিদেশী বাতৰি কাকত, টিভি আৰু ৰেডিঅ'ৰ প্ৰতিনিধিত্ব কৰা সাংবাদিক আৰু সৰ্বভাৰতীয় বাতৰি কাকতৰ কিছুমান সাংবাদিকৰ ভূমিকা সন্দেহজনক যেন প্ৰতিনিধি দলটোৱে দেখিবলৈ পায়। এই সকলৰ কাম-কাজ ভালদৰে পৰীক্ষা কৰাটো প্ৰতিনিধি দলে বিচাৰে।

# INSTRUMENT OF ACCESSION OF JAMMU AND KASHMIR STATE

*Full text of the Instrument of Accession executed by the Ruler of Jammu and Kashmir State Maharaj Hari Singh on 26 October 1947.*

Whereas, the Indian Independence Act, 1947, provides that as from the fifteenth day of August 1947, there shall be set up an independent Dominion known as INDIA, and that the Government of India Act, 1935, shall, with such omissions, additions, adaptations and modifications as the Governor-General may by order specify, be applicable to the Dominion of India;

And whereas the Government of India Act, 1935, as so adapted by the Governor-General, provides that an Indian State may accede to the Dominion of India by an Instrument of Accession executed by the Ruler thereof:

Now, therefore, I Shriman Indar Mahandar Rajrajeshwar Maharajadhiraj Shri Hari Singhji, Jammu Kashmir Naresh Tatha Tibbet adi Deshadhipathi, Ruler of JAMMU AND KASHMIR State, in the exercise of my sovereignty in and over my said State do hereby execute this my Instrument of Accession and,

1. I hereby declare that I accede to the Dominion of India with the intent that the Governor-General of India, the Dominion Legislature, the Federal Court and any other Dominion authority established for the purposes of the Dominion shall, by virtue of this my Instrument of Accession but subject always to the terms thereof, and for the purposes only of the Dominion, exercise in relation to the State of Jammu and Kashmir (hereinafter referred to as "this State") such functions as may be vested in them by or under the Government of India Act, 1935, as in force in the Dominion of India, on the 15th day of August 1947 (Which Act as so in force is hereafter referred to as "the Act").

2. I hereby assume the obligation of ensuring that due effect is given to the provisions of the Act within this State so far as they are applicable therein by virtue of this my Instrument of Accession.

3. I accept the matters specified in the Schedule hereto as the matters with respect to which the Dominion Legislature may make laws for this State.

4. I hereby declare that I accede to the Dominion of India on the assurance that if an agreement is made between the Governor-General

and the Ruler of this State whereby any functions in relation to the administration in this State of any law of the Dominion Legislature shall be exercised by the Ruler of this State, then any such agreement shall be deemed to form part of this Instrument and shall be construed and have effect accordingly.

5. The terms of this my Instrument of Accession shall not be varied by any amendment of the Act or of the Indian Independence Act, 1947, unless such amendment is a accepted by me by an Instrument supplementary to this Instrument.

6. Nothing in this Instrument shall empower the Dominion Legislature to make any law for this State authorising the compulsory acquisition of land for any purpose, but I hereby undertake that should the Dominion for the purpose of a Dominion law which applies in this State deem it necessary to acquire any land, I will at their request acquire the land at their expense or if the land belongs to me transfer it to them on such terms as may be agreed, or, in default of agreement, determined by an arbitrator to be appointed by the Chief Justice of India.

7. Nothing in this Instrument shall be deemed to commit me in any way to acceptance of any future constitution of India or to fetter my discretion to enter into arrangements with the Government of India under any such future constitution.

8. Nothing in this Instrument affects the continuance of my sovereignty in and over this state, or, save as provided by or under this Instrument, the exercise of any powers, authority and rights now enjoyed by me as Ruler of this State or the validity of any law at present in force in this State.

9. I hereby declare that I execute this Instrument on behalf of this State and that any reference in this Instrument to me or to the Ruler of the State is to be construed as including a reference to my heirs and successors.

Given under my hand this 26th day of October, nineteen hundred and forty-seven.

(Sd.) Hari Singh
Maharajadhiraj of Jammu and
Kashmir State

# ACCEPTANCE OF INSTRUMENT OF ACCESSION OF JAMMU AND KASHMIR STATE BY THE GOVERNOR-GENERAL OF INDIA

I do herby accept this Instrument of Accession.

Dated this twenty-seventh day of October, nineteen hundred and forty-seven.

(Sd.) Mountbatten of Burma
Governor-General of India

## Schedule

*The matters with respect to which the Dominion Legislature may make laws for this State.*

A. *Defence.*

1. The naval, military and air forces of the Dominion any other armed forces raised or maintained by the Dominion; and armed forces, including forces raised or maintained by an acceding State, which are attached to, or operating with, any of the armed forces of the Dominion.

2. Naval, military and air force works, administration of cantonment areas.

3. Arm, fire-arms, ammunition.

4. Explosives.

B. *External Affairs.*

1. External. affairs; the implementing of treaties and agreements with other countries; extradition, including the surrender of criminals and accused persons to parts of His Majesty's dominions outside India.

2. Admission into, and emigration and expulsion from, India including in relation thereto the regulation of the movements in India of persons who are not British subjects domiciled in India or subjects of any acceding state, pilgrimages to places beyond India.

3. Naturalisation.

C. *Communications.*

1. Posts and telegraphs, including telephones, wireless, broadcasting, and other like forms of communication.

2. Federal railways; the regulation of all railways other than minor railways in respect of safety, maximum and minimum rates and fare,

station and services terminal charges, interchange of traffic and the responsibility of railway administrations as carriers of goods and passengers; the regulation of minor railways in respect of safety and the responsibility of the administration of such railways as carriers of goods and passengers.

3. Maritime shipping and navigation, including shipping and navigation on tidal waters; Admiralty jurisdiction.

4. Port quarantine.

5. Major ports, this is to say, the declaration and delimitation of such ports, and the constitution and powers of Port. Authorities therein.

6. Aircraft and air navigation; the provision and aerodromes; regulation and organisation of air traffic and of aerodromes.

7. Lighthouses, including lightships, beacons and other provisions for the safety of shipping and aircraft.

8. Carriage of passengers and goods by sea or by air.

9. Extension of the powers and jurisdiction of members of the police force belonging to any unit to railway area outside that unit.

D. *Ancillary*

1. Elections to the Dominion Legislature, subject to the provisions of the Act and of any Order made thereunder.

2. Offences against laws with respect to any of the aforesaid matters.

3. Inquiries and statistics for the purposes of any of the aforesaid matters.

4. Jurisdiction and powers of all courts with respect to any of the aforesaid matters but, except with the consent of the Ruler of the Acceding State, not so as to confer any jurisdiction or powers upon any courts other than ordinarily exercising jurisdiction in or in relation to that State.

[Source : Govt. Documents]

## KASHMIR TERRITORY GIVEN TO CHINA

By a pact concluded between Pakistan and China in March 1963, Pakistan has given away to China, 2,055 square miles of occupied Kashmir territory. Marshal Chen Yi, Chinese Foreign Minister, and Mr. Zulfiqar Ali Bhutto signed the treaty.

India has sent a strong Note– the third on the subject– to Peking protesting against the treaty. India said China that Pakistan had no right to decide the fate of territory that did not legally belong to them.

The Sino-Pakistani agreement relates to the border along China's Sinkiang and Pakistan-occupied Kashmir. Article one says that the two parties agree to delimit the boundary on the basis of the traditional customary boundary lines, including natural features, namely the prin-

ciple of the main watershed dividing the waters draining into the Indus system from the waters draining into the Tarim system.

Article two describes the alignment as follows :

Commencing form its north-western extremity (the Pakistan-China-Afghanistan trijunction), the boundary line runs generally eastwards and then south-east-wards strictly along the main watershed, passing through the Kilik pass, the Mintaka pass, the Kharchanai pass, the Kutejilga pass, the Parpik pass and up to the Khunjerab pass.

A little to the south of the Khunjerab pass, the boundary line leaves the main watershed so as to include the Oprang valley within the Pakistan side as well as the salt mining areas above the darwaza pocket to the east of the Shimshal pass. The Darwaza pocket is also included within the Pakistan side.

The boundary then joins the Karakoram range main watershed on a hilltop on longitude 75 degree and 57 min. east and latitude 36 degree and 03 min north and from there boundary line runs generally southwards and then eastwards strictly following the Karakoram range main watershed, passing through the east Mustagh pass, the top of K-2, the top of Broad peak, the top of the Gasherbrum mountain and the top of Teram Kangri peak and reaches its south-eastern extremity at the Karakoram pass.

Article six lays down that the present agreement is provisional and that after the settlement of the Kashmir dispute the sovereign authority concerned will reopen negotiations with the Government of China. If the Sovereign authority happens to be Pakistan, the provisions of the present agreement and of the protocol shall be maintained in the formal boundary treaty which is to replace the agreement.

[Source : Hindustan Year Book And Who's Who, 1964]

## TEXT OF U.N. RESOLUTION

The Resolution of the U.N. Security Council of August 13, 1948 to which Pakistan was party but observed it only in its breach, reads :

The United Nations Commission for India and Pakistan.

Having given careful consideration to the points of view expressed by the representatives of India and Pakistan regarding the situation in the State of Jammu and Kashmir; and

Being of the opinion the prompt cessation of hostilities and the correction of condition the continuance of which is likely to endanger international peace and security are essential to implementation of its endeavours to assist the Governments of India and Pakistan in effecting a final settlement of the situation;

Resolves to submit simultaneously to the Governments of India and Pakistan the following proposal.

## Part I : Cease-Fire Order

A. The Government of India and Pakistan agree that their respective High Commands will issue separately and simultaneously a cease-fire order to apply to all forces under their control in the State of Jammu and Kashmir as of the earliest practicable date or dates to be mutually agreed upon within four days after these proposals have been accepted by both Governments.

B. The High Commands of Indian and Pakistani forces agree to refrain from taking any measures that might augment the military potential of the forces under their control in the State of Jammu & Kashmir.

(For the purpose of these proposals forces under their control shall be considered to include all forces, organized and unorganized, fighting or participating in hostilities on their respective sides.)

C. The Commanders-in-Chief of the forces of Indian and Pakistan shall promptly confer regarding any necessary local changes in present dispositions which may facilitate the cease-fire.

D. In its discretion and as the Commission may find practicable, the Commission will appoint military observer who under the authority of the Commission and with the cooperation of both Commands, will supervise the observance of the cease-fire order.

E. The Government of India and the Government of Pakistan agree to appeal to their respective peoples to assist in creating and maintaining and atmosphere favourable to the promotion of further negotiations.

### Part II: Truce Agreement

Simultaneously with the acceptance of the proposal for the immediate cessation of the hostilities as outlined in Part I, both Government accept the following principles as a basis for the formulation of a truce agreement, the details of which shall be worked out in discussion between their representatives and the Commission.

**A**

1. As the presence of troops of Pakistan in the territory of the State of Jammu and Kashmir constitutes a material change in the situation since it was represented by the Government of Pakistan before the Security Council, the Government of Pakistan agrees to withdraw its troops from that State.
2. The Government of Pakistan will use its best endeavour to secure the

withdrawal from the State of Jammu and Kashmir of tribesmen and Pakistan nationals not normally resident therein who have entered the State for the purpose of fighting.

3. Pending a final solution, the territory evacuated by the Pakistani troops will be administered by the local authorities under the surveillance of the Commission.

**B**

1. When the Commission shall have notified the Government of India that the tribesmen and Pakistani nationals referred to in Part II-A-2 hereof have withdrawn, thereby terminating the situation which was represented by the Government of India to the Security Council as having occasioned the presence of Indian forces in the State of Jammu and Kashmir, and further, that the Pakistani forces are being withdrawn from the State of Jammu and Kashmir, the Government of India agrees to begin to withdraw the bulk of its forces from the State in stages to be agreed upon with the Commission.
2. Pending the acceptance of the conditions for the final settlement of the situation in the State of Jammu and Kashmir, the Indian Government will maintain within the lines existing at the moment of the cease-fire the minimum strength of its forces which in agreement with the Commission are considered necessary to assist locals authorities in the observance of law and order. The Commission will have observes stationed where it deems necessary.
3. The Government of India will undertake to ensure that the Government of the State of Jammu and Kashmir will take all measures within its powers to make it publicly known that peace, law and order will be safeguarded and that all human and political rights will be guaranted.
4. Upon signature the full text of the truee agreement or a communique containing the principles thereof as agreed upon between the two Governments and the Commission, will be made public.

**Part III**

The Government of India and the Government of Pakistan reaffirm their wish that the future status of the State of Jammu and Kashmir shall be determined in accordance with the will of the people and to that end, upon acceptance of the truce agreement, both Governments agree to enter into consultations with the Commission to determine fair and equitable conditions whereby such free expression will be assured.

# The Constitution of India
# Part- XXI
# [Temporary, Transitional and Special Provisions]
# Articles 370

[2][370. Temporary provisions with respect to the State of Jammu & Kashmir (1) Notwithstanding anything in this Constitution.

(a) the provisions of article 238 shall not apply in relation to the State of Jammu & Kashmir.

(b) the power of Parliament to make laws for the said State shall be limited to :

(i) those matters in the Union List and the Concurrent List, which, in consultation with the Government of the State, are declared by the President to correspond to matters specified in the Instrument of Accession governing the accession of the State to the Dominion of India as the matters with respect to which the Dominion Legislature may make laws for that State; and

(ii) such other matters in the said Lists, as, with the concurrence of the Government of the State, the President may by order specify.

*Explanation*– For the purposes of this article, the Government of the State means the person for the time being recognised by the President as the Maharaja of Jammu & Kashmir, acting on the advice of the Council of Ministers for the time being in office, under the Maharaja's Proclamation dated the fifth day of March, 1948.

(c) the provisions of article 1 and of this article shall apply in relation to that State;

(d) such of the other provisions of this Constitution shall apply in relation to that State, subject to such exceptions and modifications as the President may by order[3] specify:

Provided that no such order which relates to the matters specified in the Instrument of Accession of the State referred to in paragraph (i) of sub-clause (b) shall be issued except in consultation with the Government of the State :

Provided further, that no such order which relates to matters other than those referred to in the last preceding provision shall be issued except with the concurrence of that Government.

(2) If the concurrence of the Government of the State referred to in para-

graph (ii) of sub-clause (b) of clause (1) or in the second proviso to sub-clause (d) of that clause be given before the Constituent Assembly for the purpose of framing the Constitution of the State is convened, it shall be placed before such Assembly for such decision as it may take there on.

3. Notwithstanding anything in the foregoing provisions of this article, the President may, by public notification, declare that this article shall cease to be operative or shall be operative only with such exceptions and modifications and from such date as he may specify:
Provided that the recommendation of the Constituent Assembly of the State referred to in clause (2) shall be necessary before the President issues such a notification.

**Note:**

1. Subs. by the Constitution (Thirteenth Amendment) Act. 1962. 2. For TEMPORARY AND TRANSITIONAL PROVISIONS (w.e.f. 1-12-1963)
2. In exercise of the powers conferred by this articles, the President, on the recommendation of the constituent Assembly, of the State of Jammu & Kashmir, declared that, as from the 17th day of November, 1952, the said art. 370, shall be operative with the modification that for the Explanation in el. (1) thereof the following Explanation is substituted, namely:

*Explanation*– For the purposes of this article, the Government of the State means the person for the time being recognised by the President on the recommendation of the Legislative Assembly of the State as the **Sadar-i-Riyasat* of Jammu & Kashmir, acting on the advice of the Council of Ministers of the State for the time being in office".
*Now "Governor" (Ministry of Law Order No. C. O. 44. dated the 15th November, 1952).

3. See the Constitution (Application of Jammu & Kashmir) Order, 1954. (C.O. 48), as amended from time to time.

# Sheikh Mohammed Abdullah's Inaugural Address to The Jammu & Kashmir Constituent Assembly.

*The following are extracts from the inaugural address of Sheikh Mohammed Abdullah to the Jammu & Kashmir Constituent Assembly on November 5. 1951.*

After centuries, we have reached the harbour of our freedom, a freedom which, for the first time in history, will enable the people of Jammu and Kashmir, whose duly elected representatives are gathered here, to shape the future of their country after wise deliberation and mould their future organs of Government.

When we look back on these years, we see how our footsteps have taken us not among the privileged, but into the homes of the poor and downtrodden. We have fought their battle against privilege and oppression and against those darker powers in the background, which sought to set man against man on the grounds of religion. Our movement grew and thrived side by side with the Indian National Congress and gave strength and inspiration to the people of the Indian States.

I may be forgiven if I feel proud that once again in the history of this State, our people have reached a peak of achievement through what I might call the classical Kashmiri genius for synthesis, born of toleration and mutual respect. Throughout the long tale of our history, the highest pinnacles of our achievement have been scaled when religious bigotry and intolerance ceased to cramp us, and we have breathed the wider air or brotherhood and mutual understanding.

You are no doubt aware of the scope of our present constitutional ties with India. We are pound to have our bonds with India, the goodwill of whose people and Government is available to us in unstinted and abundant measure. The Constitution of India has provided for a federal union and in the distribution of sovereign powers has treated us differently from other constituent units. With the exception of the items grouped under Defence, Foreign Affairs and Communication in the Instrument of Accession, we have complete freedom to frame our constitution in the manner we like. In order to live and prosper as good partners in a common endeavour for the advancement of our peoples, I would advise that, while safeguarding our autonomy to the fullest extent so as to enable us to have the liberty to build our country according to the best traditions and genius of our people, we may also, by suitable constitutional arrangements with the Union, establish

our right to seek and compel Federal cooperation and assistance to this great task as well offer our fullest cooperation and assistance to the Union.

The future political set-up which you decide upon for Jammu & Kashmir must also take into consideration the existence of various sub-national groups in our State. Although culturally diverse, history has forged an uncommon unity between them; they all are pulsating with the same hopes and aspirations, sharing each other's joy and sorrows. While guaranteeing this basic unity in the State, our Constitution must not permit the concentration of power and privilege in the hands of any particular group or territorial region. It must afford the fullest possibilities to each of these groups to grow and flourish in conformity with their cultural characteristics without detriment to the integral unity of the State or the requirements of our social and economic policies.

On Martyrs' Day, the 13th of July, 1950, the Government declared its policy of liquidating the big landed estates and transferring land to the tillers of the soil. On the 17th of October, 1950, was enacted the Big Landed Estates Abolition Act. By this Act, the right of ownership in respect of lands in excess of 22-3/4 acres of land, excluding orchards, grass and fodder farms and fuel reserves, was abolished, and such land was decreed to be transferred to the actual tillers to the extent of their possession. In this way, the right of the cultivator to the ownership of land in his possession was recognised and enforced and no new class of intermediaries or rent-receivers were allowed to come into being. The abolition of landlordism is thus an accomplished fact and there is no going back on the decision already taken. The Big landed Estates Abolition Act. however, provides for the constituent Assembly to settle the question of compensation with respect to the land from which expropriation has taken place. That question is now before you for decision.

Finally, we come to the issue which has made Kashmir an object of world interest and has brought her before the forum of the United Nations. This simple issue has became so involved that people have begun to ask themselves, after three and a half years of thense expectancy, 'Is there any solution?' Our answer is affirmitive. Everything hinges round the genuineness of the will to find a solution. If we face the issue straight, the solution is simple.

The Problem may be posed in this way, Firstly, was Pakistan's action in invading Kashmir in 1947 morally and legally correct, judged by any norms of international behaviour? Sir Owen Dixon's verdict on this issue is perfectly plain. In unabiguous terms he declared Pakistan an aggressor. Secondly, was the Maharajah's accession to India legally valid or not? The legality of the accession has not been seriously questioned by any responsible or independent person or authority.

These two answers are obviously correct. Then where is the justification

of treating India and Pakistan at par in matters pertaining to Kashmir? In fact, force of logic dictates the conclusion that the aggressor should withdraw his armed forces, and the United Nations should see that Pakistan gets out of the State.

In that event, India herself, anxious to give the people of the State a chance to express their will freely, would willingly cooperate with any sound plan of demilitarisation. They would withdraw their forces, only garrisoning enough posts to ensure against any repetition of that earlier treacherous attack from Pakistan.

These two steps would have gone a long way to bring about a new atmosphere in the State. The rehabilitation of displaced people, and the restoration of stable civic conditions would have allowed people to express their will and take the ultimate decision.

We, as a Government, are keen to let our people decide the future of our land in accordance with their own wishes. If these three preliminary processes were accomplished, we should be happy to have the assistance of international observers to ensure fair play and the requisite conditions for a free choice by the people.

Instead invader and defender have been put on the same plane. Under various grabs, attempts have been made to sidetrack the main issues. Sometimes, against all our ideals of life and way of living, attempts to divide our territories have been made in the form of separation of our State religion-wise, with ultimate plans of further disrupting its territorial integrity. Once an offer was made to police our country with Commonwealth forces, which threatens to bring in Imperial control by the back door. Besides, the repugnance which our people have, however, to the idea of inviting foreign troops on their soil, the very presence of Commonwealth troops could have created suspicions among our neighbours that we were allowing ourselves to be used as a base of possible future aggression against them. This could easily have made us into a second Korea.

Throughout the struggles that the people of Kashmir waged against autocracy, we should never forget that the Muslim League leadership had completely disassociated itself from them, and that, during the upsurge of 1946, their local party organs had assisted the administration to supprerss the movement.

At this crucial time then, Pakistan was under strict cover of secrecy, perfecting her own plans, and the *Dawn*, the Muslim League official organ in Karachi, was appealing to the Maharaja to accede to Pakistan on the grounds that he would have far greater freedom there than in India.

It was at this stage, taking advantage of the isolation of the Kashmiris from the rest of the world; that Pakistan imposed an economic blockade upon us with a view to excite communal hatred to disrupt our peaceful

